# কাৰাগাৰৰ ডায়েৰি

(১ম, ২য়, ৩য় খণ্ড)

ইলুদেৱী বৰুৱা



পুথি প্ৰকাশ
গুৱাহাটী- ৭৮১০০৫

***KARAGARAR DIARY*** : Written by Elu Devi Barua and published by Sri Dilip Kr. Sarma, Puthi Prakash, Guwahati- 781005.

1st Edition: Dec, 2001 Price . Rs.110.00

**প্ৰকাশক ঃ**

দিলীপ কুমাৰ শৰ্মা

পুথি প্ৰকাশ

গুৱাহাটী- ৭৮১০০৫

**প্ৰথম প্ৰকাশ ঃ**

ডিচেম্বৰ, ২০০১

**দ্বিতীয় প্ৰকাশ ঃ**

**জানুৱাৰী, ২০০৪**

**গ্ৰন্থস্বত্ব ঃ**

ইলুদেৱী বৰুৱা

মূল্য ঃ ১১০ ০০ টকা

**প্ৰচ্ছদ আৰু অলংকৰণ :**

চন্দন চুতীয়া

ছপা ঃ পাৰ্ল প্ৰিণ্টাৰ্চ

দিল্লী-৯৪

# মুখবন্ধ

বহুমুখী প্ৰতিভাৰ অধিকাৰিণী ইলুদেৱী বৰুৱাই কেইবছৰমান জেইলাৰ অৰ্থাৎ কাৰাধ্যক্ষৰ চাকৰিও কৰিছিল। আজিকালি মহিলাৰ কাৰণে নতুন নতুন কৰ্মক্ষেত্ৰ মুকলি হৈছে। তেনেকুৱা এটা কৰ্মক্ষেত্ৰত প্ৰথম মহিলা হোৱাৰ গৌৰৱ যিসকল মহিলাই অৰ্জন কৰিছে তেওঁলোকৰ ভিতৰত ইলুদেৱী বৰুৱা অন্যতমা। কিন্তু তেওঁৰ তাতোকৈ ডাঙৰ কৃতিত্ব হ'ল এই যে জেইলাৰৰ জীৱনৰ বিচিত্ৰ অভিজ্ঞতাক তেওঁ মনোৰম আৰু সুখপাঠ্য সাহিত্য- সৃষ্টিলৈ ৰূপান্তৰিত কৰিছে। বহু বছৰ আগতে বিখ্যাত বাংলা আলোচনী 'দেশ'ত এজন প্ৰাক্তন জেইলাৰে 'জৰাসন্ধ' ছদ্মনামত কাৰাগাৰৰ কয়েদীসকলৰ বিচিত্ৰ জীৱন-গাঁথা লিখিছিল। যিহেতু বহুতো শিক্ষিত অসমীয়া মানুহেও 'দেশ' পঢ়ে, সেই কাৰণে তেওঁলোকে জৰাসন্ধৰ ৰচনাত এখন অনাবিষ্কৃত ৰহস্যময় জগতৰ সন্ধান পাইছিল। অসমীয়া ভাষাত কাৰাগাৰৰ অভ্যন্তৰৰ কাহিনী আজিলৈকে কোনেও লিখা নাছিল। ইলুদেৱী বৰুৱাই এই ক্ষেত্ৰত বাটকটীয়াৰ কাম কৰিছে। তেওঁৰ 'কাৰাগাৰৰ ডায়েৰি' পঢ়িলেই বুজিব পাৰি যে তেওঁ কেৱল চাকৰি কৰিবৰ কাৰণেই চাকৰি কৰা নাছিল; তেওঁৰ সংবেদনশীল আৰু অনুসন্ধিৎসু মনটো সকলো সময়তে ব্যস্ত হৈ আছিল জীৱনৰ ৰহস্যৰ অন্বেষণত। অপৰাধীৰ মনস্তত্ত্ব সংবেদনশীল শিল্পী সাহিত্যিকৰ কাৰণে গভীৰ কৌতূহলৰ বিষয়। সেই বিষয়টোক অৱলম্বন কৰি ডষ্টয়েভস্কিয়ে কালজয়ী উপন্যাস লিখিছে (দোষ আৰু শাস্তি); ভিনচেণ্ট ভেন গগে মৰ্মস্পৰ্শী ছবি আঁকিছে (কাৰা-প্ৰাঙ্গনত); কেবাখনো অসামান্য চিনেমা নিৰ্মিত হৈছে। ইলুদেৱী বৰুৱাৰ কৃতিত্ব এইটোৱেই যে তেওঁ কয়েদীসকলৰ জীৱন খুব ওচৰৰ পৰা প্ৰত্যক্ষ কৰি যিবোৰ তথ্য আহৰণ কৰিছিল সেইবোৰক সমল হিচাপে লৈ তেওঁ এখন অসামান্য মানবিক দলিল প্ৰস্তুত কৰি উলিয়াইছে। অসমীয়া সাহিত্যত ই এটা অভিনৱ বস্তু হৈছে। 'কাৰাগাৰৰ ডায়েৰি' 'পূৰ্বাচলত' ধাৰাবাহিকভাৱে প্ৰকাশ হ'বলৈ আৰম্ভ কৰাৰ লগে লগে কাহিনীবোৰ পাঠকসকলৰ দ্বাৰা বিপুলভাৱে সমাদৃত হৈছিল। কিতাপখনোযে একেভাৱেই সমাদৃত হ'ব সেই বিষয়ে অকণো সন্দেহ নাই।

হোমেন বৰগোহাঞি

গুৱাহাটী

# মোৰ একাষাৰ

অসমৰ প্ৰথম মহিলা সহকাৰী কাৰাধ্যক্ষা হিচাপে যোৰহাট জিলা কাৰাগাৰত মোৰ কৰ্মজীৱনত যিখিনি অভিজ্ঞতা গোটাইছিলো, তাৰ ভিত্তিতেই এই 'কাৰাগাৰৰ ডায়েৰি'।

কাৰাগাৰৰ ভিতৰত বন্দীসকলৰ ভিন্ন চৰিত্ৰৰ কিছুমান দিশ মোৰ দৃষ্টিগোচৰ হৈছিল, আৰু সেই চৰিত্ৰবোৰৰ লগত সংঘটিত হোৱা ঘটনাবিলাকে মোক আকৰ্ষিত কৰিছিল। সেই বিশেষ চৰিত্ৰ বিলাকৰ আলম লৈ কাৰাগাৰৰ পটভূমিত কল্পনাৰ ৰহনেৰে সজাই পৰাই গল্প বা কাহিনী আকাৰে দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে।

লক্ষণীয় দিশ হ'ল— খুনী, চোৰ-ডকাইত বা আন আন মাৰাত্মক আচামী কয়েদী বুলিলে সমাজৰ যি বক্ৰ দৃষ্টি বা ঘৃণাৰ ভাব গঢ়ি উঠে, মোৰ দৃষ্টিত সেইটো কিন্তু ধৰা পেলাব পৰা নাছিলো। প্ৰায়বোৰ চৰিত্ৰৰ মাজত মানৱীয়তাৰ দিশটোহে ধৰা পৰিছিল। এই প্ৰথম শ্ৰেণীৰ বৃহৎ কাৰাগাৰখনিত মই একমাত্ৰ মহিলা হিচাপে সমাজচ্যুত বন্দীসকলৰ পৰা শ্ৰদ্ধা, মৰমৰ বাহিৰে কোনো অশালীন ব্যৱহাৰ পোৱা নাছিলো।

অসমৰ জনপ্ৰিয় দৈনিক বাতৰি কাকত, 'আমাৰ অসম'ৰ দেওবৰীয়া আলোচনী 'পূৰ্বাচলত' ৬ ডিচেম্বৰ ১৯৯৮ চনৰ পৰা প্ৰত্যেক সপ্তাহতে প্ৰায় ডেৰ বছৰ কাৰাগাৰৰ ডায়েৰি প্ৰকাশ হৈছিল। কেইটামান খণ্ড প্ৰকাশ হোৱাৰ পিছত উক্ত কাকতৰ মুখ্য সম্পাদক, স্বনামধন্য সাহিত্যিক, অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত হোমেন বৰগোহাঞিদেৱক কাৰ্যালয়ত  লগ পাওঁতে মোক দেখি তেখেতে এষাৰ কথা কৈছিল— 'আপোনাৰ কাৰাগাৰৰ ডায়েৰি এক নম্বৰত আছে। কলিকতাত জৰাসন্ধ, অসমত আপুনি।'— ক'ত কলিকতাৰ সু-প্ৰসিদ্ধ সাহিত্যিক জৰাসন্ধ আৰু ক'ত মই? তেখেতৰ এই অমূলীয়া কথাষাৰে মোক লেখি থাকিবলৈ উৎসাহ জন্মাইছে, তেখেতে 'মুখবন্ধ' হিচাপে দুষাষাৰ লিখি দিয়াৰ বাবে আন্তৰিক শ্ৰদ্ধা জ্ঞাপন কৰিলো।

'কাৰাগাৰৰ ডায়েৰি'ৰ প্ৰকাশৰ মূলতে প্ৰধান ব্যক্তিজনেই হ'ল 'পূৰ্বাচল' আলোচনীৰ সম্পাদক শ্ৰীপ্ৰণয় বৰদলৈ। তেখেতে তাগিদা আৰু এটি আকৰ্ষণীয় শিতান নিদিয়া হ'লে কাৰাগাৰৰ ডায়েৰিয়ে পোহৰৰ বাট নেদেখিলেহেঁতেন। তেখেত সদায়ে ধন্যবাদৰ পাত্ৰ হৈ ৰ'ব।

এই ক্ষেত্ৰত বিশেষভাবে উৎসাহ যোগালে সাহিত্যিক, সাংবাদিক আৰু বৰ্তমান 'সাদিন' কাকতৰ সম্পাদক শ্ৰীঅনুৰাধা শৰ্মা পূজাৰীয়ে।

অসম লেখিকা সংস্থাৰ বিশিষ্টা লেখিকা সকলৰ উদগনিও প্ৰণিধানযোগ্য।

কাৰাগাৰৰ ডায়েৰিৰ ১ম, ২য় আৰু ৩য় খণ্ডৰ একত্ৰিত সংকলনটি প্ৰকাশ কৰি উলিওৱাৰ বাবে 'পুথি প্ৰকাশ'ৰ শ্ৰীদিলীপ শৰ্মা, কুশল শইকীয়া আৰু প্ৰসিদ্ধ চিত্ৰ শিল্পী শ্ৰীচন্দন চুতীয়া দেৱলৈ আন্তৰিক কৃতজ্ঞতা থাকিল।

আমাৰ দুই পুত্ৰ মানস, বিজু আৰু দেউতাকৰ কাঢ়া নিৰ্দেশ নথকা হ'লে এই লেখনী কাৰামুক্ত নহ'লহেঁতেন।

গ্ৰন্থখনিৰ কলেবৰ বৃদ্ধি হোৱাৰ কাৰণে বাঞ্ছিত কেইবাটাও কাহিনী ইয়াত সন্নিবিষ্ট কৰিব নোৱাৰি ভৱিষ্যতলৈ প্ৰকাশ কৰাৰ আশাত ৰলো।

পূৰ্বাচলৰ 'কাৰাগাৰৰ ডায়েৰি'ৰ পাঠকসকলক অন্তৰেৰে ধন্যবাদ জনালো।

ইলু দেৱী বৰুৱা

দিশপুৰ,
গুৱাহাটী

**: দ্বিতীয় প্ৰকাশৰ নিবেদন :**

অসমৰ শ্ৰদ্ধেয় পাঠক সমাজে 'কাৰাগাৰৰ ডায়েৰি' হেপাহেৰে আকোঁৱালি লোৱাত অতি কম দিনৰ ভিতৰতে প্ৰথম সংস্কৰণ শেষ হৈ গ'ল। পুথিখনৰ দ্বিতীয় সংস্কৰণ আগবঢ়ালো। ইতিমধ্যে কাৰাগাৰৰ ডায়েৰি পঢ়ি অভিভূত হৈ আমালৈ অভিনন্দন জনাই লিখা অসমৰ বিভিন্ন প্ৰান্তৰ বহুজনৰ চিঠি আমাৰ হাতত পৰিছে। দ্বিতীয় সংস্কৰণ প্ৰকাশৰ এই মুহূৰ্তত সেই সকললৈ কৃতজ্ঞতা আপন কৰিলো।

ইলু দেৱী বৰুৱা

দিশপুৰ,
গুৱাহাটী

# কাৰাগাৰৰ ডায়েৰি

(প্ৰথম খণ্ড)

## সূচীপত্ৰ

# ফাঁচিকাঠৰ কয়েদী



টক্ টক্ টক্।

দুৱাৰ টুকুৰিওৱাৰ শব্দত সাৰ পাই গ'লো।

খপ জপ্ কৈ উঠি দুৱাৰ খুলিবলৈ আহোঁতেই বাহিৰৰ পৰা চিঞৰ শুনিলো—

ঃ বাইদেউ দুৱাৰ খোলক— সময় হৈছে।

মই দুৱাৰখন খুলিলত বৰ ব্যস্ততাৰে কাৰাগাৰৰ প্ৰহৰীজনে ক'লে—

ঃ বাইদেউ বলক— প্ৰায় সকলোৱেই গোট খাইছে।

কাষত থকা মহিলা প্ৰহৰীলৈ চাই ক'লে—

ঃ তুমি বাইদেউক লৈ আহা, মই যাওঁ।

গৰপ্ গৰপ্‌কৈ প্ৰকাণ্ড বুটজোতাৰ শব্দ কৰি প্ৰহৰীজন কাৰাগাৰলৈ গ'লগৈ।

সময় তেতিয়া নিশা এক বাজিছে। কৰ্ম জীৱনত এটা নতুন অভিজ্ঞতাৰ আগমনে মোৰ মনত জোকাৰণি তুলিলে।

মই লৰালৰিকৈ মুখখন ধুই কাৰাগাৰলৈ যোৱা পোছাকযোৰ পিন্ধি প্ৰহৰী গৰাকীৰ লগত যাবলৈ ওলালো।

পাছফালৰ পৰা ভনীজনীয়ে ক'লে—

ঃ চাহ একাপ খাই যোৱা।

সময় কম বাবে চাহ খাবলৈ নৰ'লো।

মাজৰাতি যোৰহাট জিলা কাৰাগাৰৰ সম্মুখভাগ উদুলি-মুদুলি। অৱশ্যে উৎসৱৰ নহয়।

যথেষ্ট পোহৰৰ বিজুলীবাতি জ্বলোৱা হৈছে। কাৰাগাৰৰ মুখ্য দুৱাৰখনৰ সম্মুখত বোৱাৰ লগে লগে দুৱাৰ ৰখীয়া প্ৰহৰীজনে 'চেলুট' এটা দি ডাঙৰ দুৱাৰখন খুলি দিলে। মোৰ বিশেষ কাম নাছিল। কিন্তু সেই সময়ত সকলো উপস্থিত থকাটো বাঞ্ছনীয়।

সঁচাকৈয়ে ১৯৭১ চনৰ ৮ অক্টোবৰ বৃহস্পতিবাৰৰ দিনটো মোৰ কাৰণে এটা বৰ বেদনাদায়ক অথচ উল্লেখযোগ্য দিন আছিল।

মহম্মদ হছমত মিঞা নামৰ মণিপুৰী আচামী এজনৰ সেই নিশা ফাঁচি হৈ যায়।

কিছুদিনৰ আগতে গুৱাহাটীৰ ছেচন ন্যায়াধীশে হত্যাকাৰী এজনৰ ফাঁচিৰ আদেশ দিয়াৰ কথা কাকতত পঢ়িবলৈ পাইছিলো। সেই ঘটনাই মনলৈ আনি দিছিল বহুতো স্মৃতি। বিচাৰপতি উপেন ৰাজখোৱাৰ ফাঁচিৰো আগৰ এই ঘটনা। সেই সময়ত মই অসমত প্ৰথম মহিলা সহঃ কাৰাধ্যক্ষা হিচাপে কাম কৰি আছিলো।

হছমত মিঞাক যোৰহাট জিলা কাৰাগাৰত উক্ত দিনৰ ছয়মাহমানৰ আগৰে পৰা সুকীয়া নিৰ্জন কক্ষত আবদ্ধ কৰি ৰাখিছিল। হত্যা কৰা গোচৰ

সাপেক্ষে ইম্ফল ছেচন ন্যায়ালয়ে তেওঁক ফাঁচিৰ আদেশ দিয়ে। সন্মানীয় উচ্চ ন্যায়ালয়ে উক্ত আদেশ বাহাল ৰাখে, আৰু সৰ্বোচ্চ ন্যায়ালয়ে এই আদেশটোৰ অনুমোদন জনায়। শেষত আচামীৰ পক্ষৰ পৰা ৰাষ্ট্ৰপতিৰ ওচৰত ক্ষমাৰ আবেদন জনোৱা হয় যদিও ৰাষ্ট্ৰপতিয়েও সেই আবেদন নাকচ কৰে আৰু উপৰোক্ত আদেশ কাৰ্যকৰী কৰিবলৈ অনুমতি প্ৰদান কৰে। লগতে ৫/১০/৭১ তাৰিখৰ পৰা ৯/১০/৭১ তাৰিখৰ ভিতৰত এই কাৰ্য সমাপন কৰিব লাগিব বুলি জনায়।

যোৰহাট জিলা কাৰাগাৰৰ অধীক্ষকে দিনটো ধাৰ্য কৰে। সেই অনুপাতে আঠ তাৰিখৰ পুৱা ৩-১০ মিনিটত হুছমত মিঞাৰ ফাঁচি হৈ যায়।

সেই সময়ত অস্ত্ৰসহ আৰক্ষী বাহিনী, কাৰাগাৰৰ চিকিৎসক, কম্পাউণ্ডাৰ, কাৰাগাৰৰ অধীক্ষক, কাৰাধ্যক্ষ, সহঃ কাৰাধ্যক্ষসকল, অসামৰিক মুখ্য শল্য চিকিৎসক, প্ৰথম শ্ৰেণীৰ জিলা দণ্ডাধীশ আৰু কাৰাগাৰৰ ভিতৰৰ এটা বুজন সংখ্যক প্ৰহৰীৰ গোট উপস্থিত আছিল।

অসমৰ ভিতৰত যোৰহাট জিলা কাৰাগাৰতেই ফাঁচি দিয়াৰ ব্যৱস্থা আছে। একে সময়তে দুজনক ওচৰা-ওচৰিকৈ ফাঁচি দিব পৰা যায়।

থিয় দিয়া ঠাইখিনিত দুখন লোহাৰ 'প্লেট' সংলগ্ন হৈ থাকে। ফাঁচিৰ ৰছী টনাৰ লগে লগে প্লেট দুখন আঁতৰি যায় আৰু তলত থকা প্ৰকাণ্ড প্ৰকাৰ পুখুৰীটোত মানুহজন ওলমি থাকে।

ফাঁচি দিয়া কাৰ্য সম্পূৰ্ণ কৰিবলৈ প্ৰায় দহদিনমানৰ আগৰে পৰা কাৰাগাৰত ব্যস্ততা আহি পৰে।

গড়কাপ্তানি বিভাগৰ পৰা মানুহ আহি মেচিনৰ দ্বাৰা পুখুৰীটোৰ পানী সিঁচে আৰু পৰিষ্কাৰ কৰে। ফাঁচি দিয়া ঠাইৰ বিপৰীত ফালৰ পৰা পুখুৰীটোৰ তললৈ নামিবলৈ খটখটি আছে।

ফাঁচিৰ ৰছী টনা কয়েদী দুজন আছে। সেই দুজন কাৰাবন্দীৰো এসময়ত ফাঁচিৰ আদেশ হৈছিল। ফাঁচিৰ ৰছী টানিবলৈ যিকোনো কয়েদী অমান্তি হোৱাত উল্লেখ কৰা কয়েদী দুজনে উক্ত কাম সম্পাদন কৰিম বুলিলত তেওঁলোকক মৃত্যুদণ্ডৰ পৰা ৰেহাই দি যাৱজ্জীৱন কাৰাদণ্ড বিহা হয়।

তেওঁলোকে কিছুদিনৰ আগৰে পৰা শকত, দীঘল ফাঁচি দিব লগীয়া ৰছীডাল গলোৱা মম এচৰিয়া লৈ সানি মিহি কৰি থকা দৃশ্য চকুত পৰিলে গাৰ নোম সিৰ্‌সিৰাই যায়। ফাঁচিৰ ৰচী টনা কয়দী দুজনৰ আহাৰৰ তালিকা অন্য কয়েদী আচামীতকৈ পৃথক। তেওঁলোকে উৎকৃষ্ট খাদ্য ভোগ কৰে।

ৰাতি আঠমানবজাত কাৰাধ্যক্ষ, আমি বিষয়াসকল, মুখ্য প্ৰহৰী, প্ৰহৰী কেইজনমান হুছমত মিঞাৰ ওচৰলৈ গৈ খা-খবৰ লোৱা হয়। কাৰাধ্যক্ষই হুছমত

মিএগ্ৰাক ফাঁচি দিয়াৰ আদেশটো পঢ়ি শুনায়। সি অসমীয়া, হিন্দী, ইংৰাজী— একো ভাষা বুজি নাপায়। মাত্ৰ মাতৃভাষা মণিপুৰীহে জানে। গতিকে পোনপটীয়াকৈ আমি তাক বুজাই দিয়াত অসুবিধা।

মেজৰ সিং নামৰ মণিপুৰী আজীৱন কাৰাবন্দী (Life imprisonment) এজনে কথাখিনি অনুবাদ কৰি কৈ যায়। পোনতে হুছমত মিএগ্ৰাই আদেশটো মন দি শুনি ললে। কিছু সময়ৰ পিছত সি গৰজি উঠিল। চিএগ্ৰি চিএগ্ৰি ক'বলৈ ধৰিলে যে তাক খালাচহে দিব লাগে— ফাঁচি দিব নোৱাৰে।

হুছমত মিএগ্ৰাক ফাঁচিৰ আগতে দিনে মুৰ্গী, কণী, কল, গাখীৰ চিৰা আদিৰ যোগান ধৰা হৈছিল। ৩৮/৪০ বছৰ মানৰ ডেকা, গতিকে যথেষ্ট পাহোৱাল আছিল।

মই তাৰ সন্মুখতে থিয় হৈ আছিলো। হঠাৎ তাৰ মোৰ চকুৰে চকুৰে পৰিল। বহুত সময় সি মোৰ চকুলৈ চাই ৰ'ল। কিছু সময়ৰ পিছত সি মেজৰ সিঙৰ ফালে চাই তাৰ নিজৰ কপালত ফোঁটৰ চিন এটা আঁকি সুধিলে—

ঃ এখেত্ৰ কোন?

মেজৰ সিঙে কাৰাগাৰৰ 'লেডী অফিচাৰ' বুলি বুজাই দিয়াত হুছমত মিএগ্ৰাৰ চকুৰ পৰা চকুপানী বৈ আহিল আৰু কলে যে তাৰ বিবিলৈ মনত পৰিছে। মোৰো যেন চকুলো ওলাব। সেই সময়ত কন্দাটো অনুচিত বুলি ভাবি মই একাষৰীয়া হ'লো।

লাহে লাহে, সময় হৈ আহিল। নিশা তিনি বজাত আমি সকলো চেলৰ ফালে আগুৱাই যাওঁ। সেই সময়ত হুছমত মিএগ্ৰা দুৰ্ঘোৰ টোপনিত।

নিৰ্জন কক্ষৰ দুৱাৰ খোলাৰ কৰ্কশ শব্দত সি সাৰ পাই জাপ মাৰি উঠে। ক্ৰুদ্ধ আৰু ভয়াৰ্ত চাৱনিৰে পলকতে সি খোৱা থাল-বাতিযোৰ আমাৰ গালৈ দলিয়াই দিয়ে। প্ৰায় এক দজন কাৰাগাৰৰ প্ৰহৰীয়ে তাক ধৰিব পৰা নাই। সকলোকে কামুৰি, আঁচুৰি, পলাব খোজে শেষত তাক বগৰাই মূৰত কলা টুপীটো পিন্ধাই দিয়া হ'ল।

কুশল কোঁৱৰ আৰু বিভিন্ন দেশৰ বিভিন্ন শ্বহীদ সকলক মৃত্যুদণ্ড দিওঁতে মৃত্যুভয় বঞ্চিত কৰি উদাত্ত কণ্ঠেৰে হাঁহি হাঁহি দেশমাতৃৰ শ্লোগান গাই ফাঁচি কাঠলৈ আগুৱাই যোৱাৰ কথা পঢ়িছো বা শুনিছো। কিন্তু এই হত্যাকাৰীজনে আনক হত্যা কৰিবলৈ কুণ্ঠাবোধ নকৰি মৃত্যুৰ পৰা উদ্ধাৰ পাবলৈ কেনে প্ৰচেষ্টা! মৃত্যু বিভীষিকা কেনে ভয়ঙ্কৰ নিজৰ মৃত্যুৰ মুহূৰ্ততহে হুছমত মিএগ্ৰাই বুজিব পাৰিলে।

হত্যাকাৰীসকলে আনক হত্যা কৰাৰ আগমুহূৰ্তত এই কথা যদি বুজিব পাৰিলেহেঁতেন তেনেহ'লে পৃথিৱীত হত্যাকাণ্ড বিলাক নঘটিলহেঁতেন।

ইতিমধ্যে কিন্তু হুছমতে মৃত্যুৰ আলিঙ্গন বুজি পাইছিল। সি 'আল্লাহু আকবৰ, 'হায় মণিপুৰ' বুলি চিএগ্ৰি চিএগ্ৰি কান্দিছিল।

উস্ কি দৃশ্য।

তাক চোঁচোৰাই লৈ যোৱা হ'ল।

সকলো যোগাৰ হৈ আছিল। গতিকে হুছমতক যথাস্থানত থিয় কৰাই ডিঙিত ৰছীডাল পিন্ধাই দিয়া হ'ল।

কাৰাধ্যক্ষই তাক পুনৰ আল্লাৰ নাম লবলৈ ক'লে। অধীক্ষকে ৰুমালখনেৰে কাৰ্য সমাপন কৰিবলৈ ইংগিত দিলে। কয়েদী দুজনে ৰছীডাল টানি দিলে। ঘৰ্ ঘৰ্কৈ চকৰিটো ঘূৰি ডিঙিত ৰছীডালৰ খোৰোচা গাঁঠিটো টুঁটি আহি টান হৈ হুছমতৰ ডিঙিটো ভাঙি পেলালে আৰু সি পুখুৰীটোত কিছু সময় ওলমি থাকিল।

অৱশ্যে অন্তিম দৃশ্যকণ মই দেখাৰ আগতে শ্ৰীজগন্নাথ ঠাকুৰ সেই সময়ৰ প্ৰথম শ্ৰেণীৰ দণ্ডাধীশ গৰাকীয়ে মোক হাতত ধৰি বেৰ এখনৰ কাষলৈ টানি নি ফুচফুচাই ক'লে—

ঃ ভয় খাবি। নেচাবি।

তেখেত মোৰ মামা আছিল। তেখেতেও চাব খোজা নাছিল সেই নিদাৰুণ দৃশ্য।

পোন্ধৰ/বিশ মিনিটৰ পিছত কাৰাগাৰৰ চিকিৎসকজনে মৃতদেহটো পৰীক্ষা কৰিলে। নাই— চেঁচা পৰি গৈছে।

মৃত দেহটো আত্মীয়ই ইচ্ছা কৰিলে ঘৰলৈ নি সংকাৰ কৰিব পৰা নিয়ম কাৰাগাৰত আছে।

হুছমত মিঞাৰ মৃতদেহ নিবলৈ ঘৰৰ মানুহ কোনো নাহিল, যদিও ঘৰলৈ তাৰবাৰ্তা প্ৰেৰণ কৰা হৈছিল। আনকি মৃত্যুদণ্ডৰ আগেয়েও তাক দেখা কৰিবলৈ কোনো নাহিল।

হুছমতে ডাঙৰ পাপেই কৰিছিল। খণ্ডৰ ভমকত কেবাটাও হত্যাকাণ্ড কৰিছিল। সুস্থ মস্তিষ্কেৰে হত্যা কৰা বুলি চাক্ষুষ প্ৰমাণো আছিল।

বহুত চেষ্টা কৰিও কি কাৰণেনো এই মৰম লগা মুখৰ ডেকা মানুহটোৱে হত্যা কৰিব লগা হ'ল উলিয়াব নোৱাৰিলো।

সি যি কি নহওক হুছমত মিঞাৰ পাপৰ প্ৰায়শ্চিত্ত হ'ল।

যোৰহাট কাৰাগাৰৰ ওচৰতে থকা মুকলি কাৰাগাৰৰ কাষৰ শ্মশানত হুছমত মিঞাক কবৰ দিয়া হ'ল।

মণিপুৰত জন্মলাভ কৰা হুছমতে অসমৰ মাটিত চিৰনিদ্ৰা ল'লে।

৬-৩০ বজাত কাৰাগাৰৰ পৰা বাস গৃহলৈ উভতি আহিছিলো। সেইদিনা কাৰাগাৰৰ দৰ্শকমণ্ডলৰ সভা আছিল। মই বিচাৰাধীন বন্দীৰ বিভাগৰ দায়িত্বত আছিলো। সভাখনত মোৰ প্ৰাধান্য আছিল যদিও মনটো একেবাৰে বহুৱাব পৰা নাছিলো। □□

# নগ্ন ছোৱালীজনীৰ চিঞৰ



মানুহজনী সম্পূৰ্ণ উলঙ্গ আছিল।

আমাৰ ফালে পিঠি দি আছিল। চুলিখিনি লেতেৰা আৰু জঁট বান্ধিছিল যদিও দীঘলে কঁকাল পাৰ হৈছিল।

কিছু সময়লৈ আমাৰ ফালে তাই ঘূৰি চোৱা নাছিল।

বহুত বছৰ আগৰ কথা। কিয় জানো মোৰ মনত সেই স্মৃতিয়ে সঘনাই ভুমুকি মাৰে। সেই সময়ত মই যোৰহাট জিলা কাৰাগাৰত চাকৰি কৰি আছিলো।

মনত আছে, সেইদিনা মোৰ কাৰাগাৰত দুপৰীয়াৰ ডিউটি আছিল। কাৰ্যালয়ত মই অকলে। অৱশ্যে কাৰাগাৰৰ মূল দুৱাৰত থকা প্ৰহৰীজন,

কাৰ্যালয়ত 'পিয়ন'ৰ দৰে কয়দীজন আৰু দুই এজন অন্য প্ৰহৰী আছিল। সেই সময়ত মোৰ বিশেষ কাম নাথাকিলেও কয়েদীসকলক ঘৰৰ মানুহে দেখা কৰিবলৈ আহিলে চাই চিতি কাৰাগাৰৰ নিয়ম অনুসৰি দেখা কৰাৰ অনুমতি দিব লাগে।

হঠাতে মুখ্য প্ৰহৰীজন, মহিলা প্ৰহৰী গৰাকী আহি মোক মহিলা কক্ষটো অৰ্থাৎ কাৰাগাৰৰ ভিতৰত থকা মহিলা বিভাগটো পৰিদৰ্শন কৰিমনেকি সুধিলে।

মই যাবলৈ ওলালো।

দুৱাৰৰখীয়া প্ৰহৰীজনে ভিতৰলৈ যোৱা ডাঙৰ দুৱাৰখন খুলি দিলে।

কাৰাগাৰৰ ভিতৰ সোমোৱাৰ লগে লগে ওচৰে-পাঁজৰে থকা পুৰুষ কয়েদীসকলে মোক নমস্কাৰ জনাই 'বাইদেউ' বুলি মাত লগাই বেঢ়ি ধৰি[illegible]

সেই সময়ত অসমৰ কাৰাগাৰ সমূহৰ ভিতৰত একমাত্ৰ মহিলা [illegible] কাৰাধ্যক্ষা হোৱা বাবে সকলোৱে মোক মৰমৰ চকুৰে চাইছিল। প্ৰহৰীসক[illegible] আন্তৰিক শ্ৰদ্ধাৰে সহায় কৰিছিল। বিশেষকৈ কয়েদীসকলে মোক বৰ [illegible] পাইছিল।

ঘৰত চোৰ, ডকাইত বুলিলে ভয়তে মৰো, কিন্তু কাৰা[illegible] ভিতৰৰ হত্যাকাৰী, চোৰ, ডকাইত আনকি দুৰ্দান্ত কয়েদী আচামী আদিক ভয়তো [illegible]দেই মৰমহে লাগিছিল।

মহিলা ফাটেকৰ কয়েদী বা বিচাৰাধীন মহিলাসকলে 'বাইদেউ' বুলি মাতোতে মাতষাৰ মুখতে পমিছিল।

সকলোকে হাঁহি মাতি মহিলা কক্ষ পালোগৈ। মহিলা বিভাগটো কাৰাগাৰৰ ভিতৰত সম্পূৰ্ণ পৃথক। প্ৰকাণ্ড বেৰ আৰু সোমাবলৈ এখন দুৱাৰ আছে। মুখ্য প্ৰহৰীজনে ডাঙৰ চাবিকোচাৰে দুৱাৰখন খুলি দিয়াত মই ভিতৰ সোমোৱাৰ লগে লগে 'বাইদেউ' আহিছে বুলি সকলো দৌৰি আহিল।

প্ৰায় সকলো মহিলা কয়েদীয়েই কাৰাগাৰৰ কাপোৰৰ সাজটো পৰিষ্কাৰকৈ ধুই আটোম টোকাৰিকৈ পিন্ধি চাফ চিকুণ হৈ থাকে। সেই সময়ত মই বিচাৰাধীন আচামীসকলৰ বিভাগত বিষয়া হিচাপে আছিলো। গতিকে দুই এগৰাকীয়ে তেওঁলোকৰ নিজা গোচৰৰ শুনানিৰ তাৰিখৰ বিষয়ে সুধিলে।

মহিলা কাৰাগাৰৰ ভিতৰত মহিলা কয়েদী আচামীক আছুতীয়াকৈ ৰাখিবৰ বাবে অকলশৰীয়া কোঠা এটাহে আছে। তাত ফাঁচি হ'বলগীয়া মহিলা কয়েদী বা কোনোবা দুৰ্দান্ত মহিলা কয়েদী থাকিলে ৰখা হয়। অপৰাধ নকৰা মানসিক বিকাৰগ্ৰস্ত মহিলা যদিহে উগ্ৰ-প্ৰকৃতিৰ হয়, তেতিয়াও এই কোঠাটোৰ ভিতৰতে ৰখা হয়।

## নগ্ন ছোৱালীজনীৰ চিত্ৰৰ

তেজপুৰৰ মানসিক চিকিৎসালয়ত আসনৰ অভাৱৰ হেতুকে কাৰাগাৰ সমূহৰ পৰা একাদিক্ৰমে এই ৰোগীসকলক নিয়ম অনুযায়ী তেজপুৰৰ মানসিক চিকিৎসালয়লৈ প্ৰেৰণ কৰা হয়।

মই কয়েদীসকলৰ লগত কথা পাতি থাকোতে নিৰ্জন কক্ষটো দুৱাৰৰ ওচৰতে আছে যদিও তাৰ ভিতৰত কোন আছে লক্ষ্য কৰা নাছিলো।

এনেতে দুৱাৰত টোকৰ পৰিল। আৰু কাৰাগাৰৰ 'কম্পাউণ্ডাৰ' বৰা সোমাই আহিল। তেখেতে মোক মাত লগাই ক'লে—

ঃ বাইদেউ আছে ভালেই হ'ল, মই 'চেল'ৰ পাগলীজনী চাবলৈ আহিছোঁ।

তেতিয়াহে মোৰ চকু গ'ল যে নিৰ্জন কক্ষটোৰ ভিতৰত এজনী নগ্ন ছোৱালী আছে।

মহিলা কক্ষত সাধাৰণতে পুৰুষ কয়েদী সোমাব নোৱাৰে। কিন্তু খোৱা বস্তু দিবলৈ প্ৰহৰীসকলৰ লগত দুই তিনিটা কয়েদী সোমাব লগীয়া হয়।

আমি নিৰ্জন কক্ষটোৰ ওচৰ চাপি গৈছিলো। নাঙঠ মানুহজনী দেখি মোৰ আগত্ত বৰা কিছু অপ্ৰস্তুত হৈছিল।

ইতিমধ্যে কয়েদী 'মেট' গৰাকীয়ে চিএৰ-বাখৰ, গালি-গালাজ কৰি এখন চাদৰ তাইলৈ দলিয়াই দিছিল।

বহুত সময়ৰ পিছত দুচকুত দুকুৰা জুইৰ দৰে, ক্ষোভ-বিৰক্তিৰে গাত চাদৰখনৰ কিছু অংশ মেৰিয়াই তাই আমালৈ ঘূৰি চালে। আমাৰ গালৈ দলিয়াবলৈ ওচৰত কিবা পায়নেকি চালে— নাই।

হঠাৎ তাইৰ মোলৈ চকু গ'ল আৰু থমকি ৰ'ল। সমস্ত খং ক্ষোভ বিতৃষ্ণা যেন জঁয় পৰি গ'ল। গাৰ চাদৰখন ভালকৈ ঠিক ঠাক কৰি ল'লে। তেনেতে বৰাই তাইক চিকিৎসা কৰিবলৈ অহা বুলি ক'লত তাই আকৌ পিছ হুঁহকি গ'ল।

ভালেমান সময়ৰ মূৰত তাই আমাৰ ওচৰলৈ আহিল। দেখিলো ভৰিত তাইৰ ডাঙৰ এটুকুৰা ঘাঁ। মোৰ গা সিয়ঁৰি গ'ল। কম্পাউণ্ডাৰে ক'লে—

ঃ বাইদেউ, ঘাঁ ডোখৰত পোক হৈছে। সেইবোৰ বাছি উলিয়াওঁতে তাইৰ কষ্ট হয়। সেই কাৰণে আমাক তাই দেখিব নোৱাৰে। অন্য মহিলা কয়েদী-আচামী বিলাকেও তাইৰ উৎপাতৰ কাৰণে তাইক মাৰপিট কৰে।

তাই ঘাঁডোখৰ খজুৱাওঁতে ওলোৱা তেজৰ দাগ মজিয়াৰ পকাত, বেৰত দেখিবলৈ পালো।

এইয়া কি? তেজেৰে আৰু দাঁত ঘহিবলৈ দিয়া এঙাৰেৰে পকাবেৰত অসংখ্য ছবি। ছবি বিলাকলৈ মই চাওঁতে কয়েদী দুজনীমানে ক'লে—

ঃ তায়ে আঁকিছে বাইদেউ।

মই মৰমেৰে 'সুন্দৰ ছবি আঁকিছা' বুলি ক'লত তাই ...ও লাজকৈ খুব

কষ্টেৰে হাঁহিলে আৰু হাত দাঙি আকাশৰ ফালে কিবা দেখুৱালে।

মহিলা ফাটেকৰ মাজচোতালত এজোপা প্ৰকাণ্ড বুঢ়া কৃষ্ণচূড়াৰ গছ। আকাশ-চোতাল দুয়োখন ৰঙা।

মোক তাই কি দেখুৱালে বুজি নাপালো।

কেইবাদিনৰ পিছত কাৰ্যালয়ত এদিন বৰাক দেখা পাই মনত পৰিলত ছোৱালীজনীৰ কথা সুধিলো। তেখেতে তাইৰ ঘাঁ-ডোখৰ শুকাবলৈ ধৰিছে বুলি ক'লে। মই কাৰাগাৰৰ চিকিৎসককো ঘাঁ-ডোখৰ ভাল নহ'লে দেখুৱাবলৈ ক'লো আৰু আৱশ্যক হ'লে অসামৰিক চিকিৎসালয়তো থবলৈ ক'লো।

বহুত দিন মই মহিলা ফাটেকলৈ যোৱা নাছিলো। ইতিমধ্যে মই মানসিক বিকাৰগ্ৰস্ত ৰোগীসকলৰ বিভাগত। এদিন আবেলি তেজপুৰৰ মানসিক চিকিৎসালয়লৈ কাৰাগাৰত থকা এনে ৰোগী কিছুমানক পঠিয়াবলৈ যা-যোগাৰ কৰি আছিলো। চিকিৎসকে পৰীক্ষা কৰি দিছে, মই চিনাক্ত কৰি আছো। বাহিৰত গাড়ী ৰৈ আছে।

হঠাৎ এজনী ধুনীয়া ছোৱালী ৰোগীসকলৰ মাজৰ পৰা মোৰ ওচৰলৈ আহিল।

পিন্ধনত এখন ফুলাম শাৰী, এটা ৰঙা ব্লাউজ। মোলৈ চাই তাই ধুনীয়াকৈ হাঁহিলে আৰু শাৰীখনৰ তলৰ পৰা বুকুৰ ওচৰত সযতনে জাপ কৰি লুকুৱাই অনা কাগজ এটুকুৰা আৰু এটা গছৰ পুলি মোৰ ফালে আগবঢ়াই দিলে, কিন্তু একো কথা নকৈ তাই গাড়ীত উঠিবলৈ গ'ল। বৰা ওচৰতে আছিল। তেখেতে ক'লে—

ঃ ভাল মানুহৰ ঘৰৰ ছোৱালীয়েই হ'ব। বাইদেউ, চিনি পাইছেনে? সেই যে চেলৰ পাগলীজনী।

তেতিয়াহে মোৰ মনত পৰিল। কাগজ টুকুৰালৈ চাওঁ— এখন পুৰণি হালধি লগা লেতেৰা কাগজত এঙাৰেৰে আঁকা অসংলগ্ন কিছুমান আঁকবাক কৰা ছবি।

গছৰ পুলিটো কৃষ্ণচূড়াৰে হ'ব। হয়তো কাৰাগাৰৰ গছজোপাৰ পুলি।

কৃষ্ণচূড়াৰ পুলিটো যোৰহাট জিলা কাৰাগাৰৰ চাৰি নম্বৰৰ আবাস গৃহটোত (সেই সময়ত সেইটো গৃহ মোৰ আছিল) ৰাস্তাৰ কাষত গেটৰ ওচৰত আজিও এজোপা প্ৰকাণ্ড গছ হৈ ফুলি জাতিষ্কাৰ হৈ আছে।

বিয়াৰ পিছত মই এটা ট্ৰাঙ্কত কিতাপ কাগজ পত্ৰ, ফাইল আদি লগত আনিছিলো। ট্ৰাঙ্কটো আজিও আছে। ভিতৰৰ কাগজ পত্ৰ ওলট-পালট হ'ল।

ট্ৰাঙ্কৰ ভিতৰত মোৰ আৰু এটা ফাইল আছিল— আৰ্টৰ।

কাৰাগাৰৰ কাৰ্যালয়ত বহি গাৰ প্ৰতিটো অংশত বনছাই আকৃতিৰ সৌন্দৰ্য বঢ়োৱা বুঢ়া বেলগছ কেইজোপা, ৰাস্তাৰ কাষৰ শাৰি পাতি ৰোৱা (গাটোত মানুহে

ঔষধৰ কাৰণে চাল বিলাক চকলা-চকলকৈ এৰুৱাই থোৱা) অৰ্জুন গছ কেইজোপা, পুখুৰীটো, চতিয়না জোপা, কাৰ্যালয়ৰ বেৰৰ প্ৰতিবছৰৰ কেলেণ্ডাৰৰ ছবিবোৰ— ড্ৰাফ কৰি বা টাইপ কৰি তলত ৰৈ যোৱা কাগজটুকুৰাত আঁকি থওঁ।

সহঃ কাৰাধ্যক্ষাৰ চীলটোৰে বা বুঢ়া আঙুলিৰ ছাপ দি ছবি আঁকি থওঁ। এইবিলাক কাগজৰ মাজত এণ্ডাৰেৰে অঁকা সেই টুকুৰা কাগজ কেনেবাকৈ সোমাই পৰিল।

বহুত বছৰৰ পিছত মলিয়ন কাগজ টুকুৰা এদিন মোৰ হাতত পৰিল।

মই চক্ খাই গ'লো। এইয়া কি? কি অৰ্থপূৰ্ণ ছবি। ছবিৰ প্ৰতিটো অংশ বা ৰেখাই যেন কথা কৈছে— ন ন ভাব ব্যক্ত কৰিছে।

প্ৰখ্যাত প্ৰকাশবাদী (Expressionist) নৰউৱেগেন শিল্পী এড্ভাৰ্ড মুংখৰ (Edvard Munch) ছবিৰ যেন ক্ষুদ্ৰ প্ৰকাশ।

বিশেষকৈ মুংখৰ প্ৰখ্যাত 'চিঞৰ' (Scream) ছবিখনৰ ছোৱালীজনী প্ৰমুখ্যে ৰেখাংকন তলে ওপৰে, অগা পিছাকৈ যেন পাগলীজনীয়েই এণ্ডাৰেৰে অংকন কৰি গৈছিল, দৃঢ়তাৰে মনৰ বেদনা, আকুলতা প্ৰকাশ কৰি।

কিন্তু তাইতো মুংখৰ ছবি দেখা নাই বা নাজানে।

ময়ো সেই সময়ত আঁক-বাকবোৰৰ মূল্য দিয়া নাছিলো। তেতিয়া অন্যান্য শিল্পীসকলৰ লগতে এড্ভাৰ্ড মুংখৰ বিষয়ে জনাও নাছিলো আৰু তেওঁৰ ছবি দেখাও নাছিলো। যোৰহাটৰ ফাইন আৰ্টছ্ ছ'চাইটী আৰু গুৱাহাটীৰ আৰ্টিষ্ট গীল্ডত ছবি অঁকাৰ বিদ্যা শিকাৰ পৰা বা নিজে ল'ৰা-ছোৱালীক শিকোৱা বিদ্যালয় আৰম্ভ কৰাৰ পিছতহে কিছু জানিব পাৰিছোঁ।

'চিঞৰ' ছবিখনে লাহে-লাহে মোৰ মনৰ মাজত থিতাপি লৈছিল আৰু পিছলৈ বেছিকৈ আকৰ্ষিত হওঁ।

ঘাত-প্ৰতিঘাতত আক্ৰান্ত চিৰ অসুখীয়া মুংখৰ দুচকুত নিত্য বেদনা প্ৰকট হোবাই নাছিল, তেওঁৰ শিল্পকৰ্মতো প্ৰকাশ পাইছিল। এটা সময়ত তেওঁ মানসিক ভাৰাসাম্যও হেৰুৱাই পেলাইছিল।

উক্ত ছবিখনত অৰ্থপূৰ্ণ ৰেখাৰ মাজত এজনী শংকিতা লাও-খোলা অবয়ব ছোৱালীৰ চিঞৰ প্ৰতিকৃত কৰিছে।

বহুত সময়ৰ পিছত মোৰ ভাব হ'ল মানসিক আক্ৰান্ত ছোৱালীজনীয়ে হয়তো তাইৰ সকলো বেদনা, ক্ৰোধ আৰু ক্ষোভৰ প্ৰকাশ কৰিবলৈকে অসংলগ্ন ছবিবোৰ কাৰাগাৰৰ নিৰ্জন কক্ষৰ বেৰত আৰু এই মলিয়ন কাগজ টুকুৰাত আঁকিছিল।

মই যদি সেই সময়ত ছোৱালীজনীৰ ঠিকনা ৰাখি থলোঁহেতেন। □□

# জনপ্ৰিয় মনোৰা চোৰ



উঠ— বহ।

উঠ—বহ।

উঠ—বহ...........।

কাৰাগাৰৰ ভিতৰৰ কাৰ্যালয়ত এজন সহকাৰী কাৰাধ্যক্ষৰ টেবুলৰ সন্মুখত প্ৰহৰী এজনে এটা ৩০-৩৫ বছৰীয়া ডেকা ল'ৰাক কাণত ধৰাই উঠ বহ কৰাইছে আৰু সহঃ জেইলাৰজনে কাম কৰি থকাৰ পৰাই মাজে মাজে সুধিছে—

ঃ কেইবাৰ হ'ল?

বিহাৰী প্ৰহৰীজনে ক'লে—

ঃ পঞ্চাশ বাৰ হুজুৰ।

ল'ৰাজনে মাত লগালে—

ঃ নহয়, ষাঠি বাৰ হ'ল।

প্ৰহৰীজনে লাঠিডালেৰে তাৰ টিকাত টুকুৰিয়াই ধমক দি ক'লে—

ঃ ঝুঠ বলনে আয়া।

এনেতে মই গৈ মোৰ টেবুলত বহিলোগৈ।

ল'ৰাটোৱে ক'লে—

ঃ দেখিছেনে বাইদেউ—

কিবা এটা ক'বলৈ সি মুখ মেলোতেই সহঃ কাৰাধ্যক্ষজনে ক'লে।

ঃ চুপ, এশ পুৰা কৰ।

ঃ কথাটোনো কি?— মই সুধিলো।

ঃ এহ্ ইয়াৰ কথা নকব। ই এটা গভাইত চোৰ। ইয়াৰ নিচিনা চোৰ বোধকৰো এটাহে জন্ম হৈছে। লোকৰ ঘৰততো চুৰ কৰেই, আজি জেলৰ কম্বল চুৰ কৰি বেচিবলৈ লওঁতেই ধৰা পৰিল।

মই তালৈ চালো। ক'লাকৈ থোপোকা মুখৰ, নাকটো চেপেটা, চুলি কেইডাল থিয় থিয়, চকু দুটা হালধীয়া। দেখিলে ভয়ো লাগে, হাঁহিও উঠে। মই তালৈ চাই কি নাম সুধিলো—

ঃ মোৰ নাম মনোৰা বাইদেউ।

সি তপৰাই মাত দিলে। সি যেনেকৈ মোক বাইদেউ বুলি ক'লে মই যেন তাৰ নিজৰ বায়েকজনীহে। মাতটো সৰু ল'ৰা-ছোৱালীয়ে টপককৈ মতাৰ দৰে।

সহঃ কাৰাধ্যক্ষজনে ক'লে—

ঃ তাক লৈ যা। এইবাৰ যদি গণ্ডগোল কৰে চেলত ভৰাই থবি।

সি এইবোৰ যেন একো শুনাই নাই। মোক 'বাইদেউ যাওঁ দেই' বুলি কৈ গ'লগৈ।

আচৰিত চৰিত্ৰ মনোৰা চোৰৰ। ঘৰ আৰু কাৰাগাৰলৈ অহাযোৱা কৰাটোৱেই তাৰ একমাত্ৰ কাম। হাঁহি সি নামাৰে, কিন্তু মুখখন সুখী মানুহৰ দৰে উজ্জ্বল হৈ থাকে।

কাৰাগাৰলৈ আহোতে আৰু যাওঁতে মোক মাত লগাই যোৱাটো তাৰ নিয়মত পৰিণত হৈছে। যোৰহাট থানাৰ পুলিচ কনিষ্টবল সকলেও তাৰ উত্তণ্ডালিত তৎ নেপায়।

কাৰাগাৰৰ বাহিৰত থকা সময়খিনিত সি সদায় থানাত দিনে ৰাতিয়ে 'হাজিৰা' দিব লাগে। কিন্তু মনোবাক চুৰ কৰাটো বন্ধ কৰিব নোৱাৰে। হাজিৰা দিবলৈ আহোতে বা যাওঁতেও তাৰ চুৰ কৰা আচল কামটো নকৰাকৈ নাহে। আনকি থানালৈ আহি পুলিচৰ চিগাৰেটো চুৰি কৰে।

মনোবাৰ বুদ্ধি প্ৰখৰ। চকুৰ আগতে বস্তু কোন তলকত চুৰ কৰে ধৰিব নোৱাৰি। সি যোৰহাটত মনোবা চোৰ নামে প্ৰখ্যাত হৈ পৰিছিল।

উৎসৱতে হওক বা শ্মশানতেই হওক মনোবা চোৰৰ কথা কৈ মানুহে তৃপ্তিও পাইছিল।

ভাগ্যই হওক বা দুৰ্ভাগ্যই হওক, মোৰ আকৌ শহৰৰ ঘৰ যোৰহাটৰ মালৌ আলিৰ শান্তিপুৰৰ মনোবা চোৰৰ ঘৰৰ ওচৰতে। বিয়াৰ যেতিয়া উমঘাম হ'ল— এদিন আহি এওঁক সি ঘৰতে ক'লেহি—

ঃ দাদা, আপোনালোকৰ ঘৰলৈ মই আৰু চুৰ কৰিবলৈ নাহোঁ। জেলৰ বাইদেউ আহিব নহয়।

কাৰাগাৰটো মোক ক'লৈগৈ—

ঃ দাদাইঁতৰ লগত আকৌ মোৰ সম্বন্ধটো একেবাৰে পুৰণা। একেবাৰে আপোন মানুহৰ দৰে। মই দাদাইঁতক বহুত সহায় সাৰথি কৰি দিওঁ নহয়।

মই সুধিলো—

ঃ পিছে দাদাইঁতৰ ঘৰত চুৰ কৰানে নকৰা?

ঃ কৰিছিলো। মাজে মাজে আগতে নকৰা নহয়। পিছে আজিকালি আৰু নকৰো। আপুনি সেইখন ঘৰলৈ যাব নহয়!

মোৰ বিয়াৰ পিছত কাৰাগাৰৰ ভিতৰতেই হওক বা বাস্তাত লগ পাওঁতেই হওক, সি মোক 'নবৌ' বুলি মাতিবলৈ ধৰিলে। অৱশ্যে এইটো কথা ঠিক, সি তাৰ কথা ৰাখিছিল। ওচৰে-পাজৰে চুৰি-চামাৰী কৰিলেও আমাৰ ঘৰত কিন্তু সি চুৰ কৰা নাছিল।

মনোবা চোৰৰ মানুহৰ ঘৰত চুৰ কৰা কীৰ্তি-কাহিনীও বৰ আমোদজনক। আমাৰ ঘৰৰ ওচৰৰে অমৃত ফুকনৰ ঘৰত এদিন সি চুৰ কৰিবলৈ গ'ল। বেৰ বগাই ভেন্টিলেটৰেদি ভিতৰ সোমাব খোজোতেই শব্দ শুনি অমৃত ফুকনে 'কোন ঔ সেইটো' বুলি তাৰ মুখলৈকে টৰ্চ মাৰি দিলে। সি ভেন্টিলেটৰৰ পৰাই মাত লগালে—

ঃ মই হে ককাইদেউ!— মনোবা!

— বুলি তাৰ পৰা নামি দৌৰি পলাই ফাট মাৰিলে।

## 'জনপ্ৰিয়' মনোৰা চোৰ

আকৌ এবাৰ আমাৰ ঘৰৰ আগেদি পুৱতি নিশা চাৰিটা মান বজাত কুঁৱলি ফালি মনোৱাই কৰবাৰ পৰা টিনপাত দুখন লৈ ৰাস্তাইদি আহি আছিল। আমাৰ কাষতে থকা বৰ শহৰৰ ডাঙৰ ল'ৰা যাদৱ দাদাই বাহিৰলৈ উঠোতে তাক দেখি মাত লগালে—

ঃ সেইটো কোন? মূৰত কি আনিছ?

ঃ মইহে। মনোৱা। দুখন টিনপাত। আপোনালোকৰ ঘৰৰ নহয়।

— বুলি কৈ কোবাকুবিকৈ গ'লগৈ।

আৰু এঘৰ মানুহৰ ঘৰত মনোৱাই চুৰ নকৰিছিল। মানুহ ঘৰ আমাৰ ঘৰৰ ওচৰেৰে। তেখেতসকলৰ ঘৰত বাৰ্ষিক কালীপূজা পাতে। এদিন ৰাতিপুৱা মনোৱাই হাতযোৰ কৰি গৃহস্থক ক'লে— কালি ৰাতি সি তেখেতসকলৰ ঘৰত চুৰ কৰিবলৈ আহিছিল। কিন্তু ঘৰৰ চাৰিওফালে চাৰিজনা কালীগোসাঁনীয়ে জিভা মেলি আগচি ধৰিলে। ভয়তে সি ভিৰাই দৌৰ মাৰিলে। ভৱিষ্যতলৈ আৰু সি তেখেতসকলৰ ঘৰত চুৰ নকৰো বুলি প্ৰতিজ্ঞা কৰিলে।

এদিন ওচৰেৰে যদু ঠিকাদাৰৰ ঘৰত চুৰি হ'ল। আ-আলঙ্কাৰ, ৰেডিঅ', টকা-পইচাসহ সেই সময়ৰ মূল্যৰ প্ৰায় ত্ৰিশ হেজাৰমান টকাৰ সম্পত্তি চুৰ কৰি নিলে।

ঠিকাদাৰৰ ঘৰৰ মানুহে মনোৱাই এই কাম কৰিছে বুলি ন-দি ক'লে আৰু ঠিকাদাৰৰ ঘৰৰ বনুৱাবিলাকক মনোৱাৰ ঘৰলৈ পঠিয়াই দিলে। বনুৱাবিলাকে মনোৱাক ঘৰৰ ভিতৰত শুই থকাৰ পৰা চোতাললৈ উলিয়াই আনি ভালকৈ উত্তম-মাধ্যম সোধালে। কিন্তু ঠিকাদাৰৰ ঘৰৰ আ-অলঙ্কাৰ বা ফুটাকড়ি এটাও নেপালে।

মনোৱাই ইমানেই মাৰ খালে যে ধাতুটো তাৰ কথমপিহে ৰক্ষা পৰিল। হাত ভৰি ভাগি চিৰ জীৱনলৈ ঘূণীয়া হ'ল।

ওচৰতে থকা দুই এজনে সহিব নোৱাৰি মনোৱাক চিভিল হস্পিতালত ভৰ্ত্তি কৰাই দিলে।

মনোৱা চোৰ আছিল যদিও কিয় জানো ক'ব নোৱাৰো, তাক [illegible] নপোৱা মানুহৰ অভাৱ নাছিল। মানুহবোৰৰ কিছুমানে ঠিকাদাৰৰ ঘৰৰ চুৰি [illegible] নাটো বিশ্বাস কৰিবলৈ টান পালে। কাৰণ মনোৱাই ইমান ডাঙৰ চুৰি কৰ[illegible] কানোৱেই দেখা বা শুনা নাই। মানুহৰ ঘৰৰ পৰা লোটা-ঘটি চোৰ বুলিয়েই মনোৱা প্ৰখ্যাত।

মনোৱাৰ ঘটনাটো শুনি ময়ো নভবাকৈ নাথাকিলো। ইমান এটা ডাঙৰ চুৰি সি কৰিব বুলি মোৰো মনে নধৰে। হাত-ভৰি ভাঙি মনোৱাক চিকিৎসালয়ত

পেলাই থোৱাত মোৰ অন্তৰৰ কোনোবাখিনিত বেথা অনুভৱ কৰিলো।

মই মোৰ শহৰৰ ঘৰৰ পৰা কাৰাগাৰলৈ অহাযোৱা কৰোতে চিভিল হস্পিতালখন বাগুতে পৰে। ক'ব নোৱাৰাকৈয়ে এদিন কাৰাগাৰৰ পৰা আহোঁতে চিভিল হস্পিতালত মনোবাৰ ওচৰত উপস্থিত হ'লো।

দেখিলো— জেনেৰেল বাৰ্ডৰ এচুকত এখন বিছনাত মনোবাই ভৰিয়ে হাতে বগা বেণ্ডেজ পিন্ধি বিছনাখনত চিৎভোলোঙা খাই পৰি আছে।

মনোবাৰ ঘৈণীয়েক ভেলেণ্ডীকো এসময়ত সি পলুৱাই আনিছিল। মই আগতে দেখা নাছিলো, যদিও মনোবাৰ মুৰ-শিতানত বহি ইটো-সিটো কৰি থকা দেখি ঘৈণীয়েক বুলি ধৰিব পাৰিলো। মই গৈ থিয় হ'লত মইনো কোন একো বুজিব নোৱাৰি তাই ভেবা লাগি চাই ৰ'ল।

মনোবাই অতি কষ্টেৰে চকু মেলি মোলৈ চালে আৰু কিবা এটা উৎসাহ পাই মোক সেহাই সেহাই ক'লে—

ঃ মোক সিহঁতে এইবাৰ মিছাকৈয়ে চোৰ ধৰি এই অৱস্থা কৰিলে। মই চুৰ কৰা নাছিলো বাইদেউ। আপুনি কিবা এটা বিচাৰ কৰি দিয়ক।

ভেলেণ্ডীয়ে চকুপানী টুকি ক'লে—

ঃ হ'য়, মোৰে শপত বাইদেউ। মানুহটোক এনেয়ে মাৰধৰখন কৰিলে। সি সেইদিনা জ্বৰত উঠিব নোৱাৰি দিনে ৰাতিয়ে বিছনাতে পৰি আছিল। এতিয়া মই কি কৰো? হাতত ফুটাকড়ি এটাও নাই।

মনোবাই ক'লে—

ঃ চকচোন বাইদেউ, বিহুটো আহিল, এই মাহটোত পেঁপাবজাই মই দুটা পইচা কামানি কৰাৰ দিন। কিন্তু মই, বিছনাত চট্‌ফটাই পৰি থাকিব লগা হ'ল।

মনোবাৰ জনপ্ৰিয়তাৰ এটা বিশেষ দিশ আছিল— সি চাৰিটা ম'হৰ শিঙৰ পেঁপা একেলগে বজাই চাৰিবিধ সুৰ উলিয়াব পাৰিছিল।

বিহুৰ আগলি বতৰা দি মনোবাই যেতিয়া চৰলা পথাৰত ৰাতি কাৰোবাৰ ম'হৰ পিঠিত উঠি চাৰি শিঙীয়া পেঁপা বজায়, মানুহে তেতিয়াই ৰঙালী বিহুৰ আগজাননী পায়। মানুহে কয়— মনোবাই পেঁপা বজালে যেতিয়া বিহুটো পালেহিয়েই। সেই সময়ত যোৰহাটত চাৰিশিঙীয়া ম'হৰ শিঙৰ পেঁপা বজোৱা মনোবাৰ সমকক্ষ কোনো নাছিল।

ঘৰে ঘৰে হঁচৰি গাই ফুৰা দলবোৰে মনোবাক নিজৰ দলত লবৰ কাৰণে হেতা-ওপৰা লগাইছিল। যি দলত মনোবা থাকিব সেই দলৰ হুঁচৰি চাবলৈ জীয়ৰী-বোৱাৰী, ল'ৰা-বুঢ়া সকলোৱেই উদ্‌গ্ৰীৱ, হৈ পৰিছিল আৰু নিজ নিজ

ঘৰৰলৈ সেই যোৰা হাঁচৰি নিমন্ত্ৰণ কৰি নিছিল।

মনোবাই চাৰি শিঙীয়া পেঁপা বজাই আনন্দ দিয়াৰ উপৰিও গৃহস্থক আশীৰ্বাদ দিছিল— 'অ' হৰি, অ, ৰাম— গৃহস্থ কুশলে থক্— হৰগৌৰী বসতি হক্ আৰু ধনে-ধানে উপচি পৰক' ইত্যাদি। তাৰ আশীৰ্বাদ দিয়াৰ ধৰণ-কৰণত নহঁহা মানুহেও হাঁহিবলৈ বাধ্য হয়।

মনোবাৰ এটা বিশেষত্ব আছিল— ৰঙালী বিহুৰ মাহটোত সি চুৰি নকৰিছিল। এই কথা সি নিজেই কয়।

ভেলেঙীক মই সান্ত্বনা দি টকাকেইটামান হাতত গুজি দি ওলাই আহিলো। মনোবাৰ অৱস্থাটো দেখি মোৰ চকু চলচলীয়া হ'ল।

ইয়াৰ পিছত মনোবাৰ খা-খবৰ মই বহুত দিন পোৱা নাই। কাৰাগাৰৰ ভিতৰতে হওক বা বাহিৰতে হওক, মানুহৰ মুখত উফৰি ফুৰা মনোবা চোৰৰ নামটো যেন নাইকিয়া হ'ল।

এদিন মানুহে কোৱামেলা কৰা শুনিবলৈ পালো চুবুৰিৰ ইঘৰ সিঘৰত লোটা-ঘটি-বাতি আকৌ চুৰি হ'বলৈ ধৰিছে। বহুতে কয়, এয়া চুৰি মনোবাই কৰা নাই। কোনোবা এজনী তিৰোতাইহে কৰে।

এদিন পুৱতি নিশা এঘৰৰ বাৰীত লাউ-কোমোৰা চুৰি কৰিবলৈ যাওঁতে হেন্দালীৰ তলত গৃহস্থই হাটে-লোটে মানুহজনী ধৰা পেলায়। হৈ-হাল্লাত কাষৰ মানুহবোৰো গোট খালে। তাইক সকলোৱে তিৰস্কাৰ কৰি ক'লে—

ঃ তিৰোতা মানুহ হৈয়ো, তই মনোবাৰ দৰে চুৰি বৃত্তিহে ললি?

ভেলেঙীয়ে ফেট তুলি ক'লে—

ঃ নলৈনো আৰু কি কৰি খাম? মই মানুহৰ ঘৰত কাম বিচাৰি গ'লেও মনোবা চোৰৰ ঘৈণীয়েক বুলি কোনেও কাম এফেৰি কৰিবলৈ নিদিয়ে। সিদিনা ঠিকাদাৰৰ ঘৰৰ মানুহে মিছাকৈয়ে নবীয়া মানুহটোক মাৰধৰধন কৰি চিৰ জীৱনলৈ ঘুণীয়া কৰি শয্যাশায়ী কৰিলে। মই চুৰি নকৰিলে পেটৰ পোৱালিকেইটাৰ সৈতে এই নবীয়া মানুহটোৰ মুখত এটা খুদকণ পেলাম কেনেকৈ? □□

# খুনী কয়েদীৰ তপস্যা



যোৰহাট জিলা কাৰাগাৰত সহঃ কাৰাধ্যক্ষ হিচাপে চাকৰি কৰি থকাৰ মাজতে মই এবাৰ এম এ পৰীক্ষা দিবলৈ অনুমতি বিচাৰি তেতিয়াৰ ঘূটীয়া কাৰাগাৰ মহাপৰিদৰ্শক হৰি বৰকাকতিৰ ওচৰত আবেদন কৰিছিলো। তেখেতে লগে লগেই ছুটী অনুমোদন কৰি মোক পৰীক্ষা দিবলৈ অনুমতি দিছিল।

সেই মৰ্মে ডিব্ৰুগড় বিশ্ববিদ্যালয়ত পৰীক্ষা দিবলৈ গৈ মই কানৈ মহাবিদ্যালয়ৰ ছাত্ৰী নিবাসত আছিলোগে। সেই সময়ত কলেজ বন্ধ হোৱাৰ বাবে

ছাত্ৰী নিবাস খালী কৰি প্ৰায় সকলো ছাত্ৰীয়েই ঘৰলৈ গৈছিল। মোৰ কোঠাত পৰীক্ষা দিবলৈ অহা যি দুজনী ছোৱালী আছিল সিহঁত বৰ স্ফূৰ্তিবাজ। এজনী ডুমডুমাৰ মানখোৱা চাহবাগানৰ আৰু আন গৰাকী অসমীয়া চলচ্চিত্ৰাভিনেত্ৰী পুষ্পা দেৱী। দুয়োজনীয়ে সততে মোক কাৰাগাৰৰ বিচিত্ৰ কাহিনীবোৰ ক'বলৈ কুটুৰি থাকে।

অকল তেওঁলোকেই নহয়, আবেলি ফিল্ডলৈ ওলাই আহিলে অন্যান্য ছোৱালীয়েও কাৰাগাৰৰ কথা সোধে।

তেতিয়া মই লক্ষ্য কৰিছিলো অন্য এজনী ছোৱালীলৈ— যিজনী ছোৱালীয়ে ভয় আৰু সংকোচেৰে মোলৈ চাই যেন মোক কিবা ক'ব খুজিছে। কিন্তু মই যেতিয়া তাইলৈ চাওঁ, তাই অন্যমনস্কতাৰে আঁতৰি যায়।

এদিন মই নিচেই পুৱাতে গা-ধুই বাহিৰৰ বাৰাণ্ডাত তিতা কাপোৰ মেলি আছিলো। এনেতে মই লক্ষ্য কৰিলো ছোৱালীজনীয়ে বাৰাণ্ডা খনৰ সিটো মূৰৰ পৰা মোলৈ চাই আছে। মই আওকণীয়া ভাও ধৰি থাকিলো। কিছু সময়ৰ পিছত মই অনুভৱ কৰিলো তাই মোৰ ওচৰলৈ আহি আছে। ওচৰ চাপিলত মই ঘূৰি চাই সুধিলো—

ঃ কিবা ক'বা?

তাই অলপ সময়ৰ বাবে বিব্ৰত হ'ল। পিছত 'ও' বুলি শলাগিলে আৰু ক'লে—

ঃ বাইদেউ, আপুনি যোৰহাট জেলত চাকৰি কৰে বুলি জানিব পাৰি মই আপোনাক কথা এটা সুধিব খুজিছোঁ আৰু আপোনাৰ পৰা সহায়ো ল'ম বুলি ভাবিছোঁ।

ছোৱালীজনীৰ কথা কোৱাৰ ধৰণটো দেখি মোৰ তাইলৈ মৰম লাগিল। তাইৰ কৰুণ মুখখন দেখি মোৰ ভাব হ'ল তাই যেন জন্মৰ পৰাই দুখৰ বোজা কঢ়িয়াই আহিছে। অতি সাধাৰণ কানি-কাপোৰ পিন্ধা নিৰ্জু মৰম লগা ছোৱালীজনীক বিধবা যেন লাগিল।

মই তাইৰ হাতত ধৰি বাৰাণ্ডাৰ দীঘলীয়া চকীখনত বহিবলৈ লৈ আহিলো। সহানুভূতিৰে তাইৰ ফালে চাই ক'লো—

ঃ কোৱা, কি ক'ব খুজিছিলা।

তাই ক'লে—

ঃ বাইদেউ, মই আপোনাৰ লগত যোৰহাটলৈ যাব খুজিছোঁ।

ঃ যোৰহাটলৈ?

ঃ অৰ্থাৎ যোৰহাট জেললৈ। যোৰহাট জেলত মোৰ এজন আত্মীয় আছে বুলি ঘুনুক-ঘানাককৈ শুনিছো। আপোনাৰ সহায়ত যদি সেই কয়েদীজনক এবাৰ দেখা কৰিব পাৰো, তেন্তে মই আপোনাৰ প্ৰতি চিৰ-কৃতজ্ঞ হৈ থাকিম।

মই ছোৱালীজনীৰ নামটো সোধাত তাই 'সৰলা কল্পিতা' বুলি ক'লে। ঘৰ হাঁহচৰা চাহ-বাগানৰ ওচৰৰ এখন ভিতৰুৱা গাঁৱত। গাঁৱৰে এম. ভি. স্কুলখনত মাষ্টৰণীৰ চাকৰি কৰে। এটা সুযোগ উলিয়াই প্ৰাইভেটকৈ এম এ পৰীক্ষা দিবলৈ আহিছে, কিন্তু যোৰহাটলৈ যাবলৈ সাজু হৈ অহা নাছিল। মোক লগ পাইহে তাই এই সিদ্ধান্ত লৈছে। ঘৰলৈকো খবৰ এটা পঠিয়াব।

পৰীক্ষা শেষ হোৱাৰ পিছদিনাই মোৰ লগত তাইক যোৰহাটলৈ লৈ যাম বুলি ক'লো।

ডিব্ৰুগড়ৰ পৰা আহিবৰ দিনাখন সৰলা পুৱাতেই সাজু হৈ বয়-বস্তুৰে সৈতে মোৰ ওচৰ পালেহি। আমি দুয়োজনী বাছত উঠি যোৰহাট পালোহি।

ৰিক্সাৰে জেইল ৰোডেদি আহি থাকোতে তাই একো কথা নোকোৱা বিমৰ্ষ মনটো দেখি পাতলাবলৈ ৰাস্তাৰ দুয়োকাষৰ কিছু বৰ্ণনা দি আহিলো।

মোৰ আকৌ পেটে পেটে ভয়ো হৈছিল— গধূলি হ'বৰ হৈছে, সৰলা বা থাকে ক'ত? সুধিবলৈকো ভাল লগা নাই— নে মোৰ কোৱাৰ্টাৰতে থাকিম বুলি ভাবিছে? ভনী দুজনী লৈ মই অকলে থাকো। অচিনাকি মানুহ ৰাখিবলৈ ভয় হয়। তাতে কয়েদীৰ আত্মীয়, নিয়মৰ ফালৰ পৰাও মই কোনোপধ্যে তাইক ৰাখিব নোৱাৰো।

জেলৰ ওচৰ চাপিলত মই সুধিলো—

ঃ এতিয়াটো কয়েদীজনক দেখা কৰাৰ সময় নহয়, তুমি কি কৰিবা?

সৰলাই ক'লে—

ঃ নেফাবাৰীতে দীপক কেওঁট নামৰ মোৰ দূৰ-সম্পৰ্কীয় এঘৰ মানুহ আছে। মই ৰাতিটো তাতে কটাম বুলি ভাবিছোঁ। পুৱা ইয়ালৈ আহিম। আপুনি মাথোন নেফাবাৰীলৈ যোৱা ৰাস্তাটো দেখুৱাই দিব লাগে।

জেলৰ পৰা নেফাবাৰীলৈ একমাইলমান হ'ব। বৰভেটা পাৰ হৈয়েই নেফাবাৰী পায়। মই ৰিক্সাবালাটোক আৰু তাইক ভালকৈ বুজাই দিলো। সৰলা গ'লগৈ।

পিছদিনা মই চাকৰিত যোগদান কৰি পুৱাৰে পৰা বৰ ব্যস্ত হৈ পৰিলো। গোচৰ বিচাৰৰ কাৰণে কাছাৰীলৈ পঠিয়াবলৈ বিচাৰাধীন বন্দী বিলাকৰ সেই দিনাৰ তাৰিখ বিলাক পৰীক্ষা কৰি আছো। কাৰত মোক সহায় কৰি দিয়া সিপাহীৰ

দৰে কয়েদীজন, আচামী বিলাকক কাছাৰীলৈ নিয়া চিপাহীজন— আদিয়ে মোক সহায় কৰি আছে। বাহিৰত কয়েদী, আচামীসকলক অনা নিয়া কৰা নীলাৰঙৰ ভানখন, চিপাহী, কাৰাগাৰৰ প্ৰহৰীসকলৰ সৈতে কাৰ্যালয়ৰ ভিতৰে বাহিৰে এটা হুলস্থুলীয়া পৰিবেশৰ মাজত মই সোমাই আছো।

তেনেতে মোক খবৰ দিলে কোনোবাই মাতিছে। মূল দুৱাৰৰ ওচৰলৈ গৈ দেখো সৰলা বৈ আছে।

তাইক বৰ চঞ্চল আৰু উৎকণ্ঠিত যেন লাগিল। মই ক'লো—

ঃ সৰলা, তুমি কিছু সময়ৰ পিছত আহিব নোৱাৰানে? মই কাছাৰীলৈ আচামী খিনি পঠিয়াই লওঁ। এনে হুলস্থুলীয়া পৰিবেশত তোমাৰ লগত কয়েদীজনৰ দেখা সাক্ষাত কৰাত অসুবিধা হ'ব আৰু নিয়মো নহ'য়।

ঃ হ'ব বাইদেউ, মই পাছত আহিম।

ঃ ৰাস্তাৰ কাষত সৌ জিৰণি ঘৰটোতে বহি এখন দৰখাস্তও লেখি আনিবা।

এঘণ্টামানৰ পিছত সৰলা আহিল। সেইখিনি সময়ত অৱশ্যে মযো আজৰি হৈছিলো। তাই মোৰ বন্ধু বুলি গম পালত মোৰ ছিনিয়ৰ কেইজনে সৰলাক কাৰ্যালয়ৰ ভিতৰলৈকে আহিবলৈ ক'লে।

মই লক্ষ্য কৰিছিলো— সেইদিনা বতৰটো ঠাণ্ডা আছিল যদিও তাই উত্তেজনাত ঘামি উঠিছিল।

দৰখাস্তখনত চকু ফুৰালো। তাই দেখা কৰিব খোজা কয়েদীজনৰ নাম প্ৰহ্লাদ হালৈ। মই সেই নামৰ কযেদীজনক ভিতৰৰ পৰা লৈ আনিবলৈ পিয়নজনক আৰু প্ৰহৰী এজনক ক'লো।

কিছু সময়ৰ পিছত তেওঁলোক ঘূৰি আহি ক'লেহি যে তেনে নামৰ কোনো কয়েদী বৰ্তমান কাৰাগাৰৰ ভিতৰত নাই। আমি চিন্তা কৰিলো হয়তো কয়েদীজনৰ খালাচ হৈছে নতুবা অন্য কাৰাগাৰলৈ স্থানান্তৰিত হৈছে।

কথাটো শুনি সৰলা একেবাৰে হতাশাত ভাগি পৰিল। আমাৰো বেয়া লাগিল। প্ৰহ্লাদৰ লগত তাইৰ শেষ দেখা কেতিয়া হৈছিল সুধিলো। তাই ক'লে যে ছয়-সাত বছৰ মানৰ আগতে হত্যাকাণ্ডৰ গোচৰত তাৰ কাৰাদণ্ড হৈছিল। সেই সময়ত তাক ডিব্ৰুগড জেলত ৰখা হৈছিল। পিছত তাই ঘুনুক-ঘানাককৈ শুনিছিল— ডিব্ৰুগড় জেলত দুবছৰমান ৰখাৰ পিছত যোৰহাট জেললৈ প্ৰহ্লাদক পঠিওৱা হৈছিল। ইমানখিনি কথাই তাই জানে। তাৰ পিছত তাই একো খবৰ নাপায়। ইয়াৰ মাজতে অৱশ্যে এবাৰ তাৰ মাক ঢুকাওঁতে দুজন চিপাহীৰ সৈতে অলপ সময়ৰ কাৰণে ঘৰলৈ গৈছিল। কিন্তু তাই লগ পোৱা নাছিল।

নথি-পত্ৰ চোৱা হ'ল। আমাৰ অনুমানেই সত্য হ'ল। কাৰণ প্ৰহ্লাদ নামৰ কয়েদী এজন কাৰাগাৰত থকা যেন লাগিছিল। আছিল ঠিকেই; কিন্তু বহুত দিনৰ আগতে তাক মুকলি কাৰাগাৰলৈ স্থানান্তৰিত কৰা হৈছিল।

অসমৰ ভিতৰত এখনেই মুকলি কাৰাগাৰ আছে। মুকলি মানে একেবাৰে মুকলি পৰিবেশত কয়েদী কিছুমানক ৰখা হ'য়। তাত সচৰাচৰ কাৰাগাৰৰ দৰে ওখ চাৰি বেৰ নাই। পকাৰ ওচৰা-ওচৰিকৈ কেইটিমান ঘৰ। চাৰিওফালে খেতি পথাৰ। কুঁহিয়াৰ, মৰাপাট, ধানখেতি, ফলমূল, চিত্ৰনলা, বতৰৰ শাক-পাচলি আদি নানান তৰহৰ খেতিবাতি কয়েদীসকলে কৰে। ঘৰৰ সন্মুখত ধুনীয়া ফুলনিবাৰী। গুৰ পেৰে, বাঁহ-বেতৰ কাম কৰে লগতে অন্যান্য সৰু সুৰা শিল্প বিভাগো আছে।

সেইখন কাৰাগাৰত প্ৰহৰী আৰু বিষয়াসকলো নথকা নহয়। কিন্তু কয়েদীসকলৰ ওপৰত অনবৰতে চকু নাৰাখে। তেওঁলোকে মুকলিমূৰীয়াকৈ ঘূৰি ফুৰে, দোকান-বজাৰ কৰে আৰু ৰাস্তাৰ কাষত বহি শাক পাচলি, ফলমূল বিক্ৰী কৰে।

এই মুকলি কাৰাগাৰখন যোৰহাট কাৰাগাৰৰ ওচৰতে। অসমৰ আটাইকেইখন কাৰাগাৰৰ পৰা হত্যাকাণ্ড গোচৰত যাবজ্জীৱন কাৰাবাস খটা বছা বছা কয়েদী কিছুমানক আনি এই কাৰাগাৰত থোৱা হয়।

প্ৰহ্লাদো বৰ্তমান এই কাৰাগাৰতে আছে।

কয়েদী শাখাৰ বিষয়াজনে ক'লে— প্ৰহ্লাদে বাঁহ-বেতৰ কাম খুব ভালকৈ জানে। তাৰ হাতখন খুব ভাল। কাৰাগাৰৰ ভিতৰত সি সজা প্লেইনচিটৰ ড্ৰাম, বাল্টিং, মগ আদি এতিয়াও ব্যৱহাৰ কৰি আছে আৰু বাঁহ-বেতৰ সজা সৰঞ্জামবোৰ জেলৰ পৰা বিক্ৰী হৈ আছে।

তেতিয়াহে মোৰ মনত পৰিল— প্ৰহ্লাদৰ হতুৱাই মোৰ বহা কোঠাত সজাই থবলৈ সৰু সৰুকৈ ডলা, কুলা-চালনী, খোকা চেপা-খালৈ আদি মযো সজাই আনিছিলো।

প্ৰহ্লাদৰ সজ স্বভাৱ আৰু বিশেষ গুণৰ কাৰণে মুকলি কাৰাগাৰলৈ পঠিওৱা হৈছিল।

মই প্ৰহৰী এজনৰ লগত সৰলাক তালৈ পঠিয়াই দিলো। তাই যেন হেৰোৱা স্বৰ্গীয় বস্তু এটাহে বিচাৰি পালে!

তাই দৌৰা-দৌৰিকৈ প্ৰহৰীজনৰ লগত মুকলি কাৰাগাৰলৈ গ'লগৈ।

পিছদিনা বন্ধ থকাত মই অলপ পলমকৈ শুই উঠিছিলো।

বাহিৰলৈ আহি দেখো সৰলা বৈ আছে। মই তাইক দেখি আচৰিত হ'লো।

এয়া কি...?

বিধবা বুলি ভবা সৰলাৰ উকা কপালত দগমগীয়া এচমকা সেন্দুৰৰ ফোঁট আৰু শিৰত এলেপা সেন্দুৰ।

গালে-মুখে সেন্দুৰৰ আভা লাগি তাইৰ মলিন মুখত উজ্জ্বলতা চৰিছে। মোৰ ওচৰত আগতে প্ৰকাশ পোৱা তাইৰ সংকোচ ভাব দূৰ কৰি পৰম তৃপ্তিৰে মোৰ ভৰি চুবলৈ আগবাঢ়িল। আনন্দতে তাই হুকহুকাই কান্দি দিলে।

মই হতবাক্—!

কিছু সময়ৰ পিছত সংযমী হৈ তাই ক'লে—

ঃ মোৰ বিয়া হ'ল বাইদেউ! আপুনি মোক নতুন জীৱন দিলে।

মই থৰ লাগি তাইলৈ চালো। হঠাৎ সৰলাৰ এই আকস্মিক পৰিবৰ্তন? তাইক শান্ত কৰাই বহিবলৈ দিলো।

আচল ৰহস্যৰ কথাবোৰ তাই লাহে লাহে কৈ গ'ল আৰু মই অবাক হৈ শুনি গ'লো।

প্ৰহ্লাদ তাইৰ গাঁওখনৰে সৎ চৰিত্ৰবান এজন কৰ্মী যুৱক আছিল।

সৰলাহঁতৰ ঘৰখনৰ সৈতে প্ৰহ্লাদৰ বিশেষ ভাৱে ভাল আছিল। কাৰণ আপোন বুলিবলৈ তাৰ বুঢ়ীমাক আৰু অন্য এখন গাঁৱলৈ বিয়া দিয়া এজনী বায়েকৰ বাহিৰে কোনোৱেই নাছিল। গাঁৱৰ দুই-এক মানুহে অৱশ্যে ভাবিছিল সি হেনো সৰলাক ভাল পাইহে তাহাঁতৰ ঘৰখনৰ লগত বন্ধুত্ব কৰিছিল। কিন্তু তাইৰ হ'লে তেনে ভাব নাছিল।

অৱশ্যে সি যে তাইক ভাল পায়— তাৰ নিদৰ্শনো নোপোৱা নহয়।

সেই সময়ত সৰলাই প্ৰবেশিকা পৰীক্ষা দিবলৈ সাজু হৈছিল। হঠাৎ অন্য এখন গাঁৱত থকা পেহাকে তাইৰ বিয়া ঠিক কৰি পেলালে— ধনে-ধানে চহকী এজন ডেকাৰ লগত।

প্ৰথম অৱস্থাত বিয়াখনৰ যা-যোগাৰত প্ৰহ্লাদে সৰলাহঁতক নানা প্ৰকাৰে সহায় কৰি দিছিল।

কিন্তু বিয়াৰ কেইদিনমানৰ আগতে সৰলাহঁত হতভম্ব হ'ল, কাৰণ ভাবিব নোৱাৰা ঘটনা এটা ঘটি গ'ল।

প্ৰহ্লাদে সৰলাৰ ভাবী স্বামীক গাঁৱৰে তিনি আলিৰ চকটোত থকা ভকতৰ দোকানৰ সন্মুখত তাৰ একমাত্ৰ সাৰথি দাখনেৰে ঘপিয়াই হত্যা কৰে।

গাঁৱৰ সকলোৰে প্ৰিয় প্ৰহ্লাদে তাইক পাবৰ কাৰণে হত্যা কৰিলে বুলি বুবু-বাবা ওলাল। তাক গৰিহণাও দিলে। সৰলাৰো প্ৰহ্লাদৰ প্ৰতি ঘৃণা উপজিল।

তাৰ পিছত কি হ'ল তাই কথাবোৰ মনত নাৰাখিলে আৰু পঢ়াশুনাত মন দিলে।

কিন্তু হঠাৎ এদিন আচল ৰহস্য উদঘাটন কৰিবলৈ পাই সৰলা শোকত ভাগি পৰিল। জীৱনত তাই কোনোদিন বিয়া নোসোমাওঁ বুলি ঠিক কৰিলে। আচলতে প্ৰহ্লাদে তাইক পাবৰ কাৰণে মানুহটোক হত্যা কৰা নাছিল।

সৰলাইঁতৰ অজ্ঞাতে পেহাকজনে হেনো তাইৰ লগত বিয়া ঠিক কৰা মানুহজনৰপৰা টকা পইচা লৈহে তাক লম্পট বুলি জানিও বিয়াখন ঠিক কৰিছিল। ইতিমধ্যে সি কেইবাজনী ছোৱালীৰ জীৱন ধ্বংস কৰিছিল। তাৰে এজনী প্ৰহ্লাদৰ বায়েকৰ ছোৱালীও আছিল।

প্ৰহ্লাদে এই কথা গম পাই সৰলাক বিয়া নকৰাবলৈ কু-চৰিত্ৰৰ ডেকাজনক সকীয়াইছিল, কিন্তু সি কোনো পথ্যে নমনাত হত্যা কৰিবলৈ বাধ্য হৈছিল।

কিয় জানো ক'ব নোৱাৰো, সৰলাই এই কথা জনাৰ পিছত তাইৰ মন প্ৰহ্লাদৰ প্ৰতি প্ৰেম আৰু চেনেহেৰে ভৰি পৰিল। অনুশোচনাও হ'ল। তাইক ৰক্ষা কৰিবৰ কাৰণেই কোনেও নজনাকৈ সি সেই কামটো কৰিলে।

—কালি সৰলাই প্ৰথমে প্ৰহ্লাদক দেখা পাওঁতে দুয়োটাই বহুত সময়লৈ মূক হৈ থাকিল। তাৰ পিছত তাই আৰু ৰ'ব নোৱাৰিলে। জুম পতা সকলো কয়েদীৰ সন্মুখতে, তাই হিয়া আজুৰি কান্দিলে। প্ৰহ্লাদক সকলো বিৱৰি ক'লে, কেনেকৈ তাই তাক ভুল বুজিছিল। তাৰ বাবে ক্ষমাও খুজিলে। সি কিন্তু নিৰ্বাক হৈ থাকিল।

আজি পুৱাতেই জেলৰ ওচৰৰে দোকান এখনৰ পৰা তাই সেন্দুৰ এপুৰিয়া কিনি লৈ গৈছিল আৰু তাৰ সোঁহাতৰ আঙুলি এটা টেপামাৰি ধৰি সেন্দুৰ লগাই, নিজৰ কপাল আৰু শিৰত সেন্দুৰ পিন্ধি ল'লে। পিছত তাৰ ভৰি দুখনত সাৱটি ধৰি চকু পানী টুকিলে।

এইবাৰ প্ৰহ্লাদো ভাগি পৰিল। দুয়ো হাতেৰে সৰলাক তুলি ধৰি তাইৰ চকুপানী মচি দিলে।

ইয়াৰ সাক্ষী হ'ল মুকলি কাৰাগাৰৰ কয়েদীসকল আৰু কেইজনমান প্ৰহৰী।

সৰলা গ'লগৈ।

মই অভিভূত হৈ ৰ'লো।

ইমান দিনে নীৰৱে তপস্যা কৰি থকা সুন্দৰ হৃদয়ৰ সৰলাক প্ৰহ্লাদে লাভ কৰিলে।

মনটো মোৰ আনন্দত ভৰি পৰিল। ☐☐

# হৰেনৰ বিদ্ৰোহ



কাৰাগাৰৰ ঘড়ীত এক বজাৰ ঘণ্টা পৰিল।

তাৰিখটো অৱশ্যে মনত নাই।

এদিন দুপৰীয়া চাৰে বাৰমান বজাত কাৰাগাৰৰ পৰা কোৱাৰ্টাৰলৈ আহি ভাত খাবলৈ বহিছোহে মাথোন, জেলত পগলা ঘণ্টা (Alarm-bell) বাজিবলৈ ধৰিলে। বহুত সময়।

আধা খোৱাকৈ বাহিৰলৈ আহি দেখো হুলস্থুল কাৰবাৰ। কাৰাগাৰৰ সন্মুখৰ পৰা সোঁহাতে থকা পুলিচ ৰিজাৰ্ভৰ পুলিচৰ ফৰ্চ এটা, বাওঁ হাতে থকা প্ৰহৰী সকলৰ ঘৰৰ পৰা তেওঁলোকে গেঞ্জী, লুঙি পিন্ধিও হাতে হাতে লাঠি একোডাল

লৈ দৌৰি আহিল। কাৰাগাৰৰ সকলো বিষয়া কৰ্মচাৰী জে'ললৈ কোবাকুবিকৈ গৈছে।

কাৰাধ্যক্ষ, অধীক্ষক ইতিমধ্যে কাৰাগাৰত। ময়ো লৰালৰিকৈ মুখ হাত ধুই কাৰাগাৰ পালোগৈ।

তিনিটা কয়েদী পলাইছে।

চাৰিওফালে পুলিচ প্ৰহৰীৰ দল ঢাপলি মেলিবলৈ ধৰিলে।

মুকলি কাৰাগাৰৰ খেতি-বাতি, ফুলগছৰ জোপোহা, কৃষি বিশ্ববিদ্যালয়ৰ আশে-পাশে, নেফাবাৰী, বৰভেটা, আনকি বৰভেটা হাইস্কুলখনৰ দুই এখন খিড়িকি খোলা আছিল— তাতো তন্ন তন্নকৈ চালে। ক'তো নাই। হুৱাদুৱা কাৰবাৰ।

প্ৰথমতে মই কাৰাগাৰত হৈ থকা মাহেকীয়া পগলা ঘণ্টা (False Alarm Period) বুলি ভাবিছিলো। পিছে নহয়। সেয়া অৱশ্যে দহ দিনমানৰ আগতেহে হৈ গৈছে। ৰয় নামৰ পুলিচৰ সহঃ পৰিদৰ্শক এজনে প্ৰশিক্ষণপ্ৰাপ্ত কুকুৰ আনি কাৰাগাৰত ঘূৰাই লৈ গৈছিল। পুলিচ চিপাহীক সতৰ্ক আৰু অভ্যাস কৰাবলৈ এনেকুৱা মিছা পগলা ঘণ্টা মাজে মাজে কাৰাগাৰত বজায়।

আচলতে কয়েদীহে পলাল।

মাজে মাজে কাৰাগাৰৰ পৰা কয়েদী আচামী পলাই যদিও আজি কিছু দিনৰ পৰা কি হৈছে জানো, কাৰাগাৰত কিবা নহয় কিবা এটা ঘটিয়েই আছে। ছুটী লৈ সেই কাৰণে ঘৰলৈকো যাব পৰা নাই। কেইদিনমানৰ আগতে এদিন ছুটীৰ বাবে আবেদন কৰিছিলোহে, তেনেতে খবৰ পালো মহেন্দ্ৰ হাজৰিকা নামৰ টি বি ৰোগী এজনে টি বি কক্ষৰ পায়খানাৰ দুৱাৰ বন্ধ কৰি বাতি চাৰে দহমান বজাত আত্মহত্যা কৰিলে। কাৰাগাৰৰ মহাপৰিদৰ্শকেও দুবাৰকৈ কাৰাগাৰ পৰিদৰ্শন কৰিবলৈ আহিল। গাণনিক আৰু বিত্ত বিভাগৰ বিষয়াও আহিল। মুঠতে জেলখানাত ব্যস্ততাৰ পৰিবেশ হৈয়েই আছে।

অধীক্ষক, কাৰাধ্যক্ষ গৰম।

আক-তাক সোধা পোছা কৰিছে, ধমকো দিছে। কাৰাগাৰৰ বাহিৰত ভাগে ভাগে কাম কৰা কয়েদী বিলাকক লেখি জুখি ভিতৰ সুমুৱাইছেহি, কেইবাবাৰো গণ্টি হৈছে,— নাই, হিচাপত তিনিজন কয়েদী নাই।

কিন্তু কথা হ'ল, তেওঁলোক কোনফালে কেনেকৈ পলাল?

খুব শকত ডাঙৰ পেটৰ মুখ্য প্ৰহৰীজনে পাগলৰ দৰে ইফাল সিফাল কৰিছে। প্ৰহৰী বিলাকৰ মুখ শুকাই গৈছে। কোন বৰ্খাস্ত হয় ঠিক নাই।

সেই সময়ত কাৰাগাৰৰ ভিতৰত ষাঠি জন কয়েদী থাকিব পৰা এটা ডাঙৰ ঘৰ সজা হৈছিল, লগতে পায়খানাৰো সুব্যৱস্থা কৰা হৈছিল। গড়কাপ্তানি বিভাগৰ কৰ্মৰত মানুহৰ লগত ওলাই গ'ল নেকি তাৰো হিচাপ ল'লে।

কাৰাগাৰৰ পৰা কয়েদী বিভিন্ন ধৰণেৰে পলাই যায়। মোৰ মনত পৰাৰ ভিতৰত হ'ল— ৬৮৬ নম্বৰৰ কয়েদী মদন মুৰা পুৱা ছয়-সাতটামান বজাত এক নম্বৰ পানী কঢ়িওৱা দলৰ পৰা কাৰাগাৰৰ বাহিৰত পলাইছিল। ১৮/১/৭০ তাৰিখে ১৬৯৯ নম্বৰৰ কয়েদী নবীন বৰা আবেলি তিনিমান বজাত কাৰাগাৰৰ বাহিৰত তিনি নং বাগিচাৰ পৰা পলাইছিল। ২৯৪৮ নম্বৰৰ কয়েদী হীৰেন সৰকাৰো সেই একেখন বাগিচাৰ পৰা পলাইছিল। অৱশ্যে তাৰে দুজনক পিছত ধৰা হৈছিল।

সি যি কি নহওঁক, ভাগে ভাগে চোৱাচিতা আৰু হিচাপ কৰাৰ পিছত গম পোৱা গ'ল যে অন্তৰ্ধান হোৱা বন্দী তিনিজনৰ এজন বিচাৰাধীন আচামী আৰু আন দুজন 'চাৰিশ বিশ' স্বভাৱৰ সাধাৰণ কয়েদী। চাৰি-পাঁচ বছৰমানৰ কাৰণে জেল খোৱা।

কিন্তু ভিতৰৰ পৰা পলাল কেনেকৈ?

মুখ্য দুৱাৰ-ৰখীয়া প্ৰহৰী জনে ডাঠি ক'লে যে দুৱাৰ কেইখনেদি ওলাই যোৱা নাই।

বেলেগ বেলেগ কক্ষৰ কয়েদীসকলৰ মাজত ভিন্ন ধৰণৰ গুণগুণনি।

ঠিক সন্ধিয়াৰ আগে আগে পৰিস্থিতি বেলেগ ফালে ধাৱিত হ'ল।

হঠাৎ এজন প্ৰহৰীৰ চকু পৰিল হেৰোৱা আচামী, কয়েদী কেইজনৰ ওপৰত। কাৰাগাৰৰ ভিতৰত মুকলি ঠাইবোৰৰ অ'ত-ত'ত দুই এজোপা ডাঙৰ ডাঙৰ গছ আছে। তাৰে এজোপা প্ৰকাণ্ড গছৰ ওপৰত কয়েদী দুজন আৰু আচামীজন কুচি-মুচি বহি আছে। আগতে গছ বিলাকলৈ লক্ষ্য কৰিছিল যদিও কাৰো চকুত পৰা নাছিল।

সকলোৰে মুখলৈ পানী আহিল।

কিন্তু সিহঁতক নমোৱা যায় কেনেকৈ?

সিহঁতক চিঞৰি চিঞৰি মতা হ'ল, ভয় দেখুওৱা হ'ল, লোভ দেখুওৱা হ'ল— নাই, সিহঁতে লৰচৰেই নকৰিলে।

অৱশেষত অগ্নি নিৰ্বাপক বাহিনীক মাতিবলৈ সিদ্ধান্ত লোৱা হ'ল। জৰুৰী কামত প্ৰায়কেইখন গাড়ীয়েই আস্থানৰ বাহিৰলৈ গৈছে বুলি আৰু দুখনমান বেয়া হৈ আছে বুলি জনালে। গতিকে পুৱাহে পঠাব বুলি ক'লে।

আন্ধাৰ হোৱাৰ লগে লগে সিহঁতক চকুৰে নমনা হ'ল। বহুত পাৱাৰৰ লাইট জ্বলাই সৰহ সংখ্যক প্ৰহৰীক ৰাতি ডিউটি কৰিবলৈ দিয়া হ'ল।

যোৰহাট জিলা কাৰাগাৰৰ ভিতৰখন ডাঙৰ। প্ৰথম শ্ৰেণীৰ কাৰাগাৰ। কাৰাগাৰৰ ভিতৰলৈ সোমোৱা প্ৰকাণ্ড দুৱাৰখন খুলিলেই কয়েদী আচামী থকা ঘৰবোৰ দেখা পোৱাৰ লগতে গছবোৰো দেখা পোৱা যায়। এই গছবিলাকে অৱশ্যে মাজে মাজে জটিল সমস্যাৰ সৃষ্টি নকৰা নহয়।

কোনোবা কয়েদীৰ মাজত কাজিয়া লাগিলে, জেল' খাটনিৰ ম্যাদ কমাবলৈ, খাদ্য বস্তু বেছিকৈ দিবলৈ, চাবোন চ'দা বঢ়াবলৈ, অন্য কাৰাগাৰলৈ স্থানান্তৰ কৰিবলৈ তেওঁলোকৰ ইচ্ছানুযায়ী কামত নিয়োগ কৰিবলৈ— ইত্যাদি বহুত কাৰণত আঁকোৰগোজ হৈ কেতিয়াবা ওখ গছৰ ডালত বহি থাকে।

ৰাতি আমাৰো টোপনি ভালকৈ নহ'ল। পুৱা ৭-৩০ মান বজাত অগ্নি নিৰ্বাপক গাড়ীৰ শব্দত কাৰাগাৰ পালেহি। ইতিমধ্যে কিন্তু ভয় খাই কয়েদী দুজন নামি আহিছিল। সিহঁতক মাৰপিট নকৰি আছুতীয়াকৈ ৰখা হ'ল। ৰাতিটো গছৰ ডালত চেপেটা লাগি থাকি সিহঁতৰ অৱস্থা শোচনীয় হৈছিল।

অগ্নি নিৰ্বাপক গাড়ীয়ে কাৰ্য সম্পন্ন কৰাৰ আগতে হাজোতীজনক বহুবাৰ যত্ন কৰি নমোৱাৰ চেষ্টা কৰা হ'ল। তথাপি সি কেৰেপকে নকৰিলে। শেষত অগ্নি নিৰ্বাপক গাড়ীয়ে পানী মাৰিলত বহু সময়ৰ পিছত সি সৰি পৰিল। আমি তাক মৰিল বুলিয়েই ভাবিছিলো। তলত ব্যৱস্থা ৰখা হৈছিল যদিও তাৰ হাত-ভৰি ভাগিল। লগে লগে তাক চিভিল হস্পিতালত নি ভৰ্ত্তি কৰা হ'ল।

হাজোতীজনৰ চিনাক্তকৰণো হ'ল। হৰেন। মই হাজোতী শাখাত থাকোতে কেইবাদিনো তাৰ বিচাৰৰ কাৰণে তাক আদালতলৈ পঠিয়াইছিলো। আবেলি তাৰ অভিৰক্ষা পত্ৰখনৰ চাৰি ভাজৰ ওপৰত বেলেগ এটা শুনানিৰ তাৰিখ দি পঠিয়াই দিয়ে। গোচৰত ভাৰতীয় দণ্ড বিধি আইনৰ কেইবাটাও ধাৰা লগাই থোৱা আছে।

সদায়ে আদালতলৈ যাবৰ সময়ত সি হাঁহি মাতি যায়—

ঃ বাইদেউ, আজি কিবা এটা চয়-নিচয় হ'ব আৰু। হ'য় জে'ল, নহয় খালাচ। কিন্তু মইতো কোনো অপৰাধেই কৰা নাই। গতিকে শাস্তি কেনেকৈ?

আবেলি সি আকৌ আদালতৰপৰা ঘূৰি আহি সেমেনা-সেমেনিকৈ ক'লা ম'লা মুখেৰে কাৰাগাৰত সোমায়হি মোক নমস্কাৰকৈ যায়।

হৰেনক এদিন মই তাৰ পৰিচয় সুধিছিলো। সামান্যকৈ সিও কৈছিল। বিয়া-বাৰু কৰাৰ বয়স হৈছে, কিন্তু দুৰৱস্থাৰ কাৰণে বিয়া কৰোৱাৰ কথা কোনেও ভবা নাই। ঘৰত ক্লাছ এইটত পঢ়া ভায়েক আৰু বেমাৰী মাক আছে।

সি অভাৱতে বি, এ পাছ কৰালৈকে কলেজত পঢ়িব নোৱাৰিলে। চাকৰি-বাকৰি নাই। ভায়েকক পঢ়ুৱাবলৈ, ঘৰখন চলাবলৈ আৰু মাকৰ বেমাৰ বাতিবলৈ সি দিনে-ৰাতিয়ে ঘৰুৱা শিক্ষকৰ কাম কৰে। সি ভাল নাম গাবও জানে। ওচৰে-পাজৰে নাম, বৰগীত, বনগীত আদি গাবলৈকো তাক নিমন্ত্ৰণ কৰি নিয়ে।

এদিন সি ভাওনা এখনৰ আখৰাৰ পৰা নিশা ঘৰলৈ ওভতোতে ৰাস্তাতে এটা মানুহ পৰি থকা দেখা পালে। ওচৰলৈ আহি দেখে যে তাৰ চিনাকি দামোদৰ। মানুহটো মদাহী আৰু দালালৰ দৰে। তাৰ শত্ৰু বহুতো।

এবাৰ হৰেনে দামোদৰৰ ওচৰত টকা ধাৰলৈ বিচাৰি তাৰ পৰা লাঞ্চিত হৈ তৰ্কাতৰ্কি হৈছিল। পিছত আৰু তাৰ লগত দেখাদেখি নাই।

হৰেনে দামোদৰৰ লাচটো হতবাক হৈ চাই থাকোতেই ওচৰত মানুহ জমা হ'ল আৰু সন্দেহবশতঃ হৰেনক লৈ আহিল হাজোতলৈ। অথচ প্ৰকৃত হত্যাকাৰী আপোন মনেৰে ঘূৰি ফুৰিছে।

গাঁৱৰ মাষ্টৰে জামিনৰ বাবে খাটিছিল যদিও লাভ নহ'ল। মাকৰ অৱস্থা বেয়ালৈ গৈছে। ভায়েকে হয়তো পঢ়া এৰিব। ভাল উকীল ধৰিবলৈকো টকা-পইচা, সা-সম্পত্তি একো নাই।

হৰেনৰ লগতে গছত উঠা আন কয়েদী দুজনৰ ডিমাণ্ড সামান্য। হৰেন গছত উঠা দেখিয়েই সিহঁত দুটা উঠিছিল। হৰেনৰ কিন্তু দাবী মই অনুমান কৰাটোৱেই। তাৰ স্থগিত হৈ থকা গোচৰ বিলাকৰ সোনকালে বিচাৰ কৰি দিব লাগে।

অসামৰিক চিকিৎসালয়ত হৰেনক পুলিচে পহৰা দি আছিল।

কাৰাগাৰৰ এজন প্ৰহৰী পঠিয়াই মই হৰেনৰ খবৰ লৈছিলো। লগতে জানিব পাৰিলো যে গছত উঠা ঘটনাটোৰ দুদিনমানৰ আগতে হৰেনক কাৰাগাৰত লগ ধৰিবলৈ ভায়েক আহিছিল। ভায়েকে মাকৰ অন্তিম সময় বুলি তাক জানিবলৈ দিছিল। মাকে হেনো হৰেনক চাবলৈ খুব বিচাৰিছে।

হৰেনে উপায়ন্তৰ হৈ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিবলৈ এনেকুৱা এটা কাম কৰিলে কাৰাগাৰৰ কৰ্মকৰ্তাসকলৰ পৰা অনুমতি লৈ মাকক ক্ষন্তেক চাই আহিব পাৰিব বুলি এনে সিদ্ধান্ত লৈছিল।

—ইতিমধ্যে মাক ঢুকাল।

মোৰ মনৰ মাজলৈ আহিল—

হৰেনৰ ঘটনাটোৱে যেন প্ৰচলিত আইন কানুনক জোকাৰি থৈ গ'ল। ☐☐

# হত্যাকাৰী শিল্পী দুজন



পুৰণা বন্ধুৱে কোঠা এটাত দ'ম বান্ধিছিল। এদিন ভাবিলো কোঠাটো খালী কৰি পেলাওঁ। ভালে থকা বস্তু কেইপদ ভালকৈ থওঁ।

ঃ এইখন কি কৰো বাইদেউ?

— এখন কেঁচুৰাক শুৱলৈ দিয়া সৰু পালেং। বেতৰ পালেংখন পুৰণি আৰু কিছু অংশ বেয়া হৈছে। মই কনকৰা ল'ৰাজনক পালেংখন পৰিষ্কাৰকৈ থবলৈ ক'লো। কাৰণ সেইখনে মোৰ প্ৰথম ল'ৰাটোৰ কেঁচুৱা কালৰ স্মৃতিয়েই নহয়, নিখুঁত ধুনীয়াকৈ সজা এজন কাটেকিয়ালৰ স্মৃতিও মনৰ মাজত ভুমুকি মাৰিলে।

সৰু পালেংখন দেখিবলৈ সঁচাকৈয়ে বৰ ধুনীয়া। এপাহ ফুলৰ আৰ্হিৰ।

যোৰহাট জিলা কাৰাগাৰৰ দীৰ্ঘম্যাদী কয়েদী এজনে সজা। মোৰ প্ৰথম কেঁচুৱাটো জন্ম হওঁতে সি নিজ হাতেৰে আৰু অন্য কয়েদীৰ সহযোগত সাজি দিছিল। আমি কাৰাগাৰৰ কাৰ্যালয়ৰ কাষতে থকা কয়েদীসকলে সজা বাঁহ- বেতৰ বস্তু বেচা দোকানখনৰ পৰা কিনি আনিছিলো।

যিমান মানুহে পালেংখন দেখিছিল, প্ৰত্যেকেই নোসোধাকৈ বা নশলগাকৈ থকা নাছিল।

ভাষা আন্দোলনৰ সময়। সান্ধ্য আইন, এশ চৌৰাল্লিশ ধাৰা হৈ আছে। কাৰাগাৰত মানুহেৰে ভৰি পৰিছে। আমি সকলো বৰ ব্যস্ত। সেইদিনা আছিল ছাব্বিছ অক্টোবৰ, ঊনৈছ শ বাসত্তৰ চন।

যোৰহাট আৰক্ষী চকীৰ পৰা সহঃ পৰিদৰ্শক হেমন্ত বৰ্মনে ফোন কৰিলে প্ৰায় তিনিশ মানুহ কাৰাগাৰলৈ পঠিয়াব। গতিকে কাৰাগাৰৰ ভিতৰত আৰু বাহিৰত ব্যস্ততাৰ পৰিৱেশ।

তেনেকুৱাতে যোৰহাট কাছাৰীৰ পৰা চিপাহী এজনে আৰক্ষীৰ কয়েদী আচামী অনা নিয়া কৰা ভানখনত দুজন নতুন আচামী কাৰাগাৰলৈ লৈ আহিল। সেইদিনাৰ বিচাৰত দুয়োজন ককায়েক-ভায়েকৰ হত্যাকাণ্ড কৰা গোচৰত যাবজ্জীৱন কাৰাদণ্ড হৈছিল।

কাৰাগাৰত হত্যাকাণ্ড গোচৰত থকা প্ৰায়বিলাক কয়েদীৰ স্বভাৱ-চৰিত্ৰ, আচাৰ ব্যৱহাৰ সাধাৰণতে ভাল দেখা যায়। কাৰণ সাময়িক খঙৰ ভমকত এই হত্যাকাণ্ড বিলাক সংঘটিত হয়।

হত্যাকাৰীসকল পাছলৈ অত্যন্ত অনুতপ্ত হোৱা দেখা যায়।

উক্ত ককায়েক-ভায়েক দুজনকো পিছলৈ যথেষ্ট অনুতাপ কৰা দেখা গৈছিল।

একেখন কাৰাগাৰতে দুয়োজন ককায়েক-ভায়েকক নাৰাখি কিছুদিনৰ পিছত ডাঙৰ জন অৰ্থাৎ প্ৰভাকৰক মহেন্দ্ৰ নগৰ মুকলি শিল্পৰ কাৰাগাৰত আৰু সৰুজনক অৰ্থাৎ দিবাকৰক যোৰহাট জিলা কাৰাগাৰত ৰখা হয়। দুয়োখন কাৰাগাৰেই ওচৰা-ওচৰি।

এই দুজন কাৰাবন্দীৰ ভাল গুণবিলাক দুয়োখন কাৰাগাৰৰ বিষয়া কৰ্মচাৰীসকলে সোনকালেই ধৰিব পাৰিছিল।

প্ৰভাকৰে মুকলি কাৰাগাৰত বিভিন্ন খেতি-বাতি কৰাৰ উপৰিও নাটক, ভাওনা, গীত-মাত আদি পৰিবেশন কৰাত বৰ ভাল আছিল।

যোৰহাট কাৰাগাৰ বা সংশোধনী মুকলি কাৰাগাৰৰ ওচৰত কৃষি বিশ্ববিদ্যালয়, বৰভেটা, নেফাবাৰী আদি অৱস্থিত। এই ঠাইবিলাকত বিভিন্ন সাংস্কৃতিক অনুষ্ঠান আদি সঘনাই হৈ থাকে। মুকলি কাৰাগাৰৰ পৰা কয়েদীসকলে এই অনুষ্ঠানবিলাকত বা বিহুৰ উৎসৱত যোগদান কৰিব পাৰে।

প্ৰভাকৰে এই সাংস্কৃতিক অনুষ্ঠান বিলাকত সদায়ে আগভাগ লৈছিল। বিশেষকৈ হুঁচৰি আৰু বিহুগীত, নাচ প্ৰতিযোগিতাত যি কোনো এটা হ'লেও সি পুৰস্কাৰ আনিছিল।

যোৰহাট কাৰাগাৰত সেই সময়ৰ ডাক্তৰ কুশল শইকীয়া মানুহজন সাহিত্যানুৰাগী আৰু সভা-সমিতি পাতি অংশ গ্ৰহণকৰা আগ্ৰহী লোক আছিল। ঊনৈছ শ তেসত্তৰ চনৰ একৈশ এপ্ৰিলৰ দিনাখন তেখেতে মুকলি কাৰাগাৰত কাৰাবন্দীসকলৰ সহযোগত দিনৰ ভাগত এখন বিচিত্ৰানুষ্ঠান পাতিছিল। প্ৰভাকৰে তাত দেহে-কেহে খাটিছিল আৰু যোগদানো কৰিছিল।

মইও কয়েদীসকলক অনুপ্ৰেৰণা যোগাবলৈ এটা কবিতা লেখি আবৃত্তি কৰিছিলো।

মুকলি কাৰাগাৰত কয়েদীসকলে লোৱা ডাঙৰ কবি বা ৰঙালাও একোটা বা গুড় পেৰিলে টেকেলি এটা প্ৰভাকৰহঁতে মোলৈ পঠিয়াই দিছিল। কেতিয়াবা আকৌ সৰু খৰাহী বা বাঁহ-বেতৰ বিচনী এখন দি পঠিয়াইছিল।

প্ৰভাকৰৰ ভায়েক দিবাকৰ অলপ গহীন বিধৰ। কিছুদিন কাৰাগাৰৰ ওচৰত থকা অধীক্ষকৰ ঘৰৰ সন্মুখৰ বাঁহ-বেতৰ কাম কৰা ঘৰটোত আন আন কয়েদীৰ লগত বিভিন্ন বস্তু সাজিছিল।

যোৰহাট কাৰাগাৰৰ কয়েদীসকলে সজা বাঁহ-বেতৰ বস্তুসমূহ বাহিৰৰ মানুহে খুব ভাল পাইছিল। বহুত দূৰ-দূৰণিৰ পৰাও দোকানখনৰ পৰা কিনিবলৈ মানুহ আহিছিল।

পিছলৈ দিবাকৰক কাৰ্যালয়ৰ পিয়ন, তাৰ পিছত কাৰাগাৰৰ বাহিৰৰ এক, দুই, তিনি নং শাক পাচলি আৰু অন্যান্য খেতিৰ বাগানবিলাক চাবলৈ দিয়া হয়।

কাৰাগাৰৰ বাগানবিলাকৰ শাক-পাচলি, ফলমূল বা ফুলৰ বাগান ভাল হয়। আমাৰ শাক-পাচলি কিনা মনতেই নপৰিছিল। তদুপৰি আত্মীয়-কুটুম্ব কোনোবা আহিলেও টোপোলা বান্ধি লগত দি পঠিওৱা হয়।

কাৰাগাৰৰ বিষয়াসকলৰ আবাসগৃহ বিলাকতো একোখনকৈ বাগান থাকে। দিবাকৰক খবৰ দিবলৈ প্ৰহৰী এজনৰ আগত ক'বহে লাগে, সি আহি সুন্দৰকৈ

বাগানত কাম কৰি থৈ যায়। আহোঁতে এমুঠি মচমচীয়া কেঁচা-জলকীয়া বা ধনীয়া শাক আদি হাতত আনিবই।

কাৰাগাৰৰ বাহিৰত কাম কৰিবলৈ কয়েদীসকলৰ চাৰি পাঁচজন (গেঙ)ৰ লগত একোজনকৈ প্ৰহৰী থাকে। কয়েদীসকলৰ কাৰাগাৰৰ পুখুৰীটোৰ পৰা পানী কঢ়িওৱা দল, কাঁহী-বাতি ধোৱা, পায়খানা চাফা কৰা, বাৰীত কাম কৰা আদি বিভিন্ন দল থাকে। সেই দলৰ পৰা কোনো কয়েদী পলালে তত্ত্বাৱধানত থকা সেইজন প্ৰহৰীক লগে লগে বৰ্খাস্ত কৰা হয়। বাগানত কাম কৰা আটাইকেইটি দলৰে অৰ্থাৎ কয়েদীসকলৰ দিবাকৰ 'মেট'।

কাৰাগাৰৰ ভিতৰত সৰু-সুৰা কিবা গণ্ডগোল লাগিলে দিবাকৰে মুখ্য প্ৰহৰী আৰু আন আন প্ৰহৰীৰ লগত সমস্যাটো সামাধান কৰিব পাৰে। কাৰ্যালয়তো 'ফাইল' সামৰি সুতৰি থোৱা, টেবুল-চকী চাফ-চিকুণ কৰা কামবোৰো কৰি দিয়ে।

মুঠৰ ওপৰত দিবাকৰ সকলোৰে প্ৰিয়। আনকি বিষয়া বিলাকৰ ঘৰৰ বাইদেউ বিলাকৰো দিবাকৰ বৰ বন্ধু।

কাৰাগাৰৰ ভিতৰৰ সৰু-সুৰা দুৰ্নীতি নথকা নহয়। ভিতৰৰ খাদ্যবস্তুৰপৰা চান কাটি বহুতো বস্তু— বিশেষকৈ মিঠাতেল, চাবোন, চ'দা আদি প্ৰহৰীসকলৰ অজ্ঞাতে বাহিৰলৈ ওলোৱা কয়েদীৰ দল বিলাকৰ জৰিয়তে বাহিৰত বিক্ৰী হয়। ইয়াৰ উপৰিও কম্বল আদিও বিক্ৰী হয়। দিবাকৰে এইবোৰ চুৰি কাৰ্যৰ কথা গম পালে কাৰ্যালয়ত আগতীয়াকৈ জনাই দিয়ে।

পোন্ধৰ আগষ্ট বা ছাব্বিছ জানুৱাৰীত কয়েদীসকলৰ মাজত কাৰাগাৰৰ ভিতৰত গান-বাজনা নাটক আদি কৰা হয়। মহিলা কয়েদীসকলে ইয়াত অংশ গ্ৰহণ নকৰে যদিও তেওঁলোকক এই অনুষ্ঠান দেখুৱাবলৈ মহিলা কাৰাগাৰৰ পৰা উলিয়াই আনে।

আমি বিষয়াসকলেও চাওঁ। দিবাকৰে নিজে নাটক লেখি কয়েদীসকলৰ দ্বাৰা অভিনয় কৰোৱাই পৰিচালনা কৰে। কয়েদীসকলে বৰগীত, বনগীত, টোকাৰী গীত, লোকগীত আৰু বিহু নাচ আদিও পৰিবেশন কৰে।

গুৱাহাটী জিলা কাৰাগাৰৰ পৰা ঊনৈশ শ একসত্তৰৰ তেৰ ছেপ্টেম্বৰ তাৰিখে যোৰহাট কাৰাগাৰৰ কয়েদীসকলে ব্যৱহাৰ কৰিবৰ কাৰণে কিছুমান সংগীতৰ সৰঞ্জাম আৰু খেলা-ধূলা কৰা বস্তু পঠিয়াইছিল। সেই বস্তু বিলাকো বিশেষ অনুষ্ঠানত কয়েদীসকলক ব্যৱহাৰ কৰিবলৈ দিয়া হয়।

প্ৰভাকৰ আৰু দিবাকৰৰ দৰে কাৰাগাৰৰ ভিতৰত বহুতো ভাল কয়েদী

আছিল। অৱশ্যে দুৰ্দ্দান্ত স্বভাৱৰ কয়েদী নথকাও নহয়। কাৰণ কাৰাগাৰলৈ বিভিন্ন গোচৰৰ সংক্ৰান্তত অহা কযেদীসকলৰ স্বভাৱ চৰিত্ৰ বেলেগ ধৰণৰ।

মই যদিও পুৰুষৰ কক্ষবিলাকলৈ সঘনাই নগৈছিলো, তথাপি প্ৰায়বিলাক পুৰুষ কয়েদীৰ লগতে মোৰ সৌহাৰ্দ্য বা মৰম আছিল।

যোৰহাট কাৰাগাৰ প্ৰথম শ্ৰেণীৰ কাৰাগাৰ। গতিকে হাজাৰো ওপৰ কয়েদী-হাজোতী আছিল। কাৰাগাৰৰ ভিতৰত তেওঁলোকক তেতেলী টেঙা খুৱাই যৌন উত্তেজনা দমাই ৰখাৰ নিয়ম ব্ৰিটিচৰ দিনৰ পৰাই আছে।

মোৰ বিয়া হোৱাৰ পিছত কাৰাগাৰৰ আবাসগৃহ এৰি দিলো। পিছলৈ চাকৰি ইস্তফা দিয়াৰ পিছতো বিশেষকৈ প্ৰহৰী কেইজনমান আমাৰ ঘৰলৈ অহা-যোৱা কৰিছিল। শত্ৰুঘ্ন সিং নামৰ প্ৰহৰীজনে তেওঁলোকৰ প্ৰধান পৰ্ব ফাঁকুৱাত ডাঙৰ ডাঙৰ মালপোৱা বনাই কাৰাগাৰৰ অন্যান্য উৎপাদিত বস্তুৰ লগত মোলৈ লৈ গৈছিল। খালাচ হৈ ওলাই যোৱা কয়েদী কেইজনমানো মোৰ খা-খবৰ লবলৈ ঘৰ ওলাইছিলগৈ। মই কাৰাগাৰৰ পৰা গুচি অহাত দিবাকৰ, প্ৰভাকৰে খুব বেয়া পাইছিল। অন্যান্য কয়েদীৰ লগত সিহঁতে চকুপানী টোকা দেখি মোৰ বৰ বেয়া লাগিছিল। বহুত দিনলৈ প্ৰহৰীৰ হাতত সিহঁতে সজা বিভিন্ন বস্তু মোলৈ দি পঠিয়াইছিল।

কাৰাগাৰলৈ অহাৰ আগে আগে প্ৰভাকৰৰ মাটি-বাৰী সংক্ৰান্তত বৰ পিতাকৰ পৰিয়ালৰ ককাই-ভাইৰ লগত তৰ্কা-তৰ্কি হৈ মাৰপিট আৰম্ভ হয়। দুয়োটা পৰিয়ালৰ ভালেকেইজন জখম হয় যদিও, কেইদিনমানৰ পিছত ইটো পৰিয়ালৰ এজনৰ মৃত্যু হোৱাৰ ফলত দুয়ো ভাই-ককায়েক কাৰাগাৰলৈ আহিব লগা হয়। প্ৰভাকৰহঁতৰ ঘৰ যোৰহাটৰ পুলিবৰৰ ওচৰৰ এখন গাঁৱত আছিল।

ইমান পৰে মই তন্ময় হৈ দিবাকৰে সজা কেঁচুৱা শোৱা পালেংখন দেখি সিহঁত দুটাৰ কথাকেই ভাবি আছিলো। নিশ্চয় সিহঁতে কেতিয়াবাই কাৰাগাৰৰ পৰা মুক্তি পালে। এতিয়া দুয়োটাই ক'ত কেনেকৈ কি কৰি আছে মোৰ জনাৰ উপায় নাই।

প্ৰভাকৰ আৰু দিবাকৰৰ কথা ভাবি ভাবি মই কেতিয়াবা ইমানেই অভিভূত হৈ যাওঁ যে সিহঁতৰ হাততো যেন খুন হ'ব পাৰে বা সিহঁতি আচামী কয়েদী হৈ কাৰবাস খাটিব পাৰে সেইটো এটা ভাবিব নোৱাৰা সাঁথৰ যেন লাগে। সি যি কি নহওক, দুয়োৰে প্ৰতি আজিও মোৰ মন সজীব হৈ আছে। □□

# এটা চাঞ্চল্যকৰ হত্যাকাণ্ডৰ সূত্ৰ বিচাৰি

(১)



'সাগৰ সংগমত কতনা সাঁতুৰিলো,

তথাপিতো হোৱা নাই ক্লান্ত......

ভূপেনদাৰ গীতটি ইমান দৰদ লগাকৈ গাইছিল মুকুট নামৰ ডেকা কয়েদীজনে!

সমগ্ৰ জেলখানা কঁহি পৰি জীণ গৈছিল। সুৰৰ মূৰ্ছনা [illegible] [illegible] কাৰাগাৰৰ ভিতৰত বিয়পি পৰিছিল। শ্ৰোতা দৰ্শক সকলোৱেই আনন্দত বাঃ বাঃ দিছিল।

—মুকুটৰ বয়স আঠাইশ-ত্ৰিশ বছৰমান হ'ব। ল'ৰাটো দেখনিয়াৰ আছিল যদিও মই বিশেষভাৱে তাক কোনোদিনেই ভালকৈ চকু দিয়া নাছিলো। সি এটা সাধাৰণ কয়েদীৰ লগৰে বুলি ভাবিছিলো।

আমাৰ কাৰ্যালয়ৰ বহা কোঠাটো সি মাজে মাজে পৰিষ্কাৰ কৰিছিল। মোৰ লগৰ অন্যান্য বিষয়াসকলৰ টেবুল-চকী চাফা কৰোতে সদায় কিবা নহয় কিবা এটা খুঁত আছিল, আৰু ধমক দি তাৰ হতুৱাই চাফা কৰি লৈছিল।

মুকুটে খুব কম কথা কৈছিল। মই লক্ষ্য কৰিছিলো, সি মোৰ টেবুল-চকী সদায় ভালকৈ পৰিষ্কাৰ কৰিছিল। মই তাক এদিনো মাতি পোৱা নাছিলো আৰু সিও মোক কোনো দিনে মাতবোল কৰা নাছিল।

আজি কিন্তু তাৰ গান শুনি মোৰ তাৰ লগত মৰমেৰে দুআষাৰ কথা পাতিবলৈ মন গ'ল। গতিকে মই তাক মাতি আনি প্ৰশংসা কৰিলো। সি মোৰ প্ৰশংসা শুনি লাজকুৰীয়া হাঁহি মাৰি তললৈ মূৰ কৰিলে।

কেইদিনমানৰ আগতে যোৰহাট জিলা কাৰাগাৰলৈ কাৰাগাৰ বিভাগৰ মাননীয মন্ত্ৰী মহোদয় আহিছিল। কাৰ্যালয়ৰ কয়েদী মেটজনে কাৰাধ্যক্ষৰ কথামতে ভাল বছা বছা কযেদীসকলৰ 'টিকেট' (কয়েদীজনৰ থূলমূলকৈ বিৱৰণ থকা বহী বা কাগজ) বিলাক টেবুলত গোটাই থৈছিল। তাৰ আগতে অৱশ্যে কয়েদী কেইজনমানে জেইলাৰবাবুক মন্ত্ৰী মহোদয়ৰ দ্বাৰা ম্যাদ কমাবলৈ খাটনি ধৰিছিল। কাৰাগাৰৰ উচ্চপদস্থ বিশিষ্ট ব্যক্তিসকলে ইচ্ছা কৰিলে সজ আচৰণত থকা দীৰ্ঘম্যাদী কযেদীসকলৰ ম্যাদ দহ-পোন্ধৰ দিনমান কৈ ৰেহাই দিয়াৰ ব্যৱস্থা কাৰাগাৰত আছে। ইয়াৰ উপৰিও ছাব্বিছ জানুৱাৰী বা পোন্ধৰ আগষ্টত কিছুদিন ম্যাদ ৰেহাই দিয়া হয়।

গতিকে মন্ত্ৰী গৰাকীয়ে কাৰাধ্যক্ষৰ অনুৰোধ মতে সোধা-পোছা কৰি ভালেসংখ্যক কয়েদীৰ কিছুদিনৰ ম্যাদ কমাই দিলে। এই আনন্দতে কাৰাগাৰৰ ভিতৰত আজিৰ এই আনন্দ উৎসৱ, সাংস্কৃতিক অনুষ্ঠান। মুকুটৰো ভালেকেইদিন ম্যাদ কমিল।

পিছদিনা কাৰ্যালয়ত বহি থাকোতে কিয় জানো মুকুটৰ কথাকেই মনলৈ আহিবলৈ ধৰিলে। সি হেনো গান গোৱাৰ উপৰিও এজন ভাল ফুটবল খেলুৱৈ আছিল। এনে বহুমুখী প্ৰতিভা থকা সত্বেও সিনো কিহৰ কাৰণে হত্যাকাণ্ডৰ গোচৰত আচামী হ'ব লগা হ'ল?

মই কাৰাগাৰৰ গ্ৰন্থাগাৰলৈ গৈ অপৰাধ আৰু অপৰাধী কিতাপ এখন উলিয়াই ল'লো। কোনো লোকেই জন্মগতভাৱে অপৰাধী হৈ জন্মগ্ৰহণ নকৰে।

এটা চাঞ্চল্যকৰ হত্যাকাণ্ডৰ সূত্ৰ বিচাৰি

সামাজিক প্ৰতিবন্ধকতাৰ ফলস্বৰূপে বিভিন্ন অৱস্থাত পৰি মানুহে দোষণীয় কাম কৰিবলৈ বাধ্য হয়। ইয়াৰ ফলস্বৰূপেই পাছলৈ বহুসংখ্যক ব্যক্তিয়েই প্ৰকৃতিগত হৈ পৰে।

মানুহ মাত্ৰেই কুকৰ্মৰ পৰা আঁতৰি থাকিবলৈ বিচাৰে। লগতে স্বতঃস্ফূৰ্ত পাপ বুলি ভাবি লয়, যদিও এনেকুৱা পৰিস্থিতিৰ সন্মুখীন হয় যে তেওঁ সমাজৰ প্ৰতিকূলৰ বিপৰীতে অপৰাধজনিত কৰাল গ্ৰাসত সোমাই পৰে আৰু পংকিলতাৰ পৰা ওলাই আহিব নোৱাৰা হয়। ই এখন মুক্ত সমাজৰ বিভীষিকাৰ স্ফূৰণ।

অপৰাধৰ মূল অৰ্থই হৈছে নিয়মাৱলীৰ বিৰুদ্ধাচৰণ কৰা। প্ৰত্যেক দেশত, প্ৰত্যেক সমাজত নিতৌ বিভিন্ন ধৰণেৰে অপৰাধ সংঘটিত হৈ আহিছে আৰু দিনে দিনে বেছি হৈছে। সৰুৰ পৰা ডাঙৰলৈ, সামান্যৰ পৰা জঘন্যতালৈ মানুহে কুকৰ্মবিলাক কৰে। বহুতো ভাল মানুহ বেয়া হয় আৰু বেয়া মানুহো ভাল হয়। তাৰে ভিতৰত সৰহ সংখ্যকেই বেয়া হয়। ভালৰ সংখ্যা অতি কম।

নিম্নস্তৰৰ অপৰাধীবিলাকে সাধাৰণভাৱেও জীৱন-যাপন কৰিবলৈ যেতিয়া ব্যৰ্থ হয়, তেতিয়াই অপৰাধবিলাক কৰে। কাৰণ সুস্থভাৱে জীৱন নিৰ্বাহ কৰাত বিফলতাৰ সন্মুখীন হ'লে অন্তঃকৰণত চৰম আঘাত কৰে, তেতিয়া নিজকে নিজে নতুবা সমাজৰ ওপৰত প্ৰতিশোধ ল'বলৈ মনটো জেদী হৈ পৰে। ফলত তেওঁ অপৰাধ কৰে।

অপৰাধ কেইবা প্ৰকাৰৰো হ'ব পাৰে। সাময়িক অপৰাধী (Occasional Criminal), জীৱিকা চলাবলৈ বা ব্যৱসায়িক বা স্বীকৃত অপৰাধী (Professional Criminal), দুৰ্বল মনৰ অপৰাধী (Feeble minded Criminal), মানসিক বিকাৰ গ্ৰস্ত বা অজ্ঞান অপৰাধী (Insane Criminal), ৰাজনৈতিক অপৰাধী (Political-Criminal) ইত্যাদি। বিভিন্ন তৰহৰ বিভিন্ন অপৰাধীসকলে নানা অৱস্থাত পৰি এই অপৰাধবিলাক কৰে। আচলতে সকলো অপৰাধীয়েই জীযাই থাকিবৰ বাবেই অপৰাধ কৰে।

গতিকে মুকুটৰ বিষয়ে মোৰ জানিবলৈ বৰ মন গ'ল। তাক একান্তভাৱে লগ পাবৰো ইচ্ছা হ'ল। কিন্তু কৰ্মব্যস্ততাৰ কাৰণে এই ভাবৰ তল পৰিল। তাৰ পিছত এদিন জানিব পাৰিলো সি কাৰাগাৰৰ পৰা খালাচ হৈ গ'ল গৈ।

মুকুট কাৰাগাৰৰ পৰা ওলাই যোৱাৰ কিছুদিনৰ পিছত এদিন সি আকৌ কাৰাগাৰলৈ আহিল। কিন্তু এইবাৰ সি আচামী হৈ অহা নাই।

সেইদিনাখন কাৰাগাৰৰ কাৰ্যালয়ৰ ভিতৰৰ এটি ঘটনাক লৈ আমি সকলো বিষয়া কৰ্মচাৰী বৰ ব্যস্ত হৈ আছিলো। কাৰাগাৰৰ ভিতৰত কয়েদীবিলাকৰ মাজত

বিভিন্ন ধৰণৰ ঘটনা ঘটি থাকে। তাৰে এটা উল্লেখযোগ্য ঘটনা হ'ল সমকামিতা বা সমাসক্তি (Homosexuality) । এই লৈয়েই হুলস্থূল। সমাসক্তি, ইয়াৰ সমস্যা আৰু আইন (Homosexuality– the Problem and the Law) ইয়াৰ বিষয়ে কিছু অধ্যয়ন কৰিছোঁ। এই সমস্যা দেশৰ এটা ডাঙৰ সমস্যা আৰু এটা ডাঙৰ অপৰাধো। এই অপৰাধক গুৰুত্বপূৰ্ণভাৱে লোৱা হয়, ইয়াৰ শাস্তি বিধানো যথেষ্ট আছে।

ভাৰতীয় দণ্ডবিধি আইনৰ (Indian Penal Code) ৰ আইন অনুযায়ী এনে অপৰাধীক দহ বছৰলৈকে সশ্ৰম কাৰাদণ্ড (Rigorous imprisonment) বিহাৰ বিধান আছে, তদুপৰি জৰিমনাও ভৰিব লাগে।

'ছেক্স'ৰ ক্ষেত্ৰত মানুহে মনুষ্যত্ব হেৰুৱাই পেলায়, তদুপৰি সমাসক্তি যিদৰে কাৰাগাৰৰ ভিতৰত বাদেই, সমাজত পোখাই আহিছে তাৰ প্ৰতিকূল আইনৰ ব্যৱস্থা নোহোৱা হ'লে সমাজত ইয়াৰ প্ৰাদুৰ্ভাৱ বিশাল হ'লহেঁতেন। আমাৰ দেশতকৈ অন্যান্য দেশসমূহত সমাসক্তিৰ প্ৰাধান্য বেছি। দেশত শতকৰা ষাঠি ভাগৰো অধিক মতা মানুহেই ইয়াৰ নিচাযুক্ত।

সি যি কি নহওক, আজি মুকুটক দেখি সি যে এটা সময়ত কাৰাবাস খাটিছিল, ভাবিবই নোৱাৰি, প্ৰকৃত খেলুৱৈ যেন তাক আজিহে লাগিছে।

সি কান্ধত ওলমাই অনা মোনা এখনৰ পৰা পাণ-বটা এখনত তামোল-পাণ উলিয়াই আমাক সকলোকে তাৰ বিয়ালৈ নিমন্ত্ৰণ জনালে। মুকুটৰ বিয়া বুলি জানি সকলোৱে আনন্দত তাৰ লগত চুপতি কৰিলে।

মই মুকুটক লগত লৈ মোৰ গৃহলৈ আহিলো, আমি একেলগে চাহ খাওঁতে মোৰ ভনী দুজনীয়ে তাক বিয়াৰ কথা আৰু কইনাজনীৰ কথা পেঘেনিয়াই সুধিলে।

তাৰ কইনাজনী কাষৰ গাঁৱৰে। ডাঙৰ নবৌয়েকৰ দূৰ সম্পৰ্কীয় ভনীয়েক। কইনা হেনো সি এতিয়ালৈকে দেখাই নাই। কিন্তু মুকুটে ন'দি ক'লে যে তাৰ কইনাজনী খুব ভাল হ'ব, কাৰণ নবৌয়েকৰ বাছনি কেতিয়াও বেয়া হ'ব নোৱাৰে। ছোৱালীজনীয়ে সি জেলখটা কয়েদী আছিল বুলি জানিও তাৰ লগত বিয়া হোৱাৰ হাবিয়াস কৰিছে।

চেগ বুজি মই তাক সুধিলো— সিনো কিয় হত্যাকাণ্ড গোচৰত অভিযুক্ত হৈ কাৰাবাস খাটিব লগীয়া হৈছিল?

কথাটো শুনিয়েই কোনোদিনে মোৰ মুখলৈ মূৰ তুলি নোচোৱা মুকুটে আবেগ-বিহ্বল দৃষ্টিৰে মোলৈ চাই ৰ'ল। তাৰ চকুদুটা সেমেকি উঠিল। সি যদি

বেয়া পায়, মই তাক ক'ব নালাগে বুলি ক'লো। সি দৃঢ়তাৰে কোনো দ্বিধা সংকোচ নকৰাকৈ মোক তাৰ অতীতৰ কাহিনী কৈ গ'ল। মোৰ ওচৰত আগেয়ে লাজ কৰা স্বভাৱ আৰু নাই।

সেই সময়ত মুকুট সোতৰ ওঠৰ বছৰীয়া ল'ৰা আছিল। প্ৰৱেশিকা পৰীক্ষা পাছ কৰি যোৰহাটৰ জে, বি কলেজত নাম লগাইছে। পঢ়াত সিমান আগ্ৰহ নাছিল যদিও বেয়াও নাছিল। খেলা-ধুলাৰ প্ৰতিহে বেছিকৈ ধাউতি আছিল।

মুকুটে সকলো খেলেই পাৰিছিল যদিও বিশেষ ৰাপ আছিল ফুটবল খেলৰ প্ৰতিহে। যোৰহাটৰ সেই সময়ৰ এটা নাম কৰা দলত সি এজন লেখৰ খেলুৱৈ আছিল।

জগন্নাথ বৰুৱা কলেজৰ সন্মুখত থকা কাছাৰী ময়দানত সি নিয়মিতভাৱে খেলৰ অভ্যাস কৰে। সেই সময়ত যোৰহাটৰ ভিতৰত কহিনুৰ, অসম পুলিচ আৰু আশে-পাশে থকা চিনামৰা, মৰিযণী, বাঘাচোং আদি দল বিলাকৰ ভিতৰত সিহঁতৰ দলটোৱেই শ্ৰেষ্ঠ আছিল। সাধাৰণতে সেই সময়ত যোৰহাটত হোৱা বিভিন্ন দলৰ খেলবিলাকৰ মাজত মুকুটহঁতৰ দলটো প্ৰায়ে শেষৰ খেলখনত জিকিছিল।

মুকুটৰ অবিহনে দলৰ পৰিচালক হৰ্ষ চলিহাই দলটোৰ কথা ভাবিবই পৰা নাছিল। অৱশ্যে তাৰ অভিশপ্ত ঘটনাটোৰ লগত ফুটবল খেলৰ তেনেকৈ সামঞ্জস্য নাই।

মুকুটহঁতৰ ককাই ভাই সাতজন। ডাঙৰ পৰিয়াল। দুজনী বিয়া হোৱা বায়েকো আছে। সকলোতকৈ সি সৰু। মাক দেউতাক সি সৰু থাকোতেই ঢুকাইছিল। মাকক দেখা তাৰ মনতেই নপৰে। ডাঙৰ ককায়েক আৰু বৌয়েকক সি পিতৃ-মাতৃৰ তুল্য বুলি ভাবিছিল। ডাঙৰ বৌৱেকেই তাক তুলি-তালি ডাঙৰ কৰা। বৌৱেকৰ মৰম তাৰ জীৱনৰ এটা ডাঙৰ সম্পদ।

ঘৰখনৰ আটাই কেইজন ককায়েক-ভায়েক, বৌয়েকহঁতৰ মাজত বৰ মিলা-প্ৰীতি। আজিও বেলেগ হোৱাৰ কথা চিন্তা কৰা নাই।

মুকুটৰ ডাঙৰ ককায়েকৰ জে, বি, কলেজৰ ওচৰতে, সিহঁতৰ ফুটবল খেলৰ দলৰ পৰিচালক হৰ্ষ চলিহাৰ মণিহাৰী দোকানৰ কাষতে এখন কাঠৰ আচবাব সজা ডাঙৰ দোকান আছে। বাকী কেইজনেও ভাল চাকৰি কৰে। দুজন শিক্ষক।

কলেজ শেষ হোৱাৰ পিছত সদায়েই বা পুৱা কেতিয়াবা সি ককায়েকৰ দোকানত কিতাপ-পত্ৰ থৈ ওচৰৰ বৰুৱাৰ চাহৰ দোকানত গজা-চাহ বা কিবাকিবি

খাই খেল পথাৰলৈ ওলাই যায়। বৌয়েকহঁতেও খোৱাবস্তুৰ টোপোলা দো[illegible] দি পঠিয়ায়। মাজে মাজে অৱশ্যে ককায়েকে তাক দোকানত থৈ [illegible] সিফাললৈকো গৈছিল। ককায়েকৰ খোৱা বোৱাৰ প্ৰতি সি চকু ৰাখিছিল। কাৰণ ককায়েক আপোনভোলা স্বভাৱৰ কাৰণে সময়মতে খোৱা বোৱা কৰিবলৈকে পাহৰিছিল। পিছত সি ঘৰলৈ গৈ বৌয়েকক ককায়েকৰ বিষয়ে কৈ কিয়ং দিব লাগিছিল।

হৰ্ষ চলিহাৰ লগত ককায়েকৰ অন্তৰংগ বন্ধুত্ব আছিল। হৰ্ষ চলিহা যোৰহাটৰ এজন ব্যক্তিত্বপূৰ্ণ ব্যক্তি আছিল। মুকুটৰ ককায়েকো মিঠামুখৰ কথা বতৰাৰে সকলোৰে প্ৰিয় আছিল। ঢকঢকৈ বগা ধুতি-কামিজৰে সৈতে নতুন 'ৰেলি' চাইকেলখন চলাই যেতিয়া ৰাস্তাৰে গৈছিল, মুকুটে সেই দৃশ্য চাই বৰ ভাল পাইছিল।

ঠাণ্ডা প্ৰকৃতিৰ কাৰো লগত কোনোদিনে দ্বন্দ্ব দ্বাই কাজিয়া নকৰা মানুহজনে যে তেনে এটা লোমহৰ্ষক, চাঞ্চল্যকৰ ঘটনা ঘটাব সেইকথা মুকুটৰ কল্পনাৰো অতীত আছিল।

(২)

মুকুটহঁতৰ ঘৰখনৰ অকল ডাঙৰ ককায়েকেই নহয়, পৰিয়ালৰ সকলোৱেই ঠাণ্ডা প্ৰকৃতিৰ আছিল। কোনেও কোনো বাক্ বিতণ্ডাত জড়িত নহৈছিল। গাঁওখনৰ ভিতৰতে সকলো মানুহে সিহঁতৰ লগত সৌহাৰ্দ্যপূৰ্ণ ব্যৱহাৰ কৰিছিল।

কিন্তু মুকুটহঁতৰ গাঁৱৰে দেবেন নামৰ এজন দুৰ্দ্দান্ত চৰিত্ৰৰ লোক আছিল। তাৰ দেবেন গুণ্ডা নামটো অকল গাঁওখনতেই নহয় চহৰবো বহুতেই জানিছিল।

ঠগ, প্ৰবঞ্চক, মদাহী, জুৱাৰী আদি অসৎ গুণ তাৰ গাত সকলোখিনিয়েই আছিল। দেবেন গুণ্ডাই কেইবাজনো মানুহক গুপ্তহত্যা কৰিছিল। তাৰ কাৰণে গাঁওখনত ত্ৰাসৰ সৃষ্টি হৈছিল। গাঁৱৰ মানুহে তাৰ বিৰুদ্ধে ভয়তে পুলিচৰ আগতেই হওক বা ৰাইজৰ আগতে হওক কিবা ক'বলৈ সাহস নকৰিছিল। সি হেনো মানুহ কাটিম বুলি ক'লে কাটিহে এৰে।

এবাৰ গাঁৱৰ ৰাইজে নামঘৰত 'দ্ৰৌপদীৰ বস্ত্ৰহৰণ' নাট মেলে। ভাওনালৈ তিনিদিন থকাৰ আগতে আখৰা কৰি থাকোঁতে এটা [illegible] সৃষ্টি হ'ল। [illegible] গুণ্ডাই মদ খাই আহি মুকুটৰ ডাঙৰ ককায়েকে কৰি [illegible] বিচাৰিলে। যুধিষ্ঠিৰৰ ভাও লোৱা এইবাৰ সি [illegible] মাটি, নহয় গুৱাহাটী' হ'ব। গাঁৱৰ মানুহে ত্ৰাহি মধুসূদন দেখিলে। কিং কৰ্তব্য বিমূঢ়

হ'ল। শেষত কিন্তু বুঢ়া-মেঠা সকলোৱেই লম্পট দেৱেনৰ কথা অগ্ৰাহ্য কৰিলে। সম্পত্তিৰ ভাগটো ককায়েকেই কৰিলে। সি বঞ্চিত হোৱাৰ কাৰণ মুকুটৰ ককায়েক বুলিয়েই ধৰি ল'লে আৰু প্ৰতিজ্ঞা কৰিলে— অকল ককায়েককেই নহয়, ঘৰৰ সকলোমখাকে দেৱেন গুণ্ডাই সিপৰীয়া কৰিহে এৰিব।

ভাওনাখন অৱশ্যে সুকলমে হৈ গ'ল। দেৱেন গুণ্ডাই কিন্তু ৰাতিয়েই হওক বা দিনতেই হওক, মদ খাই লৈ মুকুটহঁতৰ ঘৰৰ ওপৰত উত্তগুালি আৰম্ভ কৰি দিলে। কেতিয়াবা সিহঁতৰ টিঙৰ ঘৰলৈ দলিয়াব, কেতিয়াবা ঘৰৰ আগত দা এখন লৈ এটা এটাকৈ কাটিবলৈ চিঞৰি চিঞৰি বাহিৰলৈ মাতিব ইত্যাদি ইত্যাদি।

মুঠতে দেৱেন গুণ্ডাৰ প্ৰতাপত মুকুটহঁতে শান্তিৰে ফুৰাচকা কৰিব নোৱাৰা হ'ল। ৰাতি ভালকৈ টোপনিয়েই নহা হ'ল।

এদিন মাজু ককায়েকৰ ছোৱালীজনী স্কুললৈ যাওঁতে তিনি আলিৰ চ'কৰ পৰা দা এখন লৈ তাইক খেদি আহিল। ভয়তে তাই চিঞৰি কান্দি-কাতি দৌৰি ঘৰ সোমালেহি আৰু কোনোদিন তাইৰ ভয়তে স্কুললৈ যোৱাটো হৈ নুঠিল।

অন্য এদিন ডাঙৰ ককায়েকৰ ল'ৰাটোৱে চাইকেলখন লৈ দেওবৰীয়া হাটলৈ বজাৰ কৰিবলৈ গৈছিল। ক'ৰ পৰা জানো দেৱেনে হাতত লোহাৰ মাৰি এডাল লৈ তাক মাৰিবলৈ খেদি আহিল। ল'ৰাটোৱে চাইকেলখন তাতে এৰি কথমপি প্ৰাণটো ৰক্ষা কৰি ঘৰ পালেহি। তেতিয়া দেৱেন গুণ্ডাই ল'ৰাটোক মাৰিবলৈ নেপাই চাইকেল খনকে ভাঙি টুকুৰা-টুকুৰ কৰিলে।

মুকুটহঁতৰ ঘৰৰ আটাইবোৰৰে আৰু গাঁৱৰ হিতাকাংক্ষী ৰাইজৰো কি কৰো কি নকৰো অৱস্থা হ'ল। দেৱেনক পুলিচত দিলেও প্ৰমাণৰ অভাৱতে থানা বা কাৰাগাৰৰ পৰা দুই এদিনতে ঘূৰি আহে।

এদিন গাঁৱতে কটা পঠা ছাগলীৰ মঙহৰ আঞ্জা বৌয়েকহঁতে এখন ডাঙৰ কেৰাহিত পাকঘৰত ৰান্ধি আছিল। সেই সময়ত ৰাতি আঠমান বাজিছিল। হঠাৎ মাজু বৌৱেকে পাকঘৰত চিঞৰি হুৱাদুৱা লগাই দিলে আৰু ক'বলৈ ধৰিলে পাকঘৰৰ খিড়িকিয়েদি কোনোবাই হাত সুমুৱাই মাংসৰ কেৰাহিত কিবা ছটিয়াই দিলে।

ঘৰৰ সকলোৱেই কথাটো গমিশিটি চালে। তেতিয়াৰ দিনত অৱশ্যে চোৰে চুৰ কৰিবৰ কাৰণে নিচা লগা দৰব মনে মনে খোৱা বস্তুত মিহলাই দিয়ে বুলি জনাজাত কথা আছিল।

গতিকে সকলোৱেই মাংসখিনি নাখাই পেলাই দিয়াটোকেই ঠিক কৰিলে।

পিছদিনা ৰাতিপুৱা সকলোৱেই সাৰ পাই দেখিলে যে চুৰা পাতনিত পেলাই দিয়া মাংসখিনি খাই এটা কুকুৰ মৰি আছে। সকলোৱেই নিশ্চিন্ত হ'ল যে কেৰাহিত চোৰে টোপনি অহা দৰাই দিয়া নাছিল। গোটেই ঘৰখনকে মাৰিবৰ কাৰণে বিহহে দিছিল। এই কাম যে দেৰেন গুণ্ডাৰ সেই কথা কাৰো বুজিবলৈ বাকী নাথাকিল।

মুকুটহঁতৰ সকলোৰে মুখৰ মাত হৰিল, ভয়ত পেঁপুৱা লাগিল। ভাত-পানী খোৱা-বোৱা নাইকিয়া হ'ল। টোপনিও ভালকৈ নহা হ'ল।

সেই ঘটনাৰ দুদিনৰ পিছত ককায়েকহঁতে মুকুটক বাদ দি আটাইকেইজনে গোট খাই কিবা এটা সিদ্ধান্ত কৰা যেন সি গম পালে।

পিছত জানিব পাৰিলে, বৰ ককায়েকে হেনো কৈছিল— 'এটা দেৰেনে আমাৰ এই সাতজনৰ গোটেই পৰিয়ালটোকেই মাৰি পেলোৱাতকৈ আমাৰ এজনে যদি দেৰেনক কাটি জেললৈ যাওঁ বা ফাঁচি কাঠত ওলমো সেইটো কেনেকুৱা হয়?' কাৰণ তেওঁলোকতো কাপুৰুষ নহয়!— সকলোৰে মুখৰ মাত হৰিল।

এদিন দোকমোকালিতে মুকুটৰ ডাঙৰ ককায়েক কৰঙালৈ গ[illegible] গধূলি আঠমান বজাতহে ঘূৰি আহিল। ককায়েক কিয় কৰঙালৈ গৈ[illegible] ডাঙৰ বৌয়েকক সোধাত বৌৱেকে ক'ব নোৱাৰো বুলি ক'লে। [illegible]থাটো খুচৰিবলৈ নিবিচাৰি মনে মনে থাকিল। তাৰো দুদিনমানৰ পি[illegible]দিন সি কলেজৰ পৰা আহি ককায়েকৰ দোকানত বহি চাহ খাই থাকোতে চালপীৰাখনৰ তুলিৰ তলত এখন মস্ত নতুন দা দেখা পালে। মুকুটৰ বুকুখন চিৰিং কৰি গ'ল। কৰঙালৈ যোৱাৰ ৰহস্যটো সি তেতিয়াহে বুজিব পাৰিলে। কৰঙাত চোকা দা-কটাৰী বনায় বুলি অসমৰ সকলোৰে জানে। কিন্তু ককায়েকে ইমান ডাঙৰ দাখন (বলিকটা) বনাই আনিছে কিয়?

মুকুটৰ কথাটো ভাবি ভয়ত অষ্ঠ-কণ্ঠ শুকাই গ'ল। কোবেৰে ঘৰলৈ গৈ চাউল বাছি থকা ডাঙৰ বৌৱেকক ভয়ে ভয়ে কথাটো সুধিলে। বৌয়েকে প্ৰথমতে নজনাৰ ভাও জুৰিছিল। কিন্তু তাৰ কাকূতি-মিনতিত বৌয়েকে থোকাথুকি মাতেৰে ক'লে—

ঃ সৰু, তই সৰু ল'ৰা। সকলো কথাৰে তই উৰহীৰ ওৰ ল'ব নালাগে।

মুকুটক ককায়েকে-বৌয়েকহঁতে মৰমতে 'সৰু' বুলি মাতিছিল। সি কিন্তু নেৰিলে। শেষত বৌয়েকে নিৰুপায় হৈ চকুপানী টুকি টুকি তাক ক'লে—

ঃ ককায়েৰে সেইখনেৰে দেৰেনক কাটিব।

মুকুটৰ ভৰিৰ তলুৱাৰ পৰা পৃথিৱীখন নাইকিয়া হোৱা যেন লাগিল।

শেষত মুকুটে ঠিক কৰিলে— সি থাকোঁতে যেন ককায়েকে দেৱেনক খুটি বোৱেকজনীৰ মুখৰ ৰঙচুৱা ৰঙটো মলিন হোৱাকৈ সি কোনোপধ্যেই দিব নোৱাৰে। দৰকাৰ হ'লে সিয়েই দেৱেনক কাটিব, ককায়েকক আনি থোৱা ৰাখিনেৰে। সেইবুলি মুকুটে কলেজৰ শ্ৰেণীসমূহ ক্ষতি কৰিও ককায়েকে দেখাকৈয়ে হওক বা নেদেখাকৈয়ে হওক, আলেঙে আলেঙে আৰু ছাঁটোৰ দৰে ককায়েকৰ লগতে লাগি থাকিল।

সেইদিনা আছিল দেওবাৰ। য়োৰহাটৰ এটা বিখ্যাত ফুটবলদলৰ লগত মুকুটহঁতৰ দলৰ কাছাৰী ময়দানত এখন চূড়ান্ত খেল আছিল। খেলখনত মুকুটে কিন্তু একেবাৰে মন বহুৱাব পৰা নাছিল। পেট কামুৰিছে বুলি কোৱাতো সিহঁতৰ দলৰ পৰিচালক হৰ্ষদাই তাক ধমকি দি খেলিবলৈ পঠিয়ালে। হৰ্ষদাৰ কথা অমান্য কৰাৰ সিহঁতৰ সাধ্য নাছিল।

পুহমাহৰ কাণিমুনি বেলিকা। মুকুটহঁতৰ খেলা শেষ হৈছিল। খেলাত মুকুটহঁত দুই গ'লত জিকিলে। এটা গল্ সিও দিছিলে। চাৰিওফালে 'হিপ্ হিপ্ হুৰৰে' ধ্বনিৰে খেলৰ পথাৰ মুখৰিত হ'ল। আনন্দত উত্ৰাৱল হৈ থকা সিহঁতক দলৰ পৰিচালক হৰ্ষদাই আদৰণি জনাবলৈ নহা দেখি সকলো আচৰিত হ'ল। দৌৰাদৌৰিকৈ মুকুট হৰ্ষদাৰ দোকানৰ ওচৰলৈ আহিল।

দোকানৰ ওচৰ পাই মুকুট হতভম্ব হ'ল। ওচৰ-পাঁজৰ আৰু কাষৰ দোকান-পোহাৰ সকলো বন্ধ। মানুহবোৰে জুম বান্ধি হৰ্ষদাৰ দোকানৰ সন্মুখৰ ভাগ ঘেৰি আছে।

কোনোবা এজনে তাক দেখি কঁপি কঁপি ক'লে যে— তাৰ ককায়েকে দেৱেন গুণ্ডা বজাৰৰ পৰা ঘূৰি আহোঁতে অলপ সময়ৰ আগতে খেদি আনি হৰ্ষদাৰ দোকানত সোমাব খোজোঁতেই দাৰে ঘপিয়াই ..

মুকুট দৌৰি গ'ল আৰু পৰি থকা দেৱেনৰ ওপৰেদি জাপ মাৰি বিবুদ্ধি হৈ থিয় দি থকা হৰ্ষদাৰ ভৰি দুটাত ধৰি কান্দি কান্দি ক'লে—

ঃ হৰ্ষদা, আপুনি ক'ব লাগিব— ককাইদেউৱে দেৱেনক হত্যা কৰা নাই। হত্যা কৰিছোঁ মই।— এই বুলি মুকুটে দেৱেনৰ গাৰ ওপৰেদি জঁপিয়াই আহি বাহিৰত চেতনাবিহীন ভাৱে বৈ থকা ককায়েকৰ পৰা থাপ মাৰি দাখন লৈ কাছাৰী ময়দানৰ মাজেদি থানালৈ দৌৰিলে আৰু দেৱেন গুণ্ডাক সিয়েই হত্যা কৰা বুলি দাৰোগাক বিবৰি ক'লে।

—মই কন্তেক স্তব্ধ হৈ থাকি মুকুটক সুধিলোঁ—

ঃ তাৰ মানে তুমি হত্যা কৰা নাছিলা?

ঃ নাছিলো বাইদেউ!

তাৰ মহত্ব, তাৰ উদাৰতা, তাৰ ত্যাগে তাক যেন সাধাৰণ শ্ৰেণীৰ মানুহৰ পৰা বহুত ওপৰলৈ লৈ গ'ল।

মোৰ চিন্তাক্লিষ্ট মনটো ঢাকিবলৈ আৰু তাৰ বেদনাৰে উপচি পৰা মনটো ঘূৰাবলৈ সুধিলো—

ঃ তোমাৰ ডাঙৰ নবৌ ভালে আছেনে?

ঃ আছে বাইদেউ! কিন্তু নবৌৰ কপালৰ চকচকীয়া ৰঙা ফোঁটটো নাই!

— মুকুটে চকু পানী টুকিলে

কিন্তু হঠাৎ হাঁহি সি আকৌ প্ৰফুল্লতা ঘূৰাই আনি কলে—

আপোনালৈ মই আগ্ৰহেৰে বাট চাই থাকিম। বিয়ালৈ যাবই লাগিব।

মই অবাক বিস্ময়েৰে তালৈ চালো। ভাল লাগি গ'ল। 'সাগৰ সঙ্গমত সাতুৰি' সি ক্লান্ত হোৱা নাই।

ভূপেনদাৰ গানটোৰ সাৰ্থকতা মই বিচাৰি পালো। ◻◻

# কুশল কোঁৱৰৰ সৈতে ফাঁচি-কাঠত ওলমিব লগীয়া কয়েদীজন

(১)



১৯৭২ চনৰ কোনোবা এটা মাহৰ কোনোবা এদিন এখন দৰ্খাস্ত একমান বজাত মোৰ হাতত পৰিল।

আবেদনকাৰীৰ নাম কনকেশ্বৰ কোঁৱৰ।

যোৰহাট জিলা কাৰাগাৰৰ অধীক্ষকলৈ আবেদন কৰিছে, স্বাধীনতা সংগ্ৰামত মুক্তি যুঁজাৰু হিচাপে সেই সময়ত তেওঁ যোৰহাট কাৰাগাৰত কাৰাবাস খটাৰ প্ৰমাণ-পত্ৰ বিচাৰি।

চৰকাৰে স্বাধীনতা সংগ্ৰামত কাৰাবাস খাটি অৰিহণা যোগোৱা মুক্তি

যুঁজাৰু সকলক তাম্রপত্র প্রদান, ছমাহ বা ততোধিক কাৰাবাস খটা লোকসকলক বৃত্তি (Pension) দিয়াৰ ব্যৱস্থা কৰিছিল।

এই সংক্রান্তত চৰকাৰৰ ফালৰ পৰা সকলো কাৰাগাৰৰ লগতে আমাৰ কাৰাগাৰলৈকো জাননী আহিছিল, যাতে আমি মুক্তি যুঁজাৰুসকলক এইক্ষেত্রত পুৰণি নথিপত্র চাই যাৱতীয় প্রমাণ পত্র প্রদান কৰোঁ।

প্রমাণ-পত্র বিচাৰি যোৰহাট জিলা কাৰাগাৰত সম্মানিত স্বাধীনতা যুঁজৰ ব্যক্তিসকল বা তেওঁলোকৰ আত্মীয়-কুটুম্ব আহি ভৰি পৰিছিল।

আমাৰ কাৰণে কামটো বিৰক্তিকৰ আৰু সমস্যা বহুল আছিল। যোৰহাট কাৰাগাৰত আমাৰ অর্থাৎ সহকাৰী কাৰাধ্যক্ষসকলৰ কার্যালয়ৰ কোঠাটোৰ কাষতে এটা ডাঙৰ কোঠালি আছে। তাত বহু বছৰৰ পুৰণি নথি পত্র ঠাহ খুৱাই সজাই থোৱা আছে।

ধূলি-মাকতি. এলান্ধু নথিপত্র বিলাকত জমা হৈ পৰিছিল, যদিও মাজে সময়ে কয়েদীৰ হতুৱাই পৰিষ্কাৰ কৰোৱা হয়। তাৰ কাষতেই নতুনকৈ অহা বা মুক্তি পোৱা বিভিন্ন কয়েদী-আচামীৰ তথ্যপাতি সমূহ সংৰক্ষিত কৰি থোৱা হয়।

গতানুগতিক কামৰ হেঁচাৰ উপৰিও এই ওপৰঞ্চি কামটো আমনি লগা হোৱাৰ কাৰণে প্রায় বিলাকেই কামটো হাতত ল'বলৈ পৰাপক্ষত টান পায়। অধীক্ষকে মাতি নি মোক কোৱাত মই কামটো একে আষাৰে কৰিম বুলি সম্মতি দিয়াত তেখেতে ভাল পালে। সেই সময়ত যোৰহাট কাৰাগাৰৰ অধীক্ষক আছিল ৰফিউল হক।

অৱশ্যে মই মুক্তি যুঁজাৰুসকলৰ বিষয়ে জানিবলৈ উৎসুকো আছিলো।

আমাৰ কার্যালয়ৰ কয়েদী সহচৰ বা মেটজন গাৰো ল'ৰা আছিল। হত্যাকাণ্ড গোচৰত অহা কয়েদী। সি কোৱামতে গাৰোসকলে গছৰ তলত বজ্র আৰু বিজুলী দেৱতাক পূজা কৰে। পূজা ভাগত এটা কুকুৰা, এটা গাহৰি, এটা হাঁহ উছর্গা কৰাৰ প্রথা আছে। এবাৰ পূজা দিবলৈ অনা গাহৰি এটাক লৈ গাঁৱৰে অন্য এজনৰ লগত তাৰ কাজিয়া লাগে। খঙৰ ভমকত সি মানুহটোক মাৰিয়েই পেলালে।

'মেট'জন কর্মী আৰু পঢ়াশুনা থকা ল'ৰা। অসমীয়া, ইংৰাজীত ভালকৈ কথা ক'ব জানিছিল। গতিকে তাৰ হতুৱাই যিকোনো কাম কৰাবলৈ ভাল।

মুক্তি যুঁজাৰুসকলৰ আবেদন পত্রখন তাৰ হাতত দিবহে লাগে, সি অতি

কুশল কোঁৱৰৰ সৈতে ফাঁচি কাঠত ওলমিব লগীয়া কয়েদীজন

পুৰণি নথিপত্ৰ উলিয়াই সেই সময়ৰ নামভৰ্ত্তি আৰু খালাচ হোৱাৰ বিৱৰণ থকা বহীখনৰ সৈতে সোনকালে বিচাৰি আনি মোৰ মেজৰ ওপৰত থয়হি। লগতে লিপি যন্ত্ৰটোত কাৰ্বন, কাগজ সুমুৱাই দি যতনাই দিয়ে।

কনকেশ্বৰ কোঁৱৰৰ আবেদন পত্ৰখন নি সেই সময়ৰ কাৰাবাস খটা নামভৰ্ত্তি কৰাৰ বিৱৰণ বহীখনৰ সৈতে মোৰ মেজত থলেহি।

মই প্ৰমাণ-পত্ৰখন 'টাইপ' কৰিবলৈ লৈয়েই মানুহজনৰ নথিপত্ৰ চাই, উচপ খাই উঠিলো। তাত লিখা আছিল— 'মৃত্যুৰ আগলৈকে ওলোমাই ৰাখা' (Hang until death)।

স্বাধীনতাৰ যুঁজাৰু হিচাপে কাৰাবাস খাটিছে, কিন্তু মৃত্যুদণ্ড? মই গোচৰৰ ধাৰাবোৰ তন্নতন্নকৈ চালো। কিছু বুজিব পাৰিলো, কিছু নোৱাৰিলো।

একেদিনাই অহা কেইবাজনো ব্যক্তিৰ মাজত শ্বহীদ কুশল-কোঁৱৰৰ নামটোও দেখা পালোঁ। এটা অবুজ অনুভূতি আৰু শিহৰণ অনুভূত হ'ল।

কনকেশ্বৰ কোঁৱৰৰ লগতে একে দিনাই, একে সময়তে আৰু তিনিজনৰ ফাঁচিৰ হুকুম হৈছিল.... কুশল কোঁৱৰ, ঘনশ্যাম শইকীয়া, ধৰ্মেশ্বৰ ডেকা।

ঊনৈশ শ তিৰাল্লিছ চনৰ ন-জুনৰ দিনা এই চাৰিগৰাকী মুক্তি যুঁজাৰুৰ সেই নিৰ্দ্দয় বিচাৰৰ শুনানি হৈছিল। চাৰিওজনে আকৌ বিচাৰৰ প্ৰাৰ্থনা (Appeal) কৰাত কুশল কোঁৱৰ ফাঁচিৰ হুকুম বাহাল ৰাখি বাকী তিনিওজনক ফাঁচিৰ পৰা ৰেহাই দি যাবজ্জীৱন কাৰাদণ্ডৰে দণ্ডিত কৰিছিল।

কুশল কোঁৱৰৰ নামৰ কাষত ডাঙৰ ডাঙৰকৈ ৰঙা চিয়াহীৰে লিখি থোৱা ফাঁচিৰ আদেশ আৰু ফাঁচি হৈ যোৱা, চন, তাৰিখ, সময় দেখি কিছুসময় মই স্তব্ধ হৈ ৰ'লো।

শোকে খুন্দা মাৰি ধৰিছিল।

প্ৰমাণ-পত্ৰখন টাইপ কৰাৰ আগতে কৌতুহ'ল দমাব নোৱাৰি মই নিজে উঠি গৈ প্ৰকাণ্ড ওখ ভেটিৰ কাৰ্য্যালয় কোঠাটোৰ পৰা শকত শকত লোহাৰ ৰডৰ খিড়িকিৰ মাজেদি বাহিৰৰ তলৰফালে ভুমুকিয়াই 'কনকেশ্বৰ কোঁৱৰ কোনজন' বুলি সুধিলো।

ডিঙি মেলি ওপৰলৈ মুৰ কৰি বাৰ্ধক্যলৈ গতি কৰা এজন অতি সাধাৰণ ধুতি-কামিজ্জ পৰিহিত ক্ষীণ, গাঁৱলীয়া মানুহে 'ময়েই' বুলি চেপা মাতেৰে মাত লগালে।

কুশল কোঁৱৰৰ সৈতে ফাঁচি কাঠত ওলমিব লগীয়া ক্ৰয়োদশজন

মুহূৰ্তৰ কাৰণে মই অবাক দৃষ্টিৰে চালো।

এইজনেই নে কনকেশ্বৰ কোঁৱৰ?

যাক আঠাইশ-ত্ৰিছ বছৰৰ আগতে ব্ৰিটিছ চৰকাৰে মৃত্যুদণ্ড দিছিল, যাৰ অপৰাধ আছিল ভাৰতৰ স্বাধীনতা সংগ্ৰামত জঁপিয়াই পৰি ভাৰতবৰ্ষক শক্তিশালী ব্ৰিটিছ শাসনৰ পৰা মুক্ত কৰিবলৈ প্ৰচেষ্টা চলোৱা।

—যিজনে মৃত্যুৰ দুৱাৰডলিৰ পৰা উভতি আহি বাহিৰৰ জগত আৰু পৰিয়ালৰ পৰা বঞ্চিত হৈ ত্যাগ আৰু কষ্টৰ বিনিময়ত পোতাশালৰ বন্ধ কুঠৰীত বহুবছৰ সশ্ৰম কাৰাবাস খাটি বহুতো লাঞ্ছনা আৰু নিৰ্যাতন ভোগ কৰিছিল...?

মই প্ৰমাণ পত্ৰ আৰু যাৱতীয় নথি-পত্ৰৰ সৈতে কনকেশ্বৰ কোঁৱৰক কাৰাধ্যক্ষ আৰু অধীক্ষকৰ ওচৰলৈ লৈ যোৱাত চাই চিন্তি তেখেতসকলে চহী কৰি বিদায় দিলে।

মোৰ বহুত দিনলৈ কনকেশ্বৰ কোঁৱৰৰ মুখখন মনলৈ আহি আছিল।

এনেকৈ মুক্তি যুঁজাৰু সকলৰ প্ৰমাণ পত্ৰ দি থাকোতে এদিন এজন ব্যক্তি আহি মোক লগ পাবলৈ বিচাৰিলে। তেখেতক আগতে চিনি নেপাওঁ। মই বহিবলৈ দি প্ৰশ্নসূচক দৃষ্টিৰে চাওঁতে সম্ভ্ৰান্ত ব্যক্তিজনে গাম্ভীৰ্যৰে মোক প্ৰশ্ন কৰিলে—

ঃ তুমিয়েই ইন্দুদেৱী নোহোৱা জানো? মই নগাঁৱৰ 'গণতন্ত্ৰ' কাকতৰ মালিক আৰু সম্পাদক পূৰ্ণচন্দ্ৰ শৰ্মা।

থিয় হৈ মই তেখেতক নমস্কাৰ জনালো। আথেবেথে বহিবলৈ দিলো। তেখেতৰ লগত মোৰ চকুৰ চিনাকি নাছিল যদিও নামটোৰ সৈতে আগৰেপৰাই ভাল চিনাকি আছিল।

কাৰণ মাজে মাজে মই কবিতা লেখিছিলো। 'জনমভূমি' কাকতৰ লগতে তেখেতৰ কাকতলৈকো পঠিয়াইছিলো আৰু একুৰিমান মোৰ কবিতা 'গণতন্ত্ৰ' কাকতত প্ৰকাশ পাইছিল। সেই সূত্ৰেই আমাৰ চিনাকি।

বিশেষ এটা কামত তেখেত কাৰগাৰলৈ আহিছে আৰু আমাৰ সহায় বিচাৰিছিল।

'গণতন্ত্ৰ' কাকতৰ মালিক পূৰ্ণচন্দ্ৰ শৰ্মা প্ৰাক্তন সাংসদ আৰু বিধান সভাৰ সদস্য আছিল। তেখেত উচ্চতম ন্যায়ালয়ৰ উকীল আৰু এজন স্বাধীনতা যুঁজাৰুৰ উপৰিও নগাঁও বুৰঞ্জী সংকলন সমিতিৰ সভাপতি আছিল।

কুশল কোঁৱৰৰ সৈতে ফাঁচি কাঠত ওলমিব লগীয়া কয়েদীজন

তেখেতে বৰ্ত্তমান নগাওঁ জিলাৰ মুক্তি সংগ্ৰামৰ বিষয়ে দুটা খণ্ডৰ গ্ৰন্থ লিখাৰ প্ৰয়াস কৰিছে। সেইবাবে যোৰহাট কাৰাগাৰৰ মুক্তি যুঁজাৰুসকলৰ কাৰাবাস খটাৰ সঠিক বিৱৰণ লাগে। তেখেতৰ প্ৰতিভা আৰু ব্যক্তিত্বত মই আকৰ্ষিত হৈছিলো আৰু সহায় কৰিবলৈ আগবাঢ়িলো। অধীক্ষকৰ লগত কথা বতৰা-পতাৰ পিছত মোকেই কামটো কৰিবলৈ দিলে।

যোৰহাট কাৰাগাৰত থকা মুক্তি যুঁজৰ সেনানীসকলৰ সবিশেষ সংগ্ৰহ কৰি তালিকা তৈয়াৰ কৰাৰ কাম কষ্টকৰ আছিল যদিও মই সম্পূৰ্ণকৈ কৰি দিব পাৰি আনন্দিত হৈছিলো। তেখেতে মোৰ প্ৰতি কৃতজ্ঞ হৈ তিনিবছৰমানলৈ 'গণতন্ত্ৰ' কাকতখন মোলৈ বিনামূল্যে পঠিয়াই আছিল।

অসমৰ বিভিন্ন ঠাইৰ পৰাও এসময়ত যোৰহাট কাৰাগাৰত থকা মুক্তি যুঁজাৰুসকল আৰু আত্মীয়-স্বজন আহিছিল আৰু তথ্য বিচাৰি মোক ব্যতিব্যস্ত কৰি তুলিছিল। আনকি দুপৰীয়া ঘৰত ভাত খাবলৈ আহোঁতেও কিছুমানে ঘৰলৈকো আহি আমনি কৰিছিল।

যিসকল মুক্তি যুঁজাৰুৰ ওচৰত কাৰাগাৰৰ প্ৰমাণ পত্ৰ নাছিল, অৱশ্যে তেওঁলোকক প্ৰাক্তন বা বৰ্ত্তমান বিধান সভাৰ সদস্য বা সাংসদ সকলে প্ৰমাণপত্ৰ দিব পাৰে যদিও প্ৰকৃত তথ্য পাতি অৰ্থাৎ কাৰাগাৰত ওলোৱা সোমোৱা তাৰিখ আদি নথকা বা নজনাৰ হেতুকে দিব নোৱাৰিছিল। গতিকে উপায়ুক্তৰ জৰিয়তে, পোনপটীয়াকৈ বা কোনো সংস্থাৰ জৰিয়তে কাৰাগাৰৰ লগত যোগাযোগৰ অবিহনে উপায় নাছিল।

পূৰ্ণচন্দ্ৰ শৰ্মা দেৱক সবিশেষ যুগুতাই মুক্তি যুঁজাৰু সকলৰ তালিকাখন দিওঁতে বা গাই গুটিয়াকৈ দিওঁতে বহুতো কথা জানিব পাৰি ভাল লাগিছিল।

এই সকল স্বাধীনতা যুঁজৰ সেনানীয়ে দাসত্বৰ শিকলি চিণ্ডি হেৰোৱা স্বাধীনতা ঘুৰাই আনিবলৈ উৎসাহ-উদ্যমেৰে ঘৰ-বাৰী ত্যাগ কৰি নানান কষ্ট কৰাৰ উপৰি বিভিন্ন সময়ত কাৰাবাস খাটিছিল। কাৰাগাৰত থকাৰ নাম ঠিকনা ঠাইৰ অভাৱত ইয়াত উল্লেখ নকৰিলো।

(২)

ঊনৈশ শ একৈশ চনৰ শেষৰ ফালৰ পৰাই যোৰহাট কাৰাগাৰত স্বাধীনতাৰ সংগ্ৰামীসকল থকাৰ নথি-পত্ৰ পাইছিলো।

ঊনৈশ শ ত্ৰিশ চনৰ পৰা বহুতো সংগ্ৰামীয়ে কাৰাবৰণ কৰিছিল। বিয়াল্লিছৰ

বিপ্লৱত গ্ৰেপ্তাৰ আৰু কাৰাবৰণ কৰা লোকৰ সংখ্যা সৰ্বাধিক আছিল।

অতি ব্যস্ততাৰ মাজতে পূৰ্ণচন্দ্ৰ শৰ্মাই সেই সময়ৰ কাৰাগাৰৰ বিষয়ে কিছু কথা কৈছিল। তেতিয়া অসমৰ যোৰহাট, নগাওঁ, গুৱাহাটী আদি কাৰাগাৰ সমূহত মুক্তি আন্দোলন কৰা লোকসকলক ৰখাৰ উপৰিও শ্ৰীহট্ট কাৰাগাৰতো যথেষ্ট সংখ্যকক ৰাখিছিল।

কয়েদীসকলৰ ডিঙিত কাঠৰ টিকট ওলোমাই লোহাৰ বেৰী পিন্ধাই দিয়া হৈছিল। যিসকল কাৰাবাসীয়ে কাৰাগাৰৰ আইন-কানুনৰ বিৰুদ্ধাচৰণ কৰিছিল, তেওঁলোকক দাণ্ডাবেৰী লগাই ওপৰঞ্চি শাস্তি প্ৰদান কৰিছিল।

বৰ্ত্তমানৰ দৰে তেতিয়াও কয়েদীসকলৰ মাজত কয়েদীৰ এজোজনকৈ 'মেট' আছিল। ৰান্ধনি শালত ৰান্ধনিও কয়েদীৰ মাজৰে আছিল। আজিকালিও অৱশ্যে কয়েদীয়েই ৰন্ধা-বঢ়া কৰে। তেতিয়াৰ দিনৰ মামৰে ধৰা লোহাৰ থালবাতিৰ পৰিবৰ্তে এতিয়া এলুমিনিয়ামৰ থাল ব্যৱহৃত হয়। তেতিয়া গোন্ধোৰা ৰঙা উখুৱা চাউলৰ ভাত, মাটি দাইলৰ পানী আৰু ভাজিৰ নামত শাক-পাত নাইবা ঘেলঘেলীয়া কিবা অলপ আছিল। পুৱা মাৰ ভাত আৰু নিমখ।

প্ৰথম অৱস্থাত ৰাজনৈতিক বন্দী বুলি বিশেষ শ্ৰেণী নাছিল। অৱশ্যে পিছলৈ প্ৰথম শ্ৰেণী, দ্বিতীয় শ্ৰেণী আৰু সাধাৰণ শ্ৰেণী কৰি সা-সুবিধা কিছু ভাগ কৰি দিছিল।

কাৰাগাৰৰ নিয়ম-কানুন ব্ৰিটিছৰ দিনতকৈ বহুতখিনি পৰিবৰ্তন হৈছে যদিও বিশেষ উন্নতি বা সা-সুবিধাৰ পৰ্যায়লৈ অগ্ৰসৰ হৈছে বুলি ক'ব নোৱাৰি। যৎসামান্য খোৱা-বোৱা, থকাৰ উন্নতি হৈছে।

স্বাধীনতাৰ পিছত উল্লেখনীয় পৰিবৰ্তন হ'ল কয়েদী সকলৰ শাস্তি বিধান আৰু হাড়ভঙা শ্ৰম কৰোৱাৰ ক্ষেত্ৰত।

সাধাৰণতে হাজোতী আৰু বিনাশ্ৰমৰ কয়েদী সকলে কাৰাগাৰত থাকোতে কাম কৰিব নালাগিছিল। কিন্তু স্বাধীনতাৰ আগতে তেওঁলোকৰ হতুৱায়ো কষ্টকৰ কাম কৰাই লৈছিল। কাৰাগাৰৰ ভিতৰত আঁঠুৱা তৰা নিষেধ। মজিয়াত বা কথমপি একোজনকৈ শুব পৰা ওখ বিছনাৰ দৰে ভেটিত কম্বল পাৰি শুব লাগে।

তেতিয়াৰ দিনত সশ্ৰম কাৰাবন্দী সকলৰ শাস্তি বিধান বৰ ভয় লগা আৰু অতিশয় বেদনাদায়ক আছিল। ব্ৰিটিছ কৰ্মচাৰীসকলক যদি অভিবাদন জনাই চালাম নিদিয়ে বা উপযুক্ত সন্মান নেদেখুৱাইছিল, তেওঁলোকক লাঠিওৱা, গুৰিবাৰ

কুশল কোঁৱৰক সেই ফাঁচি কাঠত ওলমিব লগীয়া কয়েদীজন

উপৰিও বীভৎস শাস্তি প্ৰদান কৰা হ'ল।

সেই সময়ত সাধাৰণ কয়েদীবিলাকতকৈ ৰাজনৈতিক বন্দীবিলাকক বেছি অৱহেলা কৰি হীন চকুৰে চাইছিল। কঠোৰ পৰিশ্ৰম আৰু অতি তলখাপৰ আহাৰৰ ফলত সকলো কয়েদীৰ স্বাস্থ্যপাতি বেয়াৰ ফালে ঢাল খাইছিল। বিভিন্ন বেমাৰত তেওঁলোক ভুগিছিল। পেটৰ বেমাৰত ভুগিলে অতি অকটা জিভা কোচখাই যোৱা জুলাপ খুওৱাৰ নিয়ম আছিল।

যোৰহাট কাৰাগাৰত বন্দী হৈ থকা কালত বা ভোগ কৰা বিভিন্ন শাস্তি বিধানৰ বিষয়ে শৰ্মাই তেখেতৰ ডায়েৰিত উল্লেখ কৰা পঢ়িছিলো। দিনে বাৰপুৰা ধান তিনিজন মানুহে ঢেঁকীত বানি চাউল উলিয়াই দিব লাগিছিল। কাৰাগাৰত এটা ভয়ানক নিম্ন মানৰ শাস্তি বা শ্ৰম আছিল এলাই খুন্দা অৰ্থাৎ স্পৰ্শ কৰিলেই খজুৱা এবিধ বিষাক্ত এৰা খুন্দি ৰছী বটাৰ কাম কৰিবলৈ দিয়া হৈছিল। এলাই খুন্দোতে তাৰ পৰা ওলোৱা আঠা গাত লাগি খৰ-খজুৱতি হৈ হাত ভৰি পঙ্গু কৰি পেলাইছিল।

ঘানি টনা কামটোও অতি কষ্টকৰ আছিল। গৰুৰ সলনি কয়েদীৰ হতুৱাই ঘানি টনাইছিল। তদুপৰি বাঁহৰ কাম, কাঠৰ কাম, ইটা কাঢ়িওঁৱা, শিল ভঙা, ঘৰ সজা, কোৰ মৰা আদি বহুতো কাম নিয়মীয়াকৈ কৰিব লাগিছিল।

আজিকালি অৱশ্যে ইয়াৰ যথেষ্টখিনি পৰিবৰ্তন ঘটোৱাৰ উপৰিও কয়েদী সকলৰ মানসিক উৎকৰ্ষ সাধনত গুৰুত্ব দিয়া হৈছে।

কাৰাবাস খটাৰ প্ৰমাণ-পত্ৰ নিবলৈ অহা মুক্তি যুঁজাৰুসকলক স্বাধীনতা যুঁজৰ অভিজ্ঞতা সম্পৰ্কে দুই এটা কথা কৌতুহলবশতঃ সুধিছিলো। তেখেতসকলেও অকপটভাৱে মোক সংক্ষেপে শিহৰণ তোলা কথা কৈছিল। ভাৰতক স্বাধীন কৰিবলৈ প্ৰত্যেকজন ব্যক্তিৰ ত্যাগ, কষ্ট আৰু একাগ্ৰতাৰ কথা শুনি আপ্লুত নহৈ নোৱাৰিলো।

প্ৰমাণ-পত্ৰ বিচাৰি অহা কিছুসংখ্যক মুক্তি যুঁজাৰুক সহায় কৰিব নোৱাৰি দুখ লাগিছিল। কাৰণ তেওঁলোকৰ কাৰাবন্দীৰ ম্যাদ ছয়মাহৰ তলত আছিল। কিন্তু বৃত্তি পাবলৈ হ'লে মুক্তি যুঁজাৰুসকলৰ কাৰাবাস খটাৰ ম্যাদ হ'ব লাগিছিল ছয়মাহ বা ততোধিক। নোপোৱাসকলৰ দুই এজন ব্যক্তিয়ে যি কোনো প্ৰকাৰে ম্যাদ বেছি কৰি দিবলৈ মোক জোৰ কৰিছিল। কিন্তু সেইটো আমাৰ সাধ্যৰ অতীত আছিল।

নমস্য এই ব্যক্তিসকলক লগ পোৱাৰ সৌভাগ্য হোৱাৰ উপৰিও দুই এজন সুবিধাবাদীয়ে মুক্তি যুঁজাৰু হিচাপে প্ৰমাণ-পত্ৰ বিচাৰি মোক হাৰাশাস্তি কৰিছিল। কিন্তু প্ৰকৃততে তেওঁলোক স্বাধীনতা যুঁজৰ সংগ্ৰামী নাছিল। প্ৰকৃত মুক্তি যুঁজাৰুসকলৰ সৈতে একে সময়তে দুমাহ, বছৰেক বা বেছিকৈ অন্য অপৰাধৰ গোচৰ বিলাকত তেওঁলোকে কাৰাবাস খাটিছিল। গতিকে তেওঁলোকৰ গোচৰৰ ধাৰা পৃথক আছিল।

আমি প্ৰমাণ-পত্ৰ দিওঁতে গোচৰৰ ধাৰা লেখি দিওঁ। কিন্তু এই সকলে ভাৰতীয় দণ্ড বিধি আইনৰ বা আন অপৰাধ গোচৰৰ ধাৰা তেওঁলোকৰ প্ৰমাণ পত্ৰত নিদি মুক্তি যুঁজৰ ধাৰাত দিবলৈ মোক মেৰা-নেপেৰাকৈ লাগিছিল। এই সকল ব্যক্তি মোৰ গৃহত ঘণ্টাৰ পিছত ঘণ্টা বহি মোক বিৰক্ত কৰিছিল। আনকি টকা পইচা, ৰেডিঅ' ইত্যাদি উপঢৌকন দিয়াৰ প্ৰলোভন দেখুৱাইছিল। এই সংক্ৰান্তত অহা দুই এজনক মই ভীষণ টান কথা কৈ মোৰ ঘৰৰ পৰা বাহিৰ কৰি দিছিলো।

কিন্তু প্ৰকৃত মুক্তি যুঁজাৰুসকলে তেখেতসকলক আমনি নিদিয়াকৈ প্ৰমাণ-পত্ৰখিনি যিমান পাৰো সোনকালে প্ৰদান কৰাৰ কাৰণে অন্তৰৰ পৰা মোক আশীৰ্বাদ দিছিল।

আকৌ কনকেশ্বৰৰ কোঁৱৰৰ মুখখন মোৰ মনলৈ আহিল। বিয়াল্লিছৰ বিপ্লৱত জপিয়াই পৰি নানা লাঞ্ছনা ভোগ কৰা আৰু অশেষ কষ্ট কৰি জীৱনৰ সুখ জলাঞ্জলি দিয়া এইজন মুক্তি যুঁজাৰুক লগ পাই মোৰ শ্বহীদ কুশল কোঁৱৰৰ কথা মনলৈ আহিল।

অসমৰ বিপ্লৱত সোণালী আধ্যায় ৰচনা কৰি কমলা মিৰি, মদন বৰ্মন, ৰাউত কছাৰী, ভোগেশ্বৰী ফুকননী, ঠগীৰাম সূত, বলোৰাম সূত, লক্ষ্মী হাজৰিকা, তিলক ডেকা, কনকলতা বৰুৱা, মুকুন্দ কাকতি, সৰুৰাম দত্ত আদি জীৱন আহুতি দিয়া বীৰ শ্বহীদসকলৰ বুকুৰ তেজেৰে স্বাধীনতা নামৰ কুসুম ফুলাই তুলিছিল।

শ্বহীদ কুশল কোঁৱৰৰ কথা নজনা অসমৰ কোনো মানুহ নাই। তথাপি এইজনা অসমীয়া বীৰৰ আহুতিৰ কথা স্মৃতিচাৰণ কৰিলো।

কাৰণ যোৰহাট কাৰাগাৰতেই কুশল কোঁৱৰক ব্ৰিটিছে ফাঁচি কাঠত তুলিছিল। শ্বহীদজনক সন্মান জনাই পূৰ্বৰ 'জেইল ৰোড'টো কুশল কোঁৱৰ পথ হিচাপে নামকৰণ কৰা হয়। যোৰহাট কাৰাগাৰৰ ভিতৰত থকা ফাঁচিশালখন

কুশল কোঁৱৰৰ সৈতে ফাঁচি কাঠত ওলমিব লগীয়া কয়েদীজন

দেখিলে কুশল কোঁৱৰৰ কথা মনলৈ আহে।

উনৈশ শ বিয়াল্লিছ চনৰ ন' অক্টোবৰত উজনি অসমৰ সৰুপথাৰত সৈন্যবাহিনী যোৱা ৰেলগাড়ী এখন ৰেলপথৰ পৰা বাগৰি পৰি বহুতো সৈন্য মৃত্যু মুখ্যত পৰে। সেই ৰেলগাড়ীখন বগৰোৱাৰ দোষ অন্যান্য কেইবাজনৰ লগতে কুশল কোঁৱৰৰ ওপৰতো জাপি দিয়ে।

উনৈশ শ তিয়াল্লিছ চনৰ ন' জুনত কুশল কোঁৱৰ আৰু তিনিজনৰ ফাঁচিৰ আদেশ হয়।

যদিও সকলোৱে জানিছিল কুশল কোঁৱৰেই যে ৰেলগাড়ী বগৰাইছে তাৰ কোনো প্ৰমাণ নাছিল। কিন্তু ব্ৰিটিছে স্বাধীনতাপ্ৰেমী নিৰীহ জনগণক সন্ত্ৰাসিত কৰিবৰ কাৰণে সেই কেইজনৰ ভিতৰত কুশল কোঁৱৰক প্ৰমাণ নোহোৱাকৈ পোন্ধৰ জুনত ফাঁচি দিয়ে। ফাঁচিৰ আগদিনা কুশল কোঁৱৰৰ পত্নী প্ৰভাৱতী কোঁৱৰে সন্তান দুটি খগেন আৰু নগেনক লগত লৈ স্বামীক শেষ দেখা কৰিবলৈ কাৰাগাৰলৈ আহিছিল। কাৰাগাৰৰ কৰ্তৃপক্ষই কুশল কোঁৱৰক দেখা কৰিবলৈ দিছিল যদিও পত্নীয়ে খোচনিত লৈ যোৱা থুৰীয়া তামোলখনি খাবলৈ নিদিলে। চকু-মুদি ভগৱানৰ নাম গুণগুণাই থকা, কুশল কোঁৱৰৰ পবিত্ৰ চৰণামৃত শেষবাৰৰ কাৰণে লবলৈকো নিৰ্জন কক্ষৰ দুৱাৰ খুলি নিদিলে। উচুপি উচুপি পত্নীয়ে লোহাৰ দুৱাৰৰ ফাঁকেদি হাত সুমুৱাই স্বামীৰ ভৰি চুই শেষ বিদায় মাগিছিল।

এই হৃদয় বিদাৰক দৃশ্যৰ সাক্ষী হৈ ৰাজনৈতিক বন্দীৰ উপৰিও কাৰাগাৰৰ প্ৰহৰী, কৰ্মচাৰীসকলেও শোকত অভিভূত হৈছিল।

কনকেশ্বৰ কোঁৱৰ আৰু কুশল কোঁৱৰহঁতৰ তথ্যপাতি থকা বহীখনত শেষবাৰৰ বাবে চকু ফুৰাই সামৰি থোৱাৰ পিছত কনকেশ্বৰ কোঁৱৰৰ এষাৰ কথা মোৰ মনত পৰিল। প্ৰমাণ-পত্ৰ সংগ্ৰহ কৰিবলৈ আহোঁতে পাতলীয়া দুৰ্বল এটি হাঁহি মাৰি কৈছিল—

ঃ কুশল অমৰ হৈ আমাতকৈ বহুত বছৰৰ আগতে গুচি গ'ল। স্বাধীনতাৰ সোৱাদ সি নাপালে। ভালেই হ'ল। আমি মৃত্যুমুখৰ পৰা বাচি স্বাধীন ভাৰতত থাকিও আমাৰ এই দুৰৱস্থা—। পেঞ্চনৰ টকা কেইটা পাম বুলিয়েই অতদূৰ কাৰাগাৰৰ তথ্যপাতি নিবলৈ আহিছোঁ। ❑❑

# বিবেক নাথৰ 'হাংগাৰ ষ্ট্ৰাইক'



যোৰহাট জিলা কাৰাগাৰৰ ভিতৰত এনেকুৱা কাণ্ড আগতে ঘটিছিল যদিও মই এইবাৰেই প্ৰথম পাইছোঁ।

অসমৰ কাৰাগাৰৰ নিয়মাৱলীৰ ধাৰাৰ নম্বৰ তিনিশ চৌবিছ (ক)ৰ মতে কি কৰিব পৰা যায় চিন্তা কৰি চোৱা হ'ল। ইতিমধ্যে বিহিত ব্যৱস্থাখিনি নিয়ম-কানুনৰ মাজেদিয়েই কৰি থকা হৈছে।

: জেংকেলেপীয়া কৰবাৰ! লাঠীৰে কোবাই পিঠি চিৰাচিৰ কৰিবৰ মন যায়। নমৰেও নহয়।

## বিবেক নাথৰ 'হাংগাৰ ষ্ট্ৰাইক'

—মস্ত মোচকোছাত পাক দি দি শকত, পেটুৱা জামাদাৰজনে লাঠীডাল জোঁকাৰি জোঁকাৰি ক'লে।

মোৰ সহকাৰী বিষয়া এজনে ধমকিৰ সুৰত ক'লে,

ঃ মুখত যি আহে তাকে নবকিবিচোন। আমি সকলোৱেই তাক নমৰিবলৈকে বাৰবাৰ কৰিছোঁ। কয়েদীজন কেনেবাকৈ মৰিলে আমাৰ কিমান জঞ্জাল হ'ব তই জাননে?

ধমক খাই জামাদাৰ অৰ্থাৎ মুখ্য প্ৰহৰী ভগীৰথ ঠাকুৰে সেমেনা-সেমেনি কৰি মোচকোছাৰ পাকটো খুলিবলৈ ধৰিলে।

মুখ্য প্ৰহৰীজনে তেনেকৈ কৈছিল যদিও তেওঁ বৰ মৰমিয়াল। কাৰাগাৰত তেওঁক সকলোৱে ভাল পায় আৰু ভয়ো কৰে। এই ঘটনাটোৰ প্ৰতিটো মিনিটৰ বাতৰি কাৰাধ্যক্ষক যোগাই আহিছে।

মোৰ তেনেকৈ ব্যস্ত হ'ব লগা একো নাছিল। দোষী সাব্যস্ত হোৱা কয়েদী শাখাত থকা বিষয়াজন আৰু ওপৰৱালা কেইজনৰ ওপৰত দায়িত্ব অধিক আছিল।

এদিন এৰি এদিনকৈ মই মহিলা ফাটেকৰ ভিতৰৰ কয়েদী আচামীসকলক ভাত খাবলৈ দিয়াৰ সময়ত (Feeding Parade) উপস্থিত আছিলো। মহিলা কয়েদী কক্ষ কেইটালৈ গৈ মই ভালেই পাওঁ। মই যোৱাৰ লগে লগে প্ৰত্যেকজনী কয়েদী বা বিচাৰাধীন বন্দীয়ে ধুনীয়াকৈ হাঁহি মাৰি মোক বেৰি ধৰেহি। দুখৰ কথা কয়। মানসিক বিকাৰগ্ৰস্ত বা পাগলীকেইজনীয়েও চুচুক-চামাকথন কৰে, হাঁহিব খোজে, অঙ্গিভঙ্গি কৰি কিবাকিবি কয়।

সেই সময়ৰ মহিলা ফাটেকৰ সকলো বাসিন্দাক মোৰ নিজৰ যেন লাগে। মনটো ভৰি পৰে।

মহিলা কক্ষৰ ভিতৰত মহিলা প্ৰহৰী দুগৰাকী মোৰ দুফালে গা-ৰক্ষক হৈ থাকে। মোক আমনি নকৰিবলৈ মুখ্য প্ৰহৰীজনে হুমকি দিলেও কয়েদী বিলাকে পৰোৱাই নকৰে। ভাত লবলৈ মই মৰমেৰে ক'লে কোনো হুলস্থূল নকৰাকৈ চিঞ্জিলকৈ ভাত পানী লৈ খাবলৈ বহে। সিহঁতৰ যেন মই আপোনজনহে। ময়ো অৱশ্যে সিহঁতক তেনেকৈ নভবা নহয়।

মহিলা কক্ষৰ পৰা উভতি আহোঁতে এদিন মই মৰিবলৈ ওলোৱা কয়েদীজনক কাৰাগাৰৰ চিকিৎসালয়ত ভুমুকিয়াই আহিছিলো। চিকিৎসালয়ৰ সহচৰ কয়েদী কেইজন, দুই এজন প্ৰহৰী, কম্পাউণ্ডাৰ, ডাক্তৰো ব্যস্ত হৈ

আছিল। ডাক্তৰে দিনৌ স্বাস্থ্যৰ তালিকা কাৰাধ্যক্ষক দি আছিল।

বিচাৰাধীন বন্দী হৈ বিবেক নাথ নামৰ মানুহজন কাৰাগাৰলৈ চৰকাৰৰ সম্পত্তি অপব্যৱহাৰ কৰা আৰু প্ৰতাৰণা কৰাৰ গোচৰত আহিছিল। চাকৰিৰ পৰা বৰ্খাস্ত হৈ থাকোতে আত্মহত্যা কৰিব খোজা গোচৰো ধাৰা সংযোজন হৈছে। কাৰাগাৰত হাজোতী হৈ থাকোতেই বিবেক নাথৰ বিচাৰ হয় আৰু বিচাৰত কেইবছৰমানৰ কাৰণে কাৰাদণ্ড হয়।

বিচিত্ৰ চৰিত্ৰৰ কয়েদী বিবেক নাথ।

আন আন কয়েদীৰ লগত কথা-বতৰা নাপাতে। খোৱাবোৱা কমকৈ কৰে। কাম কৰাৰো মন নাই। বাগানত খেতি-বাতি কৰিবলৈ দিওঁতে প্ৰায়েই জুপুকা মাৰি বহি থাকে। প্ৰহৰীয়ে গালি দিয়ে, তালৈ ভ্ৰূক্ষেপ নাই। চিন্তাৰ সাগৰত ডুবি থাকে।

বিবেক নাথ খীন, ওখ, মিঠাবৰণীয়া চেহেৰাৰ। গালৰ হনু ওলোৱা। মোচকোছা তলমুৰা। নাকটো দৃঢ়। নাখাই-নবৈ কাৰাগাৰত উজুটিতে পৰাৰ দৰে হৈ আহিছে।

এই বিবেক নাথেই মৰিবলৈ ওলাইছে অনশন ধৰ্মঘট কৰি।

একো বেমাৰ নথকাকৈ মানুহটো মৰিবলৈ ওলোৱা দেখি একেটা বেৰেকৰ কয়েদী দুটামানে প্ৰহৰীক কথাটো ক'লে। প্ৰহৰীয়ে ধমক দি কথাটো পাতলীয়াকৈ লৈ তাক ভাত খুৱাবলৈ যত্ন কৰি চালে; কিন্তু কামত নাহিল। মুখ্য প্ৰহৰীক খবৰ দিলে, বিভিন্ন প্ৰকাৰে— খঙেৰে, মৰমেৰে যত্ন কৰিলে— নুশুনিলে।

কাৰাধ্যক্ষক সবিশেষ জানিবলৈ দিলতো একো ফল নধৰিল।

কাৰাগাৰত মাজে সময়ে আমি এনেকুৱা কিছুমান পৰিস্থিতিৰ সন্মুখীন হ'ব লগা হয়। বহুত-গোচৰ বহুতদিন বিচাৰ নোহোৱাকৈ পৰি থাকিলে কেতিয়াবা কোনোবাজন বিচাৰাধীন আচামীয়ে অনশন কৰে। আমি যাৱতীয় ব্যৱস্থা গ্ৰহণ কৰিলে বা আদালতক জনালে আৰু জোৰকৈ খুৱাই দিয়া (Force Feeding) ৰ ভয়ত অনশন ত্যাগ কৰে।

এবাৰ এজন ৰোগী কয়েদীয়ে ডিব্ৰুগড় মেডিকেল কলেজত ভাল চিকিৎসা কৰাবলৈ জেদ ধৰি কেইবাদিনো অনশন কৰিছিল।

বহুতো কষ্টেৰে আৰু অতিৰিক্ত দণ্ডাধীশ আহিহে সমস্যাটো সমাধান কৰে। সিহঁতৰ দলপতিজনক আন আন কয়েদী কেইজনৰ লগত নাৰাখি বেলেগ

কক্ষত ৰখা হৈছিল। কোৱাও হৈছিল— অনশন কৰাটো এটা কাৰাগাৰৰ অপৰাধ। ইয়াৰ ফলত ওপৰঞ্চি (Prison Act ৰ Section 52 মতে) কাৰাদণ্ডও হ'ব পাৰে।

সি যি কি নহওঁক, অতি বেয়াৰ ফালে ঢাল খোৱাৰ আগতে তেওঁলোকে অনশন ত্যাগ কৰিছিল।

কাৰাগাৰৰ কয়েদীৰ ইতিহাসত ইংৰাজৰ শাসনৰ দিনত বা পিছতো অনশন কৰি মৃত্যু হোৱা আচামীৰ দৃষ্টান্ত নথকা নহয়।

কিন্তু যদি আচামীজনৰ অনশন ভংগ কৰিবলৈ উপযুক্ত ব্যৱস্থা লোৱা আমাৰ গাফিলতি বা অৱহেলাৰ প্ৰমাণ কেনেবাকৈ থাকি যায়, আৰু যদি অনশন কৰাজনৰ মৃত্যু হয় তেন্তে আমাৰ কাৰাগাৰৰ বিষয়া-কৰ্মচাৰীসকলৰ যিকোনো শাস্তি হ'ব পাৰে।

গতিকে আমি সকলো ফালে যত্ন কৰিছোঁ যাতে বিবেক নাথৰ অনশন ভঙ্গ কৰিব পৰা যায়! কিন্তু যিমানেই আমি যত্ন কৰিছোঁ— সফল হ'ব পৰা নাই।

শেহত ঘৈণীয়েক, ল'ৰা-ছোৱালী পৰ্যন্ত আনি তেওঁক যেনেতেনে খুৱাবৰ কাৰণে যত্ন কৰা হ'ল। পিছে নাই, সকলো চেষ্টাই বিফল হ'ল।

সকলো অনশনকাৰীয়ে কিবা নহয় কিবা এটা কাৰণৰ বাবেহে অনশন কৰে। কিন্তু আচৰিত কথা, বিবেক নাথৰ কোনো কাৰণ আমি বিচাৰি পোৱা নাই। তেওঁ মুখেই নোখোলে। ইফালে অনশনকাৰীৰ অৱস্থা দিনে দিনে বেয়াৰ ফাললৈ গৈ আছে।

কাৰাগাৰৰ নিয়ম অনুযায়ী কোনো কয়েদীয়ে যদি অনশন কৰে তেতিয়া উপায়ুক্ত বা জিলা-দণ্ডাধীশৰ অনুমতি লৈ ব'ল প্ৰয়োগ কৰি খুউৱাৰ বিধান আছে।

কিন্তু ভেটী দি বা যিকোনো প্ৰলোভনেৰে অনশনকাৰীক ফুচুলাই অনশন ভংগ কৰাৰ নিয়ম নাই।

বিবেক নাথৰ দাবী বুলিবলৈ একো নাই। তাৰ মনৰ ভিতৰত কি আছে তাকো আমি উলিয়াবলৈ পৰা নাই। ইফালে স্বাস্থ্যৰ অৱস্থা একেবাৰে শোচনীয় হৈ পৰিছে।

ডাক্তৰৰ পৰামৰ্শ বিচৰাত তেখেতে অনশনকাৰীৰ শৰীৰৰ দুৰ্বল অৱস্থা দেখি বল প্ৰয়োগ কৰি খুৱাবলৈকো বিপদ আছে বুলি ক'লে।

কাৰণ বল প্ৰয়োগ কৰি খুৱাবলৈ হ'লে দীঘল নলী এডাল ডিঙিয়েদি ভিতৰলৈ সুমুৱাই নলী ডালৰ ফুটাইদি পনীয়া খাদ্য জোৰকৈ ধৰি বান্ধি খুৱাই দিয়া হ'য়। কিন্তু এইটো কৰিবলৈ যাওঁতে প্ৰতিক্ৰিয়া হৈ মৃত্যু পৰ্যন্ত হোৱাৰ সম্ভাৱনা থাকে। অৱশ্যে অনশনকাৰীৰ যদি স্বাস্থ্য সবল হৈ থাকে তেনেহ'লে বিপদৰ সম্ভাৱনা নাথাকে।

উপায়ন্তৰ হৈ কাৰাগাৰৰ অধীক্ষকে বিবেক নাথক বল প্ৰয়োগ কৰি খুৱাবলৈকে ঠিক কৰিলে। ইতিমধ্যে উপাযুক্তলৈ সবিশেষ জনাই এনেকৈ খুৱাবলৈ অনুমতি বিচাৰিলে।

শেষ চেষ্টা হিচাপে বিবেক নাথৰ ঘৈণীয়েকজনীক প্ৰহৰী এজন পঠিয়াই জিৰণি ঘৰত বহি থকাৰ পৰা মতাই অনা হ'ল। সাধাৰণ এগৰাকী নিৰ্জু প্ৰকৃতিৰ তিৰোতা। এসময়ত মানুহ গৰাকী ধুনীয়া বা আকৰ্ষণীয় আছিল বুলি ভাবিব পাৰি। কঠোৰ বাস্তৱৰ মুখামুখিত যেন মানুহগৰাকী বয়সতকৈ বহুত বুঢ়া হৈ গৈছে। চুলিখিনি পকিছে। ফোট, শিৰৰ সেন্দুৰখিনি অসংযত। সাজ পোছাকো পৰিপাটি নহয়। আমাক দেখি মানুহজনীয়ে থিয় হ'বনে বহিব দোধোৰ মোধোৰ অৱস্থা হ'ল।

মই তেওঁক মোৰ সন্মুখৰ চকীখনতে বহিবলৈ দিলো।

সকলোৱেই বিবেক নাথৰ বিষয়ে বিভিন্ন ধৰণৰ প্ৰশ্ন সুধি গ'ল। মানুহজনীয়ে উত্তৰত গিৰিয়েকৰ বিষয়ে থুলমূলকৈ কোৱা কথাখিনি এনে ধৰণৰ— বিবেক নাথ ঠাণ্ডা, সৎ আৰু দায়িত্বশীল মানুহ হিচাপেই তেওঁ পাই আহিছে। গিৰিয়েকে হেনো বুজন হোৱাৰে পৰাই অৰ্থাৎ উপাৰ্জন কৰিবলৈ আৰম্ভ কৰাৰে পৰাই ঘৰৰ সকলো দায়িত্ব মূৰ পাতি লৈ সুকলমে পালন কৰি আহিছে। পৰিয়ালৰ ভৰণ-পোষণৰ দায়িত্ব তেওঁৰ ওপৰতেই পৰিছিল।

বিবেক নাথে কম কথা কৈছিল। তেওঁ এটা পোষ্ট অফিচত পোষ্টমাষ্টাৰ হিচাপে কাম কৰিছিল, পাঁচোটা ভাই-ভনীক উপযুক্ত শিক্ষা দি ডাঙৰ দীঘল কৰোঁতে তেওঁৰ সীমিত উপাৰ্জনৰ কাৰণে যথেষ্টখিনি কষ্ট হৈছিল যদিও ভায়েক কেইটাক উপযুক্ত মানুহ কৰিছিল আৰু নিজৰ বিয়াৰ উপৰিও ভনীয়েক কেইজনীক বিয়াদি উলিয়াই দিছিল। এইবোৰ কৰোঁতে তেওঁৰ ধাৰ ঋণ যথেষ্টখিনি হৈছিল, কিন্তু নিজেই কষ্ট কৰি টানিটুনি চলি ধাৰ মাৰিছিল।

কিন্তু কষ্টে-মষ্টে চলি থকা সংসাৰখনত হঠাৎ এটা বিপৰ্যয় আহি পৰিল। তেওঁ কাম কৰি থকা পোষ্ট অফিচটোত বহুতো টকাৰ খেলিমেলি ওলাল।

অনুসন্ধানৰ পিছত তেওঁৰেই টকাখিনি আত্মসাৎ কৰা বুলি অভিযুক্ত হ'ল। ফলত তেওঁ চাকৰিৰ পৰা বৰ্খাস্ত হ'ল আৰু শেষত জেললৈ আহিব লগা হ'ল।

উল্লেখনীয়, অফিচৰ পৰা টকাখিনি ঘূৰাই দিবৰ বাবে বিবেক নাথক নিৰ্দিষ্ট এটা সীমা বান্ধি দিছিল যদিও তেওঁ সিমানখিনি টকা কোনোপধ্যেই যোগাৰ কৰিব নোৱাৰিলে। ভায়েক-ভনীয়েকহতেঁও নিজৰ পৰিয়ালৰ নাটনি কৰি এই দুৰ্দিনৰ সময়ত ককায়েকক সহায় কৰিব নোৱাৰিম বুলি ক'লে। তেওঁলোকে ক'লে— 'নিজেই যেতিয়া ভুল কৰিছে তাৰ ফল তেওঁ নিজেই ভোগ কৰিব লাগিব। আমাৰ নিজৰেই নাই, ইমানখিনি টকা তেওঁকনো দিম কেনেকৈ?

মোৰ মনত পৰিল ৰত্নাকৰ দস্যুলৈ । পৰিয়ালৰ ভৰণ-পোষণ দিবলৈ ৰত্নাকৰে হত্যা-লুণ্ঠন কৰি বহুতো মহাপাপ আৰ্জিছিল। কিন্তু তেওঁ কৰা মহাপাপৰ ভাগ লবলৈ পৰিয়ালৰ সকলোৱে অস্বীকাৰ কৰিছিল।

বিবেক নাথৰ ঘৈণীয়েকে আমাক কাকুতি মিনতি কৰি ক'লে—

ঃ বিশ্বাস কৰক, মই ল'ৰা-ছোৱালী কেইটাৰ মূৰত ধৰি শপত খাই কৈছো— এইবোৰ টকাৰ ফুটা-কড়ি এটাও তেওঁ আমাৰ ঘৰলৈ নিয়া নাছিল।

—এইবুলি মানুহজনীয়ে চকুপানী টুকিবলৈ ধৰিলে।

এনেতে আমাৰ এজন সহকৰ্মীয়ে ক'লে—

ঃ মই অফিচৰ এটা সূত্ৰয়েদি জানিব পাৰিছোঁ, বিবেক নাথৰ লগৰে এজন ওপৰৱালাই এই কামটো কৰিলে, যিজন বিবেক নাথৰ বন্ধু বুলি পৰিচিত আছিল। বিবেক নাথক বিপদ আপদতো সহায় কৰিছিল। এই বন্ধুত্বৰ সুযোগ লৈয়েই তেওঁ 'ক্যাশ্'ৰ পৰা টকাখিনি আত্মসাৎ কৰি বিবেক নাথক বিপদত পেলালে।

অন্য এজনে ক'লে—

ঃ তেন্তে সি মুখ খুলি কথাবোৰ নকলে কিয়?

ঃ সি এটা ষ্টুপিড্ কাৰণে নক'লে। সি এটা চেন্টিমেন্ট্যাল ফুল। আবেগিক মূৰ্খ।

—বেলেগ এজনে ক'লে।

এনেতে বল প্ৰয়োগ কৰি খুৱাবৰ কাৰণে আদালতৰ পৰা আদেশ আহিল।

লগালগিকে বিবেক নাথক অসামৰিক চিকিৎসালয়লৈ লৈ যোৱা হ'ল। কিন্তু সময়ৰ পিছত জামাদাৰ ভবীকান্ত ঠাকুৰ বেলাবেলিকে কাৰ্যালয়লৈ লোমাই

আহিল। আবেগ মিশ্ৰিত ভাষাৰে ক'লে—

ঃ নাই, সি মৰি থাকিল। বহুত যত্ন কৰা হ'ল। ফ'ৰ্ছ ফীডিং কৰাৰ কিছু সময়ৰ পিছতেই খতম্।

বিবেক নাথে অনশন কৰি মৰিল।

মই মনতে ভাবিলো— বিবেক নাথ মৰিল যদিও কিবা এটা প্ৰতিবাদ মনৰ মাজত লৈয়েই মৰিল। নিৰৱ প্ৰতিবাদ। কিন্তু এই প্ৰতিবাদ কাৰ ওপৰত?

তাৰ পৰিয়ালৰ ওপৰতনে?

তাৰ সহকৰ্মী বন্ধুৰ ওপৰতনে?

নে নিজৰ ওপৰত ধিক্কাৰ?

—ইয়াৰ কাৰণটো মই বিচাৰি উলিয়াব নোৱাৰিলো। ❑❑

# কমলা, বিমলা, মুলুংহঁতৰ কথাৰে....

(১)



'মিড্ ডে ডিউটি'— এইখিনি সময়ত বিশেষ কাম নাথাকে যদিও দায়িত্ব হ'লে বহুতো। আমাৰ মাজৰ বিষয়াসকলে এজন এজনকৈ সলনা-সলনি কৰি দুপৰীয়াৰ 'ডিউটী কৰে। বাকীসকলে ঘৰলৈ গৈ ভাত-পানী খাই জিৰণি লৈ আকৌ কাৰাগাৰলৈ আহে।

এই সময়ত আমাৰ প্ৰধান কাম হ'ল গোটেই কাৰাগাৰখনৰ ওপৰত সতৰ্ক দৃষ্টি ৰখা, অন্য এটা বিশেষ কাম হ'ল কয়েদী আচামীসকলক দেখা কৰিবলৈ অহা আত্মীয় বা অন্যান্য সকলৰ সৈতে সাক্ষাৎ কৰোৱা। সাক্ষাৎকাৰ কাৰাগাৰৰ

অফিচৰুমৰ খিড়িকিয়েদিহে কৰিবলৈ দিয়া হয়, 'বিভ্ৰ' থকাৰ কাৰণে কাৰাগাৰৰ প্ৰধান দুৱাৰেদি দেখা শুনা কৰিবলৈ দিয়া নহয়। গতিকে আমাৰ কাৰ্যালয়ৰ ডাঙৰ ডাঙৰ খিড়িকি দুখনেদি আমাৰ সন্মুখত দেখা-দেখি বা কথা-বতৰা হয়। মুখ্য প্ৰহৰী, কাৰ্যালয় 'মেট' আদিয়ে অনবৰতে চোকা দৃষ্টি দি থাকে— কিজানিবা কাৰাগাৰৰ নিয়ম অনুযায়ী কিবা নিষিদ্ধ বস্তু আদান-প্ৰদান কৰে।

সঘনাই দেখা কৰাৰো নিয়ম নাই। কেতিয়াবা কোনোবাই অতি কম দিনৰ ভিতৰত দেখা কৰিবলৈ আহিলে আমাক অনুনয়-বিনয়খন কৰে। দেখা কৰোৱাৰ সময়খিনিত মোৰ বিভিন্ন অভিজ্ঞতা, অনুভূতিয়ে মনত ক্ৰিয়া কৰে। কোনোবাই দেখা কৰোঁতে উচুপি উচুপি কন্দা দেখিলে মোৰো চকু সেমেকি উঠে। দুই-এক বয়সস্থ মানুহ বা কোলাত কেঁচুৱা লৈ মাইকী মানুহ দেখা কৰিবলৈ অহা আত্মীয়ক কৌতুহলবশতঃ দুই এআষাৰ কথা সোধো। আমি সুধিলে তেওঁলোকে উৎসাহ পায়, আমাৰ লগত আন্তৰিকতাৰে কথা পাতিবলৈ বিচাৰে। সেই সময়ত আচামীজনৰ চোৱা-চিতাৰ দায়িত্ব মোৰ ওপৰতে অৰ্পণ কৰে, বোধকৰো মোক মাইকী মানুহ দেখিয়েই এনেকৈ ক'বলৈ সাহস পায়। তেওঁলোকে এনেকুৱাখন কৰে— গোটেই কাৰাগাৰখনৰ বিভিন্ন কয়েদীসকলৰযেন মই মাকজনীহে। সিহঁতৰ থকা, খোৱা, পিন্ধা সকলো ভাৰ যেন মোৰহে!

সঁচাকৈয়ে গোটেই জেলখানাখনৰ বিভিন্ন চৰিত্ৰৰ বিভিন্ন অপৰাধৰ বন্দীসকলৰ মাজত মই কদৰ্যতাৰ বিপৰীতে মানৱীয় ৰূপটোহে উপলব্ধি কৰি ভাল পাওঁ, যদিও বহুতো দুৰ্দান্ত চৰিত্ৰৰ কয়েদী আছে। মোৰ দৃষ্টিকোণত কিন্তু সেইটো ধৰা নপৰে। সেয়েহে যোৰহাট প্ৰথম শ্ৰেণীৰ কাৰাগাৰখনৰ হাজাৰ-বাৰশ কয়েদী কোনো এজনৰে দৃষ্টিত বা আচৰণত মোৰ প্ৰতি অশ্ৰদ্ধাৰ বা অসৎ মনোভাৱ দেখা নাছিলো।

কয়েদীসকলক দেখা কৰোৱাৰ উপৰিও দুপৰীয়াৰ অন্য এটা কাম হৈছে কেতিয়াবা হঠাতে আদালতত কোনোবা কাৰাগাৰত থকা আচামীৰ উপস্থিতি দৰকাৰ হৈ পৰে আৰু লগে লগে পুলিচৰ ভানখন পঠিয়াই দিয়ে। আমি চাইচিতি সঠিক আচামীজনক যথা সময়ত আদালতলৈ পঠিয়াই দিব লাগে।

এইখিনি সময়তে আৰু এটা কৰিবলগীয়া কাম হ'ল ভিতৰৰে হওঁক বা বাহিৰৰে হওক, বন্দীসকললৈ অহা-যোৱা কৰা চিঠি-পত্ৰবিলাক চেন্সৰ কৰা। কাৰাগাৰৰ নিয়ম অনুযায়ী নিষিদ্ধ কথা থকা চিঠি-পত্ৰবিলাক দিবলৈ অনুমোদন জনোৱা নহয়।

এই চিঠি-পত্ৰবিলাক চাওঁতেও মোৰ বহুতো অনুভূতিৰ উদ্ৰেক হয়। কোনোবা কয়েদীৰ ঘৰত কেঁচুৱা হ'লে চকুপানী টুকি টুকি কেঁচুৱাৰ ফটোসহ গিৰিয়েকলৈ চিঠি দিয়ে। বিৰহ, অভিমান, নকৰো বুলি ভাবিও কৰা খঙৰ চিঠি, হতাশা দুৰ্দিনত ভোগা, বিহুৰে-পূজায়ে মনত পৰি লিখা কত যে চিঠি পঢ়িবলৈ পাওঁ। আকুল-ব্যাকুল অন্তৰেৰে প্ৰাণ ঢালি লিখা এই চিঠিবোৰে মোক বহুতো নতুনা কথা ভাবিবলৈ বাধ্য কৰে।

এনেকৈ চিঠি-পত্ৰ চাই থাকোতে এদিন মহিলা কক্ষৰ লীলাৱতী বৰা আহি মোৰ ওচৰতে চুচুক-চামাক কৰি থিয় হ'লহি আৰু দিওঁ-নিদিওঁ কৰি মোৰ হাতত এখন কাগজ দি ক'লে— ঃ 'বাইদেউ খং নকৰিব, চিঠিখন আপোনাক নেদেখুৱাই ফালিও পেলাব পাৰিলোহেঁতেন। কিন্তু ইহঁতৰ কাণ্ড-কাৰখানাবিলাক আপুনি পিছত গ'ম পালে আমাকেই দুষিব বুলি ভাবিয়েই চিঠিখন লৈ আহিছোঁ।

মই চিঠিখন খুলি দেখো— উৰা। এইখন দেখোন প্ৰেম-পত্ৰ!

ঃ তুমি কেনেকৈ পালা? কোনে কাক দিছে?

ঃ কাৰাগাৰলৈ অহা নতুন কয়েদী এটাই দিলে। কেইদিনমানৰ পৰা তাক মই মাইকী ফাটেকৰ সন্মুখত পুলুং-পালাংখন কৰি থকা দেখা পাইছিলো। আজি ডিউটি সলনি কৰিবলৈ যাওঁতে মাইকী ফাটেকৰ কমলা নামৰ ছোৱালীজনীক দিবলৈ দিছিল।

ঃ তুমি কিয় লৈছিলা? সি চল পোৱা নাইনে?

ঃ কি কৰিম? ভাবিলো, মই যদি নলওঁ, সি লুকাই-চুৰকৈ অন্য কাৰোবাৰ হাতততো চিঠিখন দিব পাৰে।

ঃ তুমি এতিয়া ডিউটীলৈ যোৱা। মই ইয়াৰ ব্যৱস্থা কৰিম।

চুটি প্ৰেম-পত্ৰ। যোগেন নামৰ কয়েদীটোৱে মহিলা কক্ষৰ কমলা নামৰ কয়েদী ছোৱালী এজনীলৈ দিছে। পেঞ্চিলেৰে এটুকুৰা অসমান কাগজত লিখা চিঠি।

আগৰ দিনত প্ৰেমিক-প্ৰেমিকাই প্ৰেম-পত্ৰ আদান-প্ৰদান কৰোঁতে কলমৰ আগত প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যৰ মাধ্যমেৰে হৃদয়ৰ অগাধ ভালপোৱা পৰিস্ফুট হয়। আজি-কালিৰ ডেকা গাভৰুৱে সেই আবেগ-অনুভূতিক প্ৰাধান্য নিদিয়ে। বাস্তৱতাকহে গুৰুত্ব দিয়ে।

এই চিঠিখনক কি আখ্যা দিওঁ মই নিজেই ভাবি নাপালো। চিঠিখন

এনেকুৱা ধৰণৰ— ছোৱালীজনীৰ নামটো সি ইতিমধ্যে জানিব পাৰিছে। তাইৰ ঘৰৰ পৰিচয় ৰবকৈ নাজানে যদিও কি কেইছত, কিমান বছৰ জেল হৈছে তাক সংগ্ৰহ কৰিছে। তাই হাজোতী হৈ জেললৈ আহোঁতেই সি পোনপ্ৰথমে দেখিছিল। এতিয়ালৈকে অৱশ্যে সি দুই-তিনিবাৰমানহে দেখিছে। সি সৰু-সুৰা কেইছত অহা কয়েদী। অৱশ্যে জেলত তাইক প্ৰথম দেখোতে প্ৰেমত পৰাৰ পিছত পিছৰ কেইবাৰ জেললৈ তাইৰ সান্নিধ্য পাবলৈকে আহিছে। একেবাৰে নিভাঁজ প্ৰেম। স্বাৰ্থ নাই। কাৰাগাৰৰ বন্ধ দুৱাৰ মুকলি কৰি তাইক উলিয়াই লৈ যাবৰ মন যায়। তাইৰ ভালপোৱা সি আদায় কৰিবই হেনো। কাৰাবাসৰ ম্যাদ শেষ হ'লেই কমলাক সি বিয়া কৰাব।

লোহাৰ গড়ালৰ ভিতৰৰ বন্দীসকলৰ অন্তৰতো তেনেহ'লে প্ৰেম থাকে। সমাজ বিৰোধীসকলৰ হৃদয়ৰ প্ৰেম সমাজৰ হিতৈষীসকলৰ অন্তৰৰ প্ৰেমতকৈ কোনো গুণে কম নহয়।

ল'ৰাটো মই মতাই আনিলো। দেখিবলৈ বেয়া নহয়। গাঁৱৰ তিনিআলি, চাৰিআলিৰ চ'কত বহি আড্ডা দিয়া বা দাদাগিৰি দেখুওৱা ধৰণৰ এটা ডেকা। আমাৰ ওচৰত বেপেৰুৱা ভংগী এটাৰে থিয় হ'ল।

কয়েদী শাখাৰ বিষয়াজনে ক'লে— ঃ পকেট মাৰি ধৰা পৰি জেল খাটিছে— ই আকৌ জেলৰ ভিতৰত প্ৰেম কৰিবলৈ আহিছে। বাহিৰত আৰু ছোৱালী নেপালি?

ঃ কাইলৈৰ পৰা ইয়াক পানী কঢ়িওৱা এক নম্বৰ গেওত দিবা'— অন্য এজনে মুখ্য প্ৰহৰীৰ ফালে চাই ক'লে।

যোগেনে একো নামাতি ওঁঠযুৰি অকণমান একাষৰীয়াকৈ কোঁচ খুৱালে। মুখ্য প্ৰহৰীজনে 'আহ্' বুলি তাক টানকৈ মাতি লৈ গ'ল। সি কিন্তু খাসাচ হৈ যোৱাৰ দিনলৈকে মহিলা কক্ষৰ বন্ধ দুৱাৰৰ বাহিৰত পাহচাৰী কৰি ঘূৰি ফুৰিছিল আৰু দুপৰীয়া 'ফীডিং পেৰেড'ৰ সময়ত মহিলা কক্ষৰ গেট খোলোতে সি ভুমুকা-ভুমুকি কৰি ভিতৰলৈ চাইছিল।

মহিলা কক্ষলৈ খোৱা বস্তু কঢ়িওৱা কয়েদীকেজনক মুখ্য প্ৰহৰীয়ে নিৰ্বাচন কৰে। লগত এজন বা দুজনহে প্ৰহৰী থাকে। মহিলা কক্ষৰ ভিতৰত দুগৰাকী মহিলা প্ৰহৰীৰ লগতে কয়েদীৰ এজনী ছটিয়াৰ মেট থাকে।

মহিলা কক্ষৰ ডাঙৰ দুৱাৰখন সাধাৰণতে ব্যৱহাৰ নকৰে। তলত খিড়িকিৰ

সমান এখন সৰু দুৱাৰ আছে। সেইখনেদি আমি সকলো চাপৰি ওলোৱা সোমোৱা কৰোঁ। বাটতো সৰু হোৱাৰ কাৰণে ডাঙৰ খোৱা বস্তুৰ বাচনবোৰ উলিয়াওতে-সুমুৱাওতে কিছু সময় লাগে। এইকণ সময়তে ভিতৰৰ পৰা চঞ্চল কয়েদী কেইজনীমানে আৰু বাহিৰৰ পৰা পুৰুষ কয়েদী কেইটামানে জুমাজুমি কৰে। তাহাঁতৰ সেইটোৱেই খন্তেকীয়া আনন্দ বা তৃপ্তি।

এতিয়া প্ৰেমিকাগৰাকী অৰ্থাৎ কমলাৰ কথালৈ আহোঁ। দুবছৰমানৰ আগতে মাকৰে সৈতে দুজনী গাভৰু জীয়েক বিচাৰাধীন বন্দী হিচাপে কাৰাগাৰলৈ আহিছিল। যদিও তেওঁলোক খুনী গোচৰৰ আচামী আছিল, কিন্তু সিহঁতৰ আচৰণত তাৰ কাৰণে কোনো অনুশোচনা হোৱা নেদেখিছিলো। তাৰ পৰিৱৰ্তে মাক-জীয়েকহঁতে হাঁহি হাঁহিয়েই নিজৰ নাম, ঘৰৰ ঠিকনা আদি সবিশেষ আমাৰ প্ৰশ্নৰ উত্তৰ দিছিল। সিহঁতে যেন কোনো অপৰাধমূলক কাম কৰি অহা নাই।

বিচাৰাধীন-কয়েদীসকলক ঘৰৰ কানি-কাপোৰকেই পিন্ধিবলৈ দিয়া হয়; কিন্তু আ-অলঙ্কাৰ, ঘড়ী আদি দামী বস্তুবোৰ আৰু টকা-পইচা জেলখানাৰ ভিতৰলৈ নিবলৈ দিয়া নহয়। কাৰ্যালয়ত এখন ৰেজিষ্টাৰত বস্তুবোৰ লিষ্ট কৰি সিহঁতৰ হতুৱাই চহী কৰাই গুদাম ঘৰত থোৱা হয়, আৰু খালাচ হৈ যোৱাৰ সময়ত দি দিয়া হয়। আমাৰ কাৰ্যালয়ত এপদ বস্তুও ইফাল-সিফাল নহয়। কাৰাদণ্ড হ'লে অৱশ্যে ঘৰৰ কাপোৰ পিন্ধিবলৈ দিয়া নহয়।

ডাঙৰজনী ছোৱালীৰ কাণে, ডিঙিয়ে, হাতে, আঙুলিয়ে ৰূপ আৰু সস্তীয়া ৰং-বিৰঙৰ অলঙ্কাৰ আছিল। মাকৰ কাণত এযোৰা সোণৰ কাণফুল আৰু সৰু জীয়েকৰ তেনেকৈ একো গহনা-গাঠৰি নাছিল। দেখা বা কথা-বতৰাই তেওঁলোকৰ অৱস্থা হীনতাৰে পৰিচয় দিছিল।

পৰিস্থিতিয়ে মানুহৰ মন কোনফালে ঢাল খুৱায়, কি ঘটনা ঘটাব, সেয়া জানো কোনোবাই ক'ব পাৰে! বাপেকৰ সৈতে চাৰিওটি প্ৰাণীয়ে জাঁজীৰ ওচৰৰ এখন গাঁৱত সৰু সংসাৰ এখন কৰি আনন্দৰেই বাস কৰি আছিল। ভৱিষ্যতৰ ৰঙীণ সপোন সিহঁতেও দেখিছিল।

কমলা পঢ়া-শুনাত বেছি চোকা নাছিল যদিও অন্যবোৰ কামত বেছি পাকৈত আৰু সাহসী আছিল। কমলাতকৈ বিমলা গহীন আছিল আৰু পঢ়া-শুনাতো চোকা আছিল। কমলা-বিমলাক লৈ বাপেকৰ উদ্যমৰ শেষ নাছিল। দুয়োজনী মাক-বাপেকৰ চকুৰ মণি আছিল। বাপেকে জাঁজীৰ এটা কাৰ্যালয়ত

কেৰাণীৰ কাম কৰিছিল। কিন্তু হঠাৎ অঘটনটো ঘটিল। এদিন চাইকেলেৰে কাৰ্যালয়ৰ পৰা ঘৰ অভিমুখে আহি থাকোঁতে বালুভাত মাল কঢ়িওৱা ট্ৰাকৰ চেপাত বাপেক মৃত্যু মুখত পৰে। মাক আৰু জীয়েক দুজনীৰ মূৰত বিনা মেঘে বজ্ৰপাত পৰিল। আইনাৰ সজা ঘৰটো যেন অদৃশ্যজনে ভাঙি চূড়মাৰ কৰি দিলে। সিহঁত নিঠৰুৱা হ'ল।

(২)

এই দুৰ্দিনত কমলা, বিমলাহঁতক বিশেষভাৱে সহায় কৰিবলৈ আত্মীয় কুটুম্ব কোনো নাছিল যদিও বাপেকৰ সৈতে বন্ধু বুলি পৰিচিত এজন মানুহে সিহঁতলৈ সহায়ৰ হাত আগবঢ়ালে। নদীত ডুবিবলৈ ধৰা মানুহে খেৰ-কুটাডালকে আশ্ৰয় বুলি সাবটি লোৱাৰ নিচিনাকৈ সিহঁতৰ মুখলৈ পানী আহিছিল যদিও কেইদিনমানৰ পিছতে মানুহজনৰ আচল ৰূপটো দেখা পাই আতংকিত আৰু অসহায় হৈ পৰিল।

কমলা, বিমলাৰ মাক দেখনিয়াৰ আছিল। এদিন মানুহজনে মাকক দেউতাকৰ কাৰ্যালয়ৰ পৰা টকা উলিয়াবলৈ চহৰলৈ লৈ আনি এখন হোটেলত ৰাখি অসৎ উদ্দেশ্য পূৰণ কৰাৰ উপৰি টকাখিনিৰ সিংহভাগ কাঢ়ি লোৱাদি ল'লে।

ইয়াৰ পিছত প্ৰতিদিনেই সিহঁতৰ অসহায় অৱস্থাৰ সুযোগ লৈ মাকক উপভোগ কৰিবলৈ লাগিল। সমাজৰ এনে এজন লোকৰ কদৰ্য ৰূপটো দেখিছোৱালী দুজনীৰ মনত ভিতৰি ভিতৰি ক্ষোভ, বিতৃষ্ণা আৰু বিদ্ৰোহৰ জুই উমি উমি জ্বলি উঠিল।

এদিন সি মাকৰ লগতে সন্তুষ্ট নাথাকি কমলালৈকো হাত মেলিলে। বিদ্ৰোহী কমলাৰ অন্তৰত জ্বলি থকা জুইকুৰাত যেন কোনোবাই ঘিঁউহে ঢালি দিলে। তাই দুৱাৰ মৰা ডাংডালেৰে মানুহজনক ভালকৈ মাৰ শোধাই ঘৰৰ পৰা বাহিৰ কৰি দিলে। সি মাৰ খাই সিহঁতক 'চাই ল'ম' বুলি সেইদিনা গুচি গৈ পিছদিনা আৰু দুজন মানুহৰ লগত মাতাল হৈ সিহঁতৰ ঘৰলৈ আহিল।

এইবাৰ কিন্তু মাক-জীয়েকহঁতে এটা অভাৱনীয় কাণ্ড কৰিবলৈ গুণা-গঁথা কৰিলে। কাৰণ, সেই অসৎ মানুহজনৰ পৰা উদ্ধাৰ পাবলৈ সিহঁতৰ আৰু অন্য পথ নাছিল। ইতিমধ্যে সমাজৰ কেঁৰা চকুৱে সিহঁতৰ ওপৰত দোষ জাপি দিছিল আৰু এঘৰীয়া কৰিছিল।

এতিয়া হয় সিহঁতে নিজৰ ঘৰবাৰী এৰি অন্য ঠাইলৈ যাব লাগিব— যিটো কাম সিহঁতৰ বাবে সম্ভৱ নাছিল, নহয় মানুহজনক শেষ কৰিব লাগিব। গতিকে সিহঁতে তাক হত্যা কৰাটোকে ঠিক কৰি পেলাইছিল।

দুষ্কৃতিকাৰীৰ হাতৰ পৰা নিঠৰুৱাক ৰক্ষা কৰিবলৈ অসমৰ্থ এই সমাজত থকাতকৈ সিহঁতে মৰি যোৱাই শ্ৰেষ্ঠ বুলি ভাবিলে। ফাঁচি হ'লেতো সকলো শেষ। যদি সিহঁতৰ জেল হয়, নিৰাপদে মুক্ত মনেৰে কাৰাগাৰৰ ভিতৰত থাকিব পাৰিব।

পিছদিনা যেতিয়া মানুহ তিনিজন সিহঁতৰ ঘৰলৈ আহি মাক আৰু জীয়েক দুজনীৰ ফালে চোঁচা লৈছিল, মাকে হিতাহিত জ্ঞান হেৰুৱাই মাছ বচা মৈদাখনেৰে আচল মানুহজনক ঘপিয়াই দিছিল। মাকৰ সেই ৰূপ দেখি লগত অহা দুজন পলাই ফাট মেলিলে। এনেতে আধা মৰা মানুজহনে কঁপি কঁপি বৈ থকা মাকৰ হাতৰ পৰা মৈদাখন কাঢ়ি লৈ আক্ৰমণ কৰিব খোজোঁতেই ছোৱালীদুজনীয়ে যি পালে তাৰেই মানুহজনৰ মূৰত টাঙনিয়াই মূৰটো ফলি দি তাৰ ইহলীলা শেষ কৰিলে। তাৰ পিছত মাক আৰু আৰু জীয়েক দুজনী জেললৈ আহিল।

এদিন মই মহিলা কক্ষৰ 'ফীডিং পেৰেড'লৈ যাওঁতে মাকে কৈছিল—

ঃ বাইদেউ, আমি তাক সকলোৰে খুঁচি খুঁচি মাৰিলো। আমাৰ মনত এতিয়া অকণো শংকাৰ ভাৱ নাই।— হওক আমাৰ জীৱনটো ধ্বংস। কিন্তু এটাই ভাবি ভাল লাগে যে সেই কুলাঙ্গাৰ, লম্পট, মদাহীটো আৰু এই সংসাৰত নাই।

মাকে যেনেকৈহে ক'লে— সিহঁতে যেন মানুহ এজন হত্যা কৰি অহা নাই— এটা ভয়ঙ্কৰ হিংস্ৰ জন্তুহে হত্যা কৰি আহিছে। মোৰ মনটোত এটা অবুজ মৰ্মবেদনাই তোলপাৰ লগাবলৈ ধৰিলে। মৌন হৈ তাৰ পৰা মই ঘূৰি আহিলো।

এদিন সন্ধিয়াৰ সময়ত কাছাৰীৰ পৰা অন্যান্য আচামীৰ লগতে যোগেন আকৌ কাৰাগাৰলৈ আহিল। এইবাৰো তাৰ সৰু-সুৰা গোচৰ। কেইদিনমানৰ বাবেহে কাৰাদণ্ড হৈছে। ছোৱালীজনীয়েই যে ইয়াৰ মূল আকৰ্ষণ, এইবাৰ ধৰিব পৰা গ'ল। এজন সহকৰ্মীয়ে তাক ঠিকে ঠিকে থাকিবলৈ সতৰ্ক কৰি দিলে।

এদিন মই মহিলা ফাটেকলৈ যাওঁতে কয়েদী-মেট্‌জনীয়ে তাইৰ ব্লাউজৰ ভিতৰত হাত সুমুৱাই দুখনমান চিঠি মোক উলিয়াই দিলে। কমলা আহি চিঠিকেইখন থাপ মাৰি কাঢ়ি নিব খোজোতেই মই হাত পাতি ল'লো। মেট্‌জনীয়ে কমলাক অশ্লীল শব্দেৰে গালি পাৰিলে। ওচৰতে থকা কৃষ্ণচূড়া গছজোপাৰ গাত

আউজি বিমলাই কিতাপ এখন পঢ়ি আছিল আৰু মাকে তাইৰ চুলিৰ ওকণি বাছি আছিল। প্ৰথমতে মাকে আওকণীয়াৰ ভাও জুৰিছিল যদিও অলপ পিছতে মোৰ ওচৰত আহি থিয় হ'লহি।

মই কমলালৈ চাই সুধিলো— ঃ জেলৰ ভিতৰত এইবোৰ কাণ্ড কৰা ভাল হৈছে জানো?

কমলাই যোলে চাই এমোকোবা হাঁহি মাৰি কৃষ্ণচূড়া গছজোপাৰ ওপৰলৈ চালে। কৃষ্ণচূড়াৰ ফুলবোৰ ফুলিবলৈ আৰম্ভ কৰিছিল।

মাকে শান্তভাৱে মাত লগালে ঃ 'বাইদেউ, আপুনি ছোৱালী মানুহ, আপোনাক মই দুটামান কথা কওঁ— আপুনি বুজিব পাৰিব। আমাৰ জেলৰ পৰা ওলাই যোৱাৰ দিন চমু চাপি আহিছে। বাহিৰৰ সমাজখনলৈ মোৰ খুব ভয় লাগে। সেইখন সমাজত আমাক চাবলৈ কোনো নাই। ইয়াৰ পৰা ওলাই যোৱাৰ পিছত আমাৰ অৱস্থা আকৌ আগৰ দৰে হ'ব জানো? এইবোৰ কথা ভাবি-চিন্তিয়েই মই থিৰাং কৰিছোঁ— যি হৈছে ভালেই হৈছে। মোৰ ছোৱালীজনী গতাবলৈ এজন যে পুৰুষ পাইছোঁ সেইয়া জানো মোৰ ভাগ্যৰ কথা নহয়? নহ'লেনো তাইক কোনে বিয়া কৰাব? ল'ৰাটোকতো মই দেখাই নাই। তথাপিতো সি যে মোৰ কোনোবা জনমত আপোন আছিল সেইয়া মোৰ মনটোৱে কৈছে। নহ'লেনো জেলৰ ভিতৰত ইমান নিখুঁত পহৰাৰ মাজতো মোৰ ছোৱালীজনীক পছন্দ কৰি বিয়া কৰাব খোজেনে?

কুঁজা হৈ হাত দুয়োখন যোৰ কৰি মাকে মোক ক'লে— ঃ 'আপোনাৰ পৰা আশীৰ্বাদ বিচাৰিলোঁ।

সেই মুহূৰ্তত কি কথাৰে সান্ত্বনা দিম বা কি কথা কোৱা উচিত হ'ব, মই একো ঠিক কৰিব নোৱাৰি বিমলাই পঢ়ি থকা কিতাপখন লিৰিকি-বিদাৰি আমালৈ চাই থকা দেখি সুধিলো— ঃ 'পৰীক্ষালৈতো তোমাৰ বেছি দিন নাই, পঢ়া-শুনা হৈছেনে?

মাকে আকৌ মাত লগালে— 'বাইদেউ, তাই যদি এইবাৰ জেলৰ পৰাই বি-এটো পাছ কৰে, মই হাততে সৰগখন ঢুকি পাম। আপোনালোকেতো সহায় কৰিছেই— বাকীখিনি ভগৱানেহে জানে।'

মই আনন্দত আপ্লুত হ'লো। আধুনিক [illegible] গঢ় দিয়া নৈতিক সমাজত [illegible] সৃষ্টি কৰা [illegible] মাজত সিহঁতে যে পোহৰৰ ৰেঙনি দেখা পাইছে।

মই কাৰ্যালয়লৈ ঘূৰি আহি চিঠিকেইখন পঢ়িবলৈ বুলি খুলি ল'লো। চিঠিকেইখন যোগেনেই লিখা। তাৰে ভিতৰত কমলাই দিয়া এখন চিঠিৰ উত্তৰ। চিঠিকেইখনৰ ভাব-অনুভূতি গভীৰ। একেবাৰে নিভাঁজ প্ৰেম। ইমান কঠোৰ নিকপ্ কপীয়া- বান্ধোনৰ মাজতো মুক্তপ্ৰেমৰ বিকাশ। চিঠিকেইখন পঢ়ি মোৰ মনলৈ বিমল চঞ্চল অনুভূতি সঞ্চাৰ হ'ল। মই চিঠিকেইখনৰ কথা কাৰ্যালয়ত সদৰি নকৰি মোৰ ড্ৰয়াৰত ভৰাই থ'লো।

ইয়াৰ পিছত বহুত দিন পাৰ হৈ গ'ল। যোগেনো কাৰাগাৰৰ পৰা ওলাই আচামী হৈ আকৌ কাৰাগাৰলৈ অহা নাই। আমি ভাবিলো, যোগেনহঁতৰ প্ৰেমৰ ইতিমধ্যে ইতি পৰিল। এনে ধৰণৰ বিক্ষিপ্ত ঘটনা জেলৰ ভিতৰত নিত্য নৈমিত্তিকভাৱে ঘটিয়েই থাকে আৰু সেইবোৰৰ আউল মাৰোতে আমি কেতিয়াবা অস্বস্তিত পৰিব লগীয়া হয়।

সাধাৰণতে প্ৰায়বোৰ কাৰাবন্দীৰে নিজস্বতা বোলা বস্তুটো জেলৰ ভিতৰত নাইকিয়া হৈ যায়। কেতিয়াবা কিবা কথাত সিহঁতৰ জেদভাবটো জাগি উঠি কিবা কাণ্ড কৰিব খুজিলেও শাস্তিৰ ভয়তেই হওক বা দুৰ্বল মানসিকতাৰ কাৰণেই কাচিৎহে ইয়াৰ বিপৰীত হয়। যোগেন-কমলাৰ প্ৰেম-কাহিনীৰ উমঘাম নাইকিয়া হ'ল।

পিছে নহয়, শেষ হোৱা নাই। এদিন কাৰাগাৰত আমি কামত ব্যস্ত হৈ থাকোতে গেট-ৱাৰ্ডাৰে এখন দৰ্খাস্ত আনি অফিচত দিলেহি। আমি চাই গম পালো যে যোগেনে কমলাক দেখা কৰিবলৈ বিচাৰিছে। সাধাৰণতে বন্দীসকলক দেখা কৰিবলৈ তেওঁলোকৰ নিজৰ আত্মীয়কহে অনুমতি দিয়া হয়।

আমাৰ লগৰ এজনে ইতিকিং কৰাৰ সুৰত ক'লে— ঃ 'আও, ইটো কম প্ৰেমিক নহয়। ইয়াৰ প্ৰেমে লায়লা-মজনুৰ প্ৰেমকো চেৰ পেলাইছে!'

ঃ জেলৰ ভিতৰত কুখ্যাত খুনী আচামীৰ লগত পিক্ পকেটাৰৰ প্ৰেম!'— অন্য এজনে হাঁহিলে। যি হওক, তাক কমলাৰ সৈতে দেখা কৰিবলৈ নিদিয়াটোকে ঠিক হ'ল। তাক জনাই দিয়া হ'ল যদিও সি নাচোৰবান্দা। সি কমলাক দেখা কৰিবই। সি নানা ধৰণৰ কাবৌ-কোকালি কৰিবলৈ ধৰিলে। তাক ভালকৈ বুজাই দিয়া হ'ল যদিও সি কোনোপধ্যেই নামানে। শেষত গেট-ৱাৰ্ডাৰে টানকৈ ক'লে—

ঃ তইতো এটা পিক্‌পকেটাৰ, চোৰ। ছোৱালীজনী তোৰ একো নহয়। যা, তোক দেখা কৰিবলৈ দিয়া নহ'ব। জেলৰ নিয়ম নাই!'

ঃ কিয় নাই? তাইকতো মই বিয়া কৰাম বুলি কৈছোঁ।'

তেনেকুৱাতে আমাৰ লগৰ এজন গৈ তাক ধমকি দি খেদি পঠিয়ালে। উপায়ন্তৰ হৈ সি গ'লগৈ।

পিছদিনা দুপৰীয়া মই কাৰাগাৰৰ কাৰ্যালয়ত বহি দুই-এটা-সৰু-সুৰা কাম কৰি আছিলো। মোৰ টেবুলখনৰ পৰা পোনে পোনে খিড়িকিখনেদি, বেল গছকেইজোপাৰ তলেদি কাৰাগাৰৰ সন্মুখৰ ৰাস্তাটো দেখা পায়। তেনেকুৱাতে দেখিলো— এখন বগা ৰঙৰ এম্বেছডৰ গাড়ী আহি জেলৰ সন্মুখত ৰৈছেহি। তাৰ পৰা এজন অতি পৰিপাতি পোছাকেৰে চকুত ক'লা চশমা পিন্ধা শকতো নহয়, খীণো নহয়— এনেকুৱা শৰীৰৰ এজন যুৱক গপচত গাড়ীখনৰ পৰা নামি জেলৰ ফালে আগুৱাই আহিছে।

গেট-ৱাৰ্ডাৰে আহি মোক ক'লে যে এজন মানুহে শৰ্মা ছাৰক বিচাৰিছে। তেখেত অফিচত নাই বুলি কোৱাত মোকেই লগ কৰিবলৈ বিচাৰিছে আৰু কাৰোবাক দেখা কৰিবলৈ আদালতৰ পৰা কাগজো লৈ আহিছে।

মানুহজন আমাৰ লগৰে বিষয়া শৰ্মাৰ বন্ধু বুলি কোৱাত মই তেখেতক কাৰ্যালয়লৈ মতাই আনি বহিবলৈ ক'লো।

ঃ নমস্কাৰ মেডাম।— মানুহজন মোৰ সন্মুখৰ চকীখনতে বহিল। এনেতে খিড়িকিখনৰ বাহিৰ ফালেদি যোগেনে ভুমুকিওৱা দেখা পালো।

মানুহজনে যোগেনলৈ আঙুলিয়াই দেখুৱাই প্ৰয়োজনতকৈ মাতটো ডাঙৰ কৰি ক'লে— ঃমেডাম, কিহৰ দোষত কালি ইয়াক বিয়া কৰাব খোজা ছোৱালীজনীৰ লগত দেখা কৰিবলৈ নিদিলে?

মোৰ উত্তৰলৈ অপেক্ষা নকৰি আকৌ ক'লে— ঃ'সিনো কি দোষৰ কাম কৰিলে? সি ভালপোৱা ছোৱালীজনীৰ লগত দেখা কৰিবলৈহে খুজিছিল। মই জেল-মেনুৱেল জানো। জেলৰ বন্দীক অযথা শাস্তি দিয়া নিয়মৰ বিৰুদ্ধ। উপযুক্ত শিক্ষা দি সমাজৰ মূল সুঁতিলৈ ঘূৰাই অনাটোহে আপোনালোকৰ কৰ্তব্য বুলি মই জানো। প্ৰেম-ভালপোৱাই অমানুহক মানুহ কৰে। যোগেন— এই ল'ৰাটোৱে অপৰাধমূলক কাম কৰিছিল হয়, কিন্তু যি মুহূৰ্তৰ পৰা সি জেলৰ ছোৱালীজনীৰ লগত প্ৰেমত পৰিল, সেই সময়ৰ পৰাই অপৰাধমূলক কাম কৰিবলৈ এৰি দিলে। এতিয়া সি মেহনতী কৰি ৰোজগাৰ মোকলাইছে আৰু ছোৱালীজনীক বিয়া কৰাম বুলি প্ৰতিশ্ৰুতি দিছে। যিজনী ছোৱালী হয়তো খুনী-আচামী বুলি সমাজৰ পৰা

সদায়ে পৰিত্যক্ত হৈ থাকিলেহেঁতেন।— এইটো কৰ্টৰ অৰ্ডাৰ লওক। ইয়াত ছোৱালীজনীৰ লগত যোগেনক দেখা কৰিবলৈ দিয়াৰ অনুমতি লিখা আছে— বুলি নাটকীয় ভঙ্গীত যাব খোজোতেই মই তেওঁৰ পৰিচয় বিচাৰিলো—

: মোৰ নাম মুলুং। মুলুং বুলি মোক সকলোৱে চিনি পায়।

মুলুং ব'ম্বে চিনেমাৰ হিৰ'ৰ ভঙ্গিমাৰে কাৰ্যালয়ৰ পৰা গপগপাই 'গুড ডে মেডাম' বুলি কৈ ওলাই গ'ল। মুলুং যোৱাৰ ফালে চাই চাই ভাবিলো— এই আচহুৱা নামৰ, একে উশাহতে পানী নসৰকা কথা কোৱা মানুহজন কোন? যোগেনৰ লগত তেওঁৰ সম্বন্ধই বা কি? মই আদালতৰ পৰা অনা আদেশ পত্ৰখনত চকু ফুৰাই হেড্ ৱাৰ্ডাৰক মতাই কমলাক যোগেনৰ সৈতে দেখা কৰোৱাৰ ব্যৱস্থা কৰি দিলো।

কমলা আহিল। মই যোগেনলৈ চকু দিয়াত দেখিলো— বেপেৰুৱা স্বভাৱৰ ল'ৰাটো যেন জয় পৰি গ'ল। কমলাই তাক এক দৃষ্টিৰে চাই থকাৰ কিছু সময়ৰ পিছতহে যোগেনে তাইলৈ মুখ তুলি চাবলৈ সাহস গোটালে।

মই আঁৰ-চকুৰে লক্ষ্য কৰিলো দুয়ো দুয়োলৈকে বহুত সময় চাই ৰ'ল। তাৰ পিছত লোহাৰ ৰ'ডৰ মাজেদি দুয়ো দুয়োৰে হাত দুখন স্পৰ্শ কৰিলে। অনুভৱ কৰিলো স্পৰ্শৰ অনুভূতিৰে দুয়ো দুয়োকে যেন একান্ত ভাবেৰে নিজৰ কৰি ল'লে। হেড্-ৱাৰ্ডাৰৰ আতত চমক খাই যোগেনে কমলাৰ হাতত তাৰ পকেটৰ পৰা এখন চিঠি উলিয়াই দি গুচি গ'ল। মুখেৰে দুয়োটাই এটা শব্দও উচ্চাৰণ নকৰিলে।

মুখ্য-প্ৰহৰীয়ে কমলাক চিঠিখন মোক দিবলৈ ক'লে। মই চেন্সৰ কৰিবৰ কাৰণে চিঠিখন ল'লো আৰু তাইক পাছত দিম বুলি ক'লো। মুখ্য প্ৰহৰীয়ে কমলাক ভিতৰলৈ লৈ গ'ল।

চিঠিখন খুলি ল'লো। যোগেনে লিখিছে, সি হেনো আজিকালি আগতে কৰা বেয়া কামবোৰ কৰি পইচা নঘটে। মুলুংদাই তাক কৈছে— যদি বিয়া কৰি সংসাৰ কৰিব খুজিছ তেতিয়া হ'লে সি দুহাতেৰে কষ্ট কৰিহে ধন ঘটিব লাগিব। চুৰি কাৰ্য বা বেয়া কাম কৰি টকা ঘটি সংসাৰ কৰিলে সুখ, শান্তি, প্ৰেম এইবোৰ পাব নোৱাৰি। সংসাৰ তাৰ ধ্বংস হৈ যাব। গতিকে মুলুংদাই তাক এটা মটৰ গেৰেজত মেকানিকৰ কামত সুমুৱাই দিছে। মেকানিকৰ কাম সম্পূৰ্ণ হোৱাৰ পিছত সি নিজেই এটা গেৰেজ খুলিব। ইতিমধ্যে তাইৰো জেলৰ ম্যাদ শেষ

হ'ব আৰু তাইক বিয়া কৰাব।

চিঠিখন পঢ়ি মই মহিলা প্ৰহৰী গৰাকীৰ গাতত কমলাক দিবলৈ পঠিয়াই দিলো। মুলুং নামৰ মানুহজনৰ কথা কেইটা আকৌ মনলৈ আহিল।

পিছত শৰ্মাৰ পৰা জানিব পাৰিলো— যদিও মুলুঙক আজি মই প্ৰথমবাৰৰ বাবে লগ পাইছোঁ, তেওঁ হেনো প্ৰায়েই সৰু-সুৰা ক্ৰিমিনেল কেছবোৰত জামিনত ল'বলৈ জেললৈ আহি থাকে।

শৰ্মা মুলুঙৰ সহপাঠী আছিল। সেই কাৰণে মুলুঙে শৰ্মাকে প্ৰথমে জেলত বিচাৰে। হাঁহি হাঁহি শৰ্মাই মুলুঙৰ বিষয়ে বহুতো কথা কলে। মুলুঙক যোৰহাট নগৰত নজনা মানুহ খুব কমেহে আছে। মুলুঙৰ বিষয়ে যি শুনিলো আৰু তাঁৰ পৰা বুজিব পাৰিলো তেওঁৰ অদ্ভুত কৰ্ম-কাণ্ডৰ কথাবিলাক বেছ আমোদজনক।

মই শৰ্মাক সুধিলো— এই সৰু-সুৰা অপৰাধীবিলাকৰ লগত মুলুঙৰ সম্বন্ধ কি? শৰ্মাই ক'লে—ঃ সেই ৰহস্য মই নাজানো। মই এটা কথাই জানো-মুলুঙ নগৰৰ অৱস্থাপন্ন ভদ্ৰঘৰৰ সন্তান।'

(৩)

পিছত মই গম পালো— যোৰহাট টাউনৰ মোৰ শহুৰৰ ঘৰৰ ওচৰতে মুলুঙহঁতৰ ঘৰ। এওঁৰো সহপাঠী হোৱাৰ কাৰণে মুলুঙ আমাৰ ঘৰলৈকো অহা যোৱা কৰিছিল। সমাজৰ এচামে জনাৰ দৰে আগতে মোৰ মুলুঙৰ প্ৰতি বেয়া দিশটোহে অধিক চকুত পৰিছিল। এওঁ কিন্তু মোক মুলুঙ তেওঁৰ ভাল বন্ধু বুলি কৈছিল। সেয়েহে বিচিত্ৰ চৰিত্ৰৰ মুলুঙৰ বিষয়ে মই বহুতো কথা জানিব পাৰিলো। মোৰ আগৰ ধাৰণা সলনি হৈ গ'ল।

মুলুঙ শিক্ষিত সম্ভ্ৰান্ত বংশৰে সন্তান আছিল। কিন্তু এক শ্ৰেণীৰ সম্ভ্ৰান্তলোকৰ বেঁকা দৃষ্টিত মুলুঙ গুণ্ডা, বদমাচ বা বেয়া ল'ৰা হিচাপে পৰিচিত আছিল। কাৰণ তেওঁলোকৰ স্বাৰ্থৰ বিপৰীতে মুলুঙে কাম কৰিছিল।

সহপাঠী বিলাকৰ মাজত মুলুঙ প্ৰিয় আছিল যদিও মুলুঙে সহপাঠীসকলৰ লগত বিচৰণ নকৰিছিল। মুলুঙে সমাজৰ নিম্ন পৰ্যায়ৰ ঠেলাৱালা, ৰিক্সাৱালা, অৱস্থাহীন গাঁৱলীয়া ল'ৰা আৰু সাধাৰণ চোৰ-ডকাইতবিলাকৰ লগতহে বিচৰণ কৰিছিল। সিহঁতে মুলুঙক ইমানেই ভাল পাইছিল যে সিহঁতৰ গড়-কাপ্তান হিচাপে মানিছিল।

চাহ ব্যৱসায়ী ব্ৰিটিছসকলে বহু বছৰ ধৰি অসমত থকাত নগৰসমূহৰ জন-

জীৱনত তেওঁলোকৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছিল। চাহাবসকলে সমাজৰ উচ্চ শ্ৰেণীৰ এচামক বাছি লৈ ব্যৱসায়ৰ অংশীদাৰ, উচ্চ-পদস্থ চাকৰি আৰু ঠিকা-ঠুকলি আদিৰ সুবিধা দি প্ৰচুৰ ধন ঘটিবলৈ সুযোগ উলিয়াই দিছিল। ইয়াৰ উপৰি এই শ্ৰেণীটোক বিলাসী জীৱন যাপনৰ কায়দা-কিটিপ শিকাই জন-জীৱনৰ মূল সুঁতিৰ পৰা বিচ্ছিন্ন কৰি তেওঁলোকৰ ব্যৱসায় সুৰক্ষিত কৰিছিল।

সমাজৰ ফোপোলা আভিজাত্যৰ এইসকলে যোৰহাটত এসময়ত উঠি ৰজা বহি ৰজা আছিল। এওঁলোকে প্ৰতিষ্ঠা কৰা শিক্ষানুষ্ঠান, ৰঙ্গমঞ্চ, ক্লাবঘৰ, আনকি পতিতালয় আদিতো সৰ্ব-সাধাৰণৰ প্ৰৱেশ নিষেধ আছিল। কালক্ৰমত দ'লনিত পোনা মেলা দি মেলি চাহাবসকল এই দেশ এৰি গুচি গ'ল।

ইয়াৰে এচামে সমাজৰ মূল সুঁতিলৈ ঘূৰি আহিবলৈ যত্ন কৰিছিল আৰু আহিছিল। এচামে কিন্তু চাহাবসকলৰ স্মৃতি জীয়াই ৰাখিবলৈ ক'লা চাহাব, জলকীয়া চাহাব হৈ তেনেকৈয়ে থাকি গ'ল।

ক্ৰমান্বয়ে অৱশ্যে কোমৰৰ জোৰ কমি অহাত ইয়াৰ পৰিবৰ্তন ঘটিবলৈ আৰম্ভ কৰিছে। মুলুঙে এইচামৰ লগত কৰ্মকাণ্ড কৰি বৰ আনন্দ পাইছিল।

আগতেই কোৱা হৈছে— মুলুঙৰ বিচৰণৰ সঙ্গী সাধাৰণ শ্ৰেণীৰ ক্ৰিমিনেল, ৰিক্সাৱালা, ঠেলাৱালা, ড্ৰাইভাৰ আদি। বহুতে এইসকলক মুলুঙৰ বান্দৰসেনা বুলি নাম দিছিল। মুলুঙৰ হুকুমত এওঁলোকে যিকোনো দুঃসাহসিক কামেই নহওক, কৰিবলৈ পিছ হোঁহকা নাছিল।

এইবাৰ এটা আমোদজনক কথালৈ আহোঁ। যোৰহাট নগৰ আৰু চিনামৰাৰ মাজত ৰে'লৱেৰ এটা মাইল প'ষ্ট আছিল। সংখ্যাটো 'ফৰটি ছিক্স'। 'ফৰটি ছিক্স'ৰ কাষতে এখন মুকলি সৰু পথাৰ আছিল। সেই পথাৰখনতে কেইটামান খেৰি ঘৰ আছিল। এই জুপুৰী কেইটাৰ সন্মুখত শৰণ খেৰৰ মুঠাই আৰু কাষত থকা গছ-গছনিয়ে আঁৰ বেৰ কৰি ৰাখিছিল। দেৰিলা লিংডো নামৰ এগৰাকী বুঢ়ী সেই ঘৰকেইটাৰ তত্বাৱধানত আছিল। তেওঁ খেৰৰ বেপাৰী হিচাপে পৰিচিত আছিল যদিও অসমৰ বিভিন্ন ঠাইৰ পৰা বিশেষকৈ শ্বিলঙৰ পৰা সুন্দৰীসকলক আনি এই সৰু ঘৰকেইটাত ক'লা চাহাবসকলৰ আমোদ-প্ৰমোদৰ কাৰণে ৰাখিছিল। সৰ্বসাধাৰণৰ ইয়াত প্ৰৱেশ নিষেধ আছিল।

মুলুঙৰ বান্দৰ সেনাৰ শেনচকু ইয়াত পৰিছিল। এদিন নগৰৰ এজন ব্যৱসায়ী সুন্দৰীসকলৰ ভালে গধূলি গ'ল। নতুন ফ'ৰ্ডৰ কাৰখন বাটকৰাই

নেদেখাকৈ খেৰৰ মুঠাৰ মাজত লুকুৱাই ঢাকি থ'লে। মুলুঙৰ বান্দৰ সেনাই লগে লগেই গড়্-ফাডাৰক কথাটো জনালে। মুলুঙে টেলিফোন এক্সচেঞ্জলৈ গৈ ৰাতি যোৰহাট জিমখানা ক্লাবত মদৰ ৰাগীত মচগুল হৈ থকা ব্যৱসায়ীজনৰ পুতেকলৈ ফোন কৰিলে— 'সোনকালেই ঘৰটিছিল্লৈলে যাব লাগে। নতুনকৈ আহিছে। এৰাতিৰ কাৰণে। ৰাতিপুৱাই হেনো ঘূৰি যাব।' ঢলং-পলংকৈ ক্লাবৰ পৰা তেখেত ঘৰটিছিল্লৈ পালেগৈ। কিন্তু ভিতৰত বাপেকক দেখি অপ্ৰস্তুত হৈ ওলাই আহি খণ্ডত গুজৰি বাপেকে ঢাকি থোৱা গাড়ীখন উলিয়াই লাঠীৰে টগুনিয়াই ভাঙি চুৰমাৰ কৰিলে।

মুলুঙৰ ৰান্দৰ সেনাই ইংলেণ্ডৰ 'পাপাৰাজিৰ' নিচিনাকৈ ফটো তুলি প্ৰমাণসহ আনি মুলুঙৰ হাতত দিলে। পিছদিনা ব্যৱসায়ী বাপেক-পুতেকক সেই ফটো বেলেগে বেলেগে দেখুৱালে। তেওঁলোকে বদনামৰ ভয়ত মুলুঙে যি বিচাৰে তাকে দিবলৈ মান্তি হ'ল। সেই মোটা টকা মুলুঙে তেওঁৰ বন্ধু, সহচৰসকলৰ (বান্দৰ-সেনা) অভাৱ-অনাটন বিশেষকৈ সৰু-সুৰা গোচৰত কাৰাগাৰত থকা আচামীসকলৰ পৰিয়ালৰ ভৰণ-পোষণত খৰচ কৰিলে।

যোৰহাট নগৰৰ জে. বি. কলেজৰ কাষত বৰুৱা চাৰিআলিৰ চুকত থকা বৰুৱা ৰেষ্টুৰেণ্টত চিংৰা, গজা খাই আড্ডা মৰাটো চহৰৰ প্ৰায় ডেকা ল'ৰাৰ প্ৰিয় আছিল। ইয়াৰ কাৰণ আছিল বৰুৱা ৰেষ্টুৰেণ্টৰ মালিক যাদৱ বৰুৱাৰ আকৰ্ষণীয় চেহেৰা আৰু মধুৰ ব্যৱহাৰ। এদিন তেওঁৰ ৰেষ্টুৰেণ্টৰ সন্মুখত পুৰণা চিকচিকাই থকা এখন ফ'ৰ্ড ইন কাৰ আহি ৰ'লহি। আড্ডাবাজসকলে মন কৰি দেখিলে গাড়ীৰ পৰা চাহাৱী কায়দাত দ্বীপন বৰঠাকুৰ মুখত পাইপ লৈ নামি আহিছে। দ্বীপন বৰঠাকুৰো এসময়ত এই আড্ডাৰে মেম্বাৰ আছিল। তেখেতে ইউৰোপীয়ান চাহ বাগানত এছিষ্টেণ্ট মেনেজাৰ চাকৰি পোৱাৰ পিছত ক'লা চাহাব হৈ প্ৰথমবাৰৰ কাৰণে তেখেতৰ কৃতিত্ব দেখুৱাবৰ কাৰণে আহিছে। তেখেতৰ গাড়ীখনৰ বেক্ চাইড্‌ত এটি এলচিচিয়ান কুকুৰো আছিল।

কেইজনমানে তেখেতক সম্ভাষণ জনাবলৈ ৰেষ্টুৰেণ্টৰ পৰা উঠি আহিল। তেনেতে বৰঠাকুৰৰ একালৰ চিনাকি মতি বিস্বাৱালাই আনন্দত আত্মহাৰা হৈ— 'বাঃ দ্বীপন বাবু— ইমান মোটা হৈ গ'ল' বুলি ক'বলৈহে পালে, চাহাব বৰঠাকুৰৰ এটা পূৰ্ণাহুতীয়া খোচা আহি মতিৰ মুখত পৰিল। তেজেৰে ৰাঙলী হৈ মতি চিত্‌খাই পৰিল।

ৰাগাৰ, ননচেন্স ব্লুডি— বাবু ক'বলে আহিছ'?— চাহাব-ক'। মতিৰ

সেই সময়ত আৰু 'চাহাব' বুলি ক'বলৈ শক্তি নাছিল। অন্য ৰিক্সাৱালা, ঠেলাৱালা বিলাকেহে মতিক সাৱটি ধৰি 'মাফ কৰিব চাহাব' বুলি কোৱাতহে মতিক এৰি দিলে।

সেই মতি মুলুঙৰ বান্দৰ সেনাৰ এজন প্ৰধান সভ্য আছিল। পিছত মুলুঙে গম পাই দ্বীপন চাহাবৰ লগত তামচা কৰিবলৈ সুযোগৰ অপেক্ষাত ৰ'ল।

(৪)

মুলুঙে এদিন দ্বীপন চাহাবৰ লগত মোকাবিলা কৰিবলৈ সুযোগ পালে। যোৰহাট ষ্টেডিয়ামত এখন ডাঙৰ ক্ৰিকেট খেলৰ আয়োজন চলিছিল। যোৰহাট ক্লাবটো ষ্টেডিয়ামলৈ সোমোৱা মূল গেটৰ ভিতৰতে অৱস্থিত। খেলা আৰম্ভ হোৱাৰ আগদিনা সভ্যসকলে খেলখন সুচাৰুৰূপে পৰিচালনাত যাতে কোনো খুঁত নাথাকে, তাৰ আলোচনা কৰিবলৈ এখন মিটিঙৰ আয়োজন কৰিছিল।

দ্বীপন চাহাব এজন সক্ৰিয় সদস্য হোৱাৰ বাবে তাত অংশগ্ৰহণ কৰিবলৈ বাগিচাৰ পৰা ছুটী লৈ আহিছিল। চিক্‌চিকোৱা গাড়ীখন ক্লাবৰ বাহিৰত ৰাখি থৈ ভিতৰৰ অনুষ্ঠানত মচগুল হৈ থাকোতে গাড়ীখনৰ পেট্ৰল টেংকিৰ সাঁফৰ খুলি মুলুঙৰ বান্দৰ সেনাই নিমখ ভৰাই দিলে।

ৰাতি ভালেমান পৰত ঘৰলৈ ঘুৰিবলৈ বুলি দ্বীপন চাহাবে গাড়ী ষ্টাৰ্ট কৰিব খোজোতে গাড়ী ষ্টাৰ্ট নহ'ল, ইঞ্জিনৰ পৰা ধোঁৱাহে ওলাই আহিল। সেইদিনা ড্ৰাইভাৰজনো তেওঁৰ লগত নাছিল। চাহাব বিমোৰত পৰিল। ইতিমধ্যে পিছদিনা খেলা থকাত ক্লাবৰ সকলো সদস্য ঘৰা-ঘৰি গ'লগৈ। চাহাব নিৰুপায় হৈ ক্লাবৰ চকীদাৰক গাড়ীখন চমজাই ষ্টেডিয়াম পাৰ হৈ যোৰহাট কাজিৰী ময়দানৰ মাজেদি ৰকবা চাৰিআলি অভিমুখে এখোজ দুখোজকৈ আগবাঢ়িল। ৰকবা চাৰিআলি পাৰ হৈ আধা মাইলমান গ'লেই দ্বীপন বৰঠাকুৰৰ ঘৰ।

সেই সময়ত কুঁৱলীয়ে কাজিৰী ফিল্ডখন আৱৰি ৰাখিছিল। ফিল্ডৰ মাজ পাওঁতেই বিচিত্ৰ কিছুমান জীৱ-জন্তুৰ মাত তেওঁ শুনিবলৈ পাই ভয়ত অস্থিৰ হ'ল আৰু লগে লগে সৰু সৰু শিলৰ টুকুৰাৰ বৰ্ষণ তেওঁৰ গাত আহি পৰিলহি। থৰ-কাছুটি হেৰুৱাই চাহাবে দৌৰিবলৈ আৰম্ভ কৰিলে। উজুটি খাই মাজতে দুই তিনিবাৰমান পৰিলেও। যেনে-তেনে মৰো জীও নো আথিকে আহি ৰাতিৰ নিজম ৰকবা চাৰিআলিত হাজিৰ হ'লহি। ষ্ট্ৰীট-লাইটৰ পোহৰত দেখা পালে, ৰিক্সা এখনত এজন মানুহ বহি আছে। উপায় নপাই ওচৰলৈ গৈ দেখে মুলুং।

চাহাবে ৰিক্সাখনত খামুচি ধৰি দীঘল দীঘলকৈ উশাহ ল'বলৈ ধৰিলে। মুলুঙে সুধিলে—

ঃ ইচ্ ইচ্ ইচ্— চাহাবৰ এই দশা কেনেকৈ হ'ল?

ঃ মোক বচোৱা ভাই। কোনোবাই মোক খেদি আহিছে। যেনে-তেনে মোক ঘৰত থৈ আহা।'

মুলুঙে হাঁহি ক'লে—

মতি ৰিক্সাৱালাই আপোনাক ঘৰত থৈ আহিবগৈ। মতিক আপুনি চিনি পাইছে নহয়?'

চাহাবে মূৰ জোকাৰিলে। মুলুঙে ক'লে— ঃএতিয়া যাওঁকগৈ। আৰু শুনক কাইলৈ ৰাতিপুৱা মতিক খোঁচা মাৰি দাঁত ভঙাৰ বিল আপোনাৰ ঘৰত দিয়া হ'ব। জৰিমনাটো লগে লগে দি পঠালে বৰ ভাল পাম দেই।

মতিয়ে ৰিক্সা চলাই চাহাবক লৈ গ'ল।

মুলুঙৰ তামাচা আৰু প্লেনবোৰ সফল হ'লে প্ৰায়েই চিএৰি চিএৰি গাইছিল।

হাঁহি যায়
 জিকি যায়,
কান্দি যায়
 হাৰি যায়।

সেই সময়ত যোৰহাট নগৰত কেইজনমান পালোৱানৰ আবিৰ্ভাৱ হৈছিল। তেওঁলোকে পালোৱান হ'বলৈ অনুপ্ৰেৰণা পাইছিল জেমিনি চাৰ্কাছ, ডাইমণ্ড চাৰ্কাছ আদিৰ পালোৱানসকলৰ জনপ্ৰিয়তা দেখি। তাৰে ভিতৰৰ যোৰহাট নগৰত জগত পালোৱানৰ প্ৰতিপত্তি আনকেইজনতকৈ বাঢ়িছিল। জগত পালোৱানে দিনে-ৰাতিয়ে নিৰ্দিষ্ট সময়ত মেহনত কৰিছিল। অৰ্থাৎ শৰীৰ চৰ্চাকে হওক বা মাচক'ল-চৰ্চাকে হওক, সেইবোৰ কৰিছিল। সেইবোৰ চৰ্চা কৰি শৰীৰত যথেষ্ট বল সঞ্চয় কৰিছিল। তেওঁৰ বল-শক্তিৰ প্ৰদৰ্শনত সৰু-সুৰা মানুহবিলাকে ৱাহি মধুসূদন দেখিছিল। হাটে বজাৰে সৰু-সুৰা বেপাৰীবিলাকৰ পৰা দকা-হকা দি টকা-পইচা সংগ্ৰহ কৰাটো তেওঁৰ নিয়ম আছিল। বিশেষকৈ যোৰহাটৰ ওচৰৰ চিনামৰা আৰু ৰবৈয়াৰ হাটত তেওঁ একছত্ৰী সম্ৰাট আছিল।

জগত পালোৱানক ষীজ নিদিয়াকৈ কোনেও বেপাৰ-বাণিজ্য কৰিব নোৱাৰিছিল। যদি কোনোবাই তেওঁৰ নিয়ম অমান্য কৰি বেপাৰ কৰিবলৈ লৈছিল, জগত পালোৱানে তেওঁলোকক উত্তম-মধ্যম শোধাই চিৰজীৱন ঘূণীয়া কৰিছিল। মুলুঙৰ সংগী কিছুমানো তেওঁৰ চিকাৰ হৈছিল।

মুলুঙে জগত পালোৱানৰ উত্তগালিত অতিষ্ঠ হৈছিল আৰু এদিন অসহ্য হৈ জগত পালোৱানৰ লগত চিংগল চ্যালেঞ্জ দিলে। মুলুঙে জগত পালোৱানলৈ এটা মেছেজ পঠিয়ালে— 'তই যদি ইমানেই ডাঙৰ পালোৱান মোৰ লগত যুঁজ দি নাচাব কিয়? একে ঘোঁচতে তোৰ দুয়ো পাৰি দাঁত লগ লগাই দিম, বুজিছ! অহা দেওবাৰে দুটা বজাত পানীকল ফিল্ডলৈ তোৰ সৈন্য-সামন্ত লৈ আহিবি, তোৰ লগত মই অকলেই যুঁজ দিম। তই যদি মোৰ লগত জিকিব পাৰ দুহাজাৰ টকা মই নগদ দিম। আৰু যদি তই হাৰ, তেনেহ'লে তই এমাহৰ কাৰণে মোৰ বশ্যতা স্বীকাৰ কৰি মোৰ পাছে পাছে ঘূৰিব লাগিব। যদি কাপুৰুষ নহ'ব— তেন্তে আহিবি, মই বাট চাই থাকিম।'

মুলুঙে জগত পালোৱানৰ লগত অকলে মুষ্টি-যুঁজ খেলাৰ কথা শুনি সহপাঠীসকলে প্ৰমাদ গণিলে। কোবা-কুই কৰিলে— জগত পালোৱানৰ এক ঘোঁচাত মুলুঙক দেখোন বিচাৰি পাবলৈকে নাইকিয়া হ'ব। মুলুঙে আকৌ এইবাৰ কিহৰ তামচা আৰম্ভ কৰিলে? মুলুঙক সোধাত নাটকীয় ভংগিমাত ক'লে— 'আগে আগে দেখকে যাওঁ, পিছে পিছে ক্যা হোতা হোই।' সহপাঠীসকলৰ মাজৰ সকলোতকৈ বল থকা আৰু সুন্দৰ স্বাস্থ্যৰ সকলোৰে প্ৰিয় পূৰ্ণেন্দু বুঢ়াগোহাঁইক চিংগল চ্যালেঞ্জৰ জজ্ মুলুঙে নিৰ্বাচিত কৰিলে। মুলুঙে সকলোকে যথা সময়ত খেলা উপভোগ কৰিবলৈ বীৰ-চিত্তৰে নিমন্ত্ৰণ কৰিলে।

যোৰহাট পানীকল ফিল্ডত খেলা উপভোগ কৰিবলৈ যিয়ে যেনেকৈ পাৰে উপস্থিত হ'লগৈ। মুলুঙৰ বান্দৰ সেনাই গোলাপ ফুলৰ থোপা লৈ পালোৱান দুজনক উদ্‌গনি দিবলৈ ফিল্ডৰ চাৰিওকাষে অ'ত-ত'ত বৈ আছে। মুলুঙে চুটি হাফপেণ্ট এটা পিন্ধি লগতে হাত দীঘল ফুল চাৰ্ট এটাৰে সৈতে ডিঙিত ৰঙা ৰুমাল এখন বান্ধি ফিল্ডত কচৰৎ কৰা আৰম্ভ কৰি দিলে।

সঠিক সময়ত জগত পালোৱানেও দুহাজাৰ টকাৰ লোভত গোটেই গাটোতে তেল সানি মাত্ৰ এটা জাঙিয়া পিন্ধি মাংসপেশীবিলাক ফুলাই ফুলাই ফিল্ডত আহি ষ্ট্ৰিং লগা কলটোৰ দৰে জপিয়াই জপিয়াই সাজু হ'ল। জজে এক-দুই-তিনি বুলি কোৱাৰ লগে লগে জগত পালোৱানে মুলুঙলৈ চোচা ল'লে।

বান্দৰ সেনাবিলাকে হাতত থকা গোলাপ ফুলৰ থোপাবোৰ পালোৱান দুজনৰ উদ্দেশ্য কৰি দলিয়াবলৈ লাগিল। ফুলবিলি গৈ পালোৱানৰ উদং শৰীৰত লাগি চেক্‌লো-ভেক্‌লো কৰি জঁপিয়াই নিজৰ গা-মুখ খজুৱাবলৈ ধৰিলে। মুলুৱে চেগ চাই ভালকৈ উত্তম-মধ্যম দি জগত পালোৱানক কাবু কৰি পেলালে। জজে মুলুওক বিজয়ী ঘোষণা কৰিবলৈ বাধ্য হ'ল।

সকলোৱে এই কাণ্ড দেখি হাঁহিবই নে কান্দিব একো ঠিক কৰিব নোৱাৰা হ'ল। পিছতহে গোলাপ ফুলৰ মাজত চোৰাত পাত থকাৰ ৰহস্যটো বুজি পাই মুলুওৰ বুদ্ধি দেখি নাড়ী ভাল ভাল হ'ল। জগত পালোৱানে হাৰিছোঁ বুলি স্বীকাৰ কৰিবলৈ আপত্তি কৰিলে। কিন্তু জজৰ সিদ্ধান্তই শেষ সিদ্ধান্ত বুলি সকলোৱে হয়ভৰ দিয়াত জগত পালোৱানে মুলুওৰ বশ্যতা স্বীকাৰ কৰিবলৈ বাধ্য হ'ল।

পিছদিনা মুলুওে নিজে চাইকেলৰ আগফালে উঠি জগত পালোৱানক চাইকেলখন চলাবলৈ দিলে। পিছে পিছে বান্দৰ সেনা দহ-গোটেজন চাইকেলত ডবল কৰি গোটেই টাউনখন ঘূৰি মুলুওৰ বিজয় ঘোষণা কৰিলে। সেইদিনাৰ পৰা জগত পালোৱানৰ সলনি মুলুও পালোৱান বুলিহে জনাজাত হ'ল। যোৰহাট নগৰত হাঁহিৰ খলকনি উঠিল। মুলুওৰ যাদুৰ কি কিটিপ, যি জগত পালোৱানে হাৰিছোঁ বুলি বশ্যতা স্বীকাৰ কৰিবলৈ প্ৰথমে টান পাইছিল, সেই পালোৱানে এমাহৰ সলনি তিনিমাহলৈ মুলুওৰ লগ লেবা হ'ল আৰু মুলুওক গড-ফাডাৰ বুলি মানি ল'লে। শেষত মুলুওে আৰক্ষী বিভাগৰ লগত যোগাযোগ কৰি তাক কনিষ্টবল্‌ৰ চাকৰিত সুমুৱাই দিলে। সকলোৱে ক'লে— মুলুওৰ কাৰণে হাট-বজাৰৰ সৰু-সুৰা বেপাৰীবিলাকে বেপাৰ কৰিবলৈ সকাহ পালে। জগত পালোৱানৰ উপদ্ৰৱ নাইকিয়া হ'ল আৰু পুলিচৰ চাকৰিত সোমাই মানুহ হ'ল।

যিমানখিনি কথা মই মুলুওৰ বিষয়ে শুনিছোঁ বা জানিছোঁ, ক'বলৈ গ'লে সৰু-সুৰা এখন গ্ৰন্থয়েই হ'ব। মুলুওৰ উল্লেখনীয় এটা কথা নক'লে নহ'ব, গাঁৱৰ বহুত অৱস্থাহীন কিছুমান ল'ৰাৰ পইচাৰ অভাৱত স্কুলত পঢ়িবলৈ সম্বল নাছিল সেইবিলাক ছাত্ৰক ডি চি বা স্কুল ইনচপেক্টৰক বুজাই বঢ়াই ভাল স্কুলত পঢ়িবলৈ সুযোগ উলিয়াই দিছিল আৰু মাচুল পৰ্যন্ত মাফ কৰাইছিল।

মুলুওৰ এই বুদ্ধিদীপ্ত নাটকীয় ঢঙৰ তামাচাবিলাকৰ অন্তৰালত লুকাই থকা মানৱতাখিনিয়ে অকল সহপাঠী বিলাকৰেই নহয়, অন্য বহুতো লোকৰেই অন্তৰ চুই গৈছিল।

মুলুও যে কেৱল এইবোৰ কামতে পাকৈত আছিল এনে নহয়। তেওঁ

এজন ভাল তবলাবাদক আছিল আৰু এজন ভাল অভিনেতাও আছিল। অসমীয়া কথাছবি 'ধৰ্মকাই'ৰ কাহিনী, চিত্ৰনাট্যকাৰ প্ৰসন্ন কুমাৰ বৰুৱা আৰু চলচ্চিত্ৰ অভিনেতা চন্দ্ৰ বৰুৱাৰ নাটকত অভিনয় কৰি দৰ্শকৰ প্ৰশংসাও বুটলিছিল। মুলুঙে খুব কম পঢ়ি তেতিয়াৰ দিনত প্ৰথম বিভাগত মেট্ৰিক পাছ কৰিছিল। কিন্তু সহপাঠীসকল আচৰিত হৈছিল, ইমানখিনি গুণ থকা সত্বেও এসময়ত মুলুঙে সকলো এৰি পেলাইছিল। যোৰহাট জে.বি.কলেজত নাম লগাই কলেজ এৰি দিছিল।

ইয়াৰ অৱশ্যে বিশেষ এটা অন্তৰ্নিহিত কাৰণ আছে বুলি কেইজনমান সহপাঠীয়ে পিছত জানিব পাৰি বৰকৈ দুখ পাইছিল। মুলুঙে নিজে এইবোৰ কথা ঘূণাক্ষৰেও কাকো জানিবলৈ নিদিছিল। বন্ধু বিলাকেও মুলুঙে আঘাত পোৱাৰ ভয়ত জানিও নজনাৰ ভাও জুৰিছিল।

আগতেই কোৱা হৈছে— মুলুঙক চহৰৰ এচামে বেয়া ল'ৰা বা গুণ্ডা, বদমাচ বুলিয়েই জানিছিল। কিন্তু তেওঁ বন্ধুবিলাকৰ প্ৰিয় আছিল আৰু সমাজৰ অৱহেলিত শ্ৰেণীটোৰ যিসকল মুলুঙৰ সান্নিধ্যলৈ আহিছিল তেওঁলোকৰ কাৰণে ধৰ্মাত্মা আছিল।

ইয়াৰ উপৰিও মুলুং মাকৰ আলাসৰ লাডু আছিল। মুলুং যিমানেই ঘৰৰ বাহিৰত নাথাকক, দিনটোত এখন্তেকৰ কাৰণে হ'লেও মাকক দেখা দিছিল আৰু এটা নিৰ্দিষ্ট সময়ত ঘৰলৈ গৈ মাকৰ কোঠাত থকা তাৰ বিছনাখনত শুইছিল।

মুলুঙৰ এটা আচৰিত গুণ আছিল— তেওঁ বৰ কম সময় শুইছিল, ৰাতিপুৱা পাঁচ বজাতে তেওঁ ঘৰৰ পৰা বাহিৰ ওলাইছিল। বন্ধুসকলে কেতিয়াবা গোটখাই পিক্‌নিক খাবলৈ যাওঁতে মুলুঙে মাকক এৰি ৰাতিটোৰ কাৰণে কেতিয়াও নগৈছিল। বন্ধুসকলে জোৰ কৰিলে মাকৰ অনুমতি ল'ব লগাত পৰিছিল। মাকেও বন্ধুসকলৰ কোননো কাৰ ঘৰৰ ল'ৰা ভালকৈ আঁতি-গুৰি লৈহে মুলুঙক যাবলৈ অনুমতি দিছিল আৰু মুলুঙৰ যাতে একো বিপদ নহয়—সেই বিষয়ে দঢ়াই দঢ়াই সকলোকে কৈছিল।

মুলুঙৰ হেনো সৰুতেই বেমাৰত এটা হাওঁফাওঁ সম্পূৰ্ণকৈ নষ্ট হৈ গৈছিল। বহুতেই ক'ব খোজে, সেইটো হাওঁফাওঁৰ সলনি বান্দৰৰ হাওঁফাওঁ এটা লগাই দিছিল। কিন্তু এই হাওঁফাওঁটোৰে পৰিণত বয়সত বৰ বেছি কাম কৰাৰ সম্ভাৱনা নাই বুলি ডাক্তৰে হেনো কৈছিল। মুলুঙে এই কথা বহুত দিনলৈকে জানিব পৰা নাছিল যদিও পিছত জানিব পাৰি ভৱিষ্যতৰ ৰঙীন সপোন দেখিবলৈ

বাদ দিছিল আৰু যিমান দিনলৈকে পাৰে বং তামচা কৰি কটাই দিম বুলি ভাবিছিল।

এইবোৰ কথা শুনিছিলোহে, [illegible] নহয় প্ৰমাণ পালো যেতিয়া চল্লিশ-বিয়াল্লিশ বছৰমান বয়সতে হঠাতে এদিন সকলো কৃতকৰ্মৰে বৌজাল-বৌজাল হৈ থকা যোৰহাট নগৰ নিজান পেলাই তেওঁ গুচি গ'ল।

শেষ-মুহূৰ্তলৈকে সমাজৰ অবহেলিত শ্ৰেণীটোৰ সুখ-দুখ আনন্দৰ মাজত ভাগীদাৰ হৈ মুলুঙে নিশ্চয় জীৱনৰ তৃপ্তিকেই বিচাৰি পাইছিল।

মুলুঙে কমলা আৰু যোগেনৰ বিয়া পাতি থৈ গৈছিল। যোগেন আজি যোৰহাটৰ এটা নাম কৰা গেৰেজৰ মালিক। যোগেন আৰু কমলাৰ আজি সুখৰ সংসাৰ। মুলুঙে অবহেলিত শ্ৰেণীটোৰ সকলোকে ঘৰ-সংসাৰ, সংস্থান আদিৰ দিহা কৰি থৈ গৈছিল। সেইসকলে আজিও মুলুঙৰ কথা মনত পেলাই চকুপানী টোকে।

মুলুঙে গোৱা কবিতাফাকি মাজে মাজে সহপাঠীসকলৰ মনত আজিও বাজি উঠে—

হাঁহি যায় জিকি যায়,

কান্দি যায় হাৰি যায়।

মুলুঙও বোধকৰো জিকিয়েই গ'লগৈ। □□

# ১৯৭২ চনৰ ভাষা আন্দোলন আৰু যোৰহাট জেল

(১)



যোৰহাট জিলা কাৰাগাৰত মই চাকৰি কৰি থকা সময়ছোৱাত অসমত ভাষা আন্দোলন হৈছিল। এই ডায়েৰিত মই পোনপটীয়াকৈ ভাষা আন্দোলনৰ কথা লিখিব খোজা নাই। ভাষা আন্দোলনৰ সময়ছোৱাত যোৰহাট জিলা কাৰাগাৰত যি প্ৰভাৱ পৰিছিল তাকেহে সামান্যকৈ লিখিব খুজিছোঁ।

ভাষা আন্দোলনৰ বিক্ষোভৰ জুই শিৱসাগৰ জিলাৰ যোৰহাট মহকুমাত (সেই সময়ত অৰ্থাৎ অক্টোবৰ মাহৰ ১৯৭২ চন) শেহতীয়াকৈ জ্বলিছিল। অন্য

জিলাসমূহত— বিশেষকৈ গুৱাহাটী, নগাঁও, ডিব্ৰুগড় আদিত আৰম্ভ হোৱা আন্দোলনৰ পৰিস্থিতি কিছু শান্তিলৈ ধাৱিত হৈছিল। তদুপৰি তিতুৰ আশে-পাশে থকা ঠাইসমূহ, নামৰূপ, মঙ্গলদৈ ইত্যাদি ঠাইতো কিছু সাম কাটিছিল যদিও ১৪৪ ধাৰা আৰু মাজে মাজে সান্ধ্য আইনো বলবৎ আছিল।

আন্দোলন হ'লে বা অন্য যিকোনো হুলস্থুল হ'লে কাৰাগাৰত বাৰুকৈয়ে প্ৰভাৱ পৰে। গতানুগতিক দিনতকৈ সেই সময়ত নিয়মিত কাম-কাজৰ উপৰিও অতিৰিক্ত চৌবিশ ঘণ্টীয়া ডিউটীৰ দৰে হয়গৈ। ভাষা আন্দোলনৰ সময়ছোৱাত আমাৰ খোৱা-লোৱাৰ আহৰি নোহোৱাৰ দৰে হৈছিল।

নগাঁৱৰ শ্বহীদ অনিল বৰা আৰু মঙ্গলদৈৰ শ্বহীদ মোজাম্মিল হকৰ শোকাবহ মৃত্যুৰ ছাঁ অসমৰ প্ৰত্যেক জনগণৰ মুখমণ্ডলত পৰিছিল আৰু দুয়োজনৰ আত্মাৰ সদগতিৰ কাৰণে বিভিন্ন ঠাইত শোকসভা পাতি, মৌন ব্ৰত ধৰি, অনশন কৰি, কাৰ্যালয়, স্কুল-কলেজ বন্ধ ৰাখি অন্তৰবেদনা প্ৰকাশ কৰিছিল।

১৬-১০-৭২, (৯ কাতি) বৃহস্পতিবাৰৰ দিনাৰ পৰা আমাৰ জেলত অধিক ব্যস্ততা আহি পৰে। কাৰণ সেইদিনা পুৱাৰে পৰা পৰিস্থিতি সাপেক্ষে শিবসাগৰ জিলাৰ ডেপুটী কমিছনাৰ আৰিফ আলীয়ে ১৪৪ ধাৰা জাৰি কৰিছিল। ফলত দুজনতকৈ অধিক লোক গোট খাব নোৱাৰা হ'ল আৰু কেবাজনো লোকক আটক কৰা হ'ল।

যোৰহাট মিউনিচিপালিটী এলেকাত পৰা আটলিয়া গাঁও, বাঁহবাৰী আদিত ঘটা ঘটনাৰ বাবে নিশা ৯-৩০ বজাৰ পৰা কাৰফিউ দিয়া হয়। ঠায়ে ঠায়ে হোৱা সংঘৰ্ষৰ কাৰণে কেবাজনো মানুহ আগবেলাতে কাৰাগাৰলৈ আহে। এনেতে কৰ্তৃৰ পৰা ফোন কৰি কয় যে— কাৰাগাৰলৈ প্ৰায় পাঁচশমান মানুহ পঠিয়াব। ইতিমধ্যে আকৌ নগাঁও কাৰাগাৰৰ পৰা পঠিয়াব খোজা প্ৰায় দুশ মানুহৰ কাৰণে যোৰহাট কাৰাগাৰত যা-যোগাৰ কৰি ৰখা হৈছিল। গতিকে আৰেষ্ট মানুহকেই কাৰাগাৰলৈ পঠিয়াবলৈ আদালতক জনোৱা হ'ল। কাৰাগাৰত ঠাইৰ অভাৱ হোৱাত গ্ৰেপ্তাৰ হোৱা সৰহ সংখ্যক মানুহকে থানাৰ পৰাই খালাচ দিয়া হ'ল। কিছুমান লোককহে কাৰাগাৰলৈ পঠোৱা হ'ল। সকলো কালৰ পৰাই কাৰাগাৰত ব্যস্ততাৰ অন্ত নাই। যোৰহাট পুলিচ থানা লোকাৰণ্য হৈ পৰিছিল।

কাৰাগাৰৰ সন্মুখত গহীন, গোমোঠা ভাব যদিও মিলিটাৰী, চি আৰ পি, পুলিচৰ গাড়ী সঘনাই অহা-যোৱা কৰিছিল। যোৰহাট ক্লাব ৰোড, ন-আলি, নেকাবাৰী, বৰৈয়া আদি অঞ্চলত পিছলৈ বেছি হুলস্থুল ঘটিবলৈ ধৰিলে।

প্ৰত্যেক দিনাই কাৰাগাৰলৈ বহুত মানুহ আহিবলৈ ধৰিলে। অৱশ্যে এদিন বা দুদিন থাকি বহুতো জামিনত মুকলি হৈ গৈছিল। জেলৰ ভিতৰত অসমীয়া আৰু বঙালী লোকসকলক বেলেগ বেলেগ বেৰেকত পৃথককৈ ৰখা হ'ল। আমি সকলো বিষয়া কৰ্মচাৰীয়ে কাৰাগাৰৰ ভিতৰৰ কক্ষসমূহ সঘনাই পৰিদৰ্শন কৰিব লগা হ'ল।

'এটা ভাষা এখন ৰাজ্য'— নিশা শৰৎ চন্দ্ৰ সিংহদেৱে অনাতাঁৰ ভাষণ দিয়ে। বাতৰি কাকতসমূহ প্ৰায় বন্ধ থাকে। ৰেডিঅ'ৰ আঞ্চলিক বাতৰিত কয়— অসমলৈ লাহে লাহে শান্তি ঘূৰি আহিছে। মুখ্যমন্ত্ৰীয়ে অনাতাঁৰ ভাষণ যোগে সমগ্ৰ অসমবাসীক বিনীতভাৱে আহ্বান জনায় যে দেশবাসীৰ সুবিধাৰ্থে চৰকাৰে সিদ্ধান্ত ল'ব। ইতিমধ্যে উচ্চতম ন্যায়ালয়ে শিলচৰৰ এজন ছাত্ৰই কাছাৰ জিলাত বঙালী মাধ্যম সম্পৰ্কে কৰা আবেদন নাকচ কৰে। অসমীয়া ৰাইজৰ মনঃপুত সিদ্ধান্তৰ ৰায় দিয়াত লগে লগে ঠায়ে ঠায়ে শোভাযাত্ৰা, উচ্ছাস ধ্বনি, বন্তি প্ৰজ্জ্বলন অব্যাহত ৰাখে।

যোৰহাট কাৰাগাৰৰ লগতে যোৰহাট চিভিল হস্পিতালত জখম হোৱা লোকেৰে ভৰি পৰিছিল। পিছলৈ কাৰাগাৰত ইমানেই মানুহ ভৰি পৰিছিল যে প্ৰশাসনৰ সুবিধাৰ কাৰণে কাৰাগাৰৰ বন্দী সকলৰ ঘৰৰ মানুহৰ সৈতে দেখা-শুনা কিছুদিনলৈ স্থগিত ৰখা হৈছিল। কিন্তু ২৮-১০-৭২ তাৰিখ শনিবাৰে আকৌ অনুমতি দিয়াত জেলৰ সন্মুখ ভাগ গাড়ী, ৰিক্সা, চাইকেল আৰু মানুহেৰে ভৰি পৰিছিল।

অসম এগ্ৰিকালচাৰ ইউনিভাৰ্চিটী, প্ৰিন্স অব্ ৱেলছ, তৰাজান, সোণাৰী গাঁও গায়ন গাঁও আদিৰ ছাত্ৰসকল আৰু অন্য লোক গ্ৰেপ্তাৰ হৈ কাৰাগাৰলৈ আহিল। ভাষা আন্দোলনত গ্ৰেপ্তাৰ হোৱা স্কুল-কলেজীয়া ছাত্ৰসকলে মোক অনবৰতে বেঢ়ি আছিল— ইন্টাৰভিউ কৰাব লাগে, মাৰ্কেটিং কৰাব লাগে, কাৰোবালৈ ফোন কৰিব লাগে, খবৰ পঠিয়াব পাৰো নেকি ইত্যাদি। বহুতো ল'ৰা অৱশ্যে মোৰ চিনাকিৰ ভিতৰতো আছিল।

এদিন আবেলি পৰত কেবাজনো মানুহক আমি আদালতৰ পৰা চমজি লৈ আছো, এনেতে মোক ঘৰলৈ মাতিলে— কাৰফিউ মোকলাই দিয়াৰ বাবে আমাৰ খবৰ ল'বলৈ অকণমান সময়ৰ বাবে মোৰ বাইদেউ আহিছে। এনে সময়ত কাৰাগাৰৰ কাৰ্যালয়ৰ পৰা বাহিৰলৈ ওলাই যোৱাটো টান, তথাপি দেখা কৰি আহোঁগে বুলি ভাবি ওলাই যাওঁতে কাৰাগাৰৰ দুৱাৰৰ বাহিৰত এজনী তিৰোতাই

মোক আগভেটি ধৰি মাত লগালে আৰু কিছু সময় ৰ'বলৈ ক'লে। মোৰ এনেয়ে পলম হৈছিল— মনে মনে খঙো উঠিছিল। ঘোপাকৈ চোৱাত মানুহজনীয়ে থতমত খাই ক'লে— তেওঁ হেনো মোক চিনি পায়। অৰ্থাৎ স্কুলত পঢ়া দিনতে লগ পোৱা। নামটো উষা সৰকাৰ। মই মানুহজনীলৈ ভালকৈ চালো। বঙালী তিৰোতাই পিন্ধাৰ দৰে ৰঙা শেলৰ শাৰী পিন্ধিছে আৰু কপালত ডাঙৰ ৰঙা ফোট লৈছে। উষা সৰকাৰ— নাই চিনি পোৱা নাই। মোৰ তেনে ভাব বুজি উষা সৰকাৰে ক'লে যে তেওঁ মোৰ বাইদেউৰ লগত চিনামৰা হাইস্কুলত একেলগে পঢ়িছিল আৰু মই হেনো মোৰ বাইদেউৰ সৈতে প্ৰায়েই তেওঁলোকৰ ঘৰলৈ গৈছিলো। স্কুলৰ ওচৰতে তেওঁলোকৰ ঘৰ আছিল।

তেতিয়াও মই অৱশ্যে মনত পেলাব নোৱাৰিলো। কথা পতাৰ বিশেষ সুযোগ নিদি তেওঁ কাৰাগাৰলৈ অহাৰ কাৰণটো সুধিলত চমুকৈ ক'লে... উষা সৰকাৰৰ গিৰিয়েক ভাষা আন্দোলনতে মাৰপিটৰ কেছত কালি জেললৈ আহিছে। দৰ্শনাৰ্থী এখন লৈ পিছদিনা পুৱা দহ বজাৰ পিছত আহিবলৈ কৈ মই গুচি গ'লো।

ঘৰত গৈ বাইদেউক পোনতে উষা সৰকাৰৰ কথাই সুধিলো। বাইদেউৰ মনত আছিল। উষাৰ বিষয়ে কিছু কথা কলত মোৰ লাহে লাহে ভাঙ্গকৈয়ে মনত পৰিবলৈ ধৰিলে। চিনামৰা হাইস্কুলৰ সন্মুখৰ ফিল্ডখনৰ কাষৰ ৰাস্তাৰ দাঁতিতে উষাহঁতৰ ঘৰ আছিল। আমাতকৈ বয়সত ডাঙৰ আৰু ওপৰ ক্লাচৰ আছিল। চিলেটৰ বঙালী লোক। তৰ্জাৰ বেৰ দিয়া মামৰে খোৱা টিনপাতেৰে এটি সৰু ঘৰ। ঘৰটোৰ লগতে লগা পুৰণা এঙাৰ যেন ক'লা টিনপাতেৰে বেৰ দিয়া দীঘলীয়া এখন চালি। সেই চালিখন তেওঁলোকৰ বিস্কুটৰ ফেক্টৰী আছিল। চুলাৰ ধোঁৱাই ঘৰটো আৰু ওচৰৰ গছ-গছনিও ক'লা কৰি পেলাইছিল।

সেই উষাৰ ঘৰলৈ 'টিফিন টাইম'ত বহুত ছোৱালী, কেতিয়াবা বাইদেউৰ লগত ময়ো গৈছিলো। লেতেৰা পৰিবেশৰ কাৰণে ইচ্ আচ্ কৰিছিলো যদিও গৈছিলো। কাৰণ তাত ছোৱালীবোৰে প্ৰস্ৰাব কৰাৰ সুবিধাখিনি পাইছিল। বহুতো ছোৱালীয়ে ঠাণ্ডা পানীও খাইছিল। উষাৰ মাকজনী মৰমীয়াল। তেওঁলোকৰ সৰু সৰু কেবাটাও ল'ৰা-ছোৱালী আছিল যদিও তেওঁ অনবৰতে হাঁহিয়েই থাকে। নিজৰ ফেক্টৰীত বনোৱা এছ বিস্কুট আৰু এবিধ দীঘলীয়া মিঠা বিস্কুটেৰে আমাক চাহ খুৱাব খোজে। ঘৰখনৰ কিছু অংশ দেখা পায়। বিস্কুট বনোৱা আটা-ময়দাবোৰ এদিন কাবিকৰ কেইজনে ভৰিৰে সনা দেখিবলৈ পালো। গতিকে তিনতে আমি এদিনো বিস্কুট খোৱা নাছিলো।

টিফিন টাইমত আমাৰ প্ৰিয় আছিল নিমখ দি শুকান বুট খোৱা। স্কুলৰ কাষত থকা ৰেল লাইনটো পাৰ হ'লেই দোকান কেইখনত থকা বুট কিনিবলৈ ল'ৰা ছোৱালীবোৰ ভৰি পৰে। অৱশ্যে ছোৱালীবোৰেহে বেছিকৈ খায়। সেই কাৰণে দোকানবোৰত বুটমাহবোৰ চাফ চিকুণকৈ ৰাখে। লগতে বগৰী, জলফাই, অমৰা আদিও খোৱা হয়। ক্লাছ আৰম্ভ হ'লে বুট চোবাই শেষ নহ'লে লাষ্ট বেঞ্চত বহি লৈ মনে মনে খাই থাকিবলৈ বৰ ভাল লাগে। বান্ধি অনা খবৰ কাগজ কোমল হৈ ফাটি যায়, হাত ঘামি তিতি যায়, তথাপি তৃপ্তিৰে খোৱা হয়।

এদিন চোতালত কেঁচা খৰি ফুৰাই থকাৰ পৰা উঠি আহি উষাৰ মাকে গহীন হৈ ফুচফুচাই মোতকৈ ডাঙৰ ছোৱালীকেইজনীক ক'লে— উষাই কেইবামাহো গা ধোৱা নাই। গতিকে পঢ়া এৰিব। দুই-এটা বেয়া শব্দৰে উষাক উদ্দেশ্য কৰি গালিও দিলে। স্কুলত আহি মই অন্য ছোৱালীবোৰক উষাযে বৰ লেতেৰা-গা নোধোৱে বুলি কওঁতে মোৰ বাইদেৱে মোক চিকুট মাৰি ক'লে যে এইবোৰ বেয়া কথা নকৰি। পিছলৈ অৱশ্যে বুজি পাইছিলো। তেতিয়াৰ পৰাই আমাৰ ছোৱালীবোৰে উষাহঁতৰ ঘৰলৈ যাবলৈ এৰি দিছিল।

কাৰাগাৰলৈ অহা উষা সৰকাৰ সেইজনীয়েই আছিল। এতিয়া আদহীয়া মানুহৰ দৰে।

পিছদিনাৰে পৰা দুদিন দিনটোত সান্ধ্য আইন বলবৎ থকাত উষা সৰকাৰ কাৰাগাৰলৈ অহা নাছিল। এই দুদিন আকৌ মোৰ তেওঁক চাবলৈ বা দু-আষাৰ কথা পাতিবলৈ মন গৈছিল। কেইদিনমানৰ পিছত জামিননামা এখন লগত লৈ উষাই গিৰিয়েকক মোকলাই নিবলৈ আহিল। মই জামিননামাখন চাই দেখিলো নামটো লিখা আছে— অৰুণ বৰা। মই অৰুণ বৰা অসমীয়া নেকি সুধিলত তেওঁ হয় বুলি ক'লে আৰু মই উষাৰ কথাত জানিব পাৰিলো যে সেই তেতিয়াই উষাই গা নোধোৱাৰ লেঠা লগোৱা চোৰজন তেওঁলোকৰ বিস্কুট ফেক্টৰীৰ কাৰিকৰ অৰুণ বৰাই আছিল। তাৰ লগতে তাইৰ বিয়া হ'ল আৰু সি ঘৰ-জোঁৱাই হৈ বিস্কুট ফেক্টৰীত কাম কৰি থাকিল। ল'ৰা-ছোৱালীও কেইবাটাও হ'ল।

উষাৰ মাক-বাপেক মৰাৰ পিছত এদিন ককায়েকহঁতে কাজিয়া কৰি সিহঁতৰ পৰিয়ালটোক খেদি দিলে। তেতিয়াৰ পৰা সিহঁতে যোৰহাটৰ চ'ক-বজাৰৰ পিছফালে এটা সৰু ঘৰ কৰি আছে। গিৰিয়েকে গুমটি দোকান দিছে। গিৰিয়েকে পিছলৈ তাইৰ ককায়েকহঁতক বা অন্য বঙালী লোকক দেখিব নোৱৰা

হ'ল। তাইক কিন্তু ভাল চকুৰেই চায়।

এই গণ্ডগোলত গিৰিয়েকে অসমীয়া মানুহক বঙালীৰ কথা লগাইছিল বুলি সন্দেহ কৰি ওচৰৰ বঙালী সোপাই উৰাই-ঘূৰাই পিটিলে। গতিকে গোটেই মখাকে জেললৈ আনিলে।

আচলতে হেনো সি কাকো একো কথা লগোৱা নাছিল। যোৰহাট চ'ক-বজাৰৰ চুকৰ যি টুকুৰা মাটিত অকণহঁতৰ দৰে সাধাৰণ মানুহবিলাকে বহুত দিন ধৰি দখল কৰি আছিল, সেই মাটিডোখৰ যোৰহাটৰ এজন প্ৰতিপত্তিশীল মানুহৰ আছিল। তেওঁ এই চেগতে অৰ্থাৎ ভাষা আন্দোলনৰ সুযোগ লৈ মানুহখিনি গুণ্ডা লগাই উচ্ছেদ কৰিব খুজিছিল।

উষাই ক'লে— মানুহটোক বৰ বেয়াকৈ মৰিয়ালে। সি কিন্তু একো বেয়া কাম কৰা নাছিল। উষা সৰকাৰ গিৰিয়েকক লৈ গ'লগৈ। এনেকুৱা সৰু-ডাঙৰ বহুতো কাহিনী কাৰাগাৰত থাকোতে শুনিবলৈ বা দেখিবলৈ পাইছিলো।

ৰাতি ৮ মান বজাত মুখ্যমন্ত্ৰী শৰৎ চন্দ্ৰ সিংহই দেশবাসীৰ অৰ্থে তেতিয়াৰ পৰিস্থিতি সন্দৰ্ভত অনাতাঁৰ ভাষণ দিছিল। ভাষণত তেখেতে দেশবাসীক আহ্বান জনায় যে অনতি পলমে দেশলৈ এটা শান্তিৰ পৰিবেশ ঘূৰাই আনিব লাগে যাৰ ফলত এটা সু-ব্যৱস্থাৰে দেশৰ হিতাৰ্থে কাম কৰিব পৰা যাব। অশান্তিৰ ফলত কিছুমান দুখীয়া শ্ৰেণীৰ লোকৰ অনাহকতে হাৰাশাস্তি হয়। তদুপৰি কোনো এটা কাম সুচাৰুৰূপে কৰিব পৰা নাযায়।

(২)

যোৰহাটত ২৬ অক্টোবৰ ১৯৭২ চনত বলবৎ কৰা সান্ধ্য আইন বহুত দিনলৈকে আছিল যদিও লাহে লাহে দিনত কেইঘণ্টামান শিথিল কৰি দিয়া হৈছিল। যোৰহাটৰ সামগ্ৰিক পৰিস্থিতি স্বাভাৱিক আৰু সম্পূৰ্ণ নিয়ন্ত্ৰিত আছিল যদিও কাৰাগাৰত হুলস্থূলীয়া আৰু ব্যস্ততাৰ পৰিবেশ বহুতদিনলৈকে আছিল।

ভাষাৰ মাধ্যম আন্দোলনৰ তৃতীয় শ্বহীদ হ'ল প্ৰমোদ বৰা। নামৰূপৰ কাবৰ নিগম গাঁৱৰ ছাত্ৰ তেওঁ। ১৯৭২ চনৰ ১৯ অক্টোবৰ তাৰিখে সজিয়া সাত বজাত ৰবৰাম গাঁৱৰ মধ্যস্থানৰ আলিত দুৰ্বৃত্তৰ হাতত পৰে আৰু পিছদিনা ধাননি পথাৰত তেওঁৰ মৃতদেহ পোৱা গৈছিল। সৰুপথাৰৰ বন্দিন ৰাজখোৱাৰ মৃতদেহো ধাননি পথাৰত পোৱা গৈছিল। কেবাজনো অসমীয়াৰ লগতে বঙালী লোকৰো

মৃত্যু হয়।

গুৱাহাটী বিশ্ববিদ্যালয়ৰ একাডেমিক কাউন্সিলে ইংৰাজীকো লগত ৰাখি অসমীয়া ভাষাক শিক্ষাদানৰ মাধ্যম হিচাপে অনুমোদন কৰা প্ৰস্তাৱটোৰ সাংবিধানিক বৈধতাৰ প্ৰশ্ন তুলি শিলচৰৰ গুৰুচৰণ কলেজৰ এছ্ দেৱৰয় নামৰ পি ইউৰ ছাত্ৰজনে কৰা আবেদন উচ্চতম ন্যায়ালয়ে নাকচ কৰিছিল। আদালতৰ মতে, ১৯৭২ চনৰ ১২ জুনত বিশ্ববিদ্যালয়ে লোৱা প্ৰস্তাৱটোৰ জৰিয়তে বিশ্ববিদ্যালয়ৰ পৰীক্ষাৰ্থীয়ে পৰীক্ষাৰ উত্তৰ লিখোঁতে অসমীয়া অথবা ইংৰাজী যিকোনো এটা সুবিধা ল'বলৈ দিছিল। প্ৰথমে ই প্ৰযোজ্য হ'ব বুলি কোৱা হৈছিল ১৯৭২-৭৩ চনৰ পৰা পি ইউৰ (সেই সময়ত) দুবছৰীয়া পাঠ্যক্ৰমত।

আন্দোলন লাহে লাহে শাম কাটি আহিছিল। কাৰাগাৰত আটক কৰি ৰখা ছাত্ৰসকলৰ মুক্তিৰ দাবীত সমগ্ৰ ৰাজ্যতে অনশন ধৰ্মঘট পালন কৰা হৈছিল। ইতিমধ্যে, অৱশ্যে ১৪৪ ধাৰা আৰু সান্ধ্য আইন লাহে লাহে উঠাই দিয়া হৈছিল।

যোৰহাট জিলা কাৰাগাৰত ভালেকেইজন লোকক নিৰাপত্তা আইনত বহুত দিনলৈকে আটক কৰি ৰাখিছিল। দৰং, কামৰূপ, নগাঁও আদি জিলাত ৩৬ জন লোকক নিৰাপত্তা আইনত আটক কৰিছিল। শিৱসাগৰৰ দুই তিনিজন, যোৰহাট, গোলাঘাট আদিৰো কেবাজনো বিশিষ্ট লোকক যোৰহাট জেলত আবদ্ধ কৰি ৰাখিছিল। তাৰে ভিতৰত কেবাজনো কবি-সাহিত্যিকো আছিল। তেখেতসকলে কাৰাগাৰৰ ভিতৰত লেখা-মেলাও কৰিছিল। আমি কাগজ-কলমৰ যোগান ধৰিব লগা হৈছিল। কাৰাগাৰৰ পৰাই তেখেতসকলে 'জনমভূমি' আৰু বিভিন্ন কাকতসমূহত প্ৰকাশৰ বাবে লেখাসমূহ পঠিয়াবলৈ মোৰ হাততে দিছিল।

ডিমৌ কলেজৰ প্ৰবক্তা, কবি তৰুণ বৰুৱা, প্ৰখ্যাত কবি নীলমণি ফুকন, হীৰেন ভট্টাচাৰ্য, ভবেন বৰুৱা আদিৰ কবিতা পুথি আনি দিব লগা হৈছিল। গোলাঘাটৰ দেৱৰাজ ৰয় কলেজৰ অধ্যাপক, কবি-সাহিত্যিক হেম বৰাদেৱে কাৰাগাৰত বহুতো কবিতা লেখিছিল আৰু কাকতলৈ পঠিয়াইছিল। শিৱসাগৰৰ নাৰায়ণ বেজবৰুৱাদেৱৰ নামো উল্লেখযোগ্য।

আগতেই কোৱা হৈছে যে ভাষা আন্দোলনৰ সময়ছোৱাত যোৰহাট কাৰাগাৰত বিভিন্ন ধৰণৰ মানুহৰ লগ পাইছিলো। সেই সময়ত সৰু-বৰ বহুতো কাহিনী বা ঘটনাৰ উমান পাইছিলো।

এই সময়ত উৰা-বাতৰিৰ পৰিপ্ৰেক্ষিতত অজানিতে বা অন্যান্য কাৰণত বহুতোবোৰ নহ'ব লগীয়া ঘটনাও সংঘটিত হৈছিল। সুবিধাবাদীয়ে অধিক সুযোগ

লোৱা দেখা গৈছিল। বাতৰি কাকতো বহুতো কথা পঢ়িবলৈ পাইছিলো।

যোৰহাট নগৰৰ পৰা কাৰাগাৰৰ ফালে আহিলে মিছন হস্পিতালখন পাৰ হৈয়েই এটি 'ৰাইনো' নামৰ চিনেমা হ'ল পোৱা যায়। আচলতে এয়াৰ ফ'ৰ্চৰ মিলিটাৰীবিলাকৰ কাৰণে সেই হলটোত ন-পুৰণি চিনেমাবিলাক চলে। সাধাৰণ মানুহেও মাজে মাজে চায়। আমিও মাজে-সময়ে চাইছিলো। টিকটৰ মূল্য বৰ কম। সেই হলটোৰ কাষতে লগাকৈ বহুত দিনৰ পৰাই এঘৰ বঙালী মানুহ আছিল; নিজা ঘৰবাৰী।

মানুহ ঘৰ অসমীয়াৰ লগত মিলি গৈছিল। বৰভেটা হাইস্কুলত স্থানীয় সাহিত্যনুৰাগী লোকসকলৰ উদ্যোগত আৰু নেফাবাৰীত বিভিন্ন ঠাইৰ পৰা চাকৰি কৰিবলৈ অহা লোকসকলৰ প্ৰচেষ্টাত অনুষ্ঠিত অসম সাহিত্য সভাৰ বৰভেটা শাখাৰ সাহিত্য সভা বিলাকলৈ উক্ত বঙালী পৰিয়ালটোৰ বোৱাৰীগৰাকী প্ৰায়ে আহে। শিক্ষিতা ছোৱালী; তাতেই মোৰ চিনাকি।

সেই সময়ত সভাবোৰলৈ সাহিত্যিক লক্ষ্মীনন্দন বৰা, মহেন্দ্ৰ বৰা, ডিম্বেশ্বৰ শৰ্মা আদি লোকসকলকো নিমন্ত্ৰণ কৰি অনা হৈছিল। কাৰাগাৰৰ কৰ্মচাৰী হৈয়ো মোৰ সাহিত্যৰ প্ৰতি থকা আগ্ৰহ দেখি তেখেতসকলে মোক প্ৰশংসা কৰিছিল আৰু মিটিঙৰ মাজত সময় উলিয়াই মোৰ আৱাসগৃহলৈকো আহিছিল।

কাৰাগাৰৰ চাকৰিয়ালসকলে চৌব্বিশ ঘণ্টাই চাকৰিত ব্যস্ত হৈ থাকিব লগা হোৱাত এইবোৰ চিন্তা চৰ্চা কৰিবলৈ সময় নাপাইছিল। সেই কাৰণে প্ৰায়বিলাকেই সাধাৰণ সমাজৰ পৰা পৃথক হৈ যোৱাৰ নিচিনা অনুভৱ কৰে। কিন্তু দুই একে চেগ চাই সমাজৰ লগত মিলি থাকিবৰ কাৰণে এইবোৰ অনুষ্ঠানৰ লগত সোমাই পৰি মানসিক প্ৰয়োজনীয়তা পূৰণ কৰিবলৈ বিচাৰে।

মোৰ লগত স্থানীয় মানুহখিনিৰ ঘনিষ্ঠতা বাঢ়িছিল। সেয়েহে কেতিয়াবা মোৰ গৃহত অন্য মানুহৰ ঘৰত হোৱাৰ দৰে 'জলসা' হৈছিল। বঙালী বোৱাৰী গৰাকী সেই কাৰণে মোৰ ঘৰলৈকো আহিছিল।

ভাষা আন্দোলনৰ উত্তপ্ত পৰিবেশত অকলশৰীয়া হোৱাৰ বাবে বঙালী পৰিয়ালটোৱে বৰ ভয় খাইছিল। কিন্তু তেওঁলোকক ওচৰৰ অসমীয়া মানুহখিনিয়ে অভয় দিছিল। দৰকাৰ হ'লে তেওঁলোকক লুকুৱাই ৰাখিম বুলিও কৈছিল। প্ৰায় এমাহমান তেওঁলোকে দুৱাৰ-খিড়িকি নোখোলাৰ দৰেই হৈছিল।

তেওঁলোকৰ অৰ্থাৎ বোৰাবীগবাকীৰ পিকু নামৰ এটি পাঁচ-ছয় বছৰীয়া সৰু ল'ৰা আছিল। তাকহে ঘৰৰ ভিতৰত সুমুৱাই বখা টান হৈ পৰিছিল। ওচৰতে থকা অসমীয়া মানুহ কেইঘৰৰ এঘৰৰ আহল-বহল চোতালত সৰু-ডাঙৰ ল'ৰা ছোৱালীবোৰে সদায় খেলে। সেইকেইদিন পিকুক ওলাই যাবলৈ নিদিয়াত ঘৰৰ ভিতৰত সি কন্দা-কটাখন কৰি আছিল।

এদিন তাৰ আইতাকে উপায় নাপাই পিকুক ফুৰাবলৈ উলিয়াই লৈ গ'ল। কিন্তু কি আচৰিত সদায় ৰং ধেমালি কৰি থকা লগৰ ল'ৰা-ছোৱালী সোপাই তাক নমতা হ'ল। অথচ সিহঁতক কোনেও শিকাই দিয়া নাই বা তেনে ধৰণৰ কথা আলোচনাও কোনেও কৰা নাই। পৰিস্থিতিয়ে যেন এই বাধা-বাধকতা আনি দিছে। পিকুৰ বয়সৰ দুটামানে তাৰ মুখৰ আগতে কৈয়ে দিলে— সিহঁতে তাৰ লগত আজিৰ পৰা নেখেলে বুলি।

কান্দি কান্দি পিকু আইতাকৰ ওচৰ পালেগৈ। আইতাকেও যেন আগতে গল্প গুজব কৰি থকা মানুহখিনিৰ লগত সহজ হ'ব পৰা নাই। একেলগে থকা একেই মানুহ; কিন্তু কেনেকৈ আঁৰ বেৰৰ ব্যৱধান হৈ পৰে! আইতাকে পিকুক লৈ ঘৰলৈ গুচি আহিল। সেইদিনাৰ পৰা পিকুক ঘৰৰ বাহিৰলৈ একেবাৰে ওলাবলৈ নিদিয়া হ'ল।

সেইকেইদিনতে আটলিয়া গাঁও, বাঁহবাৰী আদি ঠাইত মাৰপিট হৈছিল। সান্ধ্য আইন আকৌ দিছিল। এদিন পিকুৱে ঘৰৰ খিড়িকিখন খুলি আমন-জিমনকৈ বাহিৰলৈ চাই থাকোঁতে দেখিলে— বিঙ্কিয়ে তাক কিছু দূৰৈৰ পৰা হাত বাউল দি মাতিছে। পোনতে সি কি কৰিব ভাবি নেপালে। আৰু মনটো বাহিৰলৈ উৰা মাৰিলে। ভয়ে ভয়ে ঘৰৰ ভিতৰলৈ চালে— ওচৰত কোনো নাই। সি কোনেও উম-ঘাম নোপোৱাকৈ হাতত সাৰে ভৰিত সাৰে চকী এখনত উঠি দুৱাৰৰ খিলটো খুলি বাহিৰলৈ দৌৰি বিংকিৰ ওচৰ পালেগৈ।

বিঙ্কিয়ে মৰমেৰে তাৰ হাত এখনত ধৰি ক'লে যে সিদিনাখন পিকুৰ লগত কোনেও নেখেলাৰ কাৰণে তাইৰ মনটো খুব বেয়া লাগি আছে। গতিকে, এতিয়া সিহঁত দুয়োটাই বিঙ্কিহঁতৰ ঘৰৰ পাছফালে থকা ঢেঁকীঘৰটোতে মনে মনে কইনা-দৰা খেলিব। বিঙ্কিৰ লগতে পিকু দৌৰ মাৰিলে। গুদামঘৰৰ দৰে ঢেঁকীঘৰটোৰ বস্তুবোৰৰ আঁৰ লৈ সিহঁত দুয়োটাই ভালেমান পৰলৈকে ওমলি থাকিল।

খেলাৰ মাজতে বিঙ্কিয়ে পিকুক ক'লে— মানুহবোৰে কৈছে পিকুহঁত

হেনো নিজৰ দেশলৈ গুচি যাবগৈ। পিকুতকৈ ৰিঙ্কি দুবছৰমানৰ ডাঙৰ। সি কিন্তু একো বুজি নাপাই তাইৰ কালে ফেলকেলকৈ চাই থাকিল। তাই আকৌ ক'লে— কথাটো শুনি তাইৰ মনটো খুব বেয়া লাগিছে। সকলো মানুহেই কৈছে— তাহাঁতৰ নিচিনা মানুহবোৰ ইয়াৰ পৰা গুচি যাব। এইবাৰ যেন পিকুৱে কিবা অকণমান বুজি পালে। সি ভেঁ-ভেঁকৈ কান্দিবলৈ মুখ মেলোঁতেই ৰিঙ্কিয়ে তাৰ মুখত হাত দি ক'লে— সি যদি কান্দে, তেন্তে সিহঁতক কোনোবাই দেখা পাব আৰু খেলিব নোৱাৰিব। পিকুৱে কান্দোনটো চেপি গিলি থলে। সি থোকা-থুকি মাতেৰে ক'লে যে সি ৰিঙ্কিহঁতক এৰি ক'লৈকো নাযায়।

এনেকুৱাতে বাহিৰত হুলস্থূল লাগিল। পিকুৰ ককাকে গোনতে দেখে যে পিকু ঘৰত নাই। হৰাদুৰা লাগিল। বাহিৰত সান্ধ্য আইন। ৰাস্তাত পুলিচ-মিলিটেৰীৰ ট্ৰাকবোৰ ঘনাই অহা যোৱা কৰি আছে। বাহিৰত ক'তো জনপ্ৰাণী এটিও নাই। পিকুৰ বাপেকে ওলাই আহিব খুজিলে। ককাকে পুতেকক ওলাই যাবলৈ নিদিলে। নিজেই নাতিয়েকক বিচাৰিবলৈ ওলাই গ'ল। কোনোমতে ইঘৰ সিঘৰত সোধা-পোছা কৰি পিকুৰ খবৰ সুধিলে। নাই— পিকু ক'তো নাই। শেষত ৰিঙ্কিহঁতৰ ঘৰত খবৰ কৰিলতহে গ'ম পোৱা গ'ল যে ৰিঙ্কিও ঘৰত নাই। কোনেও ইমান পৰে খবৰেই লোৱা নাছিল। দুটামান ডাঙৰ ল'ৰাৰ খঙেই উঠিল। সদায় সমীহ কৰা বঙালী ভদ্ৰলোকজনক উদ্দেশ্য কৰি ইয়াঁকি মৰা কথাও ক'লে। বুঢ়াৰ পেটে পেটে খুব খং উঠিছিল। কিন্তু তেওঁ অকলশৰীয়া হোৱাৰ বাবে মনে মনে থাকিল।

ইতিমধ্যে পিকুৰ মাক-আইতাক কান্দি বাউলি হৈছিল। ৰিঙ্কিৰ মাকজনী বৰ মৰমিয়াল। তেওঁ পিকুৰ ককাকক আথে-বেথে বহুৱাই ক'লে যে ৰিঙ্কিৰ লগত পিকুকো তেওঁলোকে বিচাৰি উলিয়াব আৰু ঘৰত থৈ আহিবগৈ।

অৱশেষত কোনোবাই পিকু আৰু ৰিঙ্কিক ঢেঁকীঘৰৰ এচুকত কইনা-দৰা খেলি থকা পালেগৈ। বাহিৰত কি হুলস্থূল হৈ আছে তালৈ সিহঁতৰ মন-কাণ নাই।

পিকুৰ ককাকে তাক ধমক দি চোঁচৰাই নিয়া দি ঘৰলৈ নিব খুজিলে। পিকুৱে ফেঁকুৰি ফেঁকুৰি, শেহত জোৰকৈ কান্দি কান্দি ক'লে যে সি দেশলৈ নাযায়— ইয়াতে থাকিব। ৰিঙ্কিহঁতক এৰি থৈ ক'লৈকো নাযায়। সকলো থৰ লাগিল। ৰিঙ্কিৰ মাকে তাক কোঁচত লৈ চুমা খাই, মৰম কৰি ক'লে যে তেওঁ পিকুহঁতক কেতিয়াও কলৈকো যাবলৈ নিদিয়ে। তেওঁ আঁচলেৰে চকু পানী

মচিলে। পিকুৰ ককাকবো চকুলো বাগৰি গ'ল। ইয়া'কি মৰা ল'ৰাকেইটাই অনুশোচনাৰে তলমূৰ কৰিলে। ককাকে ৰিঙ্কিক মৰম কৰি পিকুক লৈ ঘৰলৈ গ'ল। এই কথাখিনি মই পিকুৰ মাকৰ পৰা পাছত শুনিছিলো।

দুদিনৰ পিছত সান্ধ্য আইন উঠাই লৈছিল যদিও ১৪৪ ধাৰা দিয়া আছিল। এদিন দুপৰীয়া' ৰবৈয়াৰ ওচৰত এটা অতি শোকাবহ ঘটনা ঘটিছিল! এজন মানুহ দৌৰি আহি পুলিচ থানালৈ কাৰাগাৰৰ ফোনটোৰ পৰা খবৰ পঠিয়ালে যে এয়াৰ ফ'র্চৰ ভিতৰলৈ যোৱা মালবস্তু আৰু দহজনমান মিলিটেৰীসহ এখন ট্ৰাক ৰেললাইন ক্ৰছ কৰোঁতেই এখন জোৰেৰে অহা ৰেলগাড়ীয়ে খুন্দা মৰাৰ ফলত আটাইকেইজন মিলিটেৰীৰ থিতাতে মৃত্যু হৈছে। খবৰটো শুনি আমাৰো মনটো বেয়া লাগিল। ঘটনাটোৱে গোটেই অঞ্চলটোতেই শোকৰ ছাঁ পেলায়।

লাহে লাহে ভাষা আন্দোলন শাম কাটে। দেশলৈ শান্তি ঘূৰি আহে। যোৰহাট কাৰাগাৰলৈ যদিও গ্ৰেপ্তাৰ হোৱা ছাত্ৰ বা অন্য মানুহ আহি আছিল, — পাছলৈ নহা হয়, আৰু কাৰাগাৰৰ ভিতৰৰ আন্দোলনৰ বাবে অহা সকলো লোকক মুকলি কৰি দিয়ে।

ভাষা আন্দোলনৰ স্মৃতি মোৰ মনৰ মাজত থাকি গ'ল। □□

# ভোলা কুৰ্মিৰ মনৰ কথা...

(১)



মোৰ নাম ভোলা কুৰ্মি। মই যোৰহাট জেলত হত্যাকাণ্ড গোচৰত আহি জেল খাটিছোঁ। মোৰ কয়েদী নম্বৰ ১৪২৮ । মোৰ বিৰুদ্ধে ৩০২ ধাৰা গোচৰ লাগিছে। পাঁচ বছৰমান মই ইতিমধ্যে জেলৰ খাটনি পাৰ কৰি দিছো। যাৱজ্জীৱন কাৰাবাস; গতিকে সৰহভাগ খাটনি বাকীয়েই আছে। মই মোৰ মাইকীজনীক হত্যা কৰিছিলো। সেই কাৰণে চিনামৰা থানাত মই নিজেই গৈ দাৰোগা বাবুৰ ওচৰত হাজিৰ হ'লোগে।

মোৰ মাইকী লছমীক মই মাৰি পেলোৱাৰ কথা কোনো দিনে ভবা নাছিলো। কিন্তু তাইৰ উত্তগুলিত মোৰ মনটো কিযে' হৈ গৈছিল.... সেই সময়ত

মই ক'ব নোৱাৰিছিলো। মনটো একেবাৰে খাৰাপ হৈ গৈছিল। মই পাগলৰ দৰে হৈ গৈছিলো।

সঁজাত নথকা মাইকী! মৰিল ভালেই হ'ল।

কেতিয়াবা মোৰ খুব বেয়াও লাগে। মই খং কৰি তাইক মাৰি পেলোৱাটো জানো ভাল কাম হ'ল? মোৰটো তাই নিজৰেই মাইকী আছিল। কিন্তু তাইৰ মুখখন বৰ চোকা। সেইটোৱেই তাইৰ কাল হ'ল। তাইৰ আৰু কাল হ'ল তাইৰ ককায়েকৰ সৈতে বেপাৰ কৰা বেপাৰীকেইটা। ককায়েকে হাট-বজাৰত বেপাৰ কৰে। সি বেপাৰী দুটাক লগত লৈ প্ৰায়েই মোৰ ঘৰলৈ আহে। হাতত মুৰ্গী, হাড়িয়া... এইবোৰ আনি মোৰ ঘৰতে খায়। লছমীয়ে ৰান্ধি দিয়ে। সিহঁত তিনিওটা আহিলে লছমীৰ গা সাতখন আঠখন হয়। বেপাৰী দুটাই ভাল ভাল শাৰী, কাপোৰ, চাবোন, মুখত সনা বস্তু, গোন্ধ তেল আনি তাইক দিয়েহি। তাই সেইবোৰ বস্তু পিন্ধি সিহঁতৰ লগত মাজে মাজে ওলাই যায়, কি কৰে মোক কোনো কথা নকয়। মই এইবোৰ দেখি-শুনি মনত বৰ অশান্তি পাওঁ। মই তাইক ভালকৈ বুজালে তাই মোক বেয়া কথা কয় আৰু সেইবোৰ বেছিকৈ পিন্ধি-উৰি মোক দেখুৱাই মোৰ খং তুলিবলৈ বিচাৰে।

মোৰ মাইৰ বয়স হৈছে। বাবা মৰিছে। ভনীটোৰ বিয়া হৈ গৈছে। মুৰমুৰীয়া বাগানত থাকে। লছমীয়ে মোৰ মাইক মোৰ লগত থাকিবলৈ নিদিয়ে। মই মনে মনে মাইক বিমান পাৰো সহায় কৰোঁ। মাইৰ হাঁফানি বেমাৰ আছে। অসুখ বেছি হ'লে মই দেখা-শুনা কৰোঁ। ৰাতি মাইৰ লগতে শুই থাকোঁ। তাইৰ কথা নুশুনো....।

যাঃ! এইবোৰ কথা নাভাবো। মোৰ কামত যাবৰ সময় হ'ল। মই দিনটো জেইলাৰ বাবুৰ ঘৰত কাম কৰো। যিকোনো কাম। ঘৰ চাফা কৰাৰ পৰা বাৰীত কাম কৰালৈকে। কাম কৰি ভালেই লাগে। বাইদেউ বৰ মৰমিয়াল।

জেলত এশ আঠজন মিজোৰামৰ বিদ্ৰোহী আচামী আছে। ইমান ভদ্ৰ মিজো মানুহবোৰ। পাহাৰৰ মানুহ যেন নালাগে। সিহঁতে মোক বৰ মৰম কৰে। জেইলাৰ বাবুৰ কোৱাৰ্টাৰৰ ওচৰেত থকা হৰি দোকানৰ পৰা মই সিহঁতক দুই-এটা বস্তু আনি দিব লাগে। বেয়া বস্তু আনি নিদিওঁ। বেয়া বস্তু আনি দিলে জেইলাৰ বাবুৱে বেয়া পাব। গেটৰ ৱাৰ্ডাৰেও চেক কৰে। জেলখানাৰ ভিতৰত ভাল কয়েদীসকলৰ পৰা পায়খানা কঢ়িওৱা মেতৰ সকললৈকে সকলোৱে মোক ভাল পায়।

ৰাতি মোৰ বহুত দেৰিকৈ টোপনি আহে। মোৰ কাষতে থকা কয়েদী দুজনে ফুচফুচাই বহুত ৰাতিলৈকে কথা পাতি থাকে। কেতিয়াবা পহৰা দি থকা ৱাৰ্ডাৰৰ পৰা ধমকো খায়। মোৰ লগতো কথা পাতিব খোজে, মই বেছি কথা পাতি ভাল নাপাওঁ। মই প্ৰায়েই আমাৰ চাহবাগানৰ কথা, মোৰ মাই-বাপ, বহিনটোৰ কথা আৰু লছমীৰ কথাও ভাবি ভাবি শুই থাকো।

মই ক্লাছ টেনলৈকে পঢ়িছিলো। মেট্ৰিক দিব নোৱাৰিলো। মনটোত বৰ দুখ লাগে। আজিকালি আমাৰ সেবাৰসকলৰ বহুতো ল'ৰা-ছোৱালী পঢ়ি-শুনি ডাঙৰ মানুহ হৈছে। ভাল ভাল চাকৰি কৰে। কবি-সাহিত্যিকো হৈছে। মোৰ পঢ়াৰ বৰ মন আছিল। ঘৰৰ কামানি কৰা মানুহ নাই। গতিকে পঢ়া এৰি দিলো। বেবী বাইদেউৱে খুব জোৰ কৰিছিল। পিছত প্ৰাইভেটকৈ মেট্ৰিকটো দিবলৈ কৈছিল। বাগানত কোৰৰ নালত আৰু কলম কটাৰীত হাত দিলো যেতিয়া কিতাপ-কলমত হাত দিবৰ মন নগ'ল। সময় পালে বাহিৰা কিতাপ পঢ়ো। খবৰ কাগজো পঢ়ো। আমাৰ দিনত অৱশ্যে চাহ বাগিচাৰ জনজাতিসকলৰ ল'ৰা-ছোৱালীৰ পঢ়া-শুনা একেবাৰেই নাছিল। বাঘধৰা বাগানত সেই সময়ত ময়েই পঢ়িছিলো।

'নিজেৰ দেশে, বড় দুখ' বুলি আৰু 'চল মিনি আছাম যাব' বুলি প্ৰায় দুশ বছৰ বা তাৰো আগতে ভাৰতৰ বিভিন্ন ঠাইৰ পৰা বিভিন্ন জনগোষ্ঠীৰ লোকসকল আহি আছাম দেশৰ চাহ বাগানসমূহত থিতাপি লৈছিল। সুখৰ সপোন দেখা বনুৱাসকলে গুণগুণালে........ 'আম ফলে থপা থপা, তেতুঁল ফলে বাকাৰে, পূৰব দেশে চলে যাব, বাড়ীৰ হাতে শাখা ৰে.........।'

আছাম দেশত গাছেৰ ওপৰে টাকাই টাকা বুলি পূৰ্বপুৰুষসকলে অত্যাচাৰ আৰু দুখৰ জীৱন শেষ হ'ব বুলি সুখৰ সন্ধানত যি ভাবি আছাম দেশলৈ আহিছিল তাক নাপালে যদিও শ্ৰম কৰি কিঞ্চিৎ যি পালে তাতে সন্তুষ্ট হৈ আছাম দেশেৰ ভাষা আৰু মিশ্ৰিত আমাৰ সকলো জাতি-জনজাতিৰ ভাষা লগ কৰি এটা বাগানীয়া চাহ-মজদুৰ ভাষা আয়ত্ত কৰি ল'লে। সেই ভাষাটোকেই আমি কওঁ। তদুপৰি অসমীয়া মানুহৰ আমি আচাৰ-ব্যৱহাৰ ৰীতি-নীতি, চিন্তা-ভাবনা বহুতখিনি শিকিব পাৰিছোঁ। এইবোৰ কথা মই কাগজে-পত্ৰই পঢ়িবলৈ পাইছোঁ।

জেলৰ লাইব্ৰেৰীৰ পৰা সৰু-সুৰা দুই এখন যিকোনো কিতাপ আনি পঢ়ো। অফিচত চাকৰি কৰা জেইলাৰ বাইদেৱে মোক জেলৰ অফিচত থকা দুই এখন খবৰ কাগজো পঢ়িবলৈ দিয়ে। জেলৰ পৰা মই ওলাই যোৱাৰ পিছত নিজৰ

বাগানখনলৈকে ঘূৰি যাম নে অন্য ঠাইত থাকি যাম এতিয়াও ঠিক কৰিব পৰা নাই। জেইলাৰ বাইদেউৰ লগত ৰূপম কুৰ্মি বাইদেউৰ চিনা-জনা আছে। গতিকে তেখেতে সময়ত মোক গত লগাৰ কিবা এটা ব্যৱস্থা কৰি দিব বুলি কৈছে।

মইনো কেলেই মোৰ মাইকীজনীক হত্যা কৰিব লগা হ'ল, বা মোৰ নচিবতনো এনে কাৰ্য কিয় লিখা আছিল........... ভাবি পাৰ নাপাওঁ। জেইলাৰ বাইদেউক দেখা পালেই মোৰ সৰুকালত বাগানত লগ পোৱা বেবী বাইদেউলৈ মনত পৰে।

সৰুকালৰ পৰাই মই বৰ ভাবুক আছিলো। আমাৰ বাগানৰ নাইবা সকলো বাগানতে বিভিন্ন জাতৰ চাহ-বনুৱাসকলে অৰ্থাৎ বাউৰী, ভূমিজ, ঘাটোৱাৰ, পৰজা, ভূঁইয়া, মুণ্ডা, চাওতাল, ওৰাং, প্ৰধান, গোৱালা, কিষাণ, তাঁতী, পাতৰ, চামাৰ, কৈৰী, কাহাঁৰ, ৰাজপুত, চাষা আদি বিভিন্ন মানুহবোৰে একে সঙ্গে, ভাই ভাইৰ দৰে বাস কৰো যদিও প্ৰত্যেক দিনেই হাই কাজিয়া-পেচাল নুগুচে। সামান্য কথাতে ইটোৰ সিটোৰ প্ৰতি মৰম ওপজে যদিও ঈৰ্ষা খিয়াল হয় অতি সাধাৰণ কথাতে। মজদুৰসকলৰ এটাই ডাঙৰ দোষ হ'ল, প্ৰায় সকলো সময়তে লাওপানী খোৱা আৰু চিঞৰ-বাখৰ কৰা। জুবাও খেলে। জন্মৰ পৰাই মোক মোৰ মাইয়ে এইচবৰ পৰা আঁতৰাই ৰাখিছিল।

মাইৰ নাম ককিলা আছিল। মাই বাগানৰ বৰবাবুৰ ঘৰত কাম কৰে। বাবুৱানীৰ মাই নহ'লে কাম নচলে। তেওঁলোকৰ ঘৰত দুজনী ছোৱালী, দুটা ল'ৰা। ডাঙৰ বাইদেউৰ নামেই বেবী বাইদেউ।

মোৰ মাই বৰ ঠাণ্ডা স্বভাৱৰ মানুহ। বাবাও ভাল, কিন্তু নিচাপানী বেছিকৈ কৰে। মদ খাবলৈ পইচা নাপালেই মাইৰ লগত কাজিয়া কৰে। মোৰ এদিনৰ কথা মনত আছে।

সেইদিনা লাওপানীৰ নিচাত কুলি বস্তিকেইটাৰ সকলো মানুহ টোপনিত লালকাল দি আছে। কেইটামান খিংখিণ্ডীয়া কুকুৰৰ ভুকভুকনি বা গেঙেৰি মাজে মাজে শুনা গৈছিল আৰু জিলীৰ জি জি শব্দ।

সাৰে আছে বস্তিৰ এটি সৰু ল'ৰা— মই। ভোলা কুৰ্মি। মোৰ কিয় টোপনি অহা নাই, মই নিজেই নাজানো। ওচৰতে থকা বাঁহৰ খাটত শুই মোৰ বাপে টেটুলৈকে মদ পি নাক ঘোৰঘোৰাইছে, বমিও কৰিছে। মাজে মাজে টোপনিতে নিজৰ উদং গাটোত মহে কামোৰাৰ কাৰণে হাতেৰে চটপ-চটপকৈ মাৰিছে। মাই মজিয়াত ফটা বস্তা এখনত আউলি-বাউলি হৈ পৰি আছে...

দেখিলেই মৰা মানুহ পৰি থকা যেন লাগে। মাইৰ কাষতে মোৰ ভনীজনী শুই আছে। মাই টোপনিত কেকালে। সন্ধিয়া বাবাৰ লগত এজন মানুহৰ কাজিয়া লাগিল। তাৰ খণ্ডত বাবাই মাইক খুব পিটিলে। লঠিয়ালেও। মই এৰুৱাবলৈ আহোঁতে বাবাই মোকো-গালে-মুখে মাৰিলে। মোৰ ওঁঠ ফাটি তেজ ওলাই আহিল। মনত পৰাৰ পৰা এয়াই আৰম্ভ।

হাই-কাজিয়া অকল আমাৰ ঘৰতেই নহয়, সকলো বস্তিতেই নিয়মিত ঘটনা। বিশেষকৈ সাপ্তাহিক বজাৰৰ দিনা হাতত থকা গোটেইকেইটা টকা উৰাই বনুৱাবোৰে লাওপানী খায়। বেপাৰীবিলাকে আমাৰ দুৰ্বলতাৰ সুযোগ লয়।

বেবী বাইদেউৱে কয়— ভোলা, তই ডাঙৰ হ'লে কেতিয়াও মদ নাখাবি দেই। মদ খাই খাই বাপেৰটো কেনেকুৱা বেমাৰী হ'ল দেখিছই!— নাই, নাই মদ-চেৰাব মই আজিলৈকে মুখত দিয়া নাই!

মই মোৰ লগৰ ল'ৰাবিলাকৰ লগ নলওঁ। সিহঁতে অনবৰতে হয় মাৰ্বল গুটি খেলিব, বাগানৰ হোলাবিলাকত পিংপিঙাই মাছ বিচাৰি ফুৰিব, নহ'লে ল'ৰা ছোৱালীবোৰৰ মাক-বাপেক চাহপাত তুলিবলৈ বাগানলৈ কাম কৰিবলৈ গ'লে কেঁচুৱা ভায়েক ভনীয়েকহঁতক ৰাখিব। মাকবোৰে ফটা শাৰীৰ টুকুৰা এটাৰে সিহঁতৰ পিঠিত কেঁচুৱাটো ওলোমাই তাহাঁতৰ ডিঙি বা কপালত আঁৰি দিয়ে— কি বিৰক্তিকৰ। অৱশ্যে উপায়ো নাই।

আকৌ চাহপাত তুলি থকা সময়ত যেতিয়া গৰম লাল চাহপানীৰ গাড়ীখন দুই নম্বৰ বাগানৰ তেঁতুল জোপাৰ তলত ৰয়হি, বাগানৰ মতা-মাইকী চৰেই টকুৰীৰ মাজত সুমুৱাই অনা ডাঙৰ বাতিবোৰত নিমখ দিয়া লাল চাহ খায়। তেতিয়া আধা নাঙঠ সৰু ল'ৰা ছোৱালীবোৰ পেনপেনাই মাকহঁতৰ ওচৰলৈ আহি মাকৰ বুকুৰ গাখীৰ চোহাত লাগে। মাকহঁতে টান কথা কৈ দুই-এটাক ওচৰৰ পৰা খেদি দিয়ে। কেইজনীমানে নিজে চাহ খোৱাত লাগে। পানী কেঁচুৱা থকাবোৰে পিঠিত ওলোমাই থোৱাৰ পৰা কেঁচুৱাবোৰ আনি আলফুলে পিয়াহ খুৱাব। তীখৰ গুটি কেইটামান ল'ৰাই গাড়ীখনত ওলোমা বাদুলি দি খেলি থাকে আৰু চাহপানী পৰি বোকা হোৱা ঠাইখন যেনেকি কঠীয়াতলী কৰি পেলায়। মই দূৰৈৰ পৰা চাই থাকো।

মোৰ বহিনীটোক সৰুতে মই ৰাখিব লগা হোৱা নাই। মোৰ পেহী এজনী একেটা বস্তিতে থাকে। মানুহজনী বেমাৰী, হাজিৰালৈ নাযায়। দং দং কৰে দুটাকে গজগজীয়া জোৱান পুতেক আছে। বাপেক-পুতেকহঁতেই কামানি কৰে। গতিকে

মোৰ বহিনটোক মাই তাতে ৰাখি থৈ কামলৈ যায়। বৰবাবুৰ ঘৰৰ পৰা মাজে মাজে আহি চায়হি। তাতে ছোৱালীটোৰ সৰুৰে পৰাই জঞ্জাল নাই। গুই-মুতে লেটি লৈ থমথম কৰে চোতাল বা ঘৰৰ ভিতৰত বহি থাকে। কান্দি কাটি নাথাকে।

আকৌ এবাৰ মনত আছে,— বাগানৰ এল. পি. স্কুলখন আৰম্ভ হোৱাৰ পিছত স্কুলত এবাৰ ডাঙৰকৈ সৰস্বতী পূজা পাতিছিল। পূজাত মস্ত কেৰাহী এটাত বহুত চুজি বনাই এটা মজলীয়া বলৰ আকৃতিৰ লাৰু বনাই বুট-কলৰ লগত বিলাই দিয়া হৈছিল। মাষ্টৰ বাবুই লেবাৰবোৰক শাৰী পাতি বহিবলৈ দিছিল আৰু এফালৰ পৰা বিলাই গৈছিল। কিন্তু কি কথা, ল'ৰা ছোৱালীৰ লগতে মতা-মাইকী বিলাকেও কেনেকুৱা টনা আঁজোৰাখন কৰিছিল— মই বাবু ষ্টাফৰ ল'ৰা-ছোৱালীৰ লগতে থৰ হৈ চাই আছিলো। কেনে বিশৃংখলতাৰ সৃষ্টি কৰিছিল। দৃশ্যটো চাই একেবাৰে ভাল লগা নাছিল।

—টোপনি নাহে। মই বাগৰ সলোৱা দেখি মোৰ চামনা-চামনিকৈ থকা কয়েদীটোৱে সুধিলে যে মই বিড়ি একহোপা মাৰিম নেকি? নাই, নাখাওঁ— শুই থকাই ভাল। কাইলৈ সকালেই জেইলাৰ বাবুৰ ঘৰত যাব লাগিব। সকাম আছে,— বহুত কাম হ'ব। শুবলৈ ল'লেই মোৰ সদায়েই যিকোনো কথা মনলৈ আহে। কিতাপ লিখা মানুহবোৰে নিশ্চয় এনেকৈ লিখি লিখিয়েই ডাঙৰ সাহিত্যিক হয়।

(২)

যোৰহাটৰ পৰা মৰিয়নীলৈ গ'লে চিনামৰা ৰে'লৱে ষ্টেছনটো পাৰ হ'লেই দকলঙীয়া চাহবাগান পোৱাৰ আগতে বাঘধৰা বাগান পায়। বাঘ বেছিকৈ ওলোৱাৰ বাবেই বাঘধৰা বাগানৰ নাম হ'ল নেকি নাজানো। অৱশ্যে মাজে-মাজে এতিয়াও বাঘ নোলোৱা নহয়। গৰু-ছাগলী খাবলৈ বাঘে কেতিয়াবা মুকলি ঠাইলৈকো আহে। বাগানৰ মজদুৰসকলে দূৰৈৰ পৰাই বাঘৰ গোন্ধ পায়। চৰাই-চিৰিকটি বা আন আন জন্তুৰ মাতৰ পৰাও ধৰিব পাৰে। তাৰ মাজতে বাঘে চোপ লৈ দুই এটা বনুৱাক আক্ৰমণ নকৰা নহয়।

ষ্টেছনৰ পৰা গৈ যিটো চাৰিআলি পোৱা যায় তাৰ সোঁহাতে ঢেকিয়াজুলি চাহবাগানলৈ যায় আৰু বাওঁফালে আধামাইল গ'লেই বাঘধৰা বাগান; যোৰহাট টি কোম্পানীৰ চিনামৰা বাগানৰ ব্ৰাঞ্চ।

প্ৰকাণ্ড যুৰীয়া বৰ পুখুৰীটোৰ পাৰতে পানীকলৰ ডাঙৰ মেচিন-ঘৰটো। মেচিন ঘৰৰ ঘৰঘৰ শব্দটো যেন আমাৰ আজন্ম চিনাকি। বাগানৰ ঘণ্টাৰ ঢং ঢং শব্দ আৰু পানীকলৰ মেচিনৰ শব্দৰ অবিহনে চাহবাগান আধৰুৱা। চাহপাতৰ ফেক্টৰীটো অৱশ্যে কিছু নিলগত— চিনামৰা বাগানৰ প্ৰধান হস্পিতালখনো তাতে। মেচিন-ঘৰৰ কাষত ওখকৈ সজা পানীৰ ৰিজাৰ্ভাৰ দুটা। কিন্তু আঁতৰত আৰু এটা পকাৰে পানী ৰখা ঘৰ। লগতে এখন ডাঙৰ ফিল্ড। ফিল্ডখনত মই আৰু আমাৰ কমুৰাৰ দুটামান ভাল ভাল ল'ৰাই সদায় খেলিছিলো। বাবু ষ্টাফৰ ল'ৰা-ছোৱালীবোৰেও খেলে। বেবী বাইদেৱে নেখেলে। কেতিয়াবা আমাৰ খেলৰ তদাৰক কৰে। বেবী বাইদেৱে আমাক খং কৰিলেও ইমান ভাল লাগে!

মোৰ বাবু ষ্টাফৰ ল'ৰা ছোৱালীৰ লগত মিতিৰালি বেছি। মোৰ মাই সদায় চাফ চিকুণকৈ ফটা-ফুটা কাপোৰখিনিকে ধুই আটোমটোকাৰিকৈ পিন্ধিবলৈ দিয়ে। বাবু ষ্টাফৰ ল'ৰা-ছোৱালীবিলাকৰ পুৰণা অথচ ভাল ভাল কাপোৰ-কানিয়েই মই বেছিকৈ পিন্ধো। মোৰ মাঁইৰ কাপোৰ-কানিও বৰ বাবুৱানীয়েও দিয়ে। মোৰ মুখখন হেনো মাগুৰ বৰণীয়া, গোল আৰু টুকটুককৈ গাথলু-চেহেৰা আছিল। মাই চুলিয়ে, গায়ে-মুখে খোৱা তেল সানি ভালকৈ ৰাখিছিল। বেবী বাইদেৱে নহ'লে বেয়া পায়। বেবী বাইদেউৰ পৰা মই ভাল মানুহৰ আচাৰ-ব্যৱহাৰ কিছু পৰিমাণে, থকা-খোৱাৰ নিয়ম আদি সৰুৰে পৰাই শিকিছিলো। বেবী বাইদেউৰ ভায়েক-ভনীয়েকহঁতৰ পৰাও মই বহুত কথা জানিছিলো। তথাপি বেবী বাইদেউ মোৰ প্ৰধান মাষ্টৰণী বাইদেউ আছিল। মই বেবী বাইদেউক বগীজামু, বগৰী, টেঙা ফলবোৰ আনি দিছিলো। তেওঁ বহুত বকচিচ্ দিছিল।

মই সৰু থাকোঁতে বাঘৰা বাগানত প্ৰথম এল.পি.স্কুলখন খুলিছিল। বাগানৰ বাবু ষ্টাফৰ ল'ৰা-ছোৱালীবিলাকৰ লগত প্ৰথমে নাম লগোৱা কুলি ল'ৰা হ'লো মই। ফলি, ফলুগুটি, কিতাপ মাষ্টৰবাবুই দিছিল। এল. পি. স্কুল পাছ কৰাৰ পিছত চিনামৰা হাইস্কুলত নাম লগালো আৰু ক্লাছ টেনলৈকে পঢ়ি থাকোঁতেই বাপৰ বেমাৰ হোৱাৰ কাৰণে স্কুল এৰিব লগা হ'ল।

বাগানৰ হোলামাটি বিলাকত বনুৱাসকলে ধানখেতি কৰে। ময়ো বাপৰ খেত-খামাৰ চম্ভালিব লগা হ'ল। বাপে বিছনাত চেপেটা লগাত বাগানতো কাম কৰিবলৈ গ'লো। চাহগছৰ মাজে মাজে সৰু সৰু একোটা খাল। এঢলীয়া মাটিত চাহগছ ৰোৱা হয় যদিও অকণমানো পানী জমা নহ'বলৈ অৰ্থাৎ বৰষুণৰ পানী তৎক্ষণাৎ বৈ যাবলৈ এই খালবিলাক খন্দা হয়। খালবোৰত সৰু ডাঙৰ লতা-

বনে সঘনাই চাটি ধৰে। বাগানৰ বনুৱাসকলে গছ-বন কাটি পৰিষ্কাৰ কৰি ৰাখে। এই কামবোৰৰ উপৰিও বহুতো কাম আছে— চাহগছত কলম দিয়া, নতুন পুলি লগোৱা, চাহগছৰ দাঁতিকাষৰীয়া অঞ্চলবোৰত অন্য খেতি কৰা ইত্যাদি। এইবোৰ কামকেই ময়ো কৰিব লগা হ'ল।

মাইকী মজদুৰসকলে আঙুলিৰ কিটিপেৰে চাহপাত ছিঙি পিঠিত ওলোমাই থোৱা টুকুৰিত ভৰাই যায়। সেই সময়ত তেওঁলোকৰ এটাই প্ৰধান চিন্তা— কিমান সৰহকৈ পাত ছিঙিব পাৰে। কাম শেষ হ'লে এটা ঘৰত চাহ পাতবোৰ জোখা হয় আৰু ট্ৰেক্টৰৰ দ্বাৰা ফেক্টৰীলৈ লৈ যায়। সাধাৰণতে প্ৰায়বোৰ বনুৱাই স্ফূৰ্তিতেই কাম কৰে, বিভিন্ন গীত গুণ্‌গুণায়, হিন্দী গীতো গায়। বাগানলৈ মাজে মাজে লেবাৰ সকলে চাবলৈ চিনেমা আনে, মুকলি ফিল্ডত আমি বহি চাওঁ, চাই বৰ ভাল লাগে।

মই লাহে লাহে ডাঙৰ হৈ আহিছিলো। কেঁচাপাতৰ মতলীয়া গোন্ধে মোকো অজান শিহৰণ আনি দিছিল। চাহগছৰ মাজে মাজে ছাঁ দিয়া ওখ ওখ ছিৰিলি ছিৰিলি গছবোৰৰ বতাহে যেন মোৰ মনৰ ভাব বুজি পায়। ঘামি-তিতি থকা আউল বাউল চুলিত আলফুলে হাত ফুৰাই মই গছবোৰৰ আগলৈ চাওঁ। বাগানৰ তিনিআলিৰ চুকত থকা পিপল গছডালৰ তলতো বহুত সময় বহি থাকোঁ। মোৰ লগৰ কেইটামানে চুপতি মাৰে। মই নিমাতে সহ্য কৰোঁ। কেইজনীমান চঞ্চল ছোৱালীয়ে ওচৰ চাপিব খোজে— তথাপি মুখেৰে নামাতো— এইচবৰ ইজ্জত নাই।

আমাৰ বাগানৰ ভিতৰত চকুত চকু থ'ব পৰা, মনৰ মাজত মনক আশ্ৰয় দিব পৰা এজনী ছোৱালীও মোৰ চকুত নপৰে। মোক দাম্ভিক বা লাজকুৰীয়া বুলি ভাবে নেকি? নাইবা মোৰ এজনী ছোৱালীক ভাল পাব পৰা বা আপোন কৰি ল'ব পৰা যোগ্যতা নাই নেকি?

আমাৰ বনুৱা সম্প্ৰদায়ৰ ল'ৰা-ছোৱালীবোৰৰ কম বয়সতে বিয়া হয়। মোৰ লগৰ ল'ৰাবোৰে বিয়া কৰালেই। মোৰ মাই মোক বহুত দিন ক'লে— মই মন কাণ কৰা নাই। এদিন বৰ বাবুৱানীয়ে মাতি নি ক'লে যে— 'চা ভোলা, ককিলাৰ বয়স হৈছে। তই বিয়া কৰ। আমিয়েই তোক টকা-পইচাৰে বহুত সহায় কৰি দিম।' বেবী বাইদেৱে হাঁহি হাঁহি ক'লে— 'ভোলা, তই কিন্তু ভাল ছোৱালী চাবি। তোৰ মনৰ লগত মিলা ছোৱালী।' মই লাজত মৰি যোৱাৰ দৰে লাগিছিল।

কপালৰ জোৰতে এদিন এজনী মনৰ জোখাৰে ছোৱালী লগ পোৱা যেন

লাগিল। অতি কম দিনৰ ভিতৰতেই মনে মিলা ছোৱালীজনীৰ লগত মোৰ বিয়া হৈ গ'ল।

বিয়া ঠিক হোৱা সময়খিনি কিমান ভাল আছিল। মই হত্যা কৰা লছমীজনী যেন সেইজনী লছমী নাছিল। তাই আচলতে ভালেই আছিল । তাইৰ ককায়েকটোৱে মোৰ বিৰুদ্ধে লগালে আৰু বদমাইচ বেপাৰীবিলাকে তাইৰ চৰিত্ৰ নষ্ট কৰি পেলালে।

লছমীৰ কথা মনত পৰিলে মই জেলখানাৰ ভিতৰত চট্‌ফটাই থাকো। ভাত-পানী খাবৰ মন নাযায়। এটা কথাই ভাবি ভাল লাগে যে আমাৰ কোনো ল'ৰা-ছোৱালী হোৱা নাছিল। হোৱা হ'লে কি অথন্তৰ হ'লহেঁতেন।

লছমী ছোৱালীজনী প্ৰথম দেখোতে মোৰ শান্ত, বেছি কথা নোকোৱা যেন লাগিছিল। এবাৰ মই টুচু পৰবত লগৰ ল'ৰা দুটাৰ লগত ৰঙাজান চাহ বাগানলৈ গৈছিলো। টুচু পৰব আমাৰ ডাঙৰ পৰবেই হয়। বিশেষকৈ আমাৰ জাতৰ কুৰ্মিসকলে কুলৰ সতী বুলি টুচু দেৱীক গণ্য কৰে। নিজৰ সতীত্ব ৰক্ষাৰ কাৰণে টুচু দেৱীয়ে স্বামীৰ চিতা-জুইত জাপ দি প্ৰাণ আহুতি দিছিল। টুচু দেৱীৰ এই ত্যাগ, বলিদান, মহত্ব আৰু ধৈৰ্য-বুদ্ধিৰ কাৰণে বহুতো বনুৱা গোষ্ঠীয়ে পূজিতা দেৱী ৰূপে এই পৰব পাতে।

আমাৰ বংশটো আচলতে সূৰ্য বংশৰ বুলি কোৱা হয়। কাৰণ কুৰ্মৰ অৰ্থ হ'ল সূৰ্য। কুৰ্ম ঋষিৰ কুল আৰু বংশৰ পৰাই কুৰ্মি জাতি উৎপত্তি হোৱা। কুৰ্মিৰ অৰ্থ ৰজা বুলিও কোৱা হয়। উত্তৰ প্ৰদেশ, বিহাৰ, বংগ, উৰিষ্যা আদি বিভিন্ন ঠাইত কুৰ্মিসকল থিতাপি লৈ আছে। তদুপৰি চণ্ডী পূজা, কৰম পূজা, শীতলা পূজা, পিঠা পৰব, ফাগুৱা আদি পৰবো হয়। অন্যান্য গোষ্ঠীৰ পৰবৰ লগতো মিলি যাওঁ। মূঠৰ ওপৰত জনম-মৰণ, বিবাহ আদিৰ কাম-কাজসমূহ হিন্দুৰ সাধাৰণ নীতি-নিয়ম অনুযায়ীয়েই অনুষ্ঠিত হয়।

লছমী খাড়িয়া জনগোষ্ঠীৰ ছোৱালী আছিল। মূলতঃ উৰিষ্যাৰ পাহাৰী লোক আছিল। তেওঁলোকেও সূৰ্য দেৱতাক কুল দেৱতা বুলি মানে। বসন্ত উৎসৱত তেওঁলোকে চাৰুল পূজা পাতে আৰু মাঘ পৰব বা মকৰ সংক্ৰান্তিও পাতে।

এই লছমীৰ লগতে মোৰ বিয়া ঠিক হ'ল। লছমীৰ মাই-বাপ নাছিল। ককাই দুটা। এটাই ৰঙাজান বাগিচাত কাম কৰে আৰু আনটোৱে অ'ত ত'ত

সৰু-সুৰা বেপাৰ কৰে।

পুৰণি দস্তুৰ মতে আমাৰ বিবাহ হৈছিল যদিও কইনা ঘৰৰ খোজা মেলা বৰকৈ আমি দিব নোৱাৰো বুলি কৈছিলো। মাড়ুৱা বেদীত মই আৰু লছমীয়ে পাঁচ মুঠি খেৰ আৰু যুঁৱলিত থিয় হোৱাৰ পিছত 'সিন্দ্ৰাদান' কৰিলো অৰ্থাৎ কইনাৰ মূৰৰ সেওঁতাত সেন্দুৰ দিছিলো। কইনায়ো সেইদৰে মোৰ কপালত সেন্দুৰ দিওঁতে বিবাহ শেষ হৈছিল। পিছত কইনাঘৰক ভোজভাত, লাওপানী যাচিব লগা হৈছিল। আমাৰ বাগানতো ভোজভাত চলিছিল।

লছমীক বিয়া কৰোৱাৰ পিছত বাবু ষ্টাফৰ ঘৰত সেৱা কৰাবলৈ নিওঁতে বেবী বাইদেৱে কৈছিল— 'ভোলা! তই বৰ ভাল ছোৱালী পাইছ অ।' মোৰ মাই ককিলাই লাওপানী পি ৰঙতে বাবু ষ্টাফৰ ঘৰত লগৰ মাইকী কেইজনীমানৰ সৈতে নাচি নাচি গাইছিল—

বৰ বাবুৰ বৰ দলং

হাজিৰা বাবুৰ কাছাৰী

পেণ্টিচ বাবুৰ ভাংগা দলং তাত তৈয়াৰ কৰে মিস্তিৰি।।

—কিছুদিন আমি সুখতে আছিলো। লছমীৰ লগত মই মেলা চাবলৈ গৈছিলো, পূজা চাবলৈ গৈছিলো। মই মেলাৰ পৰা লছমীক চুৰি, শাৰী কিনি দিছিলো। তাই হাঁহি হাঁহি সেইবোৰ পিন্ধিছিল। আমাৰ বছৰেকীয়া পৰবত লছমী আৰু মই খুব আনন্দ কৰিছিলো। মই মাদল বজাইছিলো, লছমীয়ে ঝুমুৰ নাচিছিল। ঝুমুৰ নাচত লছমীৰ কঁকাল ভঙাৰ চেৱত সকলোৱে বৰ ভাল পাইছিল। আনন্দ কৰি আমি ভাগৰি পৰিছিলো।

এই আনন্দত কাটা হ'ল তাইৰ ককায়েকটো আৰু মতলবী বেপাৰী দুটা। সিহঁতৰ কাৰণেই মোৰ মৰমৰ লছমীজনী মোৰ মনৰ মাজৰ পৰা দূৰলৈ আঁতৰি যাবলৈ ধৰিলে। মোৰ মাজে মাজে খং উঠে যদিও লছমীৰ গাত কোনো দিনে হাত তোলা নাছিলো। কিন্তু ঘটনাৰ দিনা কি হৈ গ'ল মই একো ক'ব নোৱাৰিলো।

প্ৰতি বছৰে যোৰহাট জিমখানা ক্লাবৰ ফিল্ডত ঘোঁৰা-দৌৰ হয়। এই ঘোঁৰা-দৌৰ খেলিবলৈ ৰজা-মহাৰজাৰ পৰা সৰু-ডাঙৰ সকলোৱেই আহে। তিনি-চাৰি দিনলৈ ডাঙৰ মেলা বহে। মেলাত খোৱা বস্তু, পিন্ধা বস্তু, বিভিন্ন ধৰণৰ জুৱাখেল আদি নথকা বস্তু নাই। চাৰিওপিনৰ পৰা জিম্‌খানা ফিল্ডত মানুহ ঠাহ খাই পৰে।

বাগানৰ লেবাৰসকলৰ মতা-মাইকীয়ে ৰঙচঙীয়া সাজ পিন্ধি তাতে [illegible]। কিন্তু মোৰ লগত লছমী লাহে লাহে নোযোৱা হ'ল আৰু বহুত ৰাতি বস্তু-বাহানিৰে সৈতে বেপাৰী কেইটাই তাইক থৈ যায়হি। মই কিবা সুধিলেই লছমীয়ে কাজিয়া কৰিব বুলি জানি মুখেৰে একো নামাতি সহি আছিলো। কিন্তু ঘোঁৰা দৌৰৰ শেষৰ দিনা তাই ৰাতি ঘৰলৈ নাহিলেই। পুৱাহে ঘৰ ওলালহি। মুখত মদৰ গোন্ধ, চকুকেইটা ৰঙচুৱা। শাৰী-কাপোৰ অসংযত। মোৰ তাইক দেখি সহ্যৰ সীমা চেৰাই গ'ল। ৰাতিটো ক'ত থাকিলি বুলি মই সোধাত তাই জাঙুৰ খাই ক'লে— 'ডাঙৰ ডাঙৰ কথা কৈ মৰদ দেখাবলৈ আহিছ। যা-বহুত পইচা কামানি কৰি মৰদ দেখা। এইবোৰ বস্তু দেখিছ' বুলি তাই মোৰ গালৈ লগত অনা বস্তুবোৰ দলিয়াই দি ক'লে— 'তোৰ নিচিনা মৰদৰ লগত থকাতকৈ মই সিহঁতৰ লগতে থাকিম যা।' মোৰ মাথাটোত কোনোবাই যেন হাতুৰীৰে কোবাই দিলে। চাৎকৈ ক'ৰ পৰানো খঙটো আহিল মই তৰ্কিবই নোৱাৰিলো। মই তাইৰ মুখখনত ধৰি গাৰ সমস্ত জোৰেৰে ঠেলা মাৰি দিলো। তাই চিত্তভোলেঙা খাই ওচৰতে থকা পানী কলটোত মূৰটো দি পৰিল। মূৰৰ পৰা তেজৰ ফিচ্‌কাৰি মাৰিলে—

ভয়ত অসহায় হৈ মই 'মাই মাই মাই' চিএৰিলো। আমাৰ কাষৰ অন্য মানুহবোৰ গোট খালে। সকলোৰে কোৱা শুনিলো লছমী মৰিল। মই পাগলৰ দৰে দৌৰি দৌৰি ঘূৰি ফুৰিলো। শেষত গৈ চিনামৰা থানাৰ দাৰোগা বাবুৰ ওচৰত হাজিৰ হৈ লছমীক ময়েই মাৰিলো বুলি কান্দি কান্দি ক'লো—

... জেলৰ ৰাতিপুৱাৰ ঘণ্টাত মই খকমককৈ বিছনাৰ পৰা উঠিলো। এইবোৰ কথা পাগুলি থাকোঁতে গোটেই ৰাতি মোৰ শোৱাই নহ'ল।

বেবী বাইদেউলৈ বৰকৈ মনত পৰিছে। বেবী বাইদেৱে চাগে এতিয়া মোক ঘৃণা কৰে। এই সকলো মোৰ কথা মই বেবী বাইদেউক জনাই দিব পাৰিলেহে ভাল লাগিব।

বেবী বাইদেউটো বিয়া হৈ গুচি গ'ল। এতি ' ক'ত আছে নাজানো! মই জেইলাৰণী বাইদেউক সকলো কথা লিখি দি থ'ম। বেবী বাইদেউক বিচাৰি দি দিব.....। ❑❑

# মধুমিতা পলাই গ'ল



মানুহজন দেখাত চিনেমা থিয়েটাৰৰ খলনায়কৰ দৰে লাগিলেও স্বভাব-চৰিত্ৰ তেনে বুলি ভাবিলে ভুল হ'ব। মানুহজন প্ৰয়োজনতকৈ গহীন; কিন্তু মৰমিয়াল।

মালভোগ ঠিকাদাৰ বুলি ক'লে তিতাবৰ অঞ্চলত চিনি নোপোৱা মানুহ নাই। মালভোগ কাকতি ব্যৱসায়ী মানুহ। তিতাবৰ, বৰহোলা, ন-আলি, গড়আলি আৰু যোৰহাটৰ চ'ক বজাৰতো গেলামাল, কাপোৰ আদিৰ দোকান আছে। আচলতে তেওঁক সেই অঞ্চলৰ চহকী মানুহ বুলিয়েই ক'ব পাৰি। বহুতো

কৰ্মচাৰীৰ সৈতে কোনো আউল নলগাকৈ ব্যৱসায় চলাইছিল আৰু দোপতদোপে উন্নতি কৰি গৈ আছিল।

কিন্তু হঠাৎ তেওঁৰ সুখৰ সংসাৰত বিষাদ আহি পৰিল। তেওঁৰ ভাৰ্যাই এটি কন্যা সন্তান জন্ম দি মৃত্যুমুখত পৰিল। দুখ-শোকত মানুহজন ভাগি পৰিল। তেওঁৰ এই বৃহৎ ব্যৱসায়ত পত্নীয়েই প্ৰেৰণাৰ মূল কাৰক আছিল। পত্নীয়ে এৰি থৈ যোৱা একমাত্ৰ কন্যা সন্তানটিকেই বুকুত সাবটি লৈ দুদিনমান তভক মাৰি ঘৰতে জুপুকা মাৰি ৰ'ল। লাহে লাহে ছোৱালীজনীৰ মুখখন চাই চাই আকৌ নতুন উদ্যমেৰে ব্যৱসায় চলোৱাত লাগিল। পত্নীৰ দুখত বিয়া-বাৰু পুনৰাই নকৰাও বুলি ভাবি থাকোঁতে আত্মীয়-স্বজন, বন্ধু-বান্ধৱ, ওচৰ চুবুৰীয়াৰ হেঁচাত পৰি আকৌ বিবাহ কৰাবলৈ বাধ্য হ'ল।

ছোৱালীজনীৰ অথন্তৰ নহওঁক বুলি ভাবি তেওঁ নিজৰ খুলশালীজনীকেই বিয়া কৰালে। সকলো ঠিকে-ঠাকে চলিছিল যদিও পিছলৈ হেঙাৰ আহি পৰিল। দ্বিতীয়া স্ত্ৰীৰ এটি পুত্ৰ আৰু এটি কন্যা সন্তান জন্ম হোৱাৰ পৰা ঘৈণীয়েকৰ মনৰ মাজত বিজুতি ঘটিবলৈ ধৰিলে। গিৰিয়েকৰ লগত প্ৰতিটো কথাতে ঠেহ-পেচ, আবদাৰ বেছি হ'ল। ঠিকা-ঠুকলি, কাৰবাৰ আদিৰ খা-খবৰ, হিচাপ আদিও বিচৰা হ'ল। কথাই কথাই গিৰিয়েকে অধিক মৰম কৰা বায়েকৰ মাউৰী ছোৱালীজনীৰ ভুল ধৰা হ'ল।

দ্বিতীয়া পত্নীৰ এই আঁহফলা কথা-বতৰা, কাম কাজবোৰৰ এটা অন্তৰ্নিহিত কাৰণ নথকা নহয়। যিজনী মাহীয়েকক বাপেকে সুখ পাম বুলি বিয়া কৰাই আনিলে, তেওঁৰ পূৰ্বতে এজনৰ লগত হিয়া-দিয়া-নিয়া চলিছিল। এই কথা ঘৰৰ কোনেও উম-ঘাম পোৱা নাছিল। যেতিয়া ভিনিহিয়েকৰ লগত বিয়াৰ কথা ওলায়, তাই সামান্য থেৰো-গেৰো কৰিছিল যদিও ভিনিহিয়েকৰ অগাধ সম্পত্তি দেখি পুৰণি প্ৰেমিকৰ কথা পাহৰি পেলালে।

বিয়াৰ পিছত সুখে-সন্তোষে আছিল। দুটি সন্তানো হ'ল। এনেকুৱা সময়তে ভূতৰ ওপৰত দানৱ ওলোৱাদি খগেন কলিতা নামৰ পূৰ্বৰ প্ৰেমিকজন ওলালহি। তদুপৰি ঠিকাদাৰৰ ব্যৱসায়ৰ কামত বুদ্ধি কৰি সোমাই লৈ সিয়েই উঠি বজা বহি বজা হ'ল। মাহীয়েকক কাবু কৰি পেলালে। মাহীয়েকেও পূৰ্বৰ প্ৰেমৰ কথা ফাদিল হোৱাৰ ভয়ত তাৰ কথা মানিবলৈ বাধ্য হ'ল। লাহে লাহে বাপেককো মুহি পেলালে। তাৰ উদ্দেশ্য হ'ল ঠিকাদাৰৰ ব্যৱসায়ৰ মুখ্য মেনেজাৰ প্ৰকাশৰ চাকৰিটো লোৱা। সেই চাকৰিটো কেনেবাকৈ হস্তগত কৰিব পাৰিলে ৰাজভোগ

কাকতিৰ সম্পত্তিৰ গৰাকী পিছলৈ সিয়ে হ'ব পাৰিব বুলি সপোন দেখিলে।

কিন্তু পূৰ্বৰ মেনেজাৰ প্ৰকাশ মালভোগ কাকতিৰ বিশ্বাসভাজন ব্যক্তি। তেওঁৰ কাৰবাৰৰ উন্নতিৰ এটা প্ৰধান কাৰণো হ'ল প্ৰকাশৰ সততা। প্ৰকাশক কাকতিয়ে নিজৰ ল'ৰাতকৈয়ো অধিক মৰম কৰিছিল।

প্ৰথমা পত্নীৰ কন্যা মধুমিতা ইতিমধ্যে ডাঙৰ হৈছিল। প্ৰকাশৰ লগত মধুমিতাৰ প্ৰেম-ভালপোৱা গঢ়ি উঠিছিল। বাপেকে কথাটো নিৰীক্ষণ নকৰা নহয়। তেওঁ সিহঁত দুয়োটাৰ বিয়াখন পতাৰ ইচ্ছাও মনতে পুহি ৰাখিছিল।

এই কথা মাহীয়েকৰ পূৰ্বৰ প্ৰেমিকে অৰ্থাৎ খগেন কলিতাই উমান পাই এই কাৰ্য যাতে সম্পন্ন হ'ব নোৱাৰে, তাৰ কাৰণে মাহীয়েকক হেঁচা দিবলৈ ধৰিলে। প্ৰকাশ আৰু মধুমিতাই বাপেকৰ ইচ্ছা থকা সত্ত্বেও গতানুগতিকভাৱে বিয়া হোৱাৰ আশা নেদেখি অন্য পন্থাৰ আশ্ৰয় ল'লে।

দুয়ো ঘৰৰ পৰা পলাই গৈ অন্যত মনে মনে বিয়া সোমোৱাটোকে ঠিক কৰিলে। সেয়ে সিহঁত ঘৰৰ পৰা পলাই গৈ বন্ধু-বান্ধৱৰ সহযোগত মন্দিৰত গৈ বিয়া পাতিলে। মাহীয়েকৰ পূৰ্বৰ প্ৰেমিকে এই সুযোগতে প্ৰকাশক ব্যৱসায়ৰ পৰা একেবাৰে আঁতৰোৱাৰ মন কৰি, মাহীয়েকৰ মনত কু-মন্ত্ৰণা দি প্ৰকাশে ছোৱালী ফুচুলাই, পলুৱাই নিয়া বুলি পুলিচত গোচৰ দিলে।

মালভোগ কাকতিয়ে বিবুদ্ধি হৈ ঘৈণীয়েকৰ কথাকে মানি ল'লে—।

অসমৰ কাৰাগাৰসমূহত হত্যাকাণ্ড, চোৰ-ডকাইত, মৰা-মৰি আৰু কাজিয়া-পেচাল কৰা, ঠগ-প্ৰবঞ্চক, বিনা টিকটত ৰেলত অহা-যোৱা কৰা, ৰাজনৈতিক বন্দী আদিৰ উপৰিও এটা কেছত ডেকা ল'ৰা-ছোৱালী কাৰাগাৰলৈ সঘনাই আহিছিল—। কেছটো হ'ল কোনোবা ল'ৰা-ছোৱালীয়ে ঘৰৰ পৰা ঠিক-ঠাক নকৰাকৈ বিয়া হ'বৰ মন কৰিলে দুয়োটা পলাই গৈ লুকাই-চুৰকৈ বিয়া পতা বা ল'ৰাই ওঠৰ বছৰৰ তলৰ ছোৱালীক ফুচুলাই নি ঘৰৰ অমতত বিয়া পতা। তদুপৰি জাত-কুলৰ বিচাৰ নকৰি দুয়োটা পলাই গৈ কোনোবা ঠাইৰ মন্দিৰত মালা সলাই বিবাহ-পতা বা তলে তলে আগৰে পৰা যা-যোগাৰ কৰি থৈ ৰেজিষ্টাৰ বিয়া পতা। এনেকুৱা ঘটনাৰ পুলিচ কেছ হ'লেই দুয়োকো সাঙুৰি কাৰাগাৰলৈ লৈ আহে।

:

এই সন্দৰ্ভত বিভিন্ন গোচৰত অহা ডেকা-গাভৰুক মই কাৰাগাৰত থাকোঁতে লগ পাইছিলো। আজিকালি এনেধৰণৰ ঘটনা প্ৰায় কমি আহিছে। ইয়াৰ

প্ৰধান কাৰণ হ'ল সমাজে আজিকালি এনে বহুতো ঘটনাক মানি ল'বলৈ বাধ্য হৈছে আৰু ল'ৰা-ছোৱালীয়েও ভৱিষ্যতৰ কথা ভাবি এনেবোৰ কাৰ্য সচেতনতাৰে চিন্তা কৰিহে আগবাঢ়ে। এনে ঘটনাৰ সৃষ্টি হ'লে মাক-দেউতাক বা পৰিয়ালবৰ্গক সৈমান কৰোৱাইহে তেওঁলোকে বিবাহপাশত আবদ্ধ হয়।

আগৰ দিনত মানুহৰ আত্মাভিমান অধিক আছিল। সম্ভ্ৰান্ত বংশৰ কোনোবাই, নাইবা ধনী সম্প্ৰদায়ৰ অভিভাৱকে এনে বিবাহত সমাজৰ ভয়তো দৰকাৰ হ'লে নিজ সন্তানক ত্যাগ কৰিবলৈকো কুণ্ঠাবোধ নকৰিছিল আৰু যিকোনো প্ৰকাৰে এনে কাৰ্য হ'বলৈ দিয়াৰ পৰা বিৰত আছিল।

আজি নতুন দিনৰ নতুন সমাজত দৃষ্টিভংগী সলনি হৈছে। কাৰণ আজি তেওঁৰ ল'ৰা বা ছোৱালীয়ে এনে কাৰ্য বা অসবৰ্ণ বিবাহ কৰিলে অন্য এজনে হাঁহিলে পাছত তেওঁৰ ল'ৰা বা ছোৱালীয়ে কাইলৈ যে হুবহু এনে কাৰ্য নকৰিব ঠিৰাংকৈ ক'ব নোৱাৰি। গতিকে কাৰাগাৰলৈ এনে ধৰণৰ গোচৰত অহা ল'ৰা-ছোৱালীৰ সংখ্যা কমি আহিছে।

......... মোৰ সিদিনা পুৰণা এলবামত এনে এহাল ল'ৰা-ছোৱালীৰ এখন যুৰীয়া ফটো ওলাল। নাম-ধাম প্ৰায় পাহৰিয়েই পেলাইছিলো। কিছু সময় চিন্তা কৰাৰ পিছত মনত পৰিবলৈ ধৰিলে।

চিপ্‌চিপ্‌কৈ এজাক বৰষুণ আহিছিল। কাণিমুনি বেলিকা। চ'তমহীয়া প্ৰথম বৰষুণ। বহুত দিনৰ ধুলি-বালি নিকা কৰিবলৈ আৰু মানুহৰ অশান্ত মনত শান্তি পানী চটিয়াবলৈকেযেন বৰষুণজাকৰ আগমন।

কাৰাগাৰৰ খিড়িকিয়েদি ৰাস্তাৰ লাইটৰ পোহৰৰ ঠাইখিনিত বৰষুণৰ কণকণ মুকুতাৰ ফাকু খেলা যেন লাগিছিল। কুলিৰ মাত শুনিছিলো; কেতেকীয়েও হয়তো দুই-এদিনতে বিনাব।

কাৰাগাৰৰ সমুখৰ মুকুতাৰ বৰষুণ ফালি কাছাৰীৰ পৰা পুলিচৰ আচামী কঢ়িওৱা ভানখন ৰ'লহি। এজন ডেকা ল'ৰা আৰু এজনী গাভৰু ছোৱালী ভানখনৰ পৰা নামি তিতি-বুৰি জেলৰ ভিতৰ সোমাল। লগত দুজন পুলিচ। ডেকাজনৰ হাতত হাত-কেৰেয়া লগোৱা।

কাৰাগাৰলৈ সাধাৰণতে ইমান দেৰিকৈ আচামীসকলক অনা নহয়। পিকেটিং আদি হ'লেহে কেতিয়াবা ইয়াৰ ব্যতিক্ৰম হয়।

আচামী অনা-নিয়া কৰা কোমল মুখৰ মুখ্য কনিষ্ঠবলজন হাঁহিমুখীয়া।

তেওঁ হাঁহি হাঁহি আমালৈ চাই ক'লে—

ঃ আকৌ আহিব লগা হ'ল আপোনালোকক দিগদাৰ দিবলৈ। কি কৰিম? এওঁলোকক অলপ দেৰিৰ আগেয়ে ধৰি অনা হৈছে। ছোৱালীজনী থকাৰ কাৰণে পুলিচৰ জিম্মাত ৰখা নহ'ল। কাইলৈ ক'ৰ্টত হাজিৰ কৰোৱা হ'ব। পলুৱাই নিয়া কেছ বাইদেউ। নাবালিকা হৰণ।

আমি সকলোৱেই ল'ৰা-ছোৱালী হালৰ ভৰিৰ পৰা মূৰলৈকে লক্ষ্য কৰিলো। সিহঁতে আধা তিতা কাপোৰেৰে কুঁচি-মুঁচি থিয় দি আছে। ছোৱালীজনীৰ মনটো সংকোচেৰে ভৰা। তাই যেন খুঁটা এটাত ভেঁজা দিবলৈ পালে বা অকণমান আঁৰ-বেৰ লৈ থিয় হ'বলৈ পালে ৰক্ষা পৰে এনে যেন লাগিল। নামভৰ্ত্তি কৰিবৰ বাবে প্ৰশ্ন কৰিলো—

ঃ তোমাৰ নাম?

ঃ প্ৰকাশ মেধি।

ঃ দেউতাৰাৰ নাম?

ঃ যদুমণি মেধি।

ঃ ঘৰ?

ঃ ঢেকিয়াজুলিত।

ঃ বয়স কিমান?

ঃ পঁচিশ বছৰ।

পিয়নজনে প্ৰকাশৰ গাত তিল-মাহ, কটা-কুটা আদি চিনাক্তকৰণৰ কিবা দাগ আছে নেকি চাই দিলে।

ঃ তোমাৰ নাম?

ঃ মধুমিতা কাকতি।

ঃ ঘৰ ক'ত?

ঃ তিতাবৰত।

ঃ দেউতাৰাৰ নাম?

ঃ মালভোগ কাকতি।

ঃ বয়স কিমান।

ঃ ওঠৰ বছৰ।

ঃ ওঠৰ বছৰ? হৈছে জানো?

আমি সকলোৱেই আকৌ ছোৱালীজনীৰ ফালে চালো। তাই লাজতে ৰঙা-ছিঙা পৰিছে। কোনোমতে সেপ ঢুকি ক'লে— হ'য়। ওঠৰ বছৰ দুমাহ হৈছে। ছোৱালীজনীক দেখিলে চৈধ্য পোন্ধৰ বছৰীয়া ছোৱালী যেনহে লাগে। আউলি-বাউলি চুলিৰ মাজেৰে তেজগোৰা মৰম লগা মুখখন আৰু যেন ৰঙা পৰিছে। ফ্ৰক এটা পিন্ধাই দিলে একেবাৰে সৰু ছোৱালীজনী হৈ পৰিব। শাৰীখনো যেন ভালকৈ পিন্ধিব নাজানে।

মহিলা প্ৰহৰীক ছোৱালীজনী চমজাই দিয়া হ'ল। প্ৰহৰী গৰাকীয়ে ছোৱালীজনী গাত কিবা লুকুৱাই আনিছে নেকি বুলি চালত ফটোকেইখনমান ওলাই পৰিল। তেওঁ ফটোকেইখন মোৰ হাতত দিয়াত মধুমিতা মোৰ কাষ চাপি আহি ক'লে— ঃ বাইদেউ আমাৰ ফটো। ভালকৈ থৈ দিব। ক'ৰ্টত প্ৰমাণৰ কাৰণে লাগিব।

মই ফটোকেইখন চাই দেখো দুয়োটাই একেলগে তোলা ফটো। এখনত বিয়াৰ পিছত স্বামীৰ লগত স্ত্ৰীয়ে ওৰণি-বাৰণি লৈ তোলা ফটোৰ দৰে। এখনত সেন্দুৰ দিয়া। হয়তো কোনাবা শুভাকাংক্ষী বন্ধুৱে সাক্ষ্য হিচাপে তুলি দিছে। লগতে এখন জবানবন্দী- যে 'তাইৰ বয়স ওঠৰ বছৰ পাৰ হৈছে।' তাই স্ব-ইচ্ছাৰে প্ৰকাশৰ লগত বিয়াত সোমাবলৈ গুচি গৈছে। ইত্যাদি।

পুৱা দহমান বজাত আদালতলৈ আচামী পঠিওৱাৰ সময়ত প্ৰকাশ মোৰ ওচৰলৈ আগবাঢ়ি আহি ক'লেহি—

ঃ বাইদেউ, আপুনি এড্‌ভোকেট দুৰ্লভ মহন্ত ছাৰক খবৰ এটি দিব পাৰিবনে?

দুৰ্লভ মহন্ত ছাৰ এসময়ত মোৰ শিক্ষক আছিল। মই তেখেতক ভালকৈ চিনি পাওঁ। মই ক'লো—

ঃ খবৰটো পঠাম বাৰু। তদুপৰি আদালতলৈ যাবা যেতিয়া তেখেতক তাতেই লগ পাবা।

সেইদিনা আবেলিলৈ লগত এজন উকীলৰ সৈতে মধুমিতাৰ দেউতাক মালভোগ কাকতি আহি ওলালহি। অন্য এজন মানুহো আহিছিল— খগেন কলিতা। কাৰ্যালয়ৰ ভিতৰতে মধুমিতাৰ লগত ইণ্টাৰভিউ কৰোৱা হ'ল।

বাপেকে জীয়েকলৈ মূৰ তুলি চোৱা নাই। তায়ো লুকাই চুৰকৈহে বাপেকলৈ চাইছে। খগেন কলিতাই দাঁত-মুখ কৰচি কিন্তুত-কিমাকাৰ মুখখন কৰি তাইক যেন চোবাইহে পেলাব— এনে চাৱনিৰে ধমকি দি উঠিল। উকীলজনে বাধা দি অতি মৰমেৰে প্ৰয়োজনতকৈ অধিক কোমলকৈ তাইক ক'লে যে অহাবাৰ কৰ্টত তেওঁ শিকাই দিয়া মতে জজ চাহাবৰ সন্মুখত কথাবোৰ ক'ব লাগিব— তাইক ল'ৰাটোৱে সম্পত্তিৰ লালসাত ফুচলাই, চলাহি কথা কৈ জোৰকৈ পলুৱাই লৈ গৈছিল। লগত টকা-পইচা, গহনা-গাঠৰি আদিও নিবলৈ কৈছিল। তাইৰ বয়স যোল্ল বছৰ হোৱাই নাই বুলিও ক'বলৈ ক'লে। এনেকৈ ক'লেহে হেনো সিহঁত দুয়োটাকে খালাচ দিব। নহ'লে সিহঁত দুয়োটাৰে সাত বছৰতকৈয়ো অধিক জেল হ'ব পাৰে। জেলৰ পৰা ওলাই যোৱাৰ পিছত সিহঁত দুয়োটাৰে বিয়াৰ কথা চিন্তা কৰা হ'ব—?

এনেতে বাপেকে জীয়েকলৈ মূৰ তুলি চালে। জীয়েকেও কি কৰো কি নকৰো কৰি বাপেকলৈ চালে আৰু ক্ষন্তেক চাই থাকি দুয়ো চকু নমাই আনিলে। দুয়োৰে অন্তৰত কি খেলাইছিল ধৰা টান। কৰ্কশ মাতেৰে খগেন কলিতাই তাইক ক'লে— শুনিছনে নাই?

তাই মুখেৰে একো নামাতিলে। অসহায় ভাবেৰে মোৰ মুখলৈকে চাই ৰ'ল। উকীলৰ গোকাট মিছা কথাবোৰ কৰ্টত তাই ক'ব নে নকয় ময়ো সিদ্ধান্ত ল'বলৈ টান পালো।

এনেকুৱা ঘটনা মই আগতেও দেখিবলৈ পাইছোঁ। ছোৱালীয়ে নিজ ইচ্ছাৰে ল'ৰাৰ লগত পলাই গৈয়ো মাক-দেউতাকৰ চকু পানী বা ফুচলনিত কৰ্টত মিছা কথা কোৱাৰ ফলত কেবাজনো ল'ৰাৰ জেল হোৱাও দেখিছোঁ। মাক বাপেকে ছোৱালীজনীক জেলৰ পৰা মোকলাই অন্যৰ লগত বিয়া পাতি দিয়ে। ফলত কিছুমান ছোৱালীয়ে অতীতৰ কথা পাহৰি সুখী হৈছে, কিছুমানে আত্মগ্লানিত দহি-পুৰি শেষ হৈছে। কেবাজনো ব্যৰ্থ ডেকা প্ৰেমিকৰ জেল হোৱাত কাৰাগাৰৰ ভিতৰত চটফটাই নিজৰ ভৱিষ্যত ধ্বংস কৰিছে।

আলাসৰ লাৰু জীয়েকৰ এনে অৱস্থা দেখি বাপেকক শোকে খুন্দা মাৰি ধৰিছিল। চকু পানীবোৰ যেন অতি কষ্টেৰে লুকুৱাই থৈছে! জীয়েকে আকৌ এবাৰ বাপেকলৈ চালে। বাপেকে মূৰ তুলি চোৱা নাই।

এনেতে কঠিন মাতেৰে খগেন কলিতাই আকৌ ক'লে—

ঃ শুনিছনে নাই? তই দেখোন একো নামাতিলি?

তাই এটা শব্দও উচ্চাৰণ নকৰি ঘৃণাৰ চাৱনিৰে খগেন কলিতাৰ ফালে চাই কোবেৰে জেলৰ ভিতৰলৈ গ'লগৈ।

জেলৰ ভিতৰলৈ গৈ মধুমিতাই হিয়া ঢাকুৰি কান্দিলে। ফিমেল ৱাৰ্ডাৰ আৰু মহিলা কয়েদী বিলাকেও বহুত দেৰিলৈকে তাইক শান্ত কৰিব পৰা নাই। লাহে লাহে কান্দোন কমি আহিল যদিও তাই মানসিক অন্তৰ্দ্বন্দ্বত ভুগিবলৈ ধৰিলে।— কি কৰিব তাই? প্ৰকাশ ওচৰত থকা হ'লে নিশ্চয় ভাল বুদ্ধি দিলেহেঁতেন। কৰ্টৰ গৰালত থিয় হোৱাৰ আগতে তাক যদি এবাৰ লগ পালেহেঁতেন!

শেনচকুৱা, কুকাৰ্যৰ মুল খগেন কলিতাৰ গৰাহত পৰিলে কেতিয়াও ভাল ফল আশা কৰিব নোৱাৰি। যদি বাপেকহঁতে তাইক মোকলাই নি প্ৰকাশক জেল দিয়ে, তেতিয়া কি হ'ব? তাইৰ দুচকুৰ লোতক সো-সোৱাই বৈ আহিল। কিহৰ শাস্তি ভগৱানে তাইক দিছে ভাবি নাপালে। প্ৰকাশৰ মাক-বাপেক হালৰ কি হ'ব? তাইক চাগৈ মূৰৰ চুলি ছিঙি শাও-শপনি দিব।

বাপেকে তাইক খুব ভাল পায় বুলি তাই জানে। গতিকে বাপেকে তাইক ইমান মনোকষ্ট দিবনে? তাই জানো বাপেকক মানসিক আঘাত দিয়া নাই? আজি বাপেকৰ মুখখন দেখি তাইকো শোকে খুন্দা মাৰি ধৰিছিল। দৌৰি গৈ বাপেকৰ কোলাত মূৰ থৈ কান্দিবৰ মন গৈছিল। বাপেকে এইকেইদিন খোৱা-বোৱা কমাই দিছে নেকি বাৰু? মাহীয়েকে অনবৰতে বাপেকক তাইৰ কথা কৈ দকচি আছে নেকি?

মাহীয়েকে আগতে তাইক ইমান মৰম কৰিছিল। আজিকালি তাইক দেখিব নোৱৰা হ'ল। এই সকলো দুৰবস্থাৰ কাৰণ হ'ল খগেন নামৰ মানুহটো। সিহঁতৰ ঘৰত সোমাবলৈ তাৰ কি দৰকাৰ?

যদি বাপেকে প্ৰকাশৰ লগত তাইক বিয়া পাতি দিয়ে? তাই অকণমান হাঁহিলে। তাইক বাপেকৰ সম্পত্তি নালাগে। মাহীয়েকেই লওক। প্ৰকাশ কৰ্মদক্ষ ল'ৰা—সি তাইক খুৱাব পাৰিব।

উকীলজনৰ কথাবোৰ সঁচা নেকি বাৰু? বাপেকৰ সন্মুখত সি মিছা ক'বনে? তেনেহ'লে প্ৰকাশে তাইক বাৰে বাৰে কিয় কৈছিল কাৰো কথাত ভোল নাযাবলৈ?

জেলৰ ভিতৰত কেইজনীমান চালাক-চতুৰ কয়েদী আছিল। তাইক সিহঁতে ভালকৈ বুজাই দিলে যে তাইৰ এবাৰ ওলট-পালট কথাতে প্ৰকাশৰ

জেল হ'ব পাৰে।

মধুমিতা বিমোৰত পৰিল। তাইৰ মূৰটো আচন্দ্ৰাই কৰিলে। ভাত-পানী নোখোৱাকৈ তাই শুই থাকিল।

কৰ্টত পুনৰ হাজিৰ কৰোৱা দিনটো দুদিনমান পলমকৈ পৰিছিল। এইকেইদিনত মধুমিতাই একো স্থিৰ সিদ্ধান্তত উপনীত হ'ব পৰা নাছিল। খগেন নামৰ মানুহটো আকৌ এদিন জেললৈ তাইক লগ ধৰিবলৈ আহিছিল। তাইৰ গা অসুখ বুলি কৈ পঠালে আৰু ফিমেল ৱাৰ্ডৰ পৰা ওলাই নাহিল।

মানসিক চিন্তা তাইৰ বেছি হ'বলৈ ধৰিলে, খোৱা-বোৱাও প্ৰায় নকৰাৰ নিচিনাই হ'ল। নিৰ্দিষ্ট দিনত ভাৰাক্ৰান্ত শৰীৰটো লৈ তাই কাছাৰীৰ জজ চাহাবৰ সন্মুখত হাজিৰ হ'ল। তাই কাঠগড়াত থিয় হৈ জজৰ সন্মুখত উকীলৰ প্ৰশ্নৰ সন্মুখীন হ'ল। কিন্তু তাই ইতিমধ্যে সিদ্ধান্ত লৈ পেলাইছিল যে মৰি গ'লেও উকীলৰ এটা প্ৰশ্নৰো তাই উত্তৰ নিদিয়ে।

বাপেকে দূৰৈৰ পৰা কাঠগড়াত থিয় হৈ থকা নিজৰ ছোৱালীজনীৰ অৱস্থা দেখি শোকত ভাগি পৰিল। কোনো দিনে চকুপানী নোলোৱা মানুহজনৰ অজানিতে চকুপানী বাগৰি আহিল। ফুটফুটীয়া তেজগোৰা ছোৱালীজনীৰ ৰঙা মুখখন ক'লা পৰি গৈছে। উকীলে সুধি যোৱা প্ৰশ্নৰ এটা উত্তৰো তাই দিয়া নাই। শেষত উকীলে উপায়ন্তৰ হৈ ছোৱালীজনী অসুস্থ বুলি জজৰ পৰা আকৌ এটা দিন বিচাৰিলে। দিন মঞ্জুৰ হ'ল।

খগেন কলিতা খণ্ডত অস্থিৰ হ'ল। মালভোগ কাকতিৰ ওচৰলৈ গৈ কিবা-কিবি ভোৰভোৰালে। আৰু মালভোগ কাকতিৰ সৈতে মধুমিতাক আহি লগ ধৰি ক'লে—।

ঃ তই কিন্তু মুখেৰে নামাতি ভাল কাম নকৰিলি। উকীলে যি কথা ক'বলৈ কৈছিল— তাক তই ক'ব লাগিছিল। ইয়াৰ প্ৰতিফল তই ভোগ কৰিব লাগিব।

মধুমিতাই খগেন কলিতাৰ কথা আওঁকাণ কৰি বাপেকৰ চকুলৈ চালে। বাপেকে ৰ'ব নোৱাৰি 'মাজনী' বুলি মুখ মেলোতেই তাই বাপেকক অকলশৰীয়াকৈ অলপ সময়ৰ বাবে লগ পাবলৈ বিচাৰিলে। তাইৰ লগত অহা কনিষ্টব- কইটাই সহায় কৰিলে। বাপেকে ক'লে—

ঃ তোৰ গাটো একেবাৰে বেয়া যেন দেখিছোঁ। কাইলৈ তোক মই জামিনত লৈ যাম।

ঃ অকলে মই নাযাওঁ। যাবলগীয়া হ'লে প্ৰকাশো যাব লাগিব— বাপেক হতভম্ব হ'ল। তাই আকৌ ক'লে....

ঃ তুমি প্ৰকাশক মিছাকৈয়ে ভুল বুজিছা। সি খুব সজ চৰিত্ৰৰ ভাল ল'ৰা। তোমাক তেওঁৰ দেউতাকৰ দৰে আপোন বুলি ভাবে। মই একো ভুল কৰা নাই। যদি মই জীয়াই থাকিব লাগে, তেন্তে প্ৰকাশকে মই বিয়া কৰাম। নহ'লে নাখাই-নবৈ মৰি থাকিম। তুমি কথাটো ভালকৈ ভাবি চাবা। খগেন কলিতাতকৈ প্ৰকাশহে তোমাৰ বেছি আপোন। মই আহিলো।

বাপেকে তাই কোৱা কথাবোৰ ভাবি ভাবি ঘৰ পালেগৈ। হয়চোন। প্ৰকাশ তেওঁৰ লগত ইমান দিন থাকিলে তাকটো তেওঁ কোনোদিন অন্যায়-অধৰ্ম কৰা দেখা নাই। তেওঁৰ ব্যৱসায়ত টকা-পইচাৰ লেনদেনতো আজিলৈকো এটাও খুঁত পোৱা নাই। কিন্তু খগেন কলিতা? সিটো অহা বেছি দিন হোৱা নাই। তাৰ আচৰণত তেওঁৰ আন আন কৰ্মচাৰীবিলাকো সন্তুষ্ট নহয় বুলি তেওঁ জানিব পাৰিছে। আৰু টকা-পইচাৰ লেনদেনৰ দুই-এটা সৰু-সুৰা ঘটনাত হেৰফেৰ হোৱাৰো তেওঁৰ দৃষ্টিগোচৰ নোহোৱা নহয়। একমাত্ৰ প্ৰশ্ৰয় দিব লগা হৈছে ঘৈণীয়েকৰ কাৰণেই। ঘৈণীয়েকৰ লগতনো খগেনৰ ইমান সনা-পিঠা কিহৰ? তেওঁৰতো সি একো আপোন নহয়।— কাকতিয়ে ইমান দিনে এই কথাবোৰ দকৈ কিয় চিন্তা কৰা নাছিল— ভাবি নিজেই আচৰিত হ'ল।

মালভোগ কাকতিয়ে বহুত সময় তভক মাৰি থাকিল। বহুত কিবা-কিবি কথা চিন্তা কৰিলে। কিছু সময়ৰ পিছত কাকো একো নোকোৱাকৈ উকীলৰ ঘৰৰ অভিমুখে খোজ দিলে। উকীলক ভাঙি-পাতি সকলো কথা ক'লে। উকীলে ক'লে—

ঃ আপুনি ঠিক কামেই কৰিব খুজিছে। যদিও মই প্ৰফেছনৰ খাতিৰত আপোনালোকে কোৱাটোকেই কৰিছিলো,— মোৰ মনটোৱে কিন্তু সেইটো কাম কৰিবলৈ কোৱা নাছিল। কেছত জিকি ছোৱালীজনীক যেনিবা ল'ৰাটোৰ পৰা নিলগাই আনিলেই, তাৰ পৰা জানো কিবা লাভ হ'ব? যিটো হ'ব লগা আছিল হৈ গ'ল। ছোৱালীজনীৰ কাৰণে এতিয়া সমাজত আপোনাৰ মনে বিচৰা ল'ৰা এজন পোৱাটো সম্ভৱ নহ'ব। মই আপোনাক সকলো প্ৰকাৰে সহায় কৰিম।

মালভোগ কাকতিৰ মনটো ফৰকাল হৈ পৰিল। ঘৰলৈ আহি ঘৈণীয়েক আৰু খগেন কলিতাৰ যথাবিহিত ব্যৱস্থা কৰি নিজৰ আধিপত্য ঘূৰাই আনিলে।

........ ফটোখিনি মোৰ হাতৰ পৰা নিনিয়াকৈ সিহঁতে আদালতৰ পৰা

খালাচ হৈ গ'লগৈ। খালাচ হৈ যোৱাৰ পিছদিনা আগবেলাতে দুয়োটাই হাঁহি হাঁহি মোক মাত লগাই ফটোকেইখন লৈ যাবলৈ আহিল। যোৱাৰ আগতে দুয়োটাই একেলগে থকা এখন ফটো মোক দি ক'লে—

ঃ বাইদেউ, এই ফটোখন আপুনি আমাক দেখুওৱা সহানুভূতিৰ চিন স্বৰূপে আপোনাক দিলো। আমাৰ চিন এটা আপোনাৰ লগত থাকিব।

মধুমিতা আৰু প্ৰকাশক বৰ আনন্দিত যেন দেখা গৈছিল। মধুমিতাই মোক ক'লে—

ঃ বাইদেউ, অতি সোনকালেই বোধহয় দেউতাই আমাৰ বিয়াখন পাতি দিব। মোক ত্যাগ কৰি দেউতা কেতিয়াও জীয়াই থাকিব নোৱাৰে। আপুনি তিতাবৰলৈ গ'লে আমাৰ ঘৰলৈ যাব—।

বাহিৰলৈ ওলাই আহিলো। আকাশখন বৰ মুকলি আছিল। বিহুৰ বতৰ। জেলৰ সন্মুখৰ পুখুৰীটোৰ পাৰতে থকা আমজোপা ডাল ভৰি ভৰি মলিয়াইছে, খুদ খুদ্ আমৰ কলি বিলাক জিলিকি উঠিছে। তাতে কপৌ আৰু ভাটৌ ফুলৰ কেবাটাও থোপা জকমকাই ফুলি ওলমি আছে। চাৰিওফালে ঢোল-পেঁপাৰ মাত। মনটোত মোৰ বিমল অনুভূতি উপলব্ধি কৰিলো। ❑❑

# টি·প্লেন্টাৰ মনোজ বৰুৱাৰ হত্যাৰ ৰহস্য

(১)



যোৰহাট তথা অসমৰ এজন বিখ্যাত চাহ খেতিয়কৰ ঘৰত এখন বিয়া অনুষ্ঠিত হৈছিল। তেখেতৰ ডাঙৰ ল'ৰাৰ বিবাহ। নিজৰ আত্মীয়-কুটুম্ব, বন্ধু-বান্ধৱ, শুভাকাংক্ষীৰ উপৰিও অসমৰ বাহিৰৰ নামী-দামী বন্ধু-বান্ধৱ সকলকো এই বিয়ালৈ নিমন্ত্ৰণ কৰা হৈছিল।

তেওঁলোকৰ পৰিয়ালৰ এগৰাকী ছোৱালী মোৰ কলেজৰ সহপাঠী আছিল। সেই সংক্ৰান্তত আমি কেইগৰাকীমান বান্ধবী লগ হৈ তেওঁৰ নিমন্ত্ৰণত সেইখন বিয়া চাবলৈ বা খাবলৈ সুযোগ পাইছিলো।

ৰাজকীয় বিবাহৰ দৰে। ইলাহি কাৰবাৰ। জীৱনত এনেকুৱা বিয়া উপভোগ কৰা এয়াই মোৰ প্ৰথম আৰু বোধহয় শেষ আছিল।

বিয়া-বাহৰৰ পদুলি মুখত থিয় হৈ প্ৰথমেই চকুত পৰিছিল এখন চালে চকু ৰোৱা তোৰণ, বহলে ত্ৰিশ ফুটমান আৰু ওখই দহফুটমান হ'ব। বগা কাপোৰেৰে বাঁহৰ সজা বা নক্সাৰ ওপৰত মেৰিয়াই তাত 'স্বাগতম' শব্দটো ডাঙৰকৈ লিখি শৰাই, জাঁপি, ফুল আদিৰে আটক ধুনীয়াকৈ সজোৱা হৈছে।

ভিতৰত সোমায়েই দেখিছিলো— মূল বঙলাৰ সন্মুখত এখনমান ক্ৰিকেট টেষ্ট মেচ খেলিব পৰা ল'ন। ল'নখনৰ দুয়োকাষে বাউণ্ডাৰী চুই বাঁহ-বেত টিং খেৰেৰে ধুনীয়াকৈ সজোৱা প্ৰায় এশমান কটেইজ। এই কটেইজবোৰত বিভিন্ন অভ্যাগত অতিথিসকল বিয়া উপভোগ কৰিবলৈ আহি থিতাপি লৈছে। তেওঁলোক প্ৰত্যেককে ৰাজকীয় সুবিধা দিয়া হৈছে।

বঙলাৰ সন্মুখভাগত অৰ্থাৎ ল'নখনৰ ঠিক মাজত বিয়াৰ মূল মণ্ডপটি ধুনীয়াকৈ সজোৱাৰ উপৰিও শাৰী-শাৰীকৈ চকী-টেবুলবিলাক পৰিপাটীকৈ ৰখা হৈছে।

দুয়োফালে মূল মণ্ডপ আৰু কটেইজৰ মাজত প্ৰায় বিশ-ত্ৰিশটামান বিভিন্ন ৰঙৰ ডাঙৰ ডাঙৰ 'আমব্ৰেলাৰ' তলতো গাৰ্ডেন চেয়াৰ টেবুল ইত্যাদিও অভ্যাগতৰ কাৰণে ৰখা হৈছে। গোলাপ, তগৰ, ৰজনীগন্ধা, আদি সচৰাচৰ পোৱা ফুলৰ উপৰিও অন্য দুষ্প্ৰাপ্য ফুলো বিভিন্ন টাবত সুন্দৰকৈ সজাই থোৱা দেখা গৈছিল।

মণ্ডপত সজোৱা ফুলখিনি হেনো বাহিৰ পৰা মগাই অনা হৈছে। অতি মৃদু সুৰত ভাৰতৰ বিখ্যাত সংগীতজ্ঞ সকলৰ ৰেকৰ্ড কৰা গানৰ বাদ্য যন্ত্ৰৰ সুৰ মূল মণ্ডপৰ পৰা ভাহি আহিছে। ঢোলৰ যাদুকৰ মঘাই ওজাইতে ইয়াত অংশ গ্ৰহণ কৰি ৰাইজক আনন্দিত কৰিছে।

খোৱা-বোৱাত কোনো ত্ৰুটি ৰখা নাই। শুনিবলৈ পোৱা মতে, কলিকতাৰ গ্ৰেণ্ড হোটেলৰ চীফ কুকৰ তত্ত্বাৱধানত আহাৰ প্ৰস্তুত কৰা হৈছে। ক'ল্ড ড্ৰিংকছ, হট ড্ৰিংকছ-সকলো পানীয়ৰে ব্যৱস্থা আছে। যাৰ যি ইচ্ছা সেই মতেই গ্ৰহণ কৰিছে। ৰাজস্থান, কলিকতা আদিৰ পৰা অনা মিঠাই আৰু ব্যঞ্জনসমূহেৰে অভ্যাগতসকলক আপ্যায়িত কৰা আহাৰ গ্ৰহণ কৰি প্ৰশংসাত মুখৰ হৈছে।

আঁচৰিত কথা, ইমান এখন প্ৰকাণ্ড বিয়াত হাজাৰ হাজাৰ মানুহ গোট

খোৱা সত্ত্বেও কোনো হাই উৰুমি নাই। সকলোৱেই আভিজাত্যৰ কায়দাত সৰু সৰু অস্পষ্ট কথা-বতৰাৰে আড্ডা জমাইছে।

পৰিয়ালৰ মূল মানুহসকলে দামী আৰু পৰিপাটি সাজ-পোছাক, আ-অলংকাৰ পিন্ধি আলহি-অভ্যাগতসকলক ভাগে ভাগে সম্ভাষণ জনোৱাত ব্যস্ত। পৰিয়ালৰ কম বয়সীয়া ডেকা-গাভৰুসকলে বিলাতী আতৰ ছটিয়াই আমোদ দিয়াত ব্যস্ত।

আয়তীসকলে জাউৰিয়ে জাউৰিয়ে গোৱা সুৰলা বিয়া নামৰ গীতে বিয়াৰ মাংগলিক সৌষ্ঠৱ বঢ়াইছে।

এনেতে এটা গহীন পৰিবেশেৰে দৰাৰ মাকক সজাই পৰাই কাষত সোণপানী চৰোৱা কলচী আৰু লগত সোণপানী চৰোৱা দুপৰিৰে সৈতে জোলোকা জোলোকে উৰুলি দি বাহিৰত সজাই থোৱা কেইবাখনো গাড়ীত আইসকল উঠি ব্ৰহ্মপুত্ৰৰ নিমাতীঘাটলৈ দৰাক নোৱাব-ধুৱাবলৈ পানী তুলিবলৈ গৈছে।

ঘূৰি আহি দৰাক মাহ-হালধিৰে নোৱাই-ধুৱাই আটকধুনীয়াকৈ সজাই-পৰাই তোলা হ'ল। কথাছবিৰ হিৰোৰ চেহেৰাৰ দৰাই মিচিকিয়া হাঁহিটি লৈ ডিঙিত মুকুতাৰ মালা আৰু আঙুলিত হীৰাৰ আঙঠি পিন্ধি, পাটৰ চুৰিয়া-পঞ্জাবী সাজ পোচাকেৰে মূৰত তুলসীৰ মালাৰে শোভা বঢ়াই— দুই-এজন বন্ধুক টেমাৰ পৰা বিলাতী চিগাৰেট বিলাই সম্ভাষণ জনাইছে।

দেশী-বিদেশী মূল্যবান প্ৰেজেণ্টৰে বিবাহ মণ্ডপ ভৰি পৰিছে। লাহে লাহে দৰা কইনাৰ ঘৰলৈ যাবলৈ সাজু হ'ল।

বিয়াৰ পৰিবেশ চালে চকু ৰোৱা হৈ পৰিছিল। সাধাৰণ শ্ৰেণীৰ মানুহ তাত দেখা গৈছিল যদিও অতি কম আছিল। সুন্দৰ চেহেৰাৰ আমন্ত্ৰিত অতিথিসকলক ফ্লাডলাইটৰ পোহৰত আৰু সুন্দৰ দেখা গৈছিল।

—মুঠতে মই আৰু মোৰ বান্ধৱী কেইজনীয়ে কোনোদিনেই ভাবিব নোৱাৰা এটা পৰিবেশৰ অনুভূতিৰ মাজত আপ্লুত হৈ পৰিছিলো।

সুন্দৰৰ বাহিৰে আমি তাত অসুন্দৰক উপলব্ধি কৰিব পৰা নাছিলো।

এনেতে এখন ফৰেইন কাৰ আহি বিয়া মণ্ডপৰ গাড়ী ৰখা ঠাইত পাৰ্ক কৰিলে। দৰাই অভ্যাগতক অভ্যৰ্থনা জনাবৰ কাৰণে দুই-চাৰিজন বন্ধুৰ লগত আগবাঢ়ি গ'ল।

অলিভ গ্ৰীণ চুট পৰিহিত, ওখ পাখ, সুন্দৰ স্বাস্থ্যৰ এজন চফল ডেকা গাড়ীৰ পৰা নামি আহিল। ৰঙচুৱা মোচকোচাৰে মানুহজনক অত্যন্ত ধুনীয়া দেখাইছিল। সকলোৱেই তেওঁক সমীহ কৰা দেখা গ'ল। মই বান্ধবী কেইজনীৰ সৈতে আওপকীয়াভাৱেৰে মানুহজনলৈ ৰ-লাগি চাই থাকিবলৈ বাধ্য হ'লো। চকুকেইটা ভীষণ শ্বাৰ্প।

কেইবাজনো ব্যক্তিয়ে নতুন অভ্যাগতক সম্ভ্ৰমেৰে আদৰি আনিলে। আমাৰ মাজত চেঁপা মাতেৰে গুণগুণণি আৰম্ভ হ'ল। এগৰাকী বান্ধৱীয়ে ক'লে—

ঃ এইজন নিশ্চয় ইউৰোপীয়ান চাহাব!

অন্য এগৰাকীয়ে হাঁহি মাৰি ক'লে...

ঃ চাহাব হয়। কিন্তু ইউৰোপীয়ান নহয়। অসমীয়া চাহাব। তহঁতি হ'বলা চিনি নেপাঅ'?

কাণৰ কাষলৈ মুখখন আনি ক'লে— ঃ এইজনেই বিখ্যাত বা কুখ্যাত মনোজ বৰুৱা!

—আমি চকুকেইটা ডাঙৰ কৰি বান্ধৱীজনীলৈ চালো।

ঃ মানে— সেই মনোজ বৰুৱা—?

ঃ এই চুপ।— মনে মনে থাক।

ঃ অ',—এইজনেই মনোজ বৰুৱা, যিজনৰ কথা আমি সদায় শুনি আহিছোঁ। হওক তেওঁ, আজি আমি মানুহজনক দেখিলো।

মই উৎসুক দৃষ্টিৰে মানুহজনলৈ আকৌ চালো। বান্ধৱীসকলক সুধিলো।

ঃ কিনো হ'ল? মানুহজনৰ বিষয়ে কিনো শুনিছিলা?

ঃ ধ্যেৎ আঁকৰী। তুমি হ'বলা মনোজ বৰুৱাৰ বিষয়ে একোৱেই নাজানা?

— সেই বুলি মোৰ কাণৰ ওচৰলৈ মুখখন আনি ফুচফুচাই ক'লে—

ঃ এওঁ লেডী কিলাৰ!

মই আচৰিত হৈ সুধিলো—

ঃ লেডী কিলাৰ মানে?

মোৰ লগৰ কেইজনীয়ে খিলখিলকৈ হাঁহি দিলে। মনতে ভাবিলো। মানুহবিলাকে কোনো কথা চিন্তা নকৰাকৈ মানুহৰ প্ৰতি যিকোনো এটা মন্তব্য সহজেই দি দিব পাৰে। হ্যানচাম মানুহজনক দেখি মোৰ বেয়া ভাব মনলৈ নাহিল।

এনেতে এটা মৃদু গুঞ্জন স্বভাৱৰত আৰম্ভ হ'ল। দৰা যাবৰ হ'ল। মনোজ বৰুৱাৰ গাড়ীখন ধুনীয়াকৈ কেইজনমান ডেকা গাভৰুৱে ফুলেৰে সজাই তুলিছে।

মনোজ বৰুৱা দৰাৰ ভাল বন্ধু। মনোজ বৰুৱাই নিজে ড্ৰাইভ কৰি বন্ধুক কইনা ঘৰলৈ লৈ যাব। যিহেতু আমাৰ দৰাৰ লগত যোৱাৰ কোনো প্লেন নাছিল, সেই কাৰণে আমি বিয়া ঘৰৰ পৰা বিদায় লৈ গুচি আহিলো।

—এই কাহিনীৰ কেন্দ্ৰীয় চৰিত্ৰ মনোজ বৰুৱাক সেয়াই মই প্ৰথম দেখা।

ইয়াৰ পিছত বহুত দিন পাৰ হৈ গ'ল। ইতিমধ্যে মই যোৰহাট জেলত সহঃ কাৰাধ্যক্ষা হিচাপে কাম কৰিছোঁ।

এদিন হঠাৎ এটা লোমহৰ্ষক হত্যাকাণ্ডই যোৰহাট জোঁকাৰি পেলালে। বিখ্যাত চাহ খেতিয়ক মনোজ বৰুৱাক হত্যা কৰা হৈছে। খবৰটো যোৰহাট নগৰৰ চুকে কোণে বিয়পি পৰিল। চাঞ্চল্যৰ সৃষ্টি কৰা এই হত্যাকাণ্ডৰ উৱাদিহ ল'বলৈ যোৰহাটৰ প্ৰায় ভাগ মানুহেই যি যেনেকৈ পাৰে গাড়ী-মটৰ, ৰিক্সা, চাইকেল ইত্যাদিত উঠি মনোজ বৰুৱাৰ বাগান অভিমুখে ৰাওনা হ'ল।

যোৰহাট-নাগালেণ্ড বৰ্ডাৰৰ সমীপত অৱস্থিত সুন্দৰ এখন চাহ বাগানৰ তেওঁ মালিক আছিল। দক্ষতাৰে তেওঁ বাগানৰ পৰিচালনাও নিজেই কৰিছিল। বাগানৰ পৰা উৎপাদিত চাহপাত ভাৰতৰ ভিতৰত উৎপন্ন হোৱা উৎকৃষ্ট চাহপাতৰ সমপৰ্যায়ৰ আছিল। তেওঁ এজন সুনিপুণ চাহ খেতিয়ক হিচাপে দেশৰ চাহ মহলত উচ্চস্থানেই লাভ কৰিছিল।

সেইজন চাহ খেতিয়ককেই হত্যা কৰা হ'ল। হত্যা কৰিলে বাগানৰ এজন শ্ৰমিকে। প্ৰথম অৱস্থাত তেওঁ লেবাৰক বোনাচ দিয়াৰ সংক্ৰান্তত শ্ৰমিকসকলৰ লগত বাক্-বিতণ্ডাৰ সৃষ্টি হোৱাটোৱেই কাৰণ বুলি আমি জানিব পাৰিছিলো।

এটা সময়ত আচামীক থানাৰ পৰা আনি যোৰহাট কাছাৰীত হাজিৰ কৰোৱা হ'ল।

—মদু বৰুৱা সৰু ধুতিখন আটিলকৈ পিন্ধা। গাত এটা মলিয়ন ফটুৱা। আঁঠু দুটা দুয়ো হাতে সাৱটি স্থিৰ হৈ বেৰ এখনৰ ফালে মুৰ কৰি কোনো অভিব্যক্তি বুজিব নোৱাৰা ভাবত মানুহজন তলমুৰাকৈ বহি আছে। দৰজাৰ বাহিৰত লোকে লোকাৰণ্য। মানুহৰ চিঞৰ-বাখৰ হুলস্থুল, পুলিচৰ হুমকি-হইচেল আদিৰ শব্দই মানুহজনক যেন স্পৰ্শ কৰিব পৰা নাই। লোকজনক এনে লাগিছে যেন এটি প্ৰস্তৰ মূৰ্তিহে। এক মুহূৰ্তৰ কাৰণেও লৰচৰ কৰা নাই।

## টি প্লেণ্টাৰ মনোজ বৰুৱাৰ হত্যা-ৰহস্য

এইয়া যোৰহাট আদালতৰ গাতে থকা এটি লক্-আপ ৰুমৰ দৃশ্য। লক্-আপৰ ভিতৰত যিজন মানুহ বহি আছে— সেইজনেই চাহ খেতিয়ক মনোজ বৰুৱাৰ হত্যাকাৰী। পুলিচৰ জিম্মাত ৰখাৰ পিছত মানুহজনক শুনানিৰ বাবে আদালতক আৰক্ষীয়ে চমজাই দিছে।

সেই সময়ত যোৰহাট আদালতৰ লগতে লগাকৈ ষ্টেট বেংক অব ইণ্ডিয়াৰ যোৰহাট শাখাটো। লগতে ট্ৰেজাৰী অফিচটো। আজি-কালিহে বেংকটো কিছু আঁতৰত ডাঙৰকৈ সজা হৈছে।

গতিকে বেংক-ট্ৰেজাৰীলৈ অহা মানুহবোৰ, অন্য কেছৰ সংক্ৰান্তত আদালতলৈ অহা মানুহবোৰ, বৃহৎ যোৰহাট কাছাৰীৰ কৰ্মচাৰীসকল আৰু ৰাস্তাই-ঘাটে অহা-যোৱা কৰা মানুহৰ উপৰিও দূৰৈৰ পৰাও গাড়ীয়ে-মটৰে মানুহ আহিছে। মুঠতে কাছাৰীৰ সম্মুখৰ এ, টি ৰোডৰ ট্ৰেন্সপৰ্টৰ পৰা প্ৰধান চাৰিআলিলৈকে আৰু পাছফালৰ কাছাৰী পথাৰখনতো মানুহ জমা হৈছিল— গোচৰৰ বিচাৰ শুনিবলৈ আৰু ইমান এজন দুৰ্দান্ত মানুহক হত্যা কৰা লোকজনক চাবলৈ।

লোহাৰ ৰ'ডৰ দৰজাখনৰ ভিতৰৰ হত্যাকাৰীজনৰ কিন্তু বাহিৰৰ মানুহৰ গুঞ্জনলৈ অকনো ভ্ৰূক্ষেপ নাই। নিজ আত্মপ্ৰত্যয়ৰ তৃপ্তিতহে যেন মানুহজন নিৰ্বিকাৰ হৈ আছে— ভয় উদ্বেগৰ ভাবাবেশ ফুটি উঠা নাই।

(২)

মনোজ বৰুৱা। সেইজনেই মনোজ বৰুৱা— যিজনক মই বিয়াঘৰত লগ পাইছিলো, যিজনৰ চৰিত্ৰৰ বিষয়ে বান্ধৱীসকলে কৰা অশালীন মন্তব্য শুনি মই বেয়া পাইছিলো। ভাবি মই আচৰিত হৈছিলো— ইমান এজন ধুনীয়া মানুহক হত্যা কৰিব পাৰিলে কেনেকৈ? তেওঁৰ এনে কি দোষ আছিল যাৰ কাৰণে তেওঁ জীৱনটো অকালতে হেৰুৱাবলগীয়া হ'ল। মোৰ মনত চিন্তাই জুমুৰি দি ধৰিলে। কিবা এটা কথাৰ উৱাদিহ নাপালে মোৰ মনটো অশান্ত হৈ পৰে।

মনোজ বৰুৱাক মই আৰু এবাৰ নেদেখা নহয়। জেলৰ কোৱাৰ্টাৰৰ পৰা মই মাজে মাজে নিজৰ ঘৰলৈ যাওঁ। সৰ্বসাধাৰণতে মই এগ্ৰিকালচাৰ ইউনিভাৰচিটীৰ ফালেদি টোকোলাই হৈ ঘৰলৈ যাওঁ। কিন্তু কেতিয়াবা কিবা কিনা-কুটা থাকিলে যোৰহাটৰ বিখ্যাত ডিপাৰ্টমেণ্টেল ষ্টোৰ দ'চ এণ্ড কোম্পানী হৈ গড় আলিয়েদি

ঘৰ পাওঁগে। কিনা-কুটাৰ উপৰি অৱশ্যে অন্য এটা কাৰণ নথকা নহয়। তেতিয়া মোৰ বিয়া হোৱাই নাই। দ'চ এণ্ড কোম্পানীৰ সন্মুখৰ চাৰিআলিৰ স্পটটোত প্ৰায়েই আমাৰ এওঁক লগ পাওঁ আৰু মোক ঘৰত আগবঢ়াই থৈ আহেগৈ।

এদিন মই তেনেকৈ গৈ দ'চ এণ্ড কোঃৰ ওচৰৰ চাৰিআলিটো পাওঁতেই খোলা জীপত মনোজ বৰুৱা আহি ৰ'লহি। সেইদিনা তেওঁক বগা হাফপেণ্ট আৰু স্কাই-ব্লু স্প'ৰ্টিং- লগতে মুখত পাইপেৰে সৈতে অন্য এটা ৰূপত দেখা পালো। স্মাৰ্ট্ মানুহজন জীপ্‌ৰ পৰা নামি ডিপাৰ্টমেণ্টেল্ ষ্টোৰৰ সন্মুখত ড্ৰাইভাৰজনক দোকানৰ ভিতৰলৈ পঠিয়াই পাইপ টানি ইফালে-সিফালে চাই থাকিল।

আমি দোকানৰ ভিতৰলৈ সোমাই গ'লো। দ'চ এণ্ড কোঃত নোপোৱা বস্তু নাই। দেশী-বিদেশী ৱাইনৰপৰা আৰম্ভ কৰি কছমেটিক, ষ্টেচনাৰী, বিস্কুট, মেডিচিনৰ উপৰি চৌখিন সম্প্ৰদায়ৰ সকলোখিনি বস্তুৱেই তাত মজুত থাকে। এনেতে এক কেচ্ বিয়েৰ লৈ মনোজ বৰুৱাৰ ড্ৰাইভাৰজন দোকানৰ পৰা ওলাই গ'ল আৰু মনোজ বৰুৱা ভিতৰলৈ সোমাই আহি আমাৰ কাষতে বৈ শ্ব'কেচৰ বিস্কুট বিলাকলৈ চাই ইংৰাজীতে সুধিলে---

ঃ ভাল বিস্কুট আছেনে? মোৰ কুকুৰ দুটাৰ কাৰণে লাগে।

ঃ হয় ছাৰ। ফাইন বিস্কুট-কালি আহি পাইছে।

ইমান ওচৰৰ পৰা মনোজ বৰুৱাক দেখা পাই মোৰ বান্ধৱীকেইজনীৰ কথা মনত পৰি নোচোৱাৰ ভাৱত ভালকৈ নিৰীক্ষণ কৰিলো।

এনেতে এওঁ কাউণ্টাৰত পেমেণ্ট কৰি মোক মাতিলত মই ওলাই আহিলো। স্কুটাৰত উঠিব খুজি মই এওঁক সুধিলো।

ঃ হেৰা, কুকুৰৰ কাৰণে বেলেগ কিবা ভাল বিস্কুট আছে নেকি?

ঃ কুকুৰৰ কাৰণে ভাল বিস্কুট? কিয় সুধিলা?

ঃ নহয়, সেই মনোজ বৰুৱা মানুহজনে কুকুৰৰ কাৰণে ভাল বিস্কুট কিনিছে।

ঃ অ' সেইটো কথা।— বুলি কৈ হো-হোকৈ হাঁহি মোক স্কুটাৰত উঠিবলৈ ক'লে। স্কুটাৰখন চলাই এওঁ মোক ক'লে—

ঃ শুনা, আমি সচৰাচৰ যিবোৰ বিস্কুট খাওঁ মনোজ বৰুৱাৰ কুকুৰকেইটাই সেইবোৰ বিস্কুট নাখায়। তাতোকৈয়ো উৎকৃষ্ট খায়।

ঃ মনোজ বৰুৱাৰ কথাবোৰ বাৰু তুমি জানানে?

ঃ কি কথা?

ঃ সেই যে তেওঁৰ চৰিত্ৰৰ বিষয়ে কথাবোৰ শুনি থাকো।

— এওঁ কিছু সময় মনে মনে থাকিল। তাৰ পিছত আকৌ মই সোধাত ক'লে—

ঃ মনোজ বৰুৱাৰ চৰিত্ৰৰ বিষয়ে বেয়া-ভাল ময়ো বহুত শুনিছোঁ। কিন্তু বেয়াখিনিৰ বিষয়ে শুনিছোহে, দেখাতো নাই। গতিকে তোমাক কেনেকৈ কওঁ?

কিন্তু মনোজ বৰুৱাৰ হত্যাকাণ্ডটো হৈ যোৱাৰ পিছত বিভিন্ন সূত্ৰইদি তেওঁৰ বিষয়ে বহুতো কথা জানিব পাৰিলো।

এই কথাবোৰ বিশ্লেষণ কৰি চালে এনে হ'ব— মনোজ বৰুৱা এজন অত্যন্ত পৰিশ্ৰমী আৰু নিজৰ কৰ্মৰ প্ৰতি সচেতন ব্যক্তি আছিল। দক্ষ আৰু সুনিপুণতাৰে তেওঁ বাগিচা পৰিচালনা কৰি বাগিচাৰ চাহৰ উৎপাদন বঢ়াইছিল। কিন্তু তেওঁৰ বাগান পৰিচালনা কৰাৰ পদ্ধতি বেলেগ আছিল। বাগানখন তেওঁৰ নাগালেণ্ড বৰ্ডাৰত হোৱাৰ কাৰণে প্ৰায়ে কিছু উপদ্ৰৱৰ সন্মুখীন হ'ব লগা হৈছিল। এই উপদ্ৰৱবিলাক দমন কৰিবলৈ তেওঁ কোনো আইন, আৰক্ষী ইত্যাদিৰ সহায় নলৈছিল। নিজৰ বাগিচাৰে কিছুমান বছা বছা বনুৱাক লৈ তেওঁ বাগিচাৰ সুৰক্ষা বাহিনী গঠন কৰিছিল।

মনোজ বৰুৱাই কেতিয়াও লোকৰ সহায় নলৈছিল। প্ৰতিটো কথাতে তেওঁ আত্মনিৰ্ভৰশীল আছিল। বাগান পৰিচালনাৰ ক্ষেত্ৰতেই হওক বা অন্য ক্ষেত্ৰতেই হওক, ব্ৰিটিছ সকলৰ পৰা কিছুমান নিয়ম শিকিছিল আৰু সেই নিয়ম কঠোৰভাৱে পালন কৰি তেওঁ সুফল পাইছিল। তেওঁৰ মতে কৰ্মচাৰীৰ পৰা কাম আদায় কৰিবলৈ হ'লে মানৱীয় মৰ্যাদাৰে মূল্যায়ন কৰিব নালাগে। মালিক আৰু কৰ্মচাৰীপক্ষৰ ব্যৱধান আকাশ-পাতাল হ'ব লাগে। সেই কাৰণে তেওঁ কৰ্মচাৰীসকলক একোটা যন্ত্ৰ হিচাপে ব্যৱহাৰ কৰিছিল।

মনোজ বৰুৱাৰ বাগিচাত কোনো ট্ৰেড ইউনিয়নৰ কৰ্মী বা পুলিচ সোমোৱা নিষেধ আছিল। শুনিবলৈ পোৱা মতে, এবাৰ কেইজনমান পুলিচ তেওঁৰ বাগানত সোমাইছিল। মনোজ বৰুৱাই ধৰাই নি পুলিচৰ ড্ৰেছবোৰ খুলি গেঞ্জী আৰু আণ্ডাৰপেণ্ট পিন্ধাই চাবুকেৰে কোবাই বাগানৰ বাহিৰ কৰি দিছিল। বহুটো ট্ৰেড ইউনিয়নৰ নেতাৰ অৱস্থা তেনেকুৱাই কৰিছিল। সেই কাৰণে ভয়তে এই

জাতীয় মানুহ তেওঁৰ তালৈ নগৈছিল।

মনোজ বৰুৱাৰ বাগিচাত কোনেও তেওঁ দেখাকৈ ছাতি লৈ যাব নোৱাৰিছিল। কোনো কৰ্মচাৰীয়ে কামজাৰি জোতা আৰু ড্ৰেছৰ বাহিৰে অন্য বস্তু ব্যৱহাৰ কৰিব নোৱাৰিছিল। কৰ্মচাৰীসকলৰ খোৱা-বোৱা, ৰেচন-পাতি আৰু থকা মেলাৰ সকলো ব্যৱস্থা তেৱেঁই দিছিল। কাৰণ তেওঁ প্ৰয়োজনীয়খিনি দিয়াত কৃপণালি নকৰিছিল। কৰ্মচাৰীসকলৰ দৰমহা-পাতিও বেয়া দিয়া নাছিল। সেয়েহে, তেওঁ একোজন লেবাৰ বা কৰ্মচাৰীৰ পৰা অন্য বাগানৰ লেবাৰ-কৰ্মচাৰীসকলতকৈ দুই-তিনিগুণ কাম আদায় কৰি লৈছিল। কৰ্মচাৰীসকলৰ সকলো বিচাৰ তেৱেঁই কৰিছিল।

তেওঁৰ নিজৰ চৰিত্ৰৰ বৈশিষ্ট্য হ'ল কঠোৰ পৰিশ্ৰম কৰা আৰু আজৰি সময়ত বা ৰাতি মুক্ত মনেৰে আনন্দ উপভোগ কৰা। Eat, dirnk and merry এই কথাষাৰ তেওঁ পালন কৰিছিল আৰু বন্ধু-বান্ধৱসকলকো এই কথাষাৰ প্ৰায়েই কৈছিল।

মনোজ বৰুৱাই অত্যন্ত মদ্যপান কৰিছিল। মদ, মাংস আৰু মাইকী— এই তিনিওটাকে জীৱনৰ একমাত্ৰ উৎস বুলি ভাবিছিল। কেতিয়াবা যদি ইয়াৰ ব্যতিক্ৰম হয় অৰ্থাৎ মাংস আৰু মদ আছিল, কিন্তু যিদিনা মাইকী নাছিল সেইদিনা তেওঁ পাগলৰ নিচিনা আচৰণ কৰিছিল। তেওঁৰ বাগিচাৰ সুৰক্ষা বাহিনীৰ লীডাৰ— জগু আৰু মোহন যি দুজনক তেওঁ ড্ৰাইভাৰ হিচাপে ব্যৱহাৰ কৰিছিল, তেওঁ যেতিয়াই কয় তেতিয়াই সিহঁতে যেনে-তেনে, য'ৰে-ত'ৰে পৰা মাইকী বিচাৰি আনি দিব লাগিছিল। ইয়াৰ অন্যথাই চাবুকেৰে সিহঁতৰ পিঠি ফালি চিৰাছিৰ কৰিছিল।

জগু আৰু মোহনৰ উৎপাতত গাভৰু ছোৱালী আৰু তিৰোতাই তেওঁৰ বাগান এৰি পলাইছিল। সিহঁত দুয়োটাই আনকি অন্য গাঁও বা ৰাস্তাৰ পৰাও ছোৱালী ফুচলাই বা জোৰ-জবৰদস্তি কৰি আনি তেওঁক যোগান ধৰিছিল বুলি প্ৰায়বিলাকেই কয়। যিটো বুজা যায়, মাইকী মানুহক উপভোগৰ সামগ্ৰীৰ বাহিৰে তেওঁ কোনো মূল্য নিদিছিল।

যোৰহাটৰ এজন দৰ্শনৰ প্ৰফেছাৰে কথাৰ প্ৰসংগত Eat, drink and merry-এই শব্দকেইটাৰ অৰ্থ মনোজ বৰুৱাই ভুলকৈ বুজিছিল বুলি কয়। কোনো দৰ্শন-শাস্ত্ৰৰ মতে, মানৱীয় প্ৰমূল্যবোধক বিসৰ্জন দি পশুৰ আচৰণেৰে জীৱনটো আনন্দ উপভোগ কৰিবলৈ কোৱা নাই। মানুহৰ মূল্যবোধ অক্ষুণ্ণ ৰখাটো

বাঞ্ছনীয়। কিন্তু নাৰীৰ ক্ষেত্ৰত তেওঁ পাশৱিকতাৰে উপভোগ কৰে।

কিন্তু আচৰিত কথা, মনোজ বৰুৱাই নিজৰ সহধৰ্মিনীক আলফুলকৈ ৰাখিছিল। আনকি এইবোৰৰ কিবা আঁচোৰ পৰে বুলিয়েই নেকি এহাল মমৰ পুতলাৰ নিচিনা ধুনীয়া ল'ৰা-ছোৱালীৰ সৈতে স্ত্ৰীক দাৰ্জিলিঙত বঙলা ভাৰা কৰি ৰাখিছিল। একমাত্ৰ তেওঁৰ মৃত্যুৰ সময়ৰ বাহিৰে কোনেও মনোজ বৰুৱাৰ স্ত্ৰীক বাগিচালৈ অহা দেখা পোৱা নাছিল। তেওঁৰ শৱ সৎকাৰৰ সময়ত ল'ৰা ছোৱালী দুটাৰ সৈতে স্ত্ৰীক বাগিচালৈ অনা হৈছিল। ল'ৰা-ছোৱালীহালে বাপেকৰ মুখখনলৈ চাই ফেঁকুৰি ফেঁকুৰি কান্দিছিল, কিন্তু মাকে দেউতাকৰ মুখখনলৈ ভাবলেশবিহীন ভাবেৰে প্ৰস্তৰ মূৰ্তিৰ নিচিনাকৈ মাথোন চাই ৰৈছিল।

— মনোজ বৰুৱাৰ হত্যাকাৰী বুধুৱাৰ বিচাৰ শেষ হ'ল। কিন্তু আচৰিত কথা, মনোজ বৰুৱাক বুধুৱাইনো কি কাৰণে হত্যা কৰিছিল, বুধুৱাৰ মুখৰ পৰা কোনেও জানিব নোৱাৰিলে। কাৰণ, বুধুৱাই জজ চাহাবৰ ওচৰতে হওক বা পুলিচে লোৱা ষ্টেট্‌মেণ্টতেই হওক, মাত্ৰ এটা কথাই কৈছিল... 'মই চাহাবক কাটিলো', তাৰ বাহিৰে এটা শব্দও বুধুৱাৰ মুখৰ পৰা কোনেও বাহিৰ কৰিব নোৱাৰিলে। মাত্ৰ অনুমানৰ ওপৰত ভিত্তি কৰি এচামে ক'লে যে বাগানত বোনাচ দিয়াৰ সম্পৰ্কত চাহাবৰ লগত মতানৈক্য হোৱাত বৰুৱাক হত্যা কৰিছিল, আকৌ কোনোবাই ক'লে যে তেওঁৰ একমাত্ৰ নাতিনী-ছোৱালীজনীক অসৎ আচৰণ কৰাৰ ফলত বুঢ়া বুধুৱাই মৰ্মান্তিক আঘাত পাই চাহাবক হত্যা কৰিছে।

— সেইদিনা জেলৰ সন্মুখভাগত বহুতো মানুহ গোট খাইছিল। বুধুৱাক চাবলৈ মানুহৰ ঔৎসুকৰ যেন অন্ত নাই। বুধুৱাক দেখি মানুহে কোনোপধ্যেই ভাবিব পৰা নাই যে এনে এজন নিশকতীয়া, নিৰ্জু প্ৰকৃতিৰ বৃদ্ধই মনোজ বৰুৱাৰ নিচিনা এটা সিংহক অকলেই হত্যা কৰিব পাৰে!—এই শক্তি বুধুৱাই পালে ক'ত?

(৩)

সাধাৰণতে বজাৰৰ পৰা কিনি অনা ভাল জাতৰ ক্ৰছ গোলাপ ফুলৰ পুলিবোৰ বচোৱা বৰ টান আৰু বাচিলেও কেতিয়াও নুফুলেহে নুফুলে। গছজোপাৰ পৰা বহুতো মিহি মিহিপাতৰ আগ লতাৰ দৰে লিংলিঙীয়া হৈ বাঢ়ি আহে। ফুল নুফুলে। মোৰো বিভিন্ন ৰঙৰ গোলাপ ফুল লগোৱা বৰ চখ।

জেলৰ কোৱাৰ্টাৰত প্ৰায়েই অসমীয়া গোলাপৰ উপৰি ভাল জাতৰ বিভিন্ন

ৰঙৰ গোলাপৰ পুলি কিনি আনি লগাওঁ। ডালবিলাকত লতা ওলালেই গুৰিত ছিঙি দিলে প্ৰধান ডালৰ পৰা নতুনকৈ ওলোৱা শকত ডালতেই ফুলৰ কলিটো ওলাই বুলি জানো যদিও মোৰ লাগি থাকিবলৈ সময় নাথাকে।

আমাৰ কোৱাৰ্টাৰবিলাকত কাম কৰা কয়েদী মালীজন বৰ পাকৈত নহয়। এদিন সেই মালীজনে ক'লে— অধ্যক্ষৰ কোৱাৰ্টাৰত কাম কৰা বুধুৱা নামৰ কয়েদী মালীজনে ফুলনিৰ তদাৰকৰ কাম ভালকৈয়ে জানে। কেইদিনমানৰ কাৰণে যদি অলপ সময়ৰ বাবে তাক মই আনিব পাৰো, তেন্তে সি পুলিবোৰ ঠিক কৰি দিব পাৰিব।

মই মুখ্য প্ৰহৰীক কৈ অধ্যক্ষৰ ঘৰৰ বাগানত কাম কৰা মালী কয়েদী বুধুৱাক তিনি-চাৰিদিনমানৰ কাৰণে অনালো। সঁচাকৈয়ে বুধুৱাৰ ফুলৰ বিষয়ে বহুতো জ্ঞান আছে। প্ৰয়োজনীয় কথাৰ বাহিৰে সি বিশেষ কথা নকয়। ফুল গছৰ লগত লাগি থাকোঁতে দেখিলে অনুমান হয় সি যেন ফুলৰ লগত কথাহে পাতি আছে। কিছু দিনৰ পিছতেই গোলাপৰ ডালবোৰ কলিৰে সৈতে লহপহীয়া হৈ ওলাই আহিল।

সেই সময়ত মা' মোৰ কোৱাৰ্টাৰত কেইদিনমান থকাকৈ আহিছিল। মায়ে বৃদ্ধ মালী বুধুৱাৰ কামত মুগ্ধ হৈ এদিন মোক কৈছিল—

ঃ যিজন মানুহে কোমল আলফুলীয়া ফুলবোৰক মৰমেৰে লালন-পালন কৰি ডাঙৰ কৰিব পাৰে, সেইজনেনো মানুহ কেনেকৈ কাটিব পাৰে অ'?

মাৰ বুধুৱালৈ মৰম সোমাল। চাহ-জলপান খুৱাই তাক আপোন কৰি পেলালে। বন-শাক বুটলি থাকোঁতে এদিন মায়ে বুধুৱাক সুধিলে—

ঃ হয়নে বুধুৱা, তইনো সেই চাহাবজনক কাটিলি কেনেকৈ? তোকটো দেখিলে খং ৰাগ থকা যেন নালাগে?

কথা বেছিকৈ নোকোৱা বুধুৱাই কঁকালত কোব পৰা সাপৰ দৰে জিকাৰ খাই উঠিল। তাৰ পিছত কৰুণ ভাবেৰে মালৈ চালে। একো উত্তৰ নিদি মুখ ঘূৰাই আকৌ কামত লাগিল। মায়েও তাৰ মনৰ ভাব লক্ষ্য কৰি মনে মনে থাকিল আৰু ভিতৰলৈ গৈ চাহ আনি তাক দিলেহি। সি কাপটোত গিলাচৰ পৰা চাহকণ বাকি সোহা মাৰিলে।

'বুঢ়া মাই' বুলি মাৰ মুখলৈ চাই কিছু সময় মনে মনে বৈ থাকিল। তাৰ পিছত থোকা-থুকি মাতেৰে ক'লে—

ঃ এইবোৰ কথা তুমি নুসুধিবা। আগৰ কথাবোৰ মই পাহৰি পেলাইছো। সেইবোৰ কথা মনত পৰিলে মোৰ বুকু ফাটি যায় মাই।

জোৰকৈ বুধুৱাৰ মুখৰ পৰা তাৰ অতীত কাহিনীটো উলিয়াবলৈ মাৰ মন আছিল যদিও তাৰ গহীন, মলিন মুখখন দেখি পুনৰ সুধিবলৈ ইচ্ছা নকৰিলে।

মায়ে মনতে ভাবিলে— সি যদি তাৰ জীৱনৰ ঘটি যোৱা কথাবোৰ ক'বলৈ বেয়াই পাইছে, তেন্তেনো কিয় সোধো? মাৰ দৃঢ় বিশ্বাস যে এই নিৰ্জু প্ৰকৃতিৰ মানুহটোৱে নিজ হাতেৰে কেতিয়াও মানুহ কাটিব নোৱাৰে।

পিছদিনা আমাৰ ফুলনিত কৰিবলৈ বুধুৱাৰ বিশেষ কাম নাছিল যদিও সি কিন্তু সোনকালেই আমাৰ ঘৰলৈ আহিল। ৰাস্তাৰ পৰা গোবৰ বিচাৰি আনি ফুল গছবিলাকত দিবলৈ ধৰিলে। মায়ে তাক মাতি আনি কোনো কথা নুসুধি চাহ-জলপান খাবলৈ দিলে। কিছু সময়ৰ পিছত সি 'মাই-মাই' বুলি মাতিবলৈ ধৰিলে।

ঃ কি হ'ল অ' বুধুৱা?

ঃ খাবলৈ পানী দিয়াচোন।

মায়ে পানী দি ভিতৰলৈ যাব খোজোতেই সি আকৌ মাতিলে—

ঃ মাই, মোৰ কাম শেষ হ'ল।

ঃ তেনেহ'লে ভই যাগে।

ঃ নাই মাই, মই অলপ সময় বহিম। তুমিও বহাচোন। মোৰ অলপ কথা আছে।

মায়ে ভাবিলে— আজিনো ইয়াৰ কি হ'ল? নিবোকাটোৱে দেখোন মাতটোও ডাঙৰকৈ মাতিছে। মায়ে তালৈ ভালকৈয়ে নিৰীক্ষণ কৰিলে। মৰম লগা বুঢ়াটোৰ সৰু সৰু চকুকেইটা ৰঙা হৈ আছে। কিজানি সি ৰাতি শোৱাই নাই।

ঃ ক কি কথা আছে।

ঃ তুমি বহাচোন মাই।

মায়ো পাছফালৰ বাৰাণ্ডাৰ মূঢ়াটোতে বহিলত সি টপক কৰে মাৰ ভৰি চুই প্ৰণাম কৰিলে আৰু ভৰিৰ ওচৰতে লেপেটা কাঢ়ি বহিল।

ঃ মোৰ নিজা মাই সৰুতে মৰিল। মই মাইক দেখাকে নাপালো। তুমিয়েই

মোৰ মাই। মোৰ মাইক আজি মই দুখৰ কথা চব ক'ম। মই যি পাপ কৰিছিলো তোমাক কৈ পাপ নাইকিয়া কৰিম— এই বুলি সি তাৰ কথা ক'বলৈ আৰম্ভ কৰিলে।

ঃ তুমিতো কালি সুধিছিলা— চাহাবক মই কেনেকৈ কাটিলো? বহুত কথা ক'ব লাগিব। আজি মই চব কম।

মুখস্থ মতা সন্ধ ল'বাৰ দৰে বুধুৱাই কোৱা কথাখিনি এনে ধৰণৰ—

চুটি-চাপৰ, পোনপটীয়া প্ৰকৃতিৰ বামুণপন্থী বুধুৱাইতৰ পূৰ্বপুৰুষসকল হাজাৰিবাগৰ পৰা কেতিয়া কেনেকৈ 'আসাম দেশ' পালেহি সেইটো সি নাজানে আৰু কিমান দিনৰ পৰা চাহাবৰ বাগিচাত পুৰুষাণুক্ৰমে মালীৰ কাম কৰি আহিছে সেইটোও সি নাজানে। তাৰ নানা আৰু তাৰ বাপ চাহাবৰ বাগিচাত চাহাবৰ বাপৰ দিনৰ পৰাই যে কাম কৰি আহিছে সেইটো সি ভালকৈয়ে জানে।

চাহাবৰ বাপ অৰ্থাৎ বৰচাহাবৰ দিনত নানাকেই হেনো চাহাবৰ বঙলাৰ বাগিচাখন বনাইছিল। বাগানত নথকা বস্তু নাছিল। ফুলগছ, ফলগছ আনকি পুখুৰীত মাছো নানাকে জীয়াইছিল। নানাকক বৰচাহাবে খুব মৰম কৰিছিল। নানাক বুঢ়া হ'লত তাৰ বাপেকক নানাকে সকলো কাম চমজাই দিছিল। বাপেকেও বাগিচাখন যত্ন কৰি ৰাখিছিল।

নানাকে বাপেকক কৈছিল— 'মন লাগি কাম কৰিবি। চাহাবে ভাল পাব। চাহাবৰ ভালপোৱাতকৈ ডাঙৰ বস্তু আমাৰ কাৰণে একো নাই'। বুঢ়া হ'লত তাৰ বাপেকে দেহা খাটি কাম কৰিব নোৱৰাত বুধুৱাক বাগানৰ কাম চমজাই দিছিল আৰু একেই কথাকেই কৈছিল— 'মন লাগি কাম কৰিবি। চাহাবৰ মৰমতকৈ ডাঙৰ বস্তু একো নাই।'

বুধুৱাই অৱশ্যে অকল চাহাবৰ মৰমৰ কাৰণেই নহয়, গছ-গছনি, ফুল-ফলেৰে ভৰি থকা চাহাবৰ বাগানখন সকলোতকৈ আপোন বুলি ভাবিছিল। প্ৰতিজোপা গছগছনিকেই বুধুৱাই নিজৰ সন্তান বুলি ভাবিছিল। নানা-বাবাকে লগাই থৈ যোৱা ডাঙৰ ডাঙৰ গছ কেইজোপা যেনে আম, কঁঠাল, জামু, লিচু আদি গছক নিজৰ নানা-বাবাক বুলি ভাবিছিল। মাজে মাজে সি হেনো গছবোৰৰ লগত কথাও পাতিছিল। মূৰ দুপিয়াই গছবিলাকে তাৰ কথাৰ যেন উত্তৰ দিছিল।

বুধুৱাৰ নাতিনী ছোৱালীটো যেতিয়া সৰু আছিল, তাই কেতিয়াবা তাৰ লগত কামজাৰিলে আহিলে সি গছকেইজোপাৰ তলতে থৈ গছকেই ৰখীয়া পাতি

কামত লাগিছিল। নাতিনীজনীয়ে হাঁহি কান্দি তাতেই উমলি-জামলি আছিল। ক্ষন্তেক বৈ বুধুৱাই এটা হুমুনিয়াহ কাঢ়ি আকৌ ক'বলৈ ধৰিলে।

মা-বাপ নাইকিয়া নাতিনীজনী লাহে লাহে ডাঙৰ হ'ল। স্কুলতো তাইক নাম লিখাই দিলে। তাই বাবু-চাহাবৰ ল'ৰা-ছোৱালীৰ দৰে দেখিবলৈ চকু লগা আছিল।

চাহাবৰ চাং-বঙলাটো দুই-তিনি বিঘা মাটি জুৰি আছিল। সন্মুখৰ লনখন ডাঙৰ আৰু সামান্য এঢলীয়া, মাজে মাজে থকা ফুলনিবিলাকত ফুলবোৰ ফুলি জকমকাই থাকে। প্ৰকাণ্ড গেটখন খুলিলেই বৰ সুন্দৰ দেখায়।

আটাইকেইজন চাহাবতকৈ ছোট চাহাব বেছি চৌখিন আছিল। ৰাতিপুৱা শুই উঠিয়েই ফুলনিখনত ফুৰাটো তেওঁৰ অভ্যাস আছিল। কেতিয়াবা ফুলৰ কিবা বিজুতি দেখিলে বুধুৱাক দুই-এটা কথাৰে উপদেশ দিছিল। সেইবুলি বেছি কথা নকৈছিল আৰু সিওঁ বেছি কথা সুধিব লগা নহৈছিল। বঙলাৰ কোনটো ৰুমত কোন সময়ত কি বাৰত কি ফুল সজাব লাগিব বুধুৱাই জানিছিল। ডাঙৰ চাহাব বৰ খোলা প্ৰকৃতিৰ মানুহ আছিল। তেওঁ জীয়াই থাকোঁতে বুধুৱাৰ লগত প্ৰায়েই হাঁহি হাঁহি ফুলৰ বিষয়ে বহুত কথা পাতিছিল। মানুহজন দেৱতাৰ দৰে আছিল। বুধুৱাৰ বৰ ভাল লাগিছিল।

বৰচাহাবৰ দিনত বঙলাত ডাঙৰ ডাঙৰ পূজা-পাতলো হৈছিল। বাগানত হোৱা বাৰ্ষিক দুৰ্গাপূজাৰ কেইদিন বৰচাহাবে অন্য কাম বাদ দি পূজাতে লাগি আছিল। ছোটচাহাবৰ কিন্তু এইবোৰৰ প্ৰতি মন নাছিল। বঙলাত তেওঁ কোনো দিনেই গোসাঁনীক সেৱা কৰা দেখা নাছিল।

সেইকেইদিন ছোটচাহাবে বঙলাত বিলাতী পাৰ্টী দি বেছিকৈ ৰং-ৰহইচ কৰিছিল। এই পাৰ্টীলৈ দেশী-বিদেশী মেম চাহাবসকলৰ উপৰি বহুতো 'চুকৰীৰ' আমদানি হৈছিল। বঙলাৰ ভিতৰত চাহাবে কি কৰিছিল সেইটো কথা সি কোনো দিনেই চোৱা নাছিল। মদ আৰু মাইকী লৈ চাহাবে ফূৰ্তি কৰাৰ কথা আনে জনাৰ দৰে সিও জানিছিল। মাজে মাজে এইবোৰ দেখি-শুনি চাহাবৰ প্ৰতি তাৰ মনটো বেয়া হৈছিল যদিও বৰচাহাবৰ কথা ভাবি আৰু নানা-বাবাৰ কথা মনত পৰি এই কথাবোৰত মন-কাণ দিয়া নাছিল, যদিও মাজে মাজে বঙলালৈ অনা ছোৱালীবিলাকৰ হাঁহি আৰু কান্দোন শুনি তাৰ মনটোত খেলিমেলি লাগি গৈছিল।

বুধুৱাই সেইবোৰ আওকাণ কৰি তেনেকুৱা মুহূৰ্তত ঘৰলৈ গুচি গৈছিল।

বুধুৱাইঁতৰ উপাস্য দেৱতা 'সুৰুয নাৰায়ণ'ক সদায় প্ৰণাম কৰি ছোটচাহাবক বৰচাহাবৰ নিচিনা কৰিবলৈ খাটিছিল। ফাগুন-চ'তমহীয়া পতা সূৰ্যাহী পূজাত সি নিৰবে চাহাবৰ হৈ প্ৰাৰ্থনা কৰিছিল। চাহাবৰ কিন্তু কোনো পৰিৱৰ্তন সি দেখা পোৱা নাছিল।

এদিন হঠাৎ ভাবিব নোৱাৰা ঘটনা এটা বুধুৱাৰ জীৱনত ঘটিল। বুধুৱা পাগলৰ দৰে হ'ল। দুৰ্গাপূজাৰ এমাহমানৰ আগতে হঠাৎ এদিন বুধবাৰে নাতিনীয়েক ফুলমণি নাইকিয়া হ'ল। সেই সময়ত তাই বাৰ তেৰ বছৰীয়া হৈছিল। বুধুৱা আৰু ঘৈণীয়েকৰ তাইৰ বাহিৰে আপোন বুলিবলৈ কোনো নাছিল। ফুলমণিতে দুয়োৰে ধাতুটো, তাইৰ মৰমৰ বান্ধোনতেই দুয়ো জীয়াই আছিল।

ফুলমণি সৰু থাকোঁতেই মাক-বাপেক হালেই বাছ দুৰ্ঘটনাত ঢুকাইছিল। সেই দিন ধৰি ফুলমণি নানা-নানীয়েকৰ লগতে ডাঙৰ দীঘল হৈছিল। পঢ়া-শুনাতো তাই ভাল। গানো গাব জানিছিল— মাতটো বৰ ভাল আছিল। কেতিয়াবা বুধুৱা আৰু ঘৈণীয়েকৰ মন বেয়া লাগিলে বা খোতা-মোজা লাগিলে তাই খিলখিলকৈ হাঁহি জোকাইছিল— 'জনকপুৰৰ জানকীয়ে মিচিক-মাচাক হাঁহে, ৰতনপুৰৰ বুধুৱাই আজি নানীৰ ফালে আহে.........।'

পুতেক-বোৱাৰীয়েকৰ মৃত্যুৰ শোক বুধুৱা আৰু ঘৈণীয়েকে তাইৰ মুখলৈ চাই পাহৰিবলৈ যত্ন কৰিছিল। সিহঁতে ভাবিছিল— ফুলমণিক বহুত 'ডাঙৰ মানুহ' বনাব। কিন্তু সিহঁতৰ মনৰ আশা চুড়মাৰ হ'ল। পাগলৰ দৰে দুয়ো ফুলমণিক বিচৰাত লাগিল। প্ৰথম অৱস্থাত দুয়োজনে কিবা হিচাপত হাতীচেং বাগানত থকা মোমায়েকৰ ঘৰলৈ কেনেবাকৈ গ'ল বুলি ভাবিছিল। কিন্তু নাই, মোমায়কহঁতেও ফুলমণিক বিচাৰিবলৈ বাকী ৰখা নাছিল। চুকে-কোণে সকলোতে বিচাৰিও ফুলমণিক পোৱা নগ'ল। ফুলমণি সঁচাকৈয়ে নাইকিয়া হ'ল।

বুধুৱা আৰু ঘৈণীয়েকে সিহঁতৰ 'ঝুপা' উঠা বা দেওধনী লগা পুৰোহিতৰ ওচৰলৈ শনিবাৰৰ দিনা পুৱাৰে পৰা ব্ৰত ধৰি, গোবৰ মাটিৰে ঘৰ-দুৱাৰ লিপা-পোচা কৰি মঙল ছোৱাবলৈ গ'ল। এই ঝুপা পুৰোহিতে কাৰোবাৰ গাত দেও ভূত লাগিলে, ডাক্তৰে ধৰিব নোৱৰা বেমাৰ-আজাৰ হ'লে, বয়-বস্তু, গৰু-ছাগলী হেৰালে বা অন্য কিবা দোষ-ক্ৰটী হ'লে ঝুপা লগা সময়ত ভাবে-ভক্তিৰে সুধিলে সকলো ক'ব পাৰে। বিপদ আপদত বৰ সহায় হয়!

ভয়ে-ভক্তিৰে হাতযোৰ কৰি কঁপি কঁপি থকা বুধুৱা আৰু ঘৈণীয়েকৰ ফালে দেও লগা পুৰোহিতে জ্বলন্ত অগ্নি যেন চকু দুটাৰে অকণমান সময় ট-

টকে চালে আৰু মুখৰ ভিতৰতে ভোৰভোৰাই নিজৰ শৰীৰত হাতত থকা বেতডালেৰে কেইকোবমান দি ক'লে— দক্ষিণ দিশত ছোৱালীটি নাইকিয়া হৈছে। নাখাই-নবৈ শ্মশানত গৈ যদি পূৰ্বপুৰুষক পূজা দিয়, তেন্তে ছোৱালীটোৰ খবৰ পাবি।

সেইদিন ধৰি বুঢ়ীয়ে খোৱা-বোৱা এৰি শ্মশানত সদায়েই পূজা দিবলৈ ধৰিলে। প্ৰথম অৱস্থাত বুধুৱায়ো পূজা দিবলৈ গৈছিল। একো ফল নধৰাত পাছলৈ গৈ সি হতাশ হৈ শ্মশানলৈ যাবলৈ এৰি দিলে। কিন্তু ঘৈণীয়েকক শ্মশানৰ পৰা ঘৰলৈ আনিব নোৱাৰা হ'ল। শোৱা-খোৱা বাদ দি তাতেই থাকিবলৈ ল'লে। তায়ো যেন ভূত হৈ গ'ল।

ছোৱালীজনী হেৰোৱাৰ পিছদিনা বুধুৱাই কথাটো চাহাবক ক'বলৈ বঙলালৈ আহিছিল। কিন্তু সেই সময়ত বঙলাত চাহাব নাছিল। পোন্ধৰ-বিশ দিনমানৰ কাৰণে চাহাব কলিকতালৈ গৈছিল। বুধুৱা একেবাৰে অসহায় হৈ পৰিল। কামত মন নবহা হ'ল। চাহাবৰ বাগিচাখনো অ-যত্নত ম্লান পৰি যাবলৈ ধৰিলে।

পোন্ধৰ দিনমানৰ পিছত মনোজ বৰুৱা এদিন কলিকতাৰ পৰা বাগিচালৈ ঘূৰি আহিল। বঙলাৰ কম্পাউণ্ডৰ ভিতৰত সোমায়েই ফুলৰ বাগিচাখনত চকু পৰিল। মোচকোছা থিয় হ'ল, পাইপডাল উলিয়াই ওঁঠত লগাই লাইটাৰেৰে জুই সংযোগ কৰি চিকাৰী মেকুৰীৰ নিচিনাকৈ তন্ন তন্নকৈ বাগানখন নিৰীক্ষণ কৰিলে। খণ্ডত অগ্নিশৰ্মা হ'ল। গুৰু-গম্ভীৰ মাতেৰে 'বুধুৱা' বুলি চিঞৰিলে। চাকৰ বাকৰ, ৰান্ধনী যেয়ে য'ত যেনেকৈ আছিল চাহাবৰ চিঞৰ শুনি থৰ-কাছুটি এৰি দৌৰি আহিল। চাহাবৰ মুখখনলৈ চাই ভয়ত সকলো পেপুৱা লাগিল। কঠিন মাতেৰে চাহাবে সুধিলে—

ঃ বুধুৱা ক'ত?

সকলো নিমাতে থকা দেখি চিঞৰি সুধিলে—

ঃ বুধুৱা ক'ত গ'ল?

বাবুৰ্চিটোৱে সেপ ঢুকি ক'লে—

ঃ কেইদিনমানৰ আগৰে পৰা বুধুৱাই কামলৈ মাজে মাজেহে আহে। সদায় নাহে।

কথা শুনি চাহাব খণ্ডত ফাটি পৰিল। কিয় অহা নাই, কেলৈ অহা নাই— এইবোৰ প্ৰশ্ন সিহঁতক নুসুধি জগু আৰু মোহনক চাবুকডাল আনিবলৈ ক'লে

আৰু সিহঁতক বুধুৱা য'তেই যেনেকৈ আছে এইমুহূৰ্তত ধৰি আনি তেওঁৰ ওচৰত হাজিৰ কৰাবলৈ হুকুম দিলে।

জগুৱে আনি দিয়া হাণ্টাৰডাল হাতত খামোচ মাৰি ধৰি চেটেপ্ চেটেপকৈ মাটিত কোবাই চাহাব চাং-বঙলালৈ সোমাই গ'ল।

চাবুকডাল বেলকনিত থৈ ভিতৰ সোমাই কিছু সময়ৰ পিছত ফ্ৰেছ হৈ বেলকনিলৈ আহি সচৰাচৰ বহি থকা নিজৰ হেলনীয়া আৰামী চকীখনত বহিলহি। নুমাই যোৱা পাইপডাল জ্বলাই ল'লে।

এনেতে জগু আৰু মোহনে বলিৰ পঠা ধৰি অনা দি চাহাবৰ সন্মুখত অৰ্থাৎ বেলকনিৰ তলত বুধুৱাক হাজিৰ কৰালে। কঠোৰ দৃষ্টিৰে চাহাবে বুধুৱালৈ চালে আৰু সুধিলে—

ঃ বাগানৰ অৱস্থা কিয় এনে হ'ল? মোক নোসোধাকৈ তই কিয় কাম খাটি কৰিছিলি?

বুধুৱাই মাটিত পৰি কৰযোৰ কৰি কান্দিবলৈ ধৰিলে।

ঃ চুপ!

চাহাব গৰজি উঠিল। চকীখনৰ পৰা থিয় হৈ চাবুকডাল হাতত ল'লে। বুধুৱাই কান্দোনেৰে চিঞৰি চিঞৰি ক'লে—

ঃ মোক খং কৰাৰ আগতে মোৰ কথাখিনি শুনি লওক চাহাব। মোৰ নাতিনী ফুলমণি হেৰাল। আপুনি কলিকতালৈ যোৱাৰ আগদিনাখনেই তাই নাইকিয়া হ'ল। আমি হাবাথুৰি খাই গোটেইখন বিচাৰি ফুৰিছোঁ। মাইকীটো নাখাই-নবৈ পাগল হৈ গ'ল। তাই ঘৰ এৰি এতিয়া শ্মশানত থাকে। আমাক কিবা এটা সহায় কৰক।

চাহাবে স্থিৰ হৈ তাৰ কথাখিনি শুনিলে যদিও মনৰ কিবা পৰিবৰ্তন হ'ল বুলি ধৰিব পৰা নগ'ল।

ঃ কাম নকৰি ঘূৰি ফুৰিলে তোৰ ছোকৰীটো ঘূৰি আহিব নেকি? পাব লগীয়া থাকিলে এনেয়ে পাবি। বিচাৰিবলগীয়া হ'লে মই বিচাৰিম। সেইটো মোৰ কাম। তোৰ কাম হ'ল বাগানত কাম কৰা। যা— কামত মন লগা।

বুধুৱাই চাহাবৰ কথাবোৰ শুনি কিবা এটা যেন সকাহ পালে। সি কামত লাগিল। চাকৰ-বাকৰ সকলো আচৰিত হ'ল।

মনোজ বৰুৱাই কাৰোবাক কোবাম বুলি চাবুকডাল হাতত ল'লে পিঠি

নফলালৈকে শান্ত নহৈছিল। কিন্তু বুধুৱাক একো নকৰা দেখি সকলো আচৰিত হৈছিল। নুমাই যোৱা পাইপডালত আকৌ জুই সংযোগ কৰি বেলকনিৰ ওপৰতেই ইফালে-সিফালে ঘূৰি কিবা এটা চিন্তা কৰা দেখা গ'ল।

কঠোৰ অন্তৰৰ মানুহজনৰ কোনোবাখিনিৰ কোমল অংশত হয়তো বুধুৱাৰ দুৰৱস্থাই খুন্দিয়াইছিল। চাবুকডাল লৈ খৰখোজেৰে বঙলাৰ ভিতৰলৈ সোমাই গ'ল। জগুকো মাতি নিলে। জগুৰ লগত কি কথা হ'ল বুজা নগ'ল, কিন্তু চাবুকডালেৰে কোবাই জগুৰ পিঠি চিৰাচিৰ কৰি পেলালে।

কাৰণটো বিচাৰি নেপাই চাকৰ-বাকৰ সকলো আচৰিত হ'ল।

জগুৱে মাৰ খাই ওচৰৰে ৰঙাজান বাগানৰ নাৰ্ছ বিনীৰ ঘৰত কেঁকাই-গেথাই উপস্থিত হ'লগৈ। বিনীৰ লগত জগুৰ আগৰে পৰা সম্ভাৱ আছে। তাই জগুহঁতৰ বাগানৰে ছোৱালী আছিল। মনোজ বৰুৱাৰ অত্যাচাৰৰ পৰা হাত সাৰিবৰ কাৰণে মাক বাপেকে আগতীয়াকৈ মোমায়েকৰ ঘৰত ৰাখিছিল। মোমায়েকে তাইক পঢ়ুৱাই শুনোৱাই নাৰ্ছৰ চাকৰিত সুমুৱাই দি বাগিচাতে ৰাখি থ'লে। বিনীৰ সৰুৰে পৰাই জগুৰ লগত ভাল ভাব আছিল যদিও জগুৰ কু-কৰ্মৰ সমৰ্থন কোনো দিনে জনোৱা নাছিল। সেয়ে জগুৱে তাইক বিয়া কৰাবলৈ বিচাৰিছিল যদিও তাই সম্মতি প্ৰকাশ কৰা নাছিল।

বিনীয়ে জগুৰ ক্ষত-বিক্ষত দেহটোৰ অৱস্থা দেখি মনত বৰ দুখ পালে।

জগুৱে পকেটত লৈ যোৱা মদৰ বটলটো উলিয়াই কাকটো খুলি ঘোটঘোটকৈ মদখিনি পি ল'লে। কাপোৰ-কানি খুলি বিছনাত বেংটো পৰা দি পৰিল। বিনীয়ে শিয়ঁৰি জিভা মেলি দিলে।

জগুৱে বিষত থাকিব নোৱাৰি চটফটাই মনোজ বৰুৱাক গালি পৰাত লাগিল আৰু চাহাবৰ বিৰুদ্ধে বহুতো নক'বলগীয়া কথা কৈ পেলালে।

নক'বলগীয়া কথাৰ মাজত বিনীয়ে আচল কথাটো শুনি বিচুৰ্তি খালে। মনোজ বৰুৱা আৰু জগুহঁতৰ নিষ্ঠুৰতাৰ সীমাযে এনেকৈয়ে চেৰাই যাব— তাই ভাবিব পৰা নাছিল। তাইৰ মনত জগুৰ ওপৰতে সকলো ক্ৰোধ আৰু বিতৃষ্ণা আহি থুপ খালে। চিকিৎসা কৰিবলৈ এৰি জগুক তাই ঘৰৰ পৰা বাহিৰ ওলাই যাবলৈ ক'লে আৰু কোনো দিনেই তাৰ মুখ নাচাওঁ বুলি ক'লে। জগুৱে যিমানেই তাইক শান্ত কৰাবলৈ, নিজক নিৰ্দোষী বুলি প্ৰমাণ কৰিবলৈ বিচাৰিলে, সিমানেই তাই খঙত ফাটি পৰিল।

ইমান এটা নিষ্ঠুৰ নিৰ্দয় কথা শুনিবলৈ পোৱাৰ আগতেই তাই মৰি থকাই ভাল আছিল বুলি চিঞৰি চিঞৰি ক'লে আৰু জগুক উলিয়াই দি দৰ্জাখন জপাই ভিতৰত কান্দিবলৈ ধৰিলে।

ফুলুমণি যদিও বিনীৰ একো আপোন নাছিল তথাপি বিনীয়ে তাইক লগ পালেই নিজৰ ভনীয়েকতকৈ বেছি মৰম কৰিছিল। সেই জনী ফুলমণি পাশৱিকতাৰ বলি হ'বলগীয়া হ'ল। সেইটো তাই সহ্য কৰিব নোৱৰা হ'ল।

ঘটনাটো লাহে লাহে অহুকাণে-পহুকাণে বিয়পি পৰিল। অৱশ্যে, মনোজ বৰুৱাৰ ভয়ত মানুহবোৰে মুখ মেলিবলৈ সাহস নকৰিলে। কথাটো বুধুৱাৰ কাণত পৰিলগৈ। প্ৰথমতে বুধুৱাই কথাটো বিশ্বাস কৰিবলৈ টান পালে। কাৰণ চাহাবক বুধুৱাই নিজৰ প্ৰাণতকৈয়ো আপোন বুলি ভাবিছিল। গতিকে এনে জঘন্য কাৰ্য চাহাবৰ দ্বাৰা হোৱা বুলি সি ভাবিবই নোৱাৰে। সি নিজৰ কাণকে বিশ্বাস নকৰিলে। পৰুৱাই পোৱা মানুহৰ দৰে সি ঘূৰি ফুৰিলে। সত্যতা বিচাৰি আক-তাক সুধি ফুৰিবলৈ ধৰিলে। বুধুৱাই জগুক বিচাৰি গ'ল। কিন্তু জগুক কতো বিচাৰি নাপালে। সি হেনো সেই ঠাই এৰি চিৰদিনৰ কাৰণে ক'ৰবালৈ গুচি গৈছে।

বুধুৱাই জগুক নাপাই মোহনক বিচাৰি উলিয়াই তাক পূৰ্বপুৰুষৰ শপতদি ঘটনাটো সুধিলে। মোহন প্ৰথমতে হতভম্ভ হ'ল। ইতিমধ্যে সি চাহাবৰ কু-কৰ্মৰ সংগী হৈ নিজৰ জ্ঞাতিসকলৰ অনিষ্ট কৰাত অনুশোচনা আহিছিল। জগুৰ দুৰৱস্থাত চাহাবৰ প্ৰতি তাৰ ঘৃণাই চূড়ান্ত ৰূপ লৈছিল। বুধুৱাক সি আচল ঘটনাটো বিৱৰি ক'লে।

পূজাৰ এমাহমানৰ আগতে কোনোবা এটা দেওবাৰে চাহাবৰ বঙলাত আহি দুজন কলিকতীয়া বন্ধু উপস্থিত হ'ল। চাহাবৰ লগত বন্ধু দুজনৰ ব্যৱসায়িক সম্বন্ধ। চাহাবৰ বঙলাত দুয়ো বন্ধুৱে চাহাবৰ সৈতে বিয়েৰ, হুইস্কি খাই মচগুল হৈ আনন্দ উপভোগ কৰিবলৈ লাগিল। ঠিক সন্ধিয়াৰ পৰত চাহাবৰ ৰুমলৈ জগুৰ ডাক পৰিল।

জগু উপস্থিত হ'লত মদৰ নিচাত মচগুল হৈ থকা চাহাবে সোনকালেই এজনী ছোৱালী আনিবলৈ হুকুম দিলে। নিচেই কম সময়ৰ ভিতৰত হাজিৰ কৰাব নোৱাৰিলে জগুক কঠোৰ শাস্তিৰ হমকি দিলে। জগুৱে তৰা-নৰা ছিঙি মোহনক জীপখনত উঠাই ছোৱালী বিচাৰিবলৈ ধৰিলে। অলিয়ে-গলিয়ে, বাগান-বস্তি আদিতো ছোৱালী বিচাৰি নাপাই আনকি চিনামৰাৰ 'ফোৰটি ছিক্সলৈকো' গল। কিন্তু যি কাৰণেতেই নহওঁক, ক'তো এজনী ছোৱালী বিচাৰি নাপাই জগু-মোহনৰ অন্তৰাত্মা কঁপি উঠিল।

কিংকৰ্তব্যবিমূঢ় হৈ বিফল মনেৰে ঘৰ অভিমুখে আহি থাকোতে দেওবৰীয়া হাটৰ পৰা অকলশৰে আহি থকা বুধুৱাৰ নাতিনীয়েক ফুলমণিক দেখা পালে। কোনো কথা চিন্তা নকৰি জগুৱে ফুলমণিক জীপত উঠাই ঘৰত নমাই দিম বুলি কৈ চাহাবৰ বঙলা পোৱালেগৈ।

তিনিও বন্ধুৱে চাহাবৰ কোঠাত সেই সময়ত ৰেকৰ্ড-প্লেয়াৰৰ উচাংগ সংগীতৰ তালে-তালে-নৃত্য কৰি আনন্দ উপভোগ কৰি আছিল। কম বয়সীয়া ফুলমণিক পাই হিতাহিত জ্ঞান হেৰুৱাই তিনিও বন্ধুৱে ফুলমণিক শগুণে মৰাশ থপিয়াদি টনা-আজোঁৰা কৰাত ব্যস্ত হ'ল। গোটেই ৰাতি ধৰি ফুলমণিৰ ওপৰত পাশৱিক অত্যাচাৰ চলিল। কুমলীয়া ফুলমণিয়ে সহ্য কৰিব নোৱাৰি মৃত্যুবৰণ কৰিলে।

হঠাৎ তিনিও বন্ধুৰ হুঁচ আহিল। মনোজ বৰুৱা বিমোৰ আৰু হতভম্ব হ'ল। নিচাত মত্ত হৈ থাকোতে এনেকুৱা এটা ঘটনা ঘটিব বুলি ভাবিব পৰা নাছিল। কু-কৰ্মৰ অস্ত্ৰ জগু মোহনৰ আকৌ ডাক পৰিল। কলিকতীয়া দুই বন্ধুৱে বহুত টকাৰ প্ৰলোভন দি ফুলমণিৰ লাচটো নি কোনোবা গোপন ঠাইত পুতি থ'বলৈ ক'লে। অন্যথাই সিহঁতৰ জীৱন পৰ্যন্ত হানি হ'ব বুলিও ভাবুকি দিলে।

জগু-মোহনেও উপায় বিচাৰি নাপাই ফুলমণিক নি শ্মশানৰ কাষৰ জংঘলত গাঁত খান্দি পুতি থ'লে। পিছদিনা পুৱাই চাহাবে দুই বন্ধুৰ সৈতে কলিকতালৈ উৰা মাৰিলে। মোহনৰ মুখৰ পৰা কথাখিনি শুনি বুধুৱা ব্ৰহ্মতালুত কোব পৰা মানুহৰ দৰে মাটিত বহি পৰিল। কিছু সময়ৰ পিছত সি লাহে লাহে থিয় হ'ল আৰু ঢলং পলংকৈ মদ খোৱা মানুহৰ দৰে মোহনৰ ঘৰৰ পৰা ওলাই আহিল।

তেতিয়া সন্ধ্যা লাগিছিল। চাহাবৰ বঙলাৰ পৰা তাৰ কোৰখন কান্ধত লৈ মোহনে কোৱা জংঘলৰ নিৰ্দিষ্ট ঠাইটুকুৰা খান্দি ফুলমণিৰ জঁকাটো উলিয়ালে। বুধুৱাৰ অন্তৰত প্ৰচণ্ড ঘূৰ্ণী বতাহে তোলপাৰ লগালে। চকুত চকু-পানী নোলোৱা হ'ল। ফুলমণিক ডাংকোলা কৰি সৰুতে লৈ ফুৰাৰ দৰে বুকুত সাবটি ল'লে। লাহে লাহে এখোজ-দুখোজকৈ আগবাঢ়ি শ্মশানত বহি থকা ঘৈণীয়েকৰ ওচৰ পালেগৈ।

বুধুৱাৰ ঘৈণীয়েকৰ অৱস্থা তেতিয়া নৰকঙ্কাল-সদৃশ চাবি দিয়া পুতলাৰ নিচিনা। ফুলমণিক কোলাত লৈ মৰম কৰিবলৈ যেন ৰৈহে আছে। বুধুৱাই মুখেৰে এক নামাতি ঘৈণীয়েকৰ কোলাত ফুলমণিক শুৱাই দিলে। ঘৈণীয়েকে ফুলমণিক পাই আনন্দত আত্মহাৰা হৈ ফুলমণিৰ কংকালটোক চুমা খাই হাঁহিবলৈ ধৰিলে

আৰু মুখেৰে বিৰবিৰকৈ কিবা ৰলকিবলৈ ধৰিলে। হাঁহি হাঁহি মানুহজনীয়ে ফুলমণিক কোলাত লৈ থাকোঁতেই লাহে লাহে অচেতন হৈ পৰিল আৰু প্ৰাণ বায়ু ওলাই গ'ল।

বুধুৱা কিন্তু নিৰ্বিকাৰ। ঘণ্টাৰ পিছত ঘণ্টা সি একে জেগাত বহি থাকিল। ৰাতিপুৱা বাগানৰ জ্ঞাতিসকল আহি শৱ দুটা সিহঁতৰ প্ৰথা মতে সৎকাৰ কৰিলে।

মনোজ বৰুৱাই অৱশ্যে সৎকাৰ আৰু কাজ-কৰ্মৰ কাৰণে যিখিনি সহায় কৰিব লাগে মুক্ত হস্তে কৰিছিল।

বুধুৱাৰ বহুত পৰিবৰ্তন হ'ল। সি আৰু আগৰ বুধুৱা হৈ নাথাকিল। কামতো মন কাণ নিদিয়া হ'ল। ক'ত থাকে ক'ত খায় একো ঠিকনা নাইকিয়া হ'ল। মনোজ বৰুৱাই অৱশ্যে বুধুৱাক একো নোকোৱা হ'ল।

কেইদিনমান মনোজ বৰুৱা বাগানত নাছিল। নিজৰ সহধৰ্মিনী আৰু ল'ৰা-ছোৱালীকেইটাৰ ওচৰলৈ দাৰ্জিলিঙলৈ গৈছিল।

মনোজ বৰুৱা পুজাৰ দুদিনৰ আগতে বঙলালৈ ঘূৰি আহি বাগিচাখন দেখি অভিভূত হৈ পৰিল। ফুল-ফল, গছ-লতাবিলাকে যেন আকৌ সাৰপাই উঠিছে। বুধুৱাক বাগানত সকলো সময়তে কাম কৰি থকা দেখা গ'ল।

গহীন-গম্ভীৰভাৱে পাইপডাল মুখত লৈ মনোজ বৰুৱাই স-প্ৰশংস দৃষ্টিৰে এক মুহূৰ্ত বুধুৱালৈ চালে। তাৰ পিছত লাহে লাহে চৌখিন খোজেৰে মানুহজন বঙলাৰ ভিতৰলৈ সোমাই গ'ল। ঘূৰি পকি বঙলাটো চালে। তাৰ পিছত আহি বেলকনীত থিয় হৈ বাগিচাৰ চাৰিওফালে চকু ফুৰালে, আকৌ বুধুৱাৰ ওপৰত চকু ৰাখি চাই থাকিল। তেওঁ কি ভাবিছিল বুজা টান। কিছু সময়ৰ পিছত চাকৰ এটা পঠিয়াই বাগানৰ এচুকত কাম কৰি থকা বুধুৱাক মতাই আনিলে।

বুধুৱা আহি বেলকনীৰ তলত চাহাবৰ মুখলৈ নোচোৱাকৈ তলফালে মূৰ কৰি থিয় হ'ল। চাহাবে তালৈ চাই যত সম্ভৱ কোমলকৈ কোনো দিনেই নোকোৱা কথাষাৰ ক'লে—-

ঃবাগিচাখন মোৰ খুব ভাল লাগিছে। নতুনকৈ অনা ফুলবিলাকো ফুলিছে। বেলকনীৰ ওপৰৰ টাবকেইটাও চাফা কৰি দিবি।

ইমান কোমল সুৰত ইমানখিনি কথা একেলগে বুধুৱাই চাহাবৰ পৰা জীৱনত প্ৰথম শুনিলে। বুধুৱাই তললৈ মূৰ কৰিয়েই থাকিল। ভঁ-আ একো শব্দ উচ্চাৰণ নকৰিলে। চাহাবে কিছু সময় তালৈ চাই থাকি ৰুমৰ ভিতৰলৈ সোমাই গ'ল।

দুৰ্গা পূজা চলি আছিল যদিও বুধুৱাই এদিনো পূজা-মণ্ডপলৈ যোৱা নাছিল। মাথোন চাহাবৰ বাগানতেই কাম কৰি আছিল। হঠাৎ কিবা এটা মনত পৰাৰ নিচিনাকৈ সন্ধিয়াৰ সময়ত বুধুৱাই কাম সামৰি পূজা মণ্ডপলৈ আহিল। সেইদিনা আছিল নৱমী পূজা। ধূপ-ধুনাৰ ধুঁৱলি-কুঁৱলী পৰিৱেশত শংখ, ঘণ্টা ডবাৰ শব্দ আৰু আৰতিৰ নৃত্যই পূজা মণ্ডপৰ চৌপাশৰ ভক্তগণক আচ্ছন্ন কৰি তুলিছিল। সকলোৱে ভক্তিত গদ-গদ হৈ শক্তিৰ অধিষ্ঠাত্ৰী দেৱী ত্ৰিনয়নী মহামায়া দুৰ্গাক স্তুতি নতি প্ৰণিপাতেৰে কৃপাভিক্ষা মাগিছিল। বুধুৱাই মানুহৰ ভিৰ ফালি দেৱীৰ ওচৰলৈ আগবাঢ়ি গৈ দীঘলীয়াকৈ বুকুখন ভূমিত স্পৰ্শ কৰি অষ্টাঙ্গে দেৱীক সেৱা জনালে; পিছত থিয় হৈ পুৰোহিতৰ পৰা সেন্দুৰৰ ফোঁট লৈ কপালখন ৰঙাই তুলিলে আৰু লাহে লাহে প্ৰতিমাখনত চকু ফুৰালে।

প্ৰতিমাখনৰ সকলো দেৱ-দেৱীৰ ওপৰত চকু ফুৰাই বুধুৱাৰ মহিষাসুৰৰ ওপৰত দৃষ্টি নিবদ্ধ হ'ল। বহু সময় চাই থাকি ভাবিবলৈ ধৰিলে— মহিষাসুৰৰ অত্যাচাৰ নিঃশেষ কৰিবলৈকে মহামায়া দেৱী দুৰ্গাৰ আৰ্বিভাৱ হৈছিল। অপশক্তিৰ প্ৰতিভূ মহিষাসুৰক নিধন কৰি সকলোকে শান্তি দান কৰাই দেৱীৰ উদ্দেশ্য আছিল। হঠাৎ বুধুৱাৰ মন আকাশত চাহাবৰ মুখখন জিলিকি উঠিল। দৈত্যটোৰ মুখখন তাত মিলি গ'ল। বুধুৱা জিকাৰ খাই উঠিল। তাৰ পিছত বিৰবিৰকৈ দেৱীক কিবা কৈ বেগাবেগিকৈ পূজা মণ্ডপৰ পৰা ওলাই গ'ল।

পিছদিনা দশমী তিথি। শুক্ৰবাৰ। দেৱীক আজি বিসৰ্জন দিব। বুধুৱাহঁতৰ ঘাটোৱাৰ সম্প্ৰদায়ৰ এটা ঠেঙুলিৰ লোকসকলে শুকুৰবাৰৰ দিনটো মাঙ্গলিক দিন হিচাপে পালন কৰে। সেই দিনা তেওঁলোকে মাছ-মাংস নাখাইছিল, জীৱ-জন্তু হত্যা নকৰিছিল, আনকি তেজ পৰ্যন্ত দেখাটো মহাপাপ বুলি ধৰিছিল। গতিকে সেইদিনা নিৰামিষ খাইছিল বা কোনো-কোনোৱে লঘোণে দিছিল।

বুধুৱা সেইদিনা সম্পূৰ্ণ লঘোণে আছিল। ৰাতিপুৱাই খুব সোনকালে উঠি সি চাহাবৰ বঙলালৈ আহি বঙলাৰ ৰূমে ৰূমে ফুলবোৰ ধুনীয়াকৈ সজাবলৈ ধৰিলে। শেষত বৰ চাহাবে আটাইতকৈ ভাল পোৱা ফুলবোৰ গোটাই ড্ৰইং ৰূমত সজাই থোৱা বৰ চাহাবৰ প্ৰকাণ্ড অয়ল পেইণ্টিংখনৰ বেদীত ফুলবোৰ সিঁচি দিলে। আঁঠু কাঢ়ি বহি হাতযোৰ কৰি বৰ চাহাবক কিবা কিবি কথা ক'লে। তেনেতে মনোজ বৰুৱা ওলাই আহি বুধুৱাক দেখি তভক মাৰি কিছু সময় কিবা চিন্তা কৰিলে। মুখেৰে কিন্তু একো শব্দ উচ্চাৰণ নকৰি তাৰ পৰা ওলাই গ'ল।

মনোজ বৰুৱাই সেই দিনা জিমখানা ক্লাবৰ ফিল্ডত গল্‌ফ খেলিবলৈ ওলাইছে। কৰ্ম-ব্যস্ততাৰ কাৰণেই হওক বা অন্য কিবা কাৰণতেই হওক, আজি

বহুত দিন তেওঁক গল্‌ফ খেলা কোনোৱে দেখা নাছিল।

ড্ৰাইভাৰে গেৰেজৰ পৰা জীপ উলিয়ালে। কুকুৰ-ৰক্ষকজনে দাবৰমেন কুকুৰ দুটা লৈ জীপৰ বেক ছিটত বহিল। অন্য এজন চাকৰে গল্‌ফ খেলৰ সা-সৰঞ্জামখিনি লৈ চাহাবলৈ অপেক্ষা কৰি ৰ'ল। মনোজ বৰুৱাই চুটি হাফপেণ্ট আৰু স্প'ৰ্টিং পিন্ধি মুখত পাইপ লৈ বেলকনীত থিয় হৈ কিবা এটা চিন্তা কৰি থকাৰ দৰে লাগিল; এই কঠোৰ হৃদয়ৰ গম্ভীৰ মানুহজনক আজি কিছুদিনৰ পৰা আৰু গম্ভীৰ দেখা গৈছিল। কিছুমান কথা কাণুৰ পৰিৱৰ্তন হোৱা যেনো লাগিছে। সুৰা-সুন্দৰীৰে মুখৰ কৰি থকা বঙলাটো যেন নিজম পৰিছে। সুৰা-সুন্দৰীৰ আগমন এইকেইদিন নাই। মনোজ বৰুৱাৰ হৃদয়ত শিল হৈ থকা আৱেগখিনি গলিবলৈ আৰম্ভ কৰিছে নেকি?

হঠাৎ কুকুৰ দুটাৰ ভুকভুকনিৰ আহ্বানত মনোজ বৰুৱাই চক খাই খৰ খোজেৰে গৈ জীপত বহি গল্‌ফ খেলিবলৈ ওলাই গ'ল।

জিম্‌খানা ক্লাবত চাহাব গল্‌ফ খেলাত লাগিল। বলটো মাৰি দিয়ে কুকুৰকেইটাই দৌৰি গৈ দাঁতেৰে বলটো বিচাৰি আনি মালিকৰ ভৰিৰ ওচৰত পেলাই দিয়েহি। এনেকৈ খেলা খেলি খেলি মনোজ বৰুৱাই যেন গধুৰ মনটো পাতল কৰিবহে খুজিছে।

বুধুৱাই চাহাবৰ ড্ৰইং ৰুমৰ পৰা ওলাই বাৰীখনলৈ গ'ল। এনেতে ৰান্ধনি এটা আহি বুধুৱাই কি খাব সুধিলে। মনোজ বৰুৱাই হেনো ৰান্ধনিটোক তাৰ খোৱা-বোৱাৰ যত্ন ল'বলৈ কৈ গৈছিল। বুধুৱাই তাৰ আজি লঘোণ বুলি কৈ নিমখ দিয়া এগিলাচ ৰঙা চাহ বিচাৰিলে।

চাহখিনি খাই লৈ সি ইটো সিটো কাম কৰিবলৈ ধৰিলে। ইতিমধ্যে দুই এটোপালকৈ বৰষুণ পৰিছিল। বুধুৱাই গৈ নানাক বাবাক বুলি ভৰা তাৰুৰ গছকেইজোপাৰ ওচৰত থিয় হ'লহি। করুণ আৰু আৱেগ বিহ্বল দৃষ্টিৰে গছকেইজোপালে চাই থাকিল। আজি যেন এই পৃথিৱীখনত স্থিৰ হৈ থকা গছকেইজোপাৰ বাহিৰে তাৰ কোনো নাই। গছকেইজোপাৰ পাতৰ পৰা বৰষুণৰ পানী তাৰ সৰ্ব-শৰীৰত পৰিবলৈ ধৰিলে। তাৰ দুৰৱস্থা দেখি নানাক আৰু বাবাকৰ চকুপানী টোকাৰ বাহিৰে কৰিবলগীয়া যেন একো নাই। দমাই ৰখা কান্দোনটো বুকু ফালি ওলাই আহিল। অস্পষ্ট শব্দৰে নানাক বাবাকক ক'লে— 'তোমালোকে কৈছিলা নহয়, চাহাবৰ কাম মন লাগি কৰিবি। তেতিয়া তই চব পাবি। চাহাবৰ বাহিৰে তোৰ আৰু কোনো নাই— কিন্তু মইতো মন লাগি কাম কৰিছিলো।

মইনো কি পালো—? মোৰ ফুলমণিক আৰু তাইক নানীক—। বুধুৱাৰ ডিঙিটোত যেন কিহবাই সোপা মাৰি ধৰিলে।

শব্দ কৰি মনোজ বৰুৱাৰ জীপখন কম্পাউণ্ডৰ ভিতৰলৈ সোমাই আহিল। বুধুৱা চক খাই উঠিল। জীপখনৰ শব্দটো অসুৰটোৰ গোজৰণিৰ দৰে লাগিল। ইতিমধ্যে ঢাক-ঢোল বজাই ৰাস্তাইদি দশমীৰ প্ৰতিমা বিসৰ্জন দিবলৈ লৈ গৈছে।

হঠাৎ অসুৰটোৰ কিম্ভুত-কিমাকাৰ মুখখন বুধুৱাৰ মনৰ মাজত ভুমুকি মাৰিলে আৰু সি ভয় খালে। কিছু সময় তভক মাৰি মনোজ বৰুৱা জীপৰ পৰা নামি ভিতৰফালে যোৱা চাই ৰ'ল।

মনোজ বৰুৱাই জীপখনৰ পৰা নামি বাগানখনলৈ চুকফুৰালে আৰু কোবা-কোবিকৈ ভিতৰ সোমাই বঙলাত কাম কৰা মিস্ত্ৰিজনক বিচাৰিলে আৰু নিৰ্দেশ দি বঙলাৰ তলত এনেয়ে পৰি থকা ৰুমটো ভালকৈ চাফ-চিকুণ কৰি দৰ্জা খিড়িকিত ৰং দিবলৈ ক'লে। কামখিনি যাতে ভাল হয়— কাৰণ বুধুৱা আজিৰ পৰা তাতে থাকিব। চাকৰ-বাকৰ সকলোৱে চাহাবৰ পৰিৱৰ্তন হৈছে বুলি বাৰুকৈয়ে অনুভৱ কৰিলে। ৰান্ধনিটোৱে ক'লে যে চাহাবে যদি ছোৱালীজনী বুধুৱাৰ নাতিনীয়েক বুলি জানিলেহেঁতেন, তেনেহ'লে এই ঘটনা কিজানি নঘটিলহেঁতেন। মনোজ বৰুৱাই ফ্ৰেছ হৈ আহি বেলকনীৰ আৰামী চকীখনত বহিল। মাজে মাজে তেওঁ ফুলৰ উদ্যানখনৰ আমেজ লৈ দুপৰীয়া সময়ত এই চকীখনত বহি বিশ্ৰাম লয়। বাবুৰ্চী আহিল। এক প্লেট লিভাৰ ফ্ৰাই এটা বিয়েৰৰ বটল খুলি গিলাচত ঢালি দি থৈ গ'ল।

বুধুৱাই বেলকনীৰ ফুলৰ টাববিলাক চাফা কৰি আছিল। চাহাবে খাই থকা ৰঙা লিভাৰৰ টুকুৰাবোৰ দেখি হঠাৎ তাৰ মনটো চঞ্চল হৈ পৰিল। অসুৰটোৰ মুখখনে আকৌ মনৰ মাজত ভুমুকি মাৰিলে। অসুৰটোৱে যেন ফুলমণিৰ ৰঙা কলিজাটো ফালি ছিঙি ভক্ষণ কৰিছে। বুধুৱাৰ বোধকৰো মূৰটো ঘূৰাইছিল।

চাহাবে খাই বৈ চকু মুদি বিশ্ৰাম লৈছিল। কোন মুহূৰ্তত কেনেকৈ বুধুৱাই হাতত থকা দা-খন লৈ চাহাব বহি থকা চকীখনৰ পাছফাললৈ আহি চাহাবৰ মূৰটোত ঘাপ মাৰি দিলে সি একো ভাবিব নোৱাৰিলে। বুধুৱা অচেতন হৈ পৰিল। চেতনা পাই দেখে, চাহাবৰ মূৰটো ফাটি তেজেৰে তুমৰলি দিছে। তাৰো শৰীৰটো তেজেই তেজ। চাহাব মৰিল।

ঃ হে মোৰ গোসাঁই— মই কি শুনিলোঁ?

— মা বহি থকাৰ পৰা থিয় হ'ল।

ঃ ইচ্ ইচ্ ইচ্— আয়ে দেহি— তইনো মানুহটোক এনেকৈ কাটিব লাগেনে?

বুধুৱাই থোকা-থুকি মাতেৰে সেপ ঢুকি ক'লে—

ঃ মাই... তই মোৰ আচল মাই। মোক মাফ কৰি দে। মই মহাপাপ কৰিলো। তই মাফ কৰি দিলেহে মই মুক্তি পাম।

— বুধুৱাই মাৰ ভৰি দুটাত ধৰি হুকহুকাই কান্দিবলৈ ধৰিলে।

ইতিমধ্যে মই অফিচৰ পৰা গৈ ঘৰত সোমাইছো। মাৰ ভৰি দুটা এৰি খৰধৰকৈ বুধুৱাই বাৰীৰ এচুকলৈ গৈ ৱাক্ ৱাক্ কৰি বমি কৰিলে। তাৰ পিছত ঘূৰি আহি ঘটিটোৰ পৰা পানী খালে আৰু দীঘল দীঘলকৈ উশাহ ল'লে। সি যেন সকাহ পালে।

ঘটনাটো শুনি মই বিচুৰ্তি হ'লো। কাকো একো কথা নোকোৱা বুধুৱাই আনকি আইন-কানুনেও ভয় খুৱাই যিখিনি কথা তাৰ মুখৰ পৰা বাহিৰ কৰিব নোৱাৰিলে সেইখিনি কথা মাকৰ মৰমৰ উম পাই সৰু ল'ৰাই নেওঁতা পঢ়া দি সলসলীয়াকৈ কৈ পেলালে। সি হয়তো মহাপাপৰ পৰা মুক্তি হ'ল বুলিও ভাবিলে।

সি মহাপাপৰ পৰা মুক্ত হ'ল নে নাই নাজানো, সি যে অন্তৰত সাঁচি থোৱা দুখ-বেদনাখিনি জাৰি-জোকাৰি বমিৰ দৰে উলিয়াই পেলালে— এই কথা মই অনুমান কৰিব পাৰিলো।

যি কাৰণেই নহওক, দোষবোৰ বাদ দি মনোজ বৰুৱাৰ দৰে এজন সুদৰ্শন, সুদক্ষ, কৰ্মপটু চাহ খেতিয়কৰ অকাল মৃত্যুত মোৰ মনটো বেজাৰে ঢাকি ধৰিছিল।



# সেই দাণ্ডাবেৰী পিন্ধোৱা কয়েদীজন



কয়েদীজনৰ খোজ কাঢ়োতে বৰ কষ্ট হৈছিল। গাটোত দাণ্ডাবেৰী পিন্ধোৱা। গাৰ পিছফালে হাতদুখনত হেণ্ডকাফ্ লগোৱা। ডিঙিত লোহাৰ ৰিং। ৰিঙৰ পৰা দুডাল লোহাৰ ৰডেৰে সংলগ্ন কৰিছে কঁকালত থকা ৰিঙত, আকৌ কঁকালৰ পৰা দুডাল লোহাৰ ৰড তললৈ দুই ভৰিত মোজা পিন্ধোৱাদি পিন্ধাই থোৱা দুটা ৰিঙত লগ লগা। গোটেই দাণ্ডাবেৰীডাল ষ্টেন্‌লেছ ষ্টীলৰ দৰে চিক্‌মিকাই আছে।

জেলৰ ভিতৰলৈ সোমোৱা প্ৰকাণ্ড লোহাৰ দুৱাৰখন খোলাৰ কৰ্কশ শব্দটোৰ লগে লগে আমাৰ অফিচত বহি থকা সকলৰ সেইফালে চকু যায়েই। কাৰণ সেইখনেই জেলৰ মুখ্য দুৱাৰ। কোন মুহূৰ্তত কয়েদীসকল গোট খাই কি অঘটন ঘটাই ঠিক নাই। সেই প্ৰকাণ্ড দুৱাৰখনৰ গাঁতে থকা এখন ডাঙৰ খিড়িকিৰ সমান সৰু দুৱাৰ আছে। সেই ফালেদিয়েই ৱাৰ্ডাৰ কয়েদীসকল অহা-যোৱা কৰে বা বস্তু-বাহানি অনা-নিয়া কৰে। ডাঙৰ দুৱাৰখন বিশেষ কাৰণতহে খোলা হয়।

দাগুবেৰী লগোৱা কয়েদীজন কুঁজা হৈ সৰু দুৱাৰখনেৰে সৰকি আহিব নোৱাৰে। সেয়েহে কয়েদীজনক আনিবলৈ ডাঙৰ দুৱাৰখন খুলি দিয়া হয়। লগে লগে চাৰি-পাঁচজনমান জেলৰ চিপাহী আৰু মুখ্য প্ৰহৰী। কয়েদীজনৰ ইমান সোপা লোহাৰ অলংকাৰৰ শব্দই পৰিবেশটো গহীন কৰি তুলিছিল। থুপুক-থাপাককৈ হৃষ্ট-পুষ্ট, ওখ, সুগঢ়ী ডেকা কয়েদীজন আগুবাই আহিল।

সাক্ষাৎকাৰ কৰোৱা হ'ব। ঘৰৰ কোনোবা আপোনজন আহিছে।

সাধাৰণতে আমাৰ অফিচৰ বাহিৰৰ ফালে থকা খিড়িকি দুখনেদিয়েই সাক্ষাৎকাৰ কৰোৱা হয়। সেইফালেদি ঘৰৰ মানুহৰ লগত দেখা-সাক্ষাৎ কৰালে আমাৰ, অৰ্থাৎ বিষয়াসকলে নিজৰ নিজৰ বহি থকা আসনৰ পৰা চোকা দৃষ্টি ৰাখিব পাৰে, যাতে জেল মেনুৱেলৰ নিয়মৰ কোনো ক্ষেত্ৰতেই অনিয়ম নহয়।

ডিণ্ডিৰ পৰা ভৰিলৈকে দাগুবেৰী পিন্ধোৱা কয়েদীজনক মই লক্ষ্য কৰিলো। কয়েদীজনক সাধাৰণ কয়েদী যেন নালাগিল। অৱশ্যে ক্ষন্তেক দেখাৰ কাৰণে হয়তো মই কয়েদীজনক ভালকৈ বুজিব নোৱাৰিলো।

ডাঙৰ জেলখনৰ অফিচাৰসকলৰ মাজত ময়েই একমাত্ৰ মহিলা হোৱাৰ কাৰণে সকলোৱেই মোলৈ লক্ষ্য কৰে। সুবিধা পালেই দুই এষাৰ কথা পাতিবলৈ ইচ্ছা কৰে। কয়েদীজনে মোক আগতে দেখা নাছিল। ক্ষন্তেক উৎসুক দৃষ্টিৰে মোলৈ চালে। পিছত অৱশ্যে সংকোচ নে বেপৰুৱা ভাবত মুখখন ঘুৰাই নিলে।

মই ভাবিছিলো— মোৰ সন্মুখেদিয়েই কয়েদীজনে গৈ খিড়িকিয়েদি আত্মীয়ক দেখা কৰিব। পিছে নহয়, মুখ্য প্ৰহৰীজনে তাক খিড়িকিৰ কাষলৈ নিনি সন্মুখৰ প্ৰথম দুৱাৰখনৰ ওচৰলৈহে লৈ গ'ল। কাৰণ অফিচ ৰুমটো যথেষ্ট ওখ হোৱাৰ কাৰণে কেইবাটাও ষ্টেপ উঠিব লগা হোৱাত কয়েদীজনৰ দাগুবেৰীৰ সৈতে ভৰিকেইটা গধুৰ আৰু ষ্টিফ হৈ থকাৰ কাৰণে উঠিব নোৱাৰে।

মহিলা ফাটেকৰ বাহিৰে প্ৰধান কাৰাগাৰখনৰ ভিতৰলৈ মই খুব কমেই যাওঁ। গ'লেও অধ্যক্ষ, কাৰাধ্যক্ষ, মুখ্য প্ৰহৰী, কেইবাজনো প্ৰহৰী থাকে। কাৰণ কাৰাগাৰৰ ভিতৰত যথেষ্ট বিপদৰ সম্ভাৱনা আছে। কিন্তু কাৰাগাৰৰ ভিতৰলৈ সোমালে মোৰ কি হয় ক'ব নোৱাৰো— ভয়-ভীতি দেখোন নাইকিয়া হৈ যায়। প্ৰতিটো বেৰেকৰ পৰা অ'ত ত'ত বাগানত থকা আৰু ক্ষুদ্ৰ শিল্প আদিত কৰ্মৰত কয়েদীসকলৰ উৎসুক বা তথা লাগি মোলৈ চাই থকা মুখবোৰলৈ মোৰো চাবৰ মন যায়। কাৰণ প্ৰত্যেকৰে কাৰাগাৰৰ বাহিৰত সিহঁতৰ সংসাৰত বা ঘৰত সিহঁতৰো মাক আছে, ভনীয়েক আছে আৰু হয়তো পত্নীও আছে। অকণমান

বৈ দুই-এজনৰ লগত মোৰো কথা পাতিবৰ মন যায়। কিন্তু কোনেও মোক সেই সুবিধা নিদিয়ে, যিহেতু মই মহিলা। মুহূৰ্তৰ বাবে মই ক্ষুণ্ণ হওঁ।

জেলৰ ভিতৰত অপ্ৰীতিকৰ ঘটনা ঘটিয়েই থাকে। গতিকে সকলো সতৰ্ক। মই আগতেই বাৰে বাৰে উল্লেখ কৰিছোঁ। জেলৰ ভিতৰত সৰু ডাঙৰ সকলো কেচত থকা বিভিন্ন কয়েদীসকলৰ পৰা বেয়া ব্যৱহাৰ মই কোনোদিনেই পোৱা নাছিলো; আনকি অসৎ চাৱনিও মোৰ চকুত পৰা নাছিল। অথচ এইখন এখন বিচিত্ৰ জগত, য'ত প্ৰতিজন বাসিন্দাই অপৰাধী।

অসমৰ কাৰাগাৰসমূহত মহিলা বিষয়াৰ নিযুক্তি মোৰ আগলৈকে নোহোৱাৰ কাৰণ বোধহয় ৰিস্ক থকাৰ কাৰণেই। কিন্তু সেই সময়ত ইন্সপেক্টৰ জেনেৰেল অব্ প্ৰিজনছ আছিল এল এছ ইন্টি। তেখেতে মোক লোৱাৰ পিছতেই কৈছিল— অসমৰ জেলসমূহৰ সকলোবিলাক ফিমেল দীৰ্ঘম্যাদী কয়েদীক লৈ এখন ডাঙৰ মহিলা কাৰাগাৰ খোলা হ'ব আৰু মোক তাত অধ্যক্ষা হিচাপে নিযুক্তি দিব। বৰপেটাত তাৰ বাবে আঁচনিও যুগুতোৱা হৈছিল, কিন্তু হঠাতে কিবা সংক্ৰান্তত এন্টি-কৰাপ্টশ্যনত পৰি ইন্টি চাকৰিৰ পৰা আঁতৰত থাকিব লগা হয়। ইতিমধ্যে অসম চৰকাৰো সলনি হোৱাত ফিমেইল জেলৰ আঁচনি ফলপ্ৰসূ নোহোৱাকৈ থাকি যায়।

মহিলা হিচাপে পুৰুষৰ কাৰাগাৰত কিছু কিছু ক্ষেত্ৰত অসুবিধাও নথকা নহয়। যিকোনো সময়ত কাৰাগাৰৰ ভিতৰলৈ যোৱাটো অসুবিধা। আমাৰ বিষয়া সকলৰ শাখাবোৰ সলনি হৈ থাকে। সেইমতে ময়ো জেলৰ 'ৰেচন ব্ৰাঞ্চ'টো চলাব লাগে। উক্ত ব্ৰাঞ্চটো ল'বলৈ সকলোৰে হেঁপাহ। বৰ আমদানি ব্ৰাঞ্চ। ঠিকাদাৰসকল হাতৰ মুঠিত। কয়েদী বাৰ্ডাৰসকলৰো বিশেষ খাতিৰ। খোৱা-বোৱাত নিজৰ টকা সাধাৰণতে খৰচেই নহয়। এনেকুৱা এটা ব্ৰাঞ্চ মহিলা হোৱাৰ কাৰণে মোক দিয়া হোৱা নাছিল। কাৰণ মোৰ কাৰণে এই কাম কৰাটো সম্ভৱ নাছিল। পুৱাই গৈ জেলখানাৰ ভিতৰত গুদামত সোমাই কয়েদীসকলৰ কাৰণে ৰেচন-পাতি যুগুতাই দিয়াটো মোৰ কাৰণে সহজ কাম নাছিল। তদুপৰি অন্যান্য অসুবিধা কিছুমানো আছিল। গতিকে এনেকুৱা জঞ্জালীয়া ব্ৰাঞ্চ নাপাই মই ভালেই পাইছিলো।

মই দাগুৱেৰী পিন্ধা কয়েদীজনক ভালকৈয়ে লক্ষ্য কৰিলো। কয়েদীজনৰ এনেকুৱা অৱস্থাই কিয় জানো মোক চিন্তিত কৰি তুলিলে। এই কয়েদীজনে কিনো এনে অমানবীয় কামত লিপ্ত হ'ল যে মানুহ হৈয়ো হিংস্ৰ-পশুৰ নিচিনাকৈ

লোহাৰ দাণ্ডাবেৰী লগাই গড়ালত ৰাখিব লগা হ'ল।

যোৰহাট জেলৰ ভিতৰত তিনি-চাৰিটামান সৰু সৰু কোঠালিৰ ঘৰ মজবুত আৰু আছুতীয়াকৈ সাজি থোৱা আছে। এই ঘৰকেইটাক নিৰ্জন কক্ষ বা চে'ল বুলি কোৱা হয়। মৃত্যুদণ্ড পাবলগীয়া কয়েদী বা দুৰ্ধৰ্ষ দাগী আচামী ইয়াত নিলগাই ৰখা হয়। ঠাইখিনি আওহতীয়া আৰু চেঁচুকীয়া। ইয়াৰ পিছফালে ফাঁচিশাল। ঠাইখিনি দেখিলেই জয়াল যেন লাগে। চে'লৰ দুৱাৰখন শকত শকত লোহাৰ ৰডেৰে সজা। খিড়িকি বা ভেণ্টিলেটৰ নাই। জে'লৰ ভিতৰতে এটা ছাৰ্ভিচ লেট্ৰিন। চে'লৰ ভিতৰত কয়েদীজনে কি কৰি থাকে সকলো সময়তে চন্তৰীয়ে দেখা পাই থাকে। দুৱাৰত ডাঙৰ ডাঙৰ আলিগড়ৰ তলা। সন্মুখত সজাগ প্ৰহৰী।

দাণ্ডাবেৰী সাধাৰণতে কয়েদীসকলক দিয়া নহয়। দাগী আচামীকহে দিয়া হয়। কাৰাগাৰৰ ভিতৰৰ পৰা পলোৱা কয়েদীক পুনৰ ধৰি আনিলে বা অন্য কয়েদীৰ সৈতে বেয়া ধৰণেৰে মাৰপিট কৰিলে, কাৰাগাৰৰ বিষয়া-কৰ্মচাৰীৰ অবাধ্য হোৱা উদণ্ড আচামীকহে দাণ্ডাবেৰী পিন্ধোৱা হয়।

'ইণ্টাৰভিউ' কৰাবলৈ অনা দাণ্ডাবেৰী পিন্ধা কয়েদীজন যে দাগী আচামী ধৰিব পাৰিলো। মই মুখ্য প্ৰহৰীক কয়েদীজনৰ বিষয়ে সুধিলো। বিহাৰী হেড ৱাৰ্ডাৰজনে বেছি কথা নকয়। মোক ইয়াকে ক'লে যে সি এটা 'হেবিচুয়াল ক্ৰিমিনেল'— ডাঙৰ এটা খুনী আচামী— নাম মহেশ।

(২)

—বৰশীটোত মাছে খুটিয়াইছিল। গিলো গিলো অৱস্থা। ডাঙৰ মাছ এটা বৰশীটোত লাগিব খুজিছে। মহেশে বিজুলী বাঁহৰ ডাৰিডালত হাতৰ মুঠিটো টান কৰি চিপ্ মাৰিবলৈ সাজু হ'ল।

সি আজি দুপৰতে আহি ভোগদৈ নদীৰ পাৰৰ এই আওহতীয়া ঠাইকণৰ মেদেলুৱাবোৰ পৰিষ্কাৰ কৰি বহি লৈছে। আজি সন্ধিয়াৰ পৰলৈকে বৰশী টুপাই যেনে তেনে ডাঙৰ মাছ এটা ধৰিবই ধৰিব। মহেশৰ দৃষ্টি পুঙাটোত।

গোটাই থোৱা গোবৰৰ দ'মৰ মাজত চবিয়াই তাৰ ভনীয়েকে কুমটি আৰু কেঁচু খান্দি দিছিল। আটাৰ বড়ি কেইটামানো সাজি দিছিল। আটাৰ বড়িত অৱশ্যে ডাঙৰ মাছ নালাগে। খুটি খুটি কোমলাই খাই পেলায়। এবাৰ এটা চেঙেলী

মাছে ধৰাত সেইটোকে বৰশীত সী দি জোপ লৈ আছে।

আজি সি ভনীয়েক বাসন্তীক কথা দি আহিছে— যেনে তেনে ডাঙৰ মাছ এটা তুলি ৰাতিৰ সাজৰ কাৰণে তাইক দিবহি। তাইক বাৰীৰ প'ৰা জিকা, গোলনেমুও আনি থৰলৈ কৈছে। মহেশৰ বন্ধু ৰজতৰ সৈতে ভনীয়েকৰ হিয়া-দিয়া-নিয়াৰ কথা সি নজনা নহয়। সিও ৰজতৰ হাতত ভনীয়েকক গটাবলৈ পালে ভাল পায়। তদুপৰি ৰজত মহেশৰ নলে-গলে লগা বন্ধু। নদীলৈ আহিবৰ সময়ত ভনীয়েকে তাক হাঁহি হাঁহি কৈছিল—

ঃ মাছ-পুঠি নাপালে নদীৰ পাৰত খাপ পিতি বহি থাকিব নালাগে। সোনকালেই ঘৰলৈ আহিবা।

আজি তাইৰ মনতো ফূৰ্তি। এইবাৰ সঁচাকৈয়ে পুঙাটো বহুত দূৰ তললৈ টানি নিলে। এনেতে তাৰ পিঠিত এটা মৃদু টোকৰ পৰিল।

ঃ মহেশ...

আপোন-বিভোৰ হৈ থকাৰ কাৰণে মহেশে ৰজতৰ মাতত চক খাই উঠিল যদিও চিপ্‌টো মাৰি দিলে। এটা ডাঙৰ শ'ল মাছ পাৰত পৰিলহি। মহেশে আনন্দত হাঁহি বিৰিঙাই কিবা ক'বলৈ মুখ মেলোঁতেই ৰজতে বিষাদ মনেৰে পিছফালে মথাউৰিটোলৈ আঙুলিয়াই দেখুৱালে। তৎক্ষণাৎ মহেশে ঘূৰি চাই যি দেখিলে তাৰ মুখ ক'লা পৰি গ'ল।

মথাউৰিটোৰ ওপৰৰ পৰা যোৰহাট থানাৰ ছাব-ইন্সপেক্টৰ আৰু এজন কনষ্টেবল তাৰফালে আগুৱাই আহিল। মহেশে মাটিত চটফটাই থকা মাছটোৰ ফালে এবাৰ আৰু ৰজতৰ মুখলৈ এবাৰ চালে। ফুটক'লা এজোপাৰ গাত ওলোমাই থোৱা ছাৰ্টটো পিন্ধি লৈ ৰজতক ক'লে—

ঃ মই আহিলো, বাসন্তীক চাবি।

বৰশীৰ পৰা মাছটো নোখোলাকৈয়ে থাকিল। শোকত ৰজতৰ মাত হেৰাই গৈছিল। ৰজতে মহেশৰ ঘৰ্মাক্ত হাত এখন নিজৰ হাত দুখনৰ মুঠিত লৈ চেপি ধৰি ক'লে—

ঃ চিন্তা নকৰিবি, মই আছোঁ।

কনষ্টেবলজনে মহেশক হেণ্ডকাফ্ পিন্ধাব খোজোঁতেই তাৰ স্বভাৱগত খংটো টিঙিচ্‌কৈ উঠিল। সি গেঙেৰি মাৰি ধৰিলে—

ঃ বিনা দোষত মোক এৰেষ্ট কৰিব খুজিছে কিয়?

ঃ মোক সুধি লাভ নাই। য'ত ক'ব লাগে তাত কবি। হেণ্ডকাফডাল মহেশৰ হাতত পিন্ধাই দিলে। মহেশৰ খংটো দুগুণে চৰিল। ৰজতে তাৰ বাউসীত ধৰি মনে মনে থাকিবলৈ ক'লে।

ঃ এইদৰে খং কৰি লাভ নাই। যি ব্যৱস্থা কৰিব লাগে মই কৰিম।

.... মেইন ৰাস্তাত পুলিচৰ জীপখন ৰৈ আছিল। জীপৰ ভিতৰত মহেশে কথাবোৰ চিন্তা কৰিলে। বাৰেপতি তাৰ ভনীয়েক বাসন্তীৰ মুখখনলৈ মনত পৰিল। বেচেৰী একেবাৰে অকলশৰীয়া হ'ল। তাই চাগে এতেবেলি ৰজতৰ পৰা সকলো শুনি হিয়া ধাকুৰি কান্দিছে। মাধুৰীয়ে চাগে তাইক বুজাই-বঢ়াই তাহাঁতৰ ঘৰলৈ লৈ যাব নাইবা তাই সিহঁতৰ ঘৰতে থাকিব। ৰজততো আছেই। কেতিয়াও তাইক বিপদত পৰিবলৈ নিদিয়ে।

যদি তাক কিবা গোচৰত সাঙুৰি জেললৈ পঠিয়ায়, তেতিয়া কি হ'ব? নাই, সি কোনো দোষ কৰা নাই— তাক নিশ্চয় এৰি দিব। তাৰ বহুত কাম আছে— মাধুৰীৰ সৈতে নিজৰ সংসাৰখনো অহা ব'হাগতে পাতিব লাগিব।

কিন্তু সেয়া নহ'ল। তাৰ আকাংক্ষিত সাধাৰণ জীৱন-যাপনৰ যতি পৰিল। অদৃষ্ট তাৰ বিৰুদ্ধে গ'ল।

(৩)

মহেশ নামৰ কয়েদীজনক 'হেবিচ্যুৱেল ক্রিমিনেল' পর্যায়ত ধৰা হৈছিল। জেলৰ ভিতৰতো সি আইন-কানুনৰ বিৰুদ্ধাচৰণ কৰি সৰু-সুৰা দোষবোৰ কৰিছিল। ভাত-পানী দিয়া থোৰাত ইফাল সিফাল হ'লে ভাতৰ থাল যাৰে তাৰে গালে দলিয়াই দিছিল। সেমেকা পকাৰ মজিয়াত শুই থকা ফটা কম্বলখন ৰ্বার্ডাৰে সলাই দিয়াত মন-কাণ নকৰিলে উধাই-মুধাই গালি শপনি পাৰিছিল। আন কয়েদীসকলৰ লগত সাধাৰণ কথাতে মাৰপিট কৰাৰ উপৰিও কোনো কঠোৰ শাস্তিকো সি পৰোৱাই নকৰিছিল। তাৰ এই উগ্ৰ খং অৰ্থাৎ কোনো কথাতে সৈমান নোহোৱা উন্মাদ স্বভাৱৰ কাৰণে কাৰাধ্যক্ষই অধ্যক্ষৰ লগত আলোচনা কৰি দাণ্ডাবেৰী পিন্ধাবলৈ আদেশ দিছিল।

ইতিমধ্যে মহেশ তিনিবাৰ কাৰাগাৰলৈ আহিছে। প্ৰথমবাৰ যদিও সাধাৰণ গোচৰ আছিল, পিছৰ দুবাৰ ডকাইতি আৰু হত্যাকাণ্ড গোচৰত অভিযুক্ত হৈ জেল খাটিব লগা হ'ল।

দাণ্ডাবেৰী স্থায়ীভাবে বেছি দিন এজন কয়েদীক পিন্ধাই ৰাখিব নোৱাৰি। গতিকে কাৰাধ্যক্ষই মহেশ্বৰ আচৰণ সলনি নোহোৱাত মেজিষ্ট্ৰেটৰ অনুমোদন ক্ৰমে তাক 'প্ৰিভেণ্টিভ ডিটেনশ্যনত'(Preventive Detention) দীৰ্ঘদিনীয়াকৈ ৰাখিবলৈ আদেশ দিয়ে। ফলত তাৰ দাণ্ডাবেৰী খুলি এটা নিৰ্জন কক্ষত ৰখা হ'ল।

অসমৰ কাৰাগাৰসমূহত প্ৰিভেণ্টিভ ডিটেনশ্যনত ৰখা কয়েদীৰ সংখ্যা কম। কাৰণ প্ৰথম শ্ৰেণীৰ কাৰাগাৰসমূহতো কয়েদী ৰখা বেৰেকবোৰৰ সংখ্যা কম। অৰ্থাৎ একোটা ডাঙৰ কোঠালিত প্ৰয়োজনতকৈ অধিক কয়েদী ৰাখিব লগীয়া হয় আৰু সুৰক্ষিত আছুতীয়া ঘৰৰ ব্যৱস্থা কম। অৱশ্যে প্ৰায়বিলাক কাৰাগাৰতে কমকৈ হ'লেও চে'লৰ ব্যৱস্থা আছে।

প্ৰিভেণ্টিভ ডিটেনশ্যনত এটা তত্বাৱধানৰ ধৰণ,— য'ত অভ্যাসলব্ধ বা ব্যৱহাৰসিদ্ধ অপৰাধীসকল অৰ্থাৎ হেবিচ্যুয়েল ক্ৰিমিনেলসকলক সৰ্বসাধাৰণৰ পৰা দূৰৈত বা আঁতৰত ৰখা হয়। এজন বিচাৰকে যেতিয়া কোনো লোকক অপৰাধৰ কাৰণে শাস্তি দিয়ে তাৰ পিছত সেই বিচাৰকৰ্তাই সেই অপৰাধীজনৰ প্ৰিভেণ্টিভ ডিটেনশ্যনৰ বাবে হুকুম দিব পাৰে, যদিহে সেই অপৰাধীজন ষোল্ল বছৰ বয়সৰ পৰা কমেও তিনিবাৰ অপৰাধ আৰু সমাজত এটা অসৎ আৰু অপৰাধী জীৱন যাপন কৰি আহিছে। অৱশ্যে এনে অৱৰোধ ব্যৱস্থাত এজন অপৰাধীক দহ বছৰতকৈ বেছি ৰখা নহয়।

এজন লোক যেতিয়া স্বভাৱগত বা প্ৰফেছনেল ক্ৰিমিনেল অৰ্থাৎ জীৱিকা চলাবলৈ অপৰাধ কৰে, তেতিয়া তেওঁক আইনগতভাবে প্ৰিভেণ্টিভ ডিটেনশ্যনত ৰখা হয়। ইয়াত প্ৰফেছনেল বুলি সেইবিলাক আচামীক কোৱা হৈছে— যিসকলৰ পেনেল ৰেকৰ্ডে বা দণ্ডবিধি, ফৌজদাৰী আদি সম্বন্ধীয় নথি-পত্ৰই প্ৰমাণ কৰে যে অপৰাধকে তেওঁলোকে ব্যৱসায় হিচাপে লৈছে। তদুপৰি তেওঁলোকৰ সাধাৰণ শাস্তিৰ প্ৰতি কোনো ভয় নাই। এইবিলাক অপৰাধীয়ে কোনো মানসিক উত্তেজনাৰ বশৱৰ্তী হৈ বা মনৰ প্ৰবল ভাবত কাবু হৈ অপৰাধ নকৰে। তেওঁলোকে অপৰাধ কৰে মাথোন জীৱন নিৰ্বাহ কৰাৰ বাবেহে বা সুস্থ মস্তিষ্কৰে পেছা হিচাপে।

এইসকল অপৰাধীক শাস্তি বিহি বা কাৰাগাৰত আবদ্ধ কৰি অপৰাধৰ মনোভাবক(Criminal Attitude) বাধা দিব নোৱাৰি। এজন বিচাৰকে এনেকুৱা স্বভাৱগত অপৰাধী(Habitual Criminal) এজনক কাৰাগাৰত ৰখাৰ

দীঘলীয়া(Period) ম্যাদৰ ভিতৰত মাত্ৰ কেইবছৰমানৰ কাৰণে আচুতীয়াকৈ ৰখাৰ আদেশ দিব পাৰে। কাৰণ প্ৰিভেণ্টিভ ডিটেনশ্যনৰ মূল লক্ষ্য ওপৰঞ্চি শাস্তি নহয়। এজন অভ্যাসগত অপৰাধীক উপযুক্ত ব্যৱহাৰৰ দ্বাৰা পৃথকীকৰণ কৰিব লাগে।

সাধাৰণতে এনেকুৱা আচামীৰ সংশোধন বা সংস্কাৰ হোৱা কমেই দেখা যায়। সেই কাৰণেই তেওঁলোকক সৰ্বসাধাৰণৰ পৰা বেলেগাই ৰখা হয়।

এনে ক্ষেত্ৰত আচামীজনক অন্য কোনো শাৰীৰিক অত্যাচাৰ কৰা নহয়। অপৰাধীক অনুশাসন বা শৃংখলাৰ(Discipline) মাজত বেলেগৰ পৰা ব্যৱধানত অকলশৰে ৰখাটোকেই শাস্তি বুলি ক'ব পাৰি।

এই সময়ছোৱাত যদি মানসিক পৰিৱৰ্তন ঘটি অপৰাধী মূল সুঁতিলৈ প্ৰত্যাবৰ্তন কৰে নাইবা সংশোধন হয়, তেন্তে তেওঁক সাধাৰণ কয়েদীৰ লগত পুনৰাই ৰাখিব পাৰি। এই ব্যৱস্থা জেইলাৰৰ অনুমোদন সাপেক্ষে আদালতৰ আদেশৰ দ্বাৰাহে সম্ভৱ হ'ব পাৰে।

—মহেশ প্ৰকৃততে হেবিচ্যুয়েল ক্ৰিমিনেল আছিল জানো? কেতিয়াবা আইন-কানুনৰ খহটা বিচাৰেও বহুতো নিৰ্দোষী মানুহক দোষী সজাই দাগী আচামী হ'বলৈ বাধ্য কৰায়।

যোৰহাট জিলা কাৰাগাৰৰ হাজাৰ-বাৰশ কয়েদীতকৈ একমাত্ৰ মহেশক পৃথককৈ ৰখাৰ কাৰণে যেন সি ভালেই পালে। সি আজিকালি মানুহৰ সংগ একেবাৰে ভাল নোপোৱা হ'ল। মানুহৰ কোমল শুৱলা কথাবোৰ যেন তাৰ গাত হুলে বিন্ধাৰ দৰে বিন্ধে। তাৰ মতে, মানুহৰ নিচিনা নিৰ্দয় প্ৰাণী পৃথিৱীত নাই। অন্ধকাৰ কুঠৰীত সোমাই দুৱাৰৰ লোহাৰ ৰ'দত ধৰি মুকলি আকাশলৈ চাই চাই সি জীৱনৰ কণ্টকময় কথাবোৰ ভাবিবলৈ ধৰিলে।

—মহেশৰ বাপেক যদু কলিতা যোৰহাট কাছাৰীত তৰণি আছিল। ঘৰ বৰিগাঁৱৰ ওচৰত ভোগদৈ নদীৰ পাৰত। ঘৰৰ অৱস্থা টনকিয়ালেই আছিল। বাপেকে কিছু খেতিৰ মাটি কিনিছিল। আটোম-টোকাৰি বাৰীখনৰ সৈতে হাফ ৱাল দিয়া টিনৰ পুৰণি ডাঙৰ ঘৰটোত মাক-দেউতাক, ভনীয়েক আৰু তাৰে সৈতে চাৰিটি প্ৰাণী সুখে-সন্তোষে আছিল, কিন্তু হঠাৎ যদু তৰণিৰ কেন্সাৰ বেমাৰ আৰম্ভ হ'ল। এবছৰমান ঘৰৰ পৰাই অ'ত ত'ত চিকিৎসা কৰাৰ পিছত এদিন ঢুকাই থাকিল।

মহেশে তেতিয়া বাহনা কলেজত নাম লগাইছে। ঘৰৰ বোজাটো তাৰ মূৰৰ ওপৰতে পৰিল। উপায়ন্তৰ হৈ যোৰহাটৰ নাইট কলেজ এখনত নাম লিখি ভোগদৈ পাৰৰ মাৰোৱাৰী পট্টিৰ সুবৰমল কেঞ্জাৰ চিমেণ্টৰ গোলাত সোমাল। সুবৰমল কেঞ্জাই যিকোনো মানুহক বিশ্বাস নকৰে। যিহেতু যদু তৰণিয়ে সুবৰমলৰ এটা ফৌজদাৰী গোচৰত বিশেষভাৱে সহায় কৰি জিকাইছিল, সেই কাৰণে যদু তৰণিৰ লগত ভাল ভাব এটা গঢ়ি উঠিছিল। এই সংক্ৰান্ততে মহেশৰো কথা-বতৰাত সন্তুষ্ট হৈ সুবৰমলে চাকৰিটো দিছিল।

মহেশৰ চাকৰিটো আছিল সৰু-সুৰা হিচাপ-পত্ৰ কৰা আৰু দিনটোৰ বিক্ৰীৰ ধনখিনি নি বেংকত জমা দিয়া বা বেংকৰ পৰা টকা উলিয়াই অনা। এইখিনি কাম মহেশে বৰ নিয়াৰিকৈ নিষ্ঠাৰে কৰি সুবৰমলৰ বিশ্বাসভাজনো হৈছিল। কিন্তু এদিন অঘটনটো ঘটিল।

মহেশে সেইদিনা পঁচিশ হেজাৰ টকা জমা দিবলৈ নিছিল। বেংকৰ চৌহদৰ ভিতৰ সোমাই চাইকেলখন ৱালত আঁওজাই তলা মাৰিব খোজোঁতেই হেণ্ডেলত আঁৰি থোৱা টকাৰ থৈলাৰ বেগটো থাপ মাৰি দুটা ল'ৰা দৌৰ মাৰিলে। মহেশে আতুৰ হৈ 'চোৰ' 'চোৰ' বুলি চিঞৰিলেহে চিঞৰিলে আৰু খেদি গ'ল কিন্তু চোৰক ধৰিব নোৱাৰিলে। সুবৰমলে কথাটো গম পাই তাৰ ওপৰত থকা বিশ্বাসখিনি হেৰুৱাই পেলালে। তাতে সুবৰমলৰ ভায়েক সূৰযমলে টকা চুৰি হোৱা কামটো মহেশেই কৰিলে বুলি ককায়েকক উচটনি দিলে। সূৰযমল মানুহটো ভাল নহয়। চৰিত্ৰৰো দোষ আছে। মাজে মাজে জুৱাও খেলে। ইমানখিনি টকা এনেয়ে যোৱাটো সি সহ্য কৰিব নোৱাৰিলে। সূৰযমলে মহেশক তাৰ মাটি-বাৰীখিনি বিক্ৰী কৰি হ'লেও টকাখিনি সিহঁতক দিবলৈ ক'লে। কিন্তু মহেশে বিনা দোষত এইদৰে বাপেকে ঘটি থৈ যোৱা সম্পত্তিখিনি বেচিবলৈ অমান্তি হোৱাত সূৰযমলে তাক পুলিচত গটাই দিলে। পুলিচে থানাত মহেশক মাৰপিট কৰিলে। ঘৰত তালাচী কৰি ফুটাকড়ি এটাও নাপালে যদিও বিচাৰত তাৰ তিনিমাহ জেল হ'ল। বাপেকৰ মৃত্যু আৰু সি জেললৈ যোৱাৰ কাৰণে শোকত মাকৰ স্বাস্থ্য পৰি আহিল আৰু এদিন সামান্য জ্বৰত মাকো মৰি থাকিল।

মহেশ সৰুৰে পৰাই অল্পপ খঙাল প্ৰকৃতিৰ আছিল। সি সহজ-সৰল আছিল যদিও অন্যায়ক সহ্য কৰিব নোৱাৰিছিল আৰু অন্যায় দেখিলে প্ৰতিবাদ কৰিছিল।

তিনিমাহৰ পিছত মহেশ জেলৰ পৰা ওলাই আহি অকাৰণত তাৰ

ঘৰখনৰ অৱস্থা এনেকুৱা হোৱাত বিশেষকৈ মাকক হেৰুৱাই শোকত তাৰ খংটো দুগুণে চৰিল। বাল্যবন্ধু ৰজতৰ বুজনিয়েও তাক শান্ত কৰিব নোৱাৰিলে। তাহাঁতৰ এই দুৰ্দশাৰ গুৰিত সুৰযমলেই যত কুটৰ ঘাই বুলি ভাবিলে। কাৰণ মহেশে তাহাঁতৰ পৰা পোৱা দৰমহাৰ আধাখিনি মাহে মাহে দি থাকি পৰিশোধ কৰিম বুলি কৈছিল। সুবৰমল মান্তি হৈছিল যদিও সুৰযমল মান্তি নোহোৱাত সি জেললৈ যাব লগা হ'ল।

এদিন মহেশে তাৰ খণ্ডৰ ভমকত সুবৰমলৰ গোলাৰ সন্মুখতে সুৰযমলক পাই গালি-শপনি পাৰি মাৰিবলৈ উদ্যত হৈছিল। কিন্তু ৰাস্তাৰ অন্যান্য মানুহৰ হকা-বাধাত মাৰিব নোৱাৰিলে যদিও তাক 'চাই-লʼম' বুলি ক'লে। অৱশ্যে পৰি অহা ঘৰখনৰ অৱস্থা দেখি আৰু ভনীয়েকৰ মৰম-চেনেহৰে ভৰা মুখখনলৈ চাই এসময়ত তাৰ খংটো নাইকিয়া হ'ল। বাপেকে ঘটি থৈ যোৱা মাটিখিনিতে খেতি-বাতি আৰম্ভ কৰি দিলে। ভনীয়েকক মেট্ৰিক পাছ কৰাই কলেজতো নাম লগাই দিলে। কিছু দিনৰ পিছত মাধুৰীৰে সৈতে তাৰ নিজৰ বিয়াখন পাতিবলৈকো ঠিৰাং কৰিলে। কিয়নো মাধুৰীয়ে তাৰ ইমানখিনি হৈ যোৱাৰ পিছতো তাকেহে পাবলৈ বিচাৰে।

এনেতে এদিন তাক থানালৈ মাতি পাঠিয়ালে। সি আচৰিত হ'ল। আজিকালিতো ঘৰ আৰু নিজৰ বাৰীখনৰ পৰা সি বাহিৰ নহয়েই। সিনো আকৌ কি দোষ কৰিলে যে থানালৈ মাতিব লগা হ'ল?

বন্ধু ৰজতক লগত লৈ সি থানা পালেগৈ। তাত গৈ গম পালে— দুদিনৰ আগতে হেনো মাৰোৱাৰী গোলাত ডকাইতি হৈছিল। দুখন ডাঙৰ দোকান আৰু সুবৰমলৰ ঘৰতো ডকাইত সোমাই বন্দুক দেখুৱাই টকা পইচা, গহনা-গাঠৰি লৈ যোৱাৰ উপৰি সুবৰমলৰ চাকৰ এটাক ডেগাৰেৰে খুচি হত্যা কৰিলে।

পুলিচে অৱশ্যে সন্দেহবশতঃ সোধা-পোছা কৰিবৰ কাৰণেহে মহেশক মাতিছিল। সাধাৰণতে এনেকুৱা ঘটনা ঘটিলে পুলিচে ওচৰে-পাঁজৰে থকা দাগী আচামীবোৰক আনাই জবান বন্দী লয়। সেইদিনা পুলিচে কোনো দোষ নাপাই মহেশক ঘৰলৈ পঠিয়াই দিলে। পিছদিনা পুলিচে টিয়কত দুটা মিঞা ডকাইতক সন্দেহজনক অৱস্থাত গ্ৰেপ্তাৰ কৰিলে। পুলিচৰ মাৰধৰ খায়ো কেঞা গোলাত ডকাইতি কৰা গেঙত সিহঁত দুটা জড়িত নহয় বুলি ক'লে। সিহঁতৰ ওচৰত টকা বয়-বস্তু পোৱা নগ'ল যদিও বহুতো পূৰ্বৰ ডকাইতি গোচৰৰ জালত যোগ থকা বুলি জানিব পাৰিলে আৰু উজনি-নামনি অসম মিলি কেবাজনো অসমীয়া

ল'ৰা, বিহাৰী ডকাইতৰ গেঙত আছে বুলি ক'লে। গতিকে পুলিচৰ জোৰদাৰ তালাচী চলিল।

মহেশক আগদিনা সোধা-পোছাৰ কাৰণে থানালৈ আনিছিল যদিও পিছদিনা নদীৰ পাৰৰ পৰা ধৰি আনি গ্ৰেপ্তাৰ কৰি ৰাখি থ'লে। সূৰযমলে পুলিচকে জোৰ দি ধৰিলে যে মহেশেই এই ডকাইতিৰ লীডাৰ। মহেশ সিহঁতৰ শত্ৰু। সেইদিনা সি তাক চাই ল'ব বুলি ভাবুকি দি গৈছে ইত্যাদি। সূৰযমলৰ কথাত আৰু হেঁচাত পুলিচে কেছটো সজাবলৈ সুবিধা পালে। মহেশ বেইলতো যাব নোৱাৰিলে। সুৰযমলৰ উকীলে কেছটো সজাই পৰাই এনেকুৱা পৰ্যায়লৈ লৈ গ'ল যে মহেশ এটা দুৰ্ধৰ্ষ ডকাইতৰ উপৰি সুবৰমলৰ চাকৰটোৰ হত্যাকাৰী হিচাপে অভিযুক্ত হ'ল। তাৰ পাঁচ বছৰ কাৰাদণ্ড হ'ল।

জেলত থাকোতে নিয়মিতভাবেই ৰজত আৰু বাসন্তীৰ লগত মাধুৰীয়েও তাক দেখা কৰিবলৈ আহি আছিল। সিহঁতক দেখিলে তাৰ ভাগি পৰা মনটো কিছু শান্ত হয়; কিন্তু পিছ মুহূৰ্ততে তাৰ মনলৈ দুখো আহি পৰে— তাৰ কাৰণেই জানো কম কষ্টখন হৈছে? বেছিকৈ দুখ পায়— সি যেতিয়া মাধুৰীৰ কথা চিন্তা কৰে। তাৰ কাৰণেই মাধুৰীৰ জীৱনটো দিনে দিনে ধ্বংস হৈ যাবলৈ ধৰিছে। এদিন সি মাধুৰীক বুজাই ক'লে—

ঃ মোৰ কাৰণে তই আৰু কিমান শাস্তি সহ্য কৰিবি? মানুহ হৈ মই আৰু সমাজত গৈ থিয় হ'ব নোৱাৰো। মোৰ সকলো শেষ হৈ গৈছে। তই আন কাৰোবাৰ লগতে সংসাৰ কৰ। তোৰ ভৱিষ্যৎটো ধ্বংস হৈ যোৱাটো মই ভাল নাপাওঁ। মোৰ কাৰণে তই বৈ থাকি তোৰ শিক্ষা-দীক্ষা, চাকৰি-বাকৰি জলাঞ্জলি দিব নালাগে।

মাধুৰীয়ে তাৰ মুখখনত হাতেৰে হেঁচা মাৰি ধৰি অমংলগীয়া কথাবোৰ নক'বলৈ ক'লে—

ঃ মোৰ কঁপালত যি আছে হ'ব। এবাৰ যাক সৰুৰে পৰাই মন-প্ৰাণ সঁপি দি ভাল পাই আহিছোঁ, সেয়া মই বিসৰ্জন দিব নোৱাৰো। সংসাৰ কৰিবলৈ হ'লে তোমাৰ লগতেই কৰিম। যদি নহয়, তুমি যি কষ্ট লৈ জীয়াই আছা, ময়ো সেই কষ্ট লৈ জীয়াই থাকিম—

মহেশে তাৰ দুখৰ সমভাগী হোৱা মাধুৰীৰ কথা ভাবি নিৰাশাৰ মাজতো আশাৰ জ্যোতি দেখা পালে। এইখিনি সময়তেই তাৰ মত লৈ চুবুৰীৰ

কেইজনমান হিতাকাংক্ষীয়ে অকলশৰীয়া বাসন্তীৰ সৈতে ৰজতৰ বিয়া পাতি দিলে।

হঠাৎ মাধুৰী নাইকিয়া হ'ল।

জেলৰ ভিতৰত মহেশে শান্তিৰে শুবলৈ নৌপাওঁতেই সেই পৈশাচিক খবৰটোৱে মহেশক বজ্ৰপাত পৰা মানুহৰ দৰে নিথৰ কৰি পেলালে। তাৰ জীয়াই থকাৰ শেষ আশাকণো ধূলিসাৎ হৈ গ'ল।

মাধুৰী ধৰ্ষণৰ বলি হ'ল।

ধৰ্ষণকাৰীক কিন্তু পুলিচে ধৰিব নোৱাৰিলে। মাধুৰীয়ে গ্লানি সহ্য কৰিব নোৱাৰি আত্মহত্যা কৰিলে। মহেশৰ মনত এই অনাচাৰী মানুহবিলাকৰ অত্যাচাৰৰ প্ৰতিশোধ ল'বলৈ মনটো উচ্‌পিচ্‌াই থকাই নহয়, খঙত সি উন্মাদ হৈ পৰিল। জেলৰ কোনো অনুশাসন নমনা হ'ল। হিংস্ৰ জন্তুৰ দৰে গুজৰি-গুমৰি তাক শুবলৈ দিয়া কম্বলখনো দাঁতেৰে ফালি চিৰাচিৰ কৰিলে। থাল-বাতি ভাঙি চেপেটা কৰিলে। বাৰ্ডাৰৰ মাৰলৈ কেৰেপ নকৰি দুগুণে উৎপাত আৰম্ভ কৰি দিলে।

সি অসুৰলৈ ৰূপান্তৰিত হ'ল।

.... এদিন তাৰ ম্যাদ শেষ হ'ল। ঘৰ অভিমুখে ঢাপলি মেলি মাধুৰীৰ ধৰ্ষণকাৰীক বিচাৰি উলিয়ালে আৰু দুজনকৈ ধৰ্ষণকাৰীক বীভৎসভাৱে হত্যা কৰিলে।

এইবাৰ মহেশৰ যাৱজ্জীৱন কাৰাবাস হ'ল।— এইবোৰ কথা ভাবি ভাবি সি লোহাৰ ৰ'দ দুডালত বজ্ৰলেপৰ দৰে হাত দুখনেৰে খামুচি ধৰি কঁপি থাকিল। বুকুভঙা গেঙনি এটা কান্দোনৰ সুৰত বাহিৰ হ'ল। মূৰটোৱে লোহাৰ ৰ'ডত খুন্দিয়াবলৈ ধৰিলে............। □□

# কাৰাগাৰৰ ডায়েৰি

(২য় খণ্ড)

## সূচীপত্ৰ

# ডকাইতিৰ গোচৰত কাৰাগাৰত বন্দী
## 'যদুমণি'



পুহৰি পুহৰি হওঁতেই যদুমণি শোৱাৰ পৰা উঠি আহিল। পুৱালী কিৰণৰ চিটিকনি সিহঁতৰ গাঁওখনত পৰাই নাই এথোন।

যদুমণিয়ে চোতালতে গাটো এঙামুৰি দি বাঢ়নীদাল লৈ ছাগলীৰ চাংঘৰটোত উঠি সাৰিবলৈ ধৰিলে। ছাগলীৰ লাদখিনি ঝৰ্ ঝৰকৈ তললৈ সৰি পৰিল। ছাগলীৰ পোৱালি দুটা মাকৰ লগত চাঙতে খদম্দম্ লগালে।

যদুমণিয়ে এইবাৰ চাংঘৰটোত লেপেটাকাঢ়ি লৈ পোৱালি দুটাক এটা এটাকৈ কোঁচত সুমুৱাই মৰম কৰিলে, চুমা খালে। ছাগলীজনীয়ে যদুমণিৰ উকা

পিঠিখনত মুখখন ঘহি দিলে।

এইবাৰ সি জখলাদাল দুৱাৰখনত ভালকৈ পাতি দি একাষৰীয়াকৈ ধৰি থাকিল। পোনতে মাক ছাগলীজনী সতৰ্কতাৰে তললৈ নামিল। পাছে পাছে ডেওঁ দি দি খৰকৈ পোৱালি দুটা তললৈ জপিয়াই নামিল। তলৰ পৰা ছাগলীজনীয়ে যদুমণিলৈ মূৰ তুলি চালে। ওচৰতে কোমল কোমল ঘাঁহ আছে, যদুমণিৰ আজ্ঞা নাপালে তাই নিজে ঘাঁহত মুখ নিদিয়ে।

এইবাৰ দুৱাৰখন জপাই জখলাদাল একাষত আওজাই থৈ যদুমণি ছাগলীজনীৰ ওচৰত আকৌ বহি পৰিল। দুয়োটা পোৱালি তাৰ কোঁচত উঠি খেলা কৰিবলৈ ধৰিলে।

যদুমণিৰ অন্তৰৰ শোকৰ টুকুৰাবোৰ মুখেৰে ওলাই আহিল—

ঃ বগী, মই আজি যামগৈ। বহুত দূৰলৈ। এঘৰ মানুহৰ ঘৰত থাকিবলৈ যাম। তহঁতক কিমান দিনলৈ দেখা নেপাম—

আৰু সি ক'ব নোৱাৰিলে, ছাগলীজনীয়ে তধা লাগি যদুমণিলৈ চাই আছে। মাজে মাজে মাথোন খৰা নেজদাল লৰাইছে।

ঃ তহঁতক আকৌ জানো দেখিবলৈ পাম ?

—শোকত যদুমণিৰ চকুপানী ধাৰসাৰে বৈ আহিল।

মাকে ভিতৰৰ পৰা তাক মাতিলে—

ঃ বোপাই—।

সি পোৱালি দুটা কোঁচৰ পৰা নমাই দিলে। মাকজনীৰ গাটো পিচলাই পিচলাই মৰম কৰি কলে—

ঃ বগী, পোৱালি দুটা মন কৰিবি। শিয়াল, কুকুৰৰ পৰা বচাই ৰাখিবি। ফুট গধূলিৰ আগে আগে ঘৰ সোমাবিহি।

যদুমণিয়ে বাৰীৰ জপনাখন খুলিদি ক'লে—

ঃ যা, ঘাঁহ খ'গৈ। চোমনিৰ ফালে নাযাবি।

মাকে শেতেলিৰ পৰা নামি বাজ ওলাই যদুমণিৰ ফালে চাই হুমুনিয়াহ এটি কাঢ়ি চৰক্ চৰক্কৈ চোতালখন সাৰিবলৈ লাগিল। যদুমণিয়ে এইবাৰ হাঁহৰ গড়ালটোৰ দুৱাৰখন খুলি দিলে। পেক্ পেক্কৈ হাঁহ দুজনী পথাৰৰ ফালে আগুৱাই গ'ল। যদুমণিয়ে গৰালত হাত সুমুৱাই কণী এটা উলিয়াই আনিলে।

মাকে দূৰৰ পৰা দেখি মৰমেৰে ক'লে—

ঃ যা থৈ দেগৈ। এইটো বেচিবলৈ নথওঁ ! তোক যাবৰ সময়ত সিজাই-পকাই দিম।

যদুমণিয়ে মুখেৰে নেমাতিলে। সি মাকৰ ওচৰলৈ আগবাঢ়ি গৈ হাতৰ বাঢ়নিপাত আজুৰি লৈ ক'লে—

ঃ তই যা, গাটো তিয়াই আহ। মই সাৰো।

মাকে ভেবা লাগি ক্ষন্তেক তালৈ চাই পুখুৰীত জোবোৰা মাৰি আহিলগৈ। তিতা তিয়নিৰে তুলসীৰ গুৰি ৰঙা মাটিৰে মচিলে আৰু তিয়নি সলাই আখললৈ গ'ল।

যদুমণিয়ে শেৱালি ফুলকেইপাহমান আলফুলে বুটলি পিৰালিটোত থলে আৰু চোতালখন সাৰি দলঙত বহি মুখ হাত ধুলে। মাকে ক'লে—

ঃ বোপাই, চেপাটো দাঙি চাচোন— খলিহা পুঠি কি লাগিছে। মই চৰু জুৰিছোৱেই, ভাত মুঠি খুৱাই-বুৱাই তোক গটাবগৈ লাগিব।

চেপাৰ মুখত ঢোৰা সাপ এদালে পিঙপিঙাই ফুৰিছিল। যদুমণিয়ে দলি এটা মাৰি দিয়াত সাপদাল অন্তৰ্দ্ধান হ'ল। সি চেপাটো কণ পুখুৰীটোত জুবুৰিয়াই চকুৰ আগলৈ দাঙি চালে— আজি ভালেকেইটা মাছ লাগিছে। কুচিয়াও আছে। তাৰ অকণমান হাঁহি উঠিল। সৰুতে সি কুচিয়া দেখিলে সাপ বুলি চিঞৰিছিল। মাকে লুকাই চুৰকৈ কুচিয়াৰ মোটটো গুচাই সিজাই-পকাই তোৰা, বটীয়া বুলি তাক খুৱাইছিল। খালে গাত বল শক্তি হ'ব, তেজ হ'ব।

যদুমণিয়ে পুখুৰীটোত সাতুৰি-নাদুৰি ভালেমান পৰ গা ধুলে।

মাকে ঘৰখনত যি য'ত ভাল বস্তু আছিল টেকেলিত জুমি জুমি চাই তাৰ মুখত গুজিলে। মাছ কেইটাও কুটি বাচি ৰান্ধিলে। হাঁহৰ কণীৰে সৈতে ভাত কেইটামান তাক উগাৰি যোৱাকৈ খুৱালে। মাকেও এগৰাহ খালে। ফটা-ফুটা সি, গাৰুৰ তলত জাপি কুঁচি থোৱা তাৰ সাজযোৰ পিন্ধাই খোৱাতেল এচলু মূৰ, গাৰে-পাৰে সানি দিলে। টিঙৰ বাকচটো খুলি আধলি এটা আৰু সিকি দুটা উলিয়াই তাৰ জেপত সুমুৱাই দিলে। নিজেও পুৰণা হলেও পোচাকী সাজযোৰ উলিয়াই পিন্ধি দুৱাৰত দাংদাল দি ওচৰৰ ৰমলাক ৰিঙিয়াই ক'লে—

ঃ ঘৰটো চাবি। মই বোপাইক থবলৈ ওলালো। বাটো ভালেমান। আহোঁতে বেলা যাব।

****

ডকাইতিৰ গোচৰত কাৰাগাৰত বন্দী 'যদুমণি'

কাৰাগাৰৰ ভিতৰ সোমায়েই যদুমণিয়ে চাৰিওফালে চকু ফুৰালে। এইখন এখন বেলেগ ৰাজ্য। বহুত ঘৰ। ডাঙৰ ডাঙৰ গছ। খেতিবাতি আৰু ইমানবোৰ চোৰ ডকাইত— জেল খটা মানুহ!

যদুমণিক প্ৰহৰীজনে জুভেনাইল কক্ষটোলৈ লৈ গ'ল। ঘৰটো এমুৰীয়া।

ঘৰটোৰ ভিতৰত তাৰ প্ৰায় কাণ সমনীয়া কেইবাটাও ল'ৰা আছিল। দুই এটাই বগৰা-বগৰি খেল খেলিছে, দুই এটাই কিবা কিবি কাম কৰিছে আৰু কেইটামান শুই বহি আছে।

যদুমণিক দেখি আটাইবোৰ ৰৈ গ'ল। দুটামানে খিলখিলাই হাঁহিলে। প্ৰহৰীজনে যদুমণিক ক'লে—

ঃ যা, সোমাই থাক। গণ্ডগোল নকৰিবি।

ক্ষীণ-মিন, লেটেঙা ল'ৰা এটাই যদুমণিক আদৰি নিলে—

ঃ আহা বন্ধু! কি সকামত ইয়ালৈ আহিলা?

লগে লগে আন দুটামানে চিঞৰিলে—

ঃ আয়ে দেহি! জেলৰ ভাত খাবলৈ মন গ'ল!

ঃ গোচৰনো কি?— চুৰি, ডকাইত, জেপ কটা, ছোৱালী জোকোৱা—

যদুমণিৰ খঙ উঠিছিল যদিও মুখেৰে নেমাতিলে।

কাৰাগাৰত প্ৰথম দুদিনমান তাৰ আচহুৱা লাগিছিল যদিও পাছলৈ খাপ খুৱাই ল'লে। বিশেষ কাম নাই। আৰামত খাই-বই থাকিব পাৰি। পেটৰ ভোক মাৰিবলৈ দুবেলা দুসাজিৰ কাৰণে গাধ খাটনি দিব নালাগে। অৱশ্যে গাঁৱত থকাৰ দৰে মুকলি মুৰীয়াকৈ ফুৰিব নোৱাৰি। লোকৰ বাৰীত সোমাই বা ঢাপে ঢাপে জপিয়াই বৰণ ধৰাৰ আগৰে পৰাই বতৰৰ ফলমূল খাই ফুৰিব নোৱাৰি। নামঘৰৰ বৰসবাহ, ফাগুৱা, ভাওনা আদিত ৰঙ ৰহইচ কৰিব নোৱাৰি।

গাঁৱৰ বেলেগ অঘাইতং ল'ৰাৰ দৰে সি কেটেপাৰে চৰাই-চিৰিকতি নেমাৰিছিল। দহে বেয়া পোৱা কাম সততে নকৰিছিল। কোনোবাই যদি তাক কয়,— 'যদুমণি বেগাই যাচোন, বগৰী তলৰ দোকানখনৰ পৰা কেৰাচিন এচাকি আনি দে'— সি টপককৈ গৈ কামটো কৰিছিল।

পঢ়াশালিত দুশ্ৰেণীমান পঢ়ি যদুমণিৰ পঢ়া নহ'ল। সন্নিপাত জ্বৰত পিতাক ঢুকুৱাত মাকৰ ঘৰে ঘৰে গেবাৰী খাটনিত সি পঢ়া এৰি মাকক সহায় কৰিলে। কেঁচাখৰি ফুৱাই ফুৱাই মাকৰ যেতিয়া চকুৰ-নাকৰ পানীৰে নাকনি কাননি হয়,

সি লৰি গৈ চোমনিৰ পৰা শুকান খৰি বুটলি আনে। ফুঁটকলা আৰু সৰু-সুৰা গছ কাটি আৰু জেংখৰি গোটাই শুকাই-উবাই মাকক চাউলমুঠি সিজাবলৈ যতনাই দিয়ে। নিজৰ ৰূপিত মাটি নাই যদিও মাকৰ লগত লোকৰ পথাৰলৈ গৈ কঠীয়া কঢ়িওৱা, পথাৰলৈ জলপান আনি দিয়া কামবোৰ কৰি দিয়ে। নাঙলৰ আগেপিচে সীৰলুত জপিওৱা পুঠি উঁৰিকণা ধৰি গৃহস্থকো দিয়ে, নিজেও আনে।

কাৰাগাৰত কিছুদিন থকাৰ পিছত যদুমণিৰ আমুৱালে। সি ওপৰে ওপৰে যিটো দেখিছিল আচলতে সেইটো নহয়। ইয়াত অৰাজকতা বেছি। এই আৰামত তাৰ তিতা কেহা লাগিল।

কাৰাগাৰৰ ভিতৰত এখন পঢ়াশালি আছে। সি থকা ঘৰটোৰ প্ৰত্যেক ল'ৰাকে পঢ়োৱা ঘৰটোলৈ যাবলৈ কয়। নগ'লে প্ৰহৰী কেইজনে হুমকি দিয়ে।

যদুমণিয়ে পেটে পেটে ভালেই পালে। হওক তেওঁ, দুটা কথা শিকিব পাৰিব আৰু চিঠি লেখিব পাৰিলেই হ'ল।

সি যেতিয়া গাঁৱৰ পঢ়াশালিলৈ যাবলৈ বাদ দিছিল, টংক মাষ্টৰে আৰু কেইশ্ৰেণীমান পঢ়িবলৈ বৰ যত্ন কৰিছিল। মাকক কৈছিল—

ঃ জেতুকী, পুতেৰৰ মগজটো চোকা। তাক পঢ়িবলৈ দে। কিতাপ, ফলি ফলুগুটি ময়ে দিম। নপঠোৱাকৈ নেথাকিবি।

মাক জেতুকীৰ তাক পঢ়োৱাৰ মন আছিল যদিও যদুমণিৰ পঢ়া নহ'ল।

কাৰাগাৰৰ শিক্ষকজন সদায় নাহে। সময়ৰো ঠিক নাই। মন গ'লে আহে, মন নগ'লে নাহে। আহিলেও সিহঁতক নিজে নিজে পঢ়ি থাকিবলৈ কৈ পাক এটা মাৰি ওলাই যায়। ল'ৰাবিলাকে ক'ত পঢ়িব?

কেইটামান ল'ৰাই ছোৱালীৰ দৰে চেংগুটি খেলিব, দুটামানে ফলিত বেয়া ছবি আঁকি দেখুৱায়, কেইটামানে কি গোচৰত আহিলে, কি চমকলগা কাম কৰিছিল, পুলিচৰ চকুত ধূলি দি শেহত কেনেকৈ ধৰা পৰিল, কোন ডাঙৰ গেঙত আছিল, এইবোৰ নানা তৰহৰ কথাৰ মহলা মাৰে। কেইটামানে অনবৰতে দবৰা দবৰি কৰি থাকে। গামোচাখনেৰে মূৰত ওৰণি লৈ দৰা কইনা হয়। কেইটামানে অবাইচ মাত মাতে— অসভ্য কথা কয়।

এদিন হঠাতে যদুমণিহঁতে খবৰ পালে কাৰাগাৰৰ শিক্ষকজন ঢুকাল। তাৰ পিছত বহুত দিনলৈ মাষ্টৰ নাই। কাৰাগাৰৰ স্কুল বন্ধ।

কাৰাগাৰৰ ভিতৰৰ মুকলি ঠাইবোৰত বতৰৰ খেতিবোৰ কৰে। ল'ৰা

বিলাকক খেতিৰ কামত লগোৱা হয়। প্ৰায়বোৰ উদগু ল'ৰাৰে কাম কৰাৰ প্ৰবণতা দেখা পোৱা নাযায়। যদুমণিয়ে অৱশ্যে উত্ৰাৱল ল'ৰা বিলাকৰ লগত বেবেৰিবাং কথাবোৰ শুনি থকাতকৈ বা ইটোৱে সিটোৱে যুঁজি থকাতকৈ কবি পুলি খোচৰা, শাকত পানী দিয়া কামবোৰ কৰি ভাল পায়।

জুভেনাইল বেৰেকত যিমান কেইটা ল'ৰা আছে তাৰ সৰহ সংখ্যকেই অনুন্নত সম্প্ৰদায়ৰ বা বনুৱা শ্ৰেণীৰ লোক। দুই এটা দুখীয়া ঘৰৰ হ'লেও ভদ্ৰ আৰু মাৰ্জিত। গতিকে অন্যান্য পুৰুষ কয়েদীসকলৰ লগত পৃথককৈ ৰাখিলেও কাৰাগাৰত সংশোধন হৈ এই কমবয়সীয়া ল'ৰা বিলাকে ওলাই গৈ সজ পথেৰে সৎ হৈ জীৱন নিৰ্বাহ কৰিব বুলি ক'ব নোৱাৰি।

কাৰণ জেলৰ পৰিবেশত পৰি যদি ভদ্ৰ ঘৰৰ দুই এটা সন্তান আছেও, সিহঁত নিম্ন স্তৰৰ অপৰাধীহঁতৰ মাজত থাকি থাকি প্ৰকৃত মানসিকতা হেৰুৱাই পেলায়। ইটোৱে সিটোৰ পৰা এনেকুৱা অসৎ শিক্ষা আহৰণ কৰি পেলায়— সিহঁতে যিকোনো সমাজবিৰোধী কামত লিপ্ত হ'বলৈ কুণ্ঠাবোধ নকৰিব। কাৰাগাৰ সততা, ভদ্ৰতা, সদাচাৰৰ ঠাই নহয়। ভদ্ৰ কোনোবা থাকিলেও সংগত পৰি অভদ্ৰ হৈ পৰে।

কাৰাগাৰত জেপলুৰুকা ল'ৰা কেইবাটাও আছিল। যদুমণিয়ে সিহঁত কেইটাৰ পৰা বহুতো নজনা-নুশুনা কথা শিকিলে। সি বিৰক্ত নোহোৱাকৈও থকা নাছিল। সিহঁতৰ কাণ্ড-কাৰখানাৰ কথা শুনি সি তভক মাৰিলে। চৰ, লাঠি, ৰাজহুৱা লাঞ্চনা খাইও কেনেকৈ ফূৰ্ত্তিবাজ হৈ সিহঁতে একেবোৰ কামকে কৰে, যদুমণিৰ আচৰিত লাগিল।

দুই এটা নাবালক ল'ৰাই আকস্মিক উত্তেজনাৰ বশৱৰ্তী হৈ গুৰুতৰ ঘটনা ঘটাই কাৰাগাৰলৈ আহিব লগা হৈছে। সৎ স্বভাৱৰ ল'ৰা অসৎ মানুহৰ প্ৰৰোচনাত পৰিও সাংঘাতিক কাণ্ড কৰি পেলোৱাৰ উদাহৰণ আছে।

যদুমণি আগতে হেবাং আৰু অঁকৰাটো আছিল। সি আজিকালি সকলো কথাৰে ভু-পোৱা হৈছে। টোকৰ মাৰিলেই আচল কথা গম পায়।

এদিন এটা ল'ৰাই ঠাগুত কঁপিছো বুলি তাৰ জাপৰ তলত [illegible]লেহি। ল'ৰাটোৰ কু-মতলব আৰু কু-কাৰ্যৰ কথা জানিব পাৰি ঘৃণাত তাৰ মুখখন বিকৃত হৈ গ'ল। এই প্ৰস্তাৱ দুই এজন ডাঙৰ কয়েদীয়েও তাক নিদিয়া নহয়, যদুমণিয়ে ভাবিলে, কাৰাগাৰৰ ভিতৰৰ এই জগতখনত ভাল মানুহ এটাও নাই। এইবোৰ মানুহৰ আচৰণ বিধি অদ্ভুত, আচহুৱা।

## ডকাইতিৰ গোচৰত কাৰাগাৰত বন্দী 'যদুমণি'

অন্য এদিন ল'ৰাবোৰে ভাত খাবলৈ দিয়া এনামেলৰ থালবোৰ লৈ ইটোৱে সিটোৰ গালৈ দলিওৱাদলি খেলোতে প্ৰায় বিলাক থালেই চেপেটা লাগিল। কথাটো জানিব পাৰি কয়েদী মেট এটা আৰু প্ৰহৰী এজনে কেইবাটাও ল'ৰাক লাঠিৰে কোবালে। লগতে যদুমণিয়েও কেইবাটাও কোৰ খালে— যদিও সি সেই খেল খেলা নাছিল।

সেইদিনা যদুমণিৰ মনটো বৰ বেয়া লাগিল। চকুপানী বোৱাই বোৱাই সি ভালেমান নিশালৈকে খুব কান্দিলে। তাৰ মাকলৈ মনত পৰিল। সি কৰা ভুলৰ কাৰণে তাৰ নিজৰ ওপৰত খঙ উঠিল।

পিছদিনা যদুমণি কামলৈ নগৈ বাৰান্দাত আমন-জিমনকৈ বহি থাকিল। প্ৰহৰীৰ টান কথাইও তাক লৰচৰ কৰাব নোৱাৰিলে।

সি এপাকত ভিতৰলৈ সোমাই গৈ সেমেকা পকাৰ মজিয়াখনত গামোচা এখন পাৰি মূৰে-কপালে হাত দি শুই পৰিল। দুচকু জপাই থলত তাৰ জীৱনৰ এৰি অহা কথাবোৰ মনলৈ আহিল।

যদুমণিৰ বাপেক বৰ সোপাটিলা আৰু কৰ্ম বিমুখ মানুহ আছিল। ভাং খায়। বিড়ি হুপি হুপি হাড়ে ছালে লগা মানুহটো প্ৰায়েই ডুখৰি পীৰা এডোখৰ লৈ কাহি কাহি পিৰালিত বহি থাকে। আকাশ-পাতাল ভাবে। মাক জেতুকীয়ে নিজৰ ঘৰত কৰা কামৰ উপৰি পৰৰ ঘৰটো লেদেনা উকটি ফুৰে। কাৰোবাৰ ঘৰত বিয়া সকাম হ'লে মাকৰ কামৰ জুমুৰি উঠে। আনৰ চোতাল-ঘৰ গোবৰ পানীৰে মোচাৰ উপৰিও গামোছা-চাদৰ বোৱা, চিৰা-পিঠা খুন্দা কামবোৰো কৰে। কাৰোবাৰ ঘৰত অশৌচ লাগিলেও কাম বাঢ়ে, কেঁচুৱা জন্ম হ'লে ধাইৰ কামো কৰে।

জোৰা-টাপলি মাৰিও ঘৰখন চলাব নোৱাৰি জেতুকী মাজে মাজে হতাশ হৈ পৰে। ৰাংঢালী মুখখন কোদোবাহ হৈ থাকে। অনবৰতে কপালৰ ৰেখা কেইডাল কোঁচখাই থাকে। গিৰিয়েক উদাসীন। সময়মতে মলা ধপাত চিলিম নাপালে, বিড়ি ভাং নাপালে খেঙুখেঙাই থাকে। মাকে অতিষ্ঠ হৈ বিনাদোষত যদুমণিক ধুপুৰ ধুপুৰ কোবায়।

যদুমণিৰ বায়েক জবা-— গাভৰু হোৱাৰ পিছতে গাঁৱৰে কেওঁটৰ মাজু পুতেকৰ লগত পলাই গ'ল। মাকে পেটে পেটে বেয়া নেপালে; যদিও অৱস্থাপন্ন কেওঁটৰ পৰিয়ালৰ পৰা জেতুকীয়ে চৰ লাঠিৰ বাহিৰে সকলো গঞ্জনা সহিব লগা হৈছিল। জোৱায়েকে অন্য এখন গাঁৱৰ চাৰিআলিত মণিহাৰী দোকান এখন

দি জীয়েকক খুৱাই বুৱাই ৰাখিছে।

বাপেকৰ মৃত্যুৰ পিছত আঁউসী, অমাৱস্যাত লঘোণে থাকি থাকি মাকৰো গাত জঁকাটোহে ৰ'লগৈ। তাৰেই লোকৰ ঘৰে ঘৰে বন কৰি কৰি যদুমণিক দুবেলা দুমুঠি খুৱাই বুৱাই তুলিলে। কিন্তু মনৰ শকতিও লাহে লাহে কমি আহিল। যদুমণিযে পঢ়াশালি এৰিলে।

জেতুকীৰ অকুণ্ঠ হেপাঁহ আছিল যদুমণিক স্কুলীয়া বিদ্যা শেষ কৰাই কাৰোবাক খাটি-মেলি পিয়নৰ চাকৰি এটাত সুমুৱাই দিব । কিন্তু নোৱাৰিলে। এদিন গাঁৱৰ মৌজাদাৰৰ জীয়েক চম্পা মাকৰ ঘৰলৈ আহোতে জেতুকীয়ে চম্পাক লগ ধৰিলে। জীয়ৰী কালতে চম্পাৰ লগত জেতুকীৰ চা-চিনাকি। জেতুকীৰ বোপাইৰ ঘৰো কাষৰ গাঁওখনতে।

ঃ চম্পা! তুমি মোক কাম এফেৰা কৰি দিলে বৰ উপকাৰ কৰা হ'ব। মই কেনেকৈ জীয়াই আছো তুমি দেখিছাই। যদুমণিক তোমাৰ লগতে ৰাখি ইস্কুলত পঢ়াব নোৱাৰিনে? তোমাৰ ইখন-সিখন বনো কৰি দিব।

চম্পাই গমি চালে। কথাটো বেয়া নহয়। বনকৰা ল'ৰাৰ প্ৰয়োজনো হৈ আছিল। চম্পাই ক'লে—

ঃ ঠিক আছে। হ'ব। এদিন গৈ থৈ আহিবিগৈ। তোৰ ল'ৰা উৎপতীয়া নেকি? তাত আকৌ টিঘিলঘিলাই ফুৰিলে নহ'ব।

জেতুকীয়ে আশাৰ চমক দেখা পালে। পুতেকক আঁতৰাই পঠিওৱাৰ বেদনাক প্ৰশ্ৰয় নিদি বুজাই বঢ়াই এদিন নগৰৰ চম্পাৰ ঘৰলৈ পুতেকক লৈ গ'ল।

চম্পাৰ গিৰিয়েক উকীল। নগৰত থাকে। ঘৰখনলৈ সোমায়েই জেতুকীৰ চকু চাট্ মাৰি ধৰিলে। ডাঙৰ ঘৰ-দুৱাৰ। ইমান সুন্দৰ সুন্দৰ বয় বস্তু!

ঃ বৌ, মই তোৰ লগত যামগৈ। ইয়াত নাথাকো!

পুতেকৰ থুন-থুননিত জেতুকীৰ বুকুত শোকে খুন্দামাৰি ধৰিছিল যদিও কঠোৰ হৈ ক'লে—

ঃ তই নিজে খুটি খাব পৰা হোৱালৈকে ইয়াতে থাক। বনো কৰিবি, ইচ্কুললৈকো যাবি। দুবেলা-দুমুঠি ভালকৈ খাবলৈ পাবি।

উকীলনী চম্পাক দঢ়াই দঢ়াই পুতেকক চাবলৈ কৈ জেতুকী ঘৰলৈ উভতিল। পাছফালৰ পৰা পুতেকৰ 'বৌ' 'বৌ' বোলা উচুপনি বহুত দূৰলৈকে

শুনিলে যদিও উভতি নাচালে। কোবাকুৰিকৈ আগবাঢ়িল।

(২)

মৰমৰ ছাগলীজনীৰ পৰা বিদায় লৈ নগৰৰ উকীলৰ ঘৰলৈ আহিবৰ দিন ধৰি যদুমণিয়ে ঘৰলৈ পাক মাৰিব পৰা নাই। বিহু সংক্ৰান্তিত মাকে ঘৰলৈ এখন্তেক আনিবলৈ গ'লে উকীলৰ ঘৰৰ মানুহে যিখিনি জঞ্জালৰ কথা ক'ব, শেষত গৈ যদুমণিৰ ঘৰলৈ অহা নহয়গৈ।

সেই প্ৰথম দিনা ওলাই অহাৰে পৰা উকীলৰ ঘৰ, পাছত কাৰাগাৰ— যদুমণিৰ আৰু নিজৰ ঘৰৰ ভেটিত ভৰি দিয়া নহ'ল।

প্ৰহৰী এজন আহি যদুমণিক সুধি গ'লহি— তাৰ অসুখ নেকি? সি বাগৰ সলাই 'ও' বুলি কৈ থলে।

উকীলৰ ঘৰত থকা সময়চোৱা যদুমণিৰ বাবে সুখৰ দিন নহয়। সি গাধই খটাৰ দৰে কাম কৰিলে, বিনিময়ত সি একো নাপালে। স্কুলত নাম লগাই দিছিলে যদিও পঢ়া নহ'ল। কামৰ খুন্দাত কিতাপ মেলিবলৈ বা স্কুললৈ যাবলৈ সময় নাপালে। মুখৰ মাত এষাৰ ভালকৈ নেপালে, খাবলৈকো ভালকৈ নিদিলে। কাণ-মোচৰা, চৰটো-কিলটো অনবৰতে থাকেই। তথাপি মাহেকৰ মূৰত টকা ত্ৰিশটা মাকলৈ পঠাব পাৰে কাৰণে যদুমণিয়ে সহি-সামৰি থাকিল।

উকীল মানুহজন ভাল। ঘৈণীয়েকজনী কিবা ধৰণৰ। উগ্ৰ প্ৰসাধন কৰে। শকত দেহাটোত লাজ লগাকৈ কানি কাপোৰ পিন্ধে। পুৱা এটা দীঘল চোলা পিন্ধি লৈ দাত ঘঁহা ব্ৰাচপাত হাতত লৈ ৰাস্তাত তহল দি ফুৰে। দেখিলেই কেনেবা লাগে। উকীলনীয়ে যদুমণিক অহৰহ কেট-কেটাই থাকে। তেওঁৰ মানত ধৰ্ম বোলা বস্তু নাই। গুৰু-গোসাই নামানে। ক্লাবলৈ গৈ ইবিধো ধৰে। পৰপুৰুষৰ লগত নাচ-বাগ কৰে। নিজৰে ড্ৰাইভাৰৰ লগত হলি গলিখন কৰে। যদুমণিয়ে এইবোৰ কথা চব গম পালে।

উকীল-উকীলনীৰ ল'ৰাটোও অধঃপাতে যোৱা বিধৰ। সিও বেয়া বস্তু সকলো খায়। যদুমণিৰ হতুৱাই দামী দামী চিগাৰেট আনি খায়। যদুমণিয়ে চিগাৰেটৰ পেকেটটো লিৰিকি-বিদাৰি শুঙি চায়। ফুৰফুৰিয়া গোন্ধ। তেওঁলোকৰ ছোৱালীজনী ঠাণ্ডা প্ৰকৃতিৰ আৰু ভাল।

যদুমণি নগৰত থাকি অঘাইতং কিছু নোহোৱা নহয়। উকীলনী বাইদেউ আবেলি ফুৰিবলৈ গ'লেই সি ভুটুং কৰে এক ফাৰ্লংমান দূৰৈত থকা চাৰিআলিটোৰ

ওচৰ পায়গৈ। তাত সি কিছু সময়ৰ বাবে ৰৈ থাকিলেও পৃথিৱীখনৰ বিচিত্ৰ ৰূপ দেখা পায়। ধুনীয়া ধুনীয়া ছোৱালীবোৰ ৰাস্তাইদি অহা-যোৱা কৰিলেই চেঙেলীয়া ল'ৰা মখাই জোকায়, সুহুৰিয়ায়, অবাইচ শব্দ লগাই কথা কয়। কেইযোৰামান ডেকা-গাভৰুৱে সেইখিনিতে লগ হৈ ফুঁচফুচাই কথা পাতে। যদুমণিয়ে এইবোৰ দেখি শুনি অবাক হয়। সেই ঠাই ডোখৰলৈ সদায় পাক এটা নামাৰিলে তাৰ ভাল নালাগে। কিমান দিন উকীলৰ ঘৰৰ প্ৰত্যেকজন মানুহৰ পৰা তাৰ এই পিঙপিঙাই ফুৰা স্বভাৱটোৰ কাৰণে গালি খাইছে, থকৰামুকটি খাইছে ঠিক নাই, তথাপি সি সুবিধা বুজি ঘৰৰ কাম খৰধৰকৈ কৰি ওলাই আহে।

ল'ৰাবিলাকে ছোৱালীক ইমান ভাল পায় কিয়? উকীলৰ ঘৰৰ জোনামণি বাইদেউক তাৰ চব্‌চে ভাল লাগে। ইমান ধুনীয়া— গোটেই গাটো দেখিবলৈ মাখনৰ দৰে লাগে।

গাঁৱত থাকোতে যদুমণিৰ লগ ল'ৰাতকৈ ছোৱালীয়েই বেছি আছিল। তাৰ ভিতৰত আটাইতকৈ তাৰ ফুলক বেছি ভাল লাগিছিল। সৰুতে তাই শেঙুননাকী আৰু পেন্দুৰী আছিল। সি তেতিয়া ফুলক দেখিব নোৱাৰিছিল। লেতেৰী বুলি জোকাইছিল, নাকৰ শেঙুনখিনি উশাহেৰে উজাই হাতেৰে নাকটো ওপৰ মুৱাকৈ মচোতে মচোতে কেটুকুৰি ক'লা হৈছিল। কিন্তু পিছলৈ লাহে লাহে তাইৰ লেতেৰা গুণবোৰ নাইকিয়া হ'ল। লেবা মাতকথাও পোন হ'ল। বগী আৰু ধুনীয়াজনী হৈ পৰিল। তাইৰ লগত যদুমণিয়ে লুকাভাকু খেলি ভালপোৱা হ'ল। তাইৰ সঙ্গ নেৰা হ'ল। আনকি পথাৰৰ দাঁতিৰ ঢাপ বিলাকত হোৱা কচুৰ থোৰ, ঢেঁকীয়া শাক একেলগে বুটলি ভাল পোৱা হ'ল।

যদুমণি নগৰলৈ অহাৰ খবৰটো শুনি কেইবাদিনৰ আগৰে পৰা তাই মুখ ওন্দোলাই আছিল। যদুমণিয়ে যোৱাৰ আগমুহূৰ্তত মাত দিবলৈ যাওঁতে তাই তাৰ হাতত আমলখি দুটামান গুজি দি সুধিছিল—

ঃ যদুমণি আকৌ কেতিয়া আহিবি?

ঃ আৰু নাহো। নগৰতে থাকিম।

ঃ ধেৎ। মাজে মাজে আহিবি। তই নেথাকিলে মোৰ মনটো বৰ বেয়া লাগিব। তোৰ লগতে খেলিছিলো।

ঃ ভোলাৰ লগত খেলিবি।

ঃ ইহ্‌, সেই চকু টেলেকাটো? তাক মই দেখিবই নোৱাৰো। ইমান

আপোন পেটীয়া!

ঃ মই যাওঁ এতিয়া। বিহুত পাৰিলে আহিম।

ফুলে সেইবাৰ বিহুত তাঁলৈ বাট চাইছিলনেকি বাৰু? সি সেইবাৰ বিহুত ঘৰলৈ গৈ ফুলক দিবলৈ খাৰু, মণি, কিলিপ— কিব্বা কিনিছিলেও। পাছত সি যাব নোৱাৰি মাকৰ হাততে দি পঠিযাইছিল। ফুলেও এবাৰ কাপোৰ এডোখৰ বজাৰৰ পৰা অনাই ৰুমাল সি, চুকত বেঙ্গীৰে ফুল তুলি যদুমণিলৈ দি পঠিয়াইছিল।

যদুমণিয়ে ভাবিবলৈ ধৰিলে— ফুল এতিয়া বাৰু কিমান ডাঙৰ হ'ল? জোনামণি বাইদেউৰ লেখিয়া ধুনীয়া হৈছে নেকি বাৰু? গাঁৱৰ ছোৱালীবোৰে সাজিব কাচিব নাজানে। চাফচিকুণ হৈ থাকিব নাজানে। সি জেললৈ অহাৰ কথা গম পাই তাই বাৰু কি ভাবিছে? জেলৰ পৰা ওলাই গৈ সি ফুলক দেখা দিবনে বাৰু?

উকীলৰ ঘৰৰ ওচৰৰ চাবি আলিৰ চকত সি এদিন এটা 'দাদা'ক লগ পালে। ওখ, ফিট্-ফাট, টাইট লংপেণ্ট চাৰ্ট। চকুত ক'লা চচ্মা, প্ৰথম দিনা যদুমণিৰ ফালে দাদাজনে কেইবাবাৰো চাইছিল যদিও মাতবোল কৰা নাছিল। পিছদিনা যদুমণিৰ কান্ধত হাতখন থৈ সুধিলে—

ঃ ঐ, তোৰ নাম কি অ'?

ঃ যদুমণি।

ঃ ক'ত থাক?

ঃ উকীলৰ ঘৰত।

ঃ কোনখিনিত?

ঃ সৌ সেউজীয়া টিনপাতৰ ডাঙৰ ঘৰটো—

ঃ হো ল—

দাদাজনে যদুমণিৰ হাতত টফি দুটা গুজি দিলে। ইমান সোৱাদ! চুপি চুপি যদুমণিয়ে ভাবিলে দাদাজন ইমান মৰমিয়াল।

তাৰ পিছদিনা দাদাজনে একে সময়তে ধুনীয়া এটা ভঙ্গিমাৰে থিয় দি থাকোতে যদুমণিয়ে আগবাঢ়ি গৈ মাতিলে—

ঃ দাদা, কি চাইছেনো?

ডকাইতিৰ গোচৰত কাৰাগাৰত বন্দী 'যদুমণি'

ঃঅ' দোস্ত!

ঃ দোস্ত? আপুনি মোক দোস্ত বনাইছে? আপুনি বৰ মৰমিয়াল।

দোস্ত দাদাই এইবাৰ যদুমণিক মিঠাপাণ খুৱালে। তাৰ বৰ ভাল লাগিল। উকীলৰ ঘৰৰ জিন্টু দাদাটো ইমান খঙাল। যদুমণিক দেখিলেই গেঙেৰি মাৰি কথা কয়!

একসপ্তাহমান দোস্তদাদাৰ দেখাদেখি নাই। চাৰি আলিৰ দোকান কেইখনৰ ওচৰ-পাজৰৰ ঠাইখিনি যদুমণিৰ উৰুঙা উৰুঙা লাগিল। দোস্ত দাদাৰ নিশ্চয় বেমাৰ হৈছে।

এদিন মাজৰাতি। দুৱাৰত কোনোবাই টক্ টক্ কৰি আছিল যদিও টোপনিত লালকাল দি থকাৰ কাৰণে যদুমণিয়ে প্ৰথমতে গমেই পোৱা নাছিল। এবাৰ, বাগৰ সলাওতে কোনোবাই সৰু সৰুকৈ 'যদুমণি' বুলি চেপি চেপি মতা শুনিলে। সি থক্ মককৈ সাৰ পাই পৰ্দাখন দাঙি বাৰান্দালৈ ভুমুকি মাৰিলে।

যদুমণিয়ে দেখিলে বাহিৰত দোস্তদাদা। সি আচৰিত হ'ল, ইমান ৰাতিখন দোস্তদাদা ইয়াত? কিবা এটা ভবাৰ আগতে দোস্তদাদাই ক'লে—

ঃ দুৱাৰখন খুলি দেচোন, বৰ বিপদত পৰিছোঁ। তোৰ অকণমান সহায় লাগে।

যদুমণিয়ে উকীল দেউতাকক জগাব নেকি ভাবিলে। নাই— নজগায়, সকলো টোপনিত। তাক খঙহে কৰিব।

সি লাহে লাহে দুৱাৰৰ খিলিটো খুলি দুৱাৰখন ফাক কৰি বাজলৈ ভুমুকি মাৰিলে।

লগে লগেই দুৱাৰখন বাহিৰৰ পৰা জোৰেৰে ঠেলি গেৰগেৰকৈ সাত-আঠটামান ডকাইত ঘৰৰ ভিতৰলৈ সোমাই আহিল।

যদুমণি ভয়তে পেপুৱা লাগিল। সি কঁপি কঁপি দোস্ত দাদাক চালে। কতো নাই। সকলো ডকাইতৰ মুখবোৰ ক'লা কাপোৰ বন্ধা। ৰঙা ৰঙা চকু কেইটাহে ট-টকৈ জিলিকি আছে। তথাপি যদুমণিয়ে, মৰণত শৰণ দি এবাৰ মাতিলে— 'দোস্তদাদা'!

ঃ চুপ। ঘৰৰ ভিতৰত কি ক'ত আছে দেখুৱাই দে।

ডকাইত এটাই এহাতেৰে যদুমণিক টেপামাৰি ধৰি এহাতেৰে পিষ্টলটোৰে তাৰ গাত হেঁচুকি ভিতৰলৈ চোচোৰাই লৈ গ'ল।

উকীলে সাৰ পাই উঠিছিল। ডকাইত দুটাই মুখত সোপা দি বান্ধি পেলালে, উকীলনীয়ে থক্‌থককৈ কঁপি আছিল। ডকাইত এটাই চাবি খুজিলে আৰু গহনাপাতি, টকা-পইচা, সমস্ত উলিয়াই দিবলৈ ক'লে। এটা ডকাইতে যদুমণিক ক'ত কি আছে দেখুৱাবলৈ টানি লৈ ফুৰিছিল। জিণ্টুৱে কমৰ ভিতৰত চিঞৰিছিল, ডকাইত এটাই কিহবাৰে মাৰ এটা মাৰি চুপ হৈ থাকিবলৈ ক'লে। জোনামণিয়ে দৌৰি আহি মাকক সাৱটি ধৰিলে।

এটা সময়ত ঘৰৰ বয়বস্তু লণ্ড-ভণ্ড কৰি দামী বস্তু, গহনা-গাথৰি, টকা সিকা লৈ ডকাইতকেইটা সেই ঠাইৰ পৰা উধাও হ'ল। যাবৰ সময়ত টেপামাৰি ধৰি থকা ডকাইতটোৱে যদুমণিক জোৰেৰে গতা মাৰি থৈ গ'ল। সি দুৱাৰ এখনত চিটিকি পৰিল। কপাল ফাটি তেজ ওলাল।

ডকাইত ওলাই যোৱাৰ পিছৰ সময়খিনি যদুমণিৰ বাবে আৰু ভয়ানক আছিল। সকলোৱে বিচাৰ-খোচাৰ কৰি চালে ডকাইতে দুৱাৰ ভাঙি সোমালেনেকি? যদুমণিয়ে যেই সত্যকথাখিনি ক'বলৈহে পালে, জিণ্টুৱে তাক লঠিয়াবলৈ ধৰিলে। উকীলনীয়ে উধাই-মুধাই তাক চৰিয়ালে। জোনামণি বাইদেউয়ে অৱশ্যে কান্দি কান্দি তাক মৰিয়াবলৈ হাক দিলে। উকীল দেউতাই ক'লে–

ঃ তাক মৰিয়াই মাৰি শেষ কৰিব নালাগে। পোহৰ হলেই পুলিচক গতাই দিব লাগিব।

ৰাতিপুৱাই পুলিচ আহিল। ওপৰা-ওপৰিকৈ পুলিচে যদুমণিক বহুত প্ৰশ্ন সুধিলে। সি প্ৰতিটো প্ৰশ্নৰ উত্তৰ দিয়াৰ আগতে পুলিচে তাৰ ভৰি দুখনত লাঠিৰে কোবালে। সেই সময়ত যদুমণিৰ কথা ক'বলৈ গাত শক্তি নাছিল। মাৰকিল খাই গোটেই গা উখহি ভীমদলৌ দিছিল। যমৰ-যাতনা পাই সি কেঁকাই আছিল।

ডকাইতৰ গেঙৰ লগত যদুমণিৰ সম্বন্ধ থকাৰ কথা পুলিচ আৰু উকীলৰ ঘৰে মানি ল'লে। যদুমণিক নি থানাৰ লকআপত দুদিনমান পেলাই থলে। খালীপেট, জ্বৰ বিষ, মহৰ কামোৰত যদুমণি লবেজান হৈ থানাত পৰি থাকিল। কেইবাদিনলৈকো পুলিচে তাক জেৰা কৰিলে। দোস্তদাদাৰ চেহেৰাৰ বৰ্ণনা সুধিলে। সি যিমান মনত পৰিল ক'লে। পুলিচে ডকাইত কিন্তু এটাও ধৰিব নোৱাৰিলে।

যদুমণিৰ ছমাহ জেল হ'ল।

থানালৈ তাৰ মাক আৰু বায়েক ভিনিহিয়েক আহিছিল। মাকৰ অসুখ হোৱাত বায়েকে মাকক লগত ৰাখিবলৈ লৈ গ'ল। তাক দেখি মাকে হুৰাওৱাৰে

কান্দিছিল, মুখৰ পৰা এটা বাক্যও নোলাল।

........ যদুমণিৰ চকুৰ পানীৰে গামোচাখন তিতি গৈছিল। সি উঠি বহিল। গাটোত এতিয়াও বিষ। মূৰটো ঘূৰোৱা যেন লাগিল। এনেতে জেলৰ ঘণ্টা পৰিল। জেলত ৰাতিৰ ভাত সাজ সন্ধিয়াৰ আগতে দিয়ে। তাৰ পিছত গণ্টি হয়। কোঠাই কোঠাই কয়েদী বিমলাকক ভাগে ভাগে লেখিজুখি ভিতৰত সুমুৱাই প্ৰহৰী বিলাকে বাহিৰৰ পৰা ডাঙৰ ডাঙৰ তলা বিলাক লগাই থয়।

তাৰ কোঠাৰ ল'ৰা বিলাক ল'ৰা-ঢপৰা কৰি সোমাই আহিল। এচুকত দ'মাই থোৱা চেপেতা থালবিলাক হাতেৰে পোনাই সিহঁতে ভাত ল'বলৈ গ'ল। যদুমণিয়ে ভাবিলে—সি ভাত খাবনে লঘোণে থাকিব? নাই— খাব লাগিব। পেটটো ভোকত কলমলাই আছে। ওৰে নিশাটো ভোকৰ জ্বালাত টোপনি নাহিব। চেপেটা থাল এখন লৈ যদুমণি ভাত লোৱা শাৰীলৈ আগবাঢ়ি গ'ল।

লাহে লাহে যদুমণিয়ে কাৰাগাৰৰ ভিতৰৰ আদব-কায়দা শিকি পেলালে। কোন্ প্ৰহৰীক কেনে ধৰণেৰে মন যোগোৱা কথা ক'লে বা কামত হাত ধৰি দিলে ভাল পায় সি জনা হ'ল। এলাইবাদু বুলি ভবা যদুমণি সিয়ান হ'ল।

ডাঙৰ কয়েদী বিলাকতকৈ তাৰ লগৰ জেলখটা ল'ৰা বিলাক আছিল বেছি বদমাচ। অপৰাধ জগতখনৰ লগত সিহঁতৰ সম্বন্ধ বেছি আছিল। প্ৰায় কেইটা ল'ৰাই যদুমণি জেলৰ পৰা ওলাই গ'লে একেলগে থাকিবলৈ ফুচুলালে।

অন্য বেৰেকৰ বহুতো কয়েদীৰ লগত যদুমণিৰ চিনাকি হ'ল। যদুমণিৰ লগত একে সময়তে ওলাই যাবলগীয়া কেইবাটাও কয়েদীয়ে সিহঁতৰ লগত থাকিবলৈ ক'লে। দুটামানে তাক নিবলৈ আহিম বুলিও ক'লে। যদুমণিয়ে সকলোকে 'হ'ব বাৰু', 'ভাবি চাম' বুলি ক'লে যদিও সি একো ঠিক কৰিব নোৱাৰিলে। এই আটাইবোৰ যে গভাইত চোৰ ডকাইত সি জানিছিল।

যিমানেই যদুমণিৰ জেলৰ পৰা খালাচ হৈ যোৱাৰ দিন চমু চাপি আহিল সিমানেই সি দোধোৰ-মোধোৰত পৰিবলৈ ধৰিলে। জেলৰ পৰা এৰি দিবৰ দিনাখন সি কি কৰিব? গাঁৱলৈ যাবনে, নগৰত থাকি কৰবাত মূৰটো গুজি দি কিবা এটা কৰিব?

অপৰিপক্ক যদুমণিৰ মনটোৱে একো উৱাদিহ নেপালে। সি যেনিবা গাঁৱলৈ গ'লেই কিতো পাব? ঘৰটো জৰাজীৰ্ণ হ'ল। মাকে ছাগলীজনী পোৱালি দুটাৰে সৈতে আথিত থৈ বায়েকৰ ঘৰলৈ গ'ল। গাঁৱত সি ক'ৰপৰা খাব? কি কৰিব? অৱশ্যে ফুলহঁতক লগ পাব। কিন্তু ফুলে জানো আগৰ দৰে তাক চাব? ওহো—

কেতিয়াও নেচায়! জেলখটা আচামী কয়েদী বুলি তাক দেখিলে মুখ ভেঙুচাব, নেদেখাৰ ভাওঁ জুৰিব। নাই, গাঁৱলৈ যাব নোৱাৰে।

ভিনিহিয়েকৰ ঘৰলৈ যাব নেকি? বায়েক ভিনিহিয়েকহালক আৰু বোজা দিব নোৱাৰি। মাকক ৰাখিছেই। সি আকৌ ভালুকৰ সাঙ্গী হ'ব নোৱাৰে।

তেনেহ'লে সি কি কৰিব?

সি ভাবিলে ভাল সমাজত থাকিবলৈ তাৰ আৰু উপায় নাই।

যদুমণিৰ আজিকালি জেলৰ ল'ৰাবিলাকক ভাল লাগি আহিছে। সকলো ল'ৰা তাৰ দৰে অনাথ যেন লাগে যদিও তাৰ মাজতে কেইটামান জঘন্য আৰু কুৎসিত প্ৰকৃতিৰ ল'ৰা আছে।

দুই-এটা ল'ৰাই গাঁৱৰ পৰা পলাই আহি নগৰত থাউনি নেপাই ভিক্ষাবৃত্তি লৈ চল পালে চুৰি কাৰ্য কৰে। সিহঁতৰ একোজন দলপতি থাকে, ৰেলৰ ষ্টেছন, চিনেমাহলৰ সন্মুখৰ ভাগ, বজাৰৰ আগত ভিক্ষা কৰি ফুৰিছিল। এটা ল'ৰাৰ গোটেই পৰিয়ালটোৱেই খুজি মাগি খায়। মাকে কোলাত পেন্দুকণা কেঁচুৱা লৈ, বাপেকে চকুত দৰব লগাই কণাৰ ভেশচন জুৰি বাছ আস্থানত খুজি ফুৰে। মানুহৰ ঘৰলৈকো মাগিবলৈ যায়। সিহঁতে বিপদত পৰিলে আত্মগোপন কৰিব বা গোকাট মিছা কথা এটা কৈ দিব পাৰে। তথাপি কেতিয়াবা পুলিচে ধৰে।

ধন নামৰ এটা ল'ৰা সকলো ফালে পকা আছিল। সি ৰেল-লাইনৰ দাঁতিৰ জুপুৰী বিলাকৰ পৰা অহা। সি যি ঘৰত আশ্ৰয় লৈছিল সেই ঘৰৰ কাষৰ এজনী তিৰোতাই বেয়া ব্যৱসায় চলায়। গাঁৱৰ পৰা ছোৱালী ফুচুলাই আনে। জুপুৰী বিলাকত নষ্ট চৰিত্ৰৰ ছোৱালীবোৰ থাকেই। এইবোৰ দেখিশুনি ধনৰ মনটোত সৰুতেই কুৎসিতভাবে গঢ় ল'লে। এদিন সেই তিৰোতাজনীৰ ছোৱালীজনীক ফুচুলাই কিবা এটা দেখুৱাম বুলি লৈ গৈ পৰিত্যক্ত ৰেলৰ ডবা এটাত অসৎ কাৰ্যত লিপ্ত হ'ব খোজোতেই ছোৱালীজনীয়ে চিঞৰ বাখৰ কৰাত তাৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ চলিল। পিছত অৱশ্যে সি চুৰি গোচৰত কাৰাগাৰলৈ আহে।

এই অশিক্ষিত, লেতেৰা, অনুন্নত দুখীয়া সমাজখনত অপৰাধমূলক কাৰ্যই বেছি। দুৰ্নীতি কদৰ্যতাৰে পৰিপূৰ্ণ ইয়াৰ পৰিবেশ। ইয়াত মৰামৰি, হাই কাজিয়া অনবৰতে ঘটি থাকে। গতিকে ইয়াৰ ল'ৰাবিলাকে অপৰাধ কৰি জেললৈ অহাটো একো আচৰিত হ'বলগীয়া কথা নহয়।

যদুমণিয়ে ভাবিলে সি এই অপৰাধ জগতখনতে সাঙোৰ খাই পৰিবগৈ নেকি? সি আকৌ ভাবিলে— হানিফ নামৰ এটা ল'ৰাই বাপেকৰ লগত কাছাৰীৰ

আগত নিগনি মৰা, ওকণী মৰা ঔষধ বিক্ৰী কৰিছিল। বাপেকৰ লগতে তাৰো ফেৰিৱালা, ৰিক্সাৱালা, ঠেলাৱালা, বান্দৰ নচুৱা, চানাবেচা আদি বহুতো ভাল বেয়া মানুহৰ লগত চিনাকি। তাৰ মাকে বেলেগ এটা মানুহৰ লগত পলাই গৈ সংসাৰ কৰিছিল। হানিফৰ মাহীমাক দেখা-নেদেখাকৈ চাবি পাঁচজনী হ'ব। গতিকে সি ঠেকা খাই খাই তিখৰ গুটি হৈ উঠিছিল। হানিফৰ য'তে ৰাতি ত'তে কাটি আছিল। পূজাৰ ভিৰৰ মাজত এখন দোকানৰ পৰা ঘড়ী এটা চুৰ কৰি পলাওতে সি ধৰা পৰিল।

মুটিয়াৰৰ লগত থকা গণেশ, যাদব, ইটাভাটাৰ বনুৱাৰ লগত কাম কৰা বাবুল, চাহ-বাগানৰ লক্ষণ মুণ্ডা, মাছৰ-হাটৰ বিপিন এই সকলো ল'ৰাৰ জীৱনত ঘটা ঘটনা বা কাহিনীবোৰ আজিকালি যদুমণিয়ে মনদি শুনে।

বিড়ি কাৰাখানাত কাম কৰা নিৰ্জু প্ৰকৃতিৰ ল'ৰা পোনাৰ দুখৰ কাহিনীও যদুমণিয়ে শুনে।

এইবিলাক গৰ্হিত কাম কৰি অহা ল'ৰা বিলাকৰ লগত যদুমণিও সম্পূৰ্ণৰূপে যেন খাপ খাই গ'ল।

কাৰাগাৰৰ ৰান্ধনি ঘৰত বাখৰ নামৰ এটা হৃটগু়া, মদ্‌গজ কয়েদী আছে। বাখৰৰ যদুমণিৰ ওপৰত কাহানিবাই চকু পৰিছিল। এদিন যদুমণিক মাতি নি টিপতে ৰান্ধনি ঘৰৰ চুকত বহুৱাই গাখীৰ চাহ এঢোক খুৱালে। জেলৰ ভিতৰত গাখীৰ ক'ত পায় বাখৰেহে জানে। নিমখ এজেবাৰ সৈতে জলকীয়াটো, নেমু এচকল 'হো ল'হি বুলি আবদাৰ কৰি মাতি আনি দিয়েহি। ৰান্ধনিশালৰ কয়েদী কেইটাৰ ভোগ দেখিলে যদুমণিয়ে তভক মানে।

এদিন লাই পুলি খুচৰি থকাৰ পৰা যদুমণিক বাখৰে ইংগিতেৰে মাতি তাৰ বৃত্তান্ত লৈছিল, দুদিনৰ পিছত আকৌ যদুমণিক মাতি নি কৈছিল—

ঃ দেখ বাপু, তোৰ প্ৰতি মোৰ কিবা এটা আপোন ভাব আহিছে। মোৰ ল'ৰা এটা আছিল। মোৰ বুকুখন সুদা কৰি মাক-পুতেক এদিন সিফলীয়া হ'ল। সেইদিন ধৰি মই আন এজনী নচপালো। ল'ৰাটো বাচি থকা হ'লে তোৰ সমানেই হ'লহেঁতেন।

যদুমণিয়ে তলমুৰাকৈ বাখৰৰ গলগলীয়া অথচ দুখলগা কথাবোৰ শুনি গ'ল। যদুমণিৰ হাতত বনগুটি এডাল আছিল। কোমল গুৰিটো আগ দাঁত দুটাৰে কুটি কুটি খাই থাকিল, একো নক'লে। বাখৰে গো-গ্ৰাসে যদুমণিক যেন গিলি থব এনেকুৱা এটা ভাবত আকুলতাৰে তাৰ ওপৰত চকু থৈ আকৌ ক'লে—

ঃ এতিয়া মোৰ সকলো উকঙা যেন লাগে। মোক আপোন কোনোবা এটা লাগে। মই জানো তই নিৰ্দোষী ল'ৰা। মই বিচৰণ কৰা জগতখন ভাল নহয়। তথাপি তোক মই নিজৰ ল'ৰাৰ দৰে চেকা নলগাকৈ ৰাখিম। এমাহৰ পিছত মই খালাচ হ'ম। তোৰ ম্যাদ শেষ হোৱাৰ দিনা মই নিবলৈ আহিম।

যদুমণিৰ কেঁকোৰা চুলিকেইডাল বাখৰৰ কঠুৱা, ডাঙৰ হাতখনৰ তলুৱাৰে আউল-বাউল কৰি দি তাক অতি মৰমেৰে আৰু কোমলকৈ ক'লে—

ঃ যা এতিয়া, নিশা ভাবিবি। পুৱা তোৰ ফয়চলা মোক শুনাবি।

যদুমণিয়ে টিক্‌টিককৈ লৰি তাৰ বেৰেক পালেগৈ। ৰাতি সি চকুকেইটা ডাঙৰকৈ মেলি বাখৰৰ কথাবোৰ গুণা-গঁথা কৰিলে। সপোনতো বাখৰে তাক কোলাত লৈ মৰম কৰি থকা আৰু স্কুললৈ পঠিওৱা দেখিলে। .... যদুমণি এটা যেন ধনী মানুহৰ ঘৰৰ ল'ৰা, আশ্ৰয়বিহীন নহয়। কোনো চিন্তা ভাবনা নাই।

পিছদিনা যদুমণিৰ মন চঞ্চল হৈ পৰিল। ৰান্ধনিশালৰ বাৰান্দাত বাখৰলৈ বাট চাই টহল দি ফুৰিলে। কিছুপৰৰ পিছত বাখৰ ধীৰ খোজেৰে বাৰান্দাত ভৰি দিয়াৰ লগে লগেই যদুমণিৰ কোমল হাত দুখনেৰে বাখৰৰ প্ৰকাণ্ড শৰীৰটোত দুহাতেৰে সাবটি তাৰ অন্তৰৰ সকলো দুখ ঢালি চিঞৰি চিঞৰি কান্দি দিলে। ❑❑

# গৰুচোৰ ঠগিৰাম আৰু চাইকেল চোৰ মোলান



ধৰ্মভীৰু ঠগিৰামে 'হৰি বিষ্ণু' মানিলে। গৰু চুৰি গোচৰত তাক জেললৈ আনিলেতো আনিলেই তাকো মিছা অপবাদত!

ঠগিৰামৰ অৱস্থা 'ফাট দিয়া বসুমতী পাতাললৈ যাওঁ' হ'ল। নাকটো গুৰিতে কাটিলে, এই পোন্ধৰটা দিন চকু-কাণ মুদি জেলত কটাই ওলাই গৈয়েই ভৱ পণ্ডিতৰ হতুৱাই পাঁচসিকিৰ পৰাচিত হৈ ল'ব লাগিব। গাঁওখনত চাগৈ বৌজাল বৌজালখন হৈছে। চেহ্ বৰ গৰ্হিত কথা হ'ল। ডাংকাটী গৰুজনীয়েই য'ত কূটৰ ঘাই। তাই পাখৰী ইমান উদণ্ড হ'ব লাগেনে? ঘাঁহ বিচাৰি কিয়নো

দূৰলৈ যাব লাগে?

ঠগিৰামে গৰুজনীক ভোৰভোৰাই এইবাৰ ৰতিকান্ত ঠিকাদাৰক মনৰ ভিতৰতে গুৱাল-গালি পাৰিবলৈ ধৰিলে। হেৰৌ, পৰৰ বস্তু হজম কৰি কিমানদিন টিকিবি? এই ভাৰতখনত ধৰম বোলা বস্তু একেবাৰে নাইকিয়া হৈছেনেকি? মই যি সন্তাপত ভুগিছো তয়ো এদিন সেই সন্তাপতে ভুগিবি। উছন হবি।

—এই জধামূৰ্খজনী! মুখখন লাউপাত কঁচুপাত। পেটত তাইৰ একো কথা নাথাকে। দিনটোৰ আগভাগত এবাৰ, পিছ ভাগত এবাৰ ইখৰ সিখৰকৈ গাঁওখনত পংপঙাই ঘূৰি ফুৰি কথাৰ মহলা মাৰি ফুৰিব!— আমাৰ গাইজনী বৰ লক্ষ্মী। দেশী গাই হ'লে কি হ'ব? ভালেমান গাখীৰ গুলায়। খিৰাওঁতে সমূলি আহুকাল নাই— এইবোৰ কথা চেলবেলাই থাকোতেই ৰতি ঠিকাদাৰৰ চাগে কাণত পৰিলেগৈ!— ঠগিৰামে ঘৈণীয়েককো মনতে দকচিলে।

এনেতে কয়েদী এটা ঠগিৰামৰ কাষতে বহিলহি—

ঃ যা অ' এইডাল। বৰপানী চুবলৈ গৈছিলি, গা জানো তিয়ালি?

গোটেইমখা কয়েদীয়ে গিৰ্জনি মাৰি হাঁহিলে।

কাৰাগাৰত থকা দিনকেইটাত ঠগিৰামে ইচাট বিচাট্খন কৰিয়েই কটাবলৈ ধৰিলে। কপালত বাৰু তাৰ জেলৰ ভাত খাবলৈহে লিখা আছিলনে? পূৰ্বৰ জনমত নিশ্চয় কিবা পাপ কৰিছিল।

ঠগিৰামে কাৰাগাৰত পুৱা-গধূলি সদায়ে কীৰ্তনৰ ঘোষা-পদ আওৰাই মনৰ দ্বিধাভাব আঁতৰোৱাৰ চেষ্টা কৰিলে। কয়েদীবিলাকে জানো তাক কম নগুৰ নাগতিখন নকৰে? যিকোনো কথা পেঘেনিয়াই থাকিব, ঠাট্টা মস্কৰাও কৰে। ঠগিৰামৰ টিঙিচ্কৈ খঙটো উঠি আহে যদিও ভাবে— কয়েদী বিলাকৰ যে জীৱনটো,— ল'ৰা-তিৰোতা এৰি কেনেকৈ যে জেলত দিন কটাবলগীয়া হৈছে!

কাৰাগাৰলৈ কম ম্যাদৰ কয়েদী দিনে বহুত আহে। কাছাৰীত কিছুমান আচামীৰ সৰু সুৰা গোচৰত কেৱল জৰিমনাহে হয়। জৰিমনা দিলে এৰি দিয়ে। কিছুমানৰ আকৌ কেইদিনমান জেল লগতে জৰিমনাও থাকে। কোনোবাই যদি জৰিমনা দিব নোৱাৰে ওপৰঞ্চি কেইদিনমান জেল হয়।

কাৰাগাৰৰ ভিতৰলৈ প্ৰায়ে অহা অতি কমদিনীয়া সশ্ৰম দণ্ডেৰে দণ্ডিত কয়েদীসকল আহে ৰেলত বিনাটিকটেৰে ভ্ৰমণ কৰা কাৰণে। দেচুৱালী, বিহাৰীসকলেই বেছি ভাগ এনে গোচৰত কাৰাগাৰলৈ আহে।

অসমীয়া আৰু আন আন মানুহো সৰু সুৰা গোচৰত কেইদিনমানৰ কাৰণে

কাৰাগাৰলৈ নহা নহয়। সশ্ৰম কাৰাবাস হোৱাৰ কাৰণে সেই কেইদিনত কাৰাগাৰত তিতা কেঁহা লগা কামবোৰ কাৰাগাৰৰ নিয়ম অনুযায়ী সিহঁতৰ দ্বাৰা কৰোৱাই লয়। এই কমদিনীয়া কয়েদীসকলে কাৰাগাৰৰ বিষয়া, কৰ্মচাৰী, প্ৰহৰী সকলৰ ঘৰতো কাম কৰিব লাগে।

কাৰাগাৰৰ ভিতৰত প্লেইনচিটৰ ডাঙৰ ডাঙৰ ড্ৰাম, বাল্টিং, মগ, ৰান্ধনি ঘৰৰ সৰঞ্জাম কয়েদীসকলৰ দ্বাৰা বনোৱা হয়। কাৰাগাৰৰ সম্মুখত থকা ডাঙৰ পুখুৰীটোৰ পৰা কয়েদীৰ দল এটাই ভাৰে ভাৰে পানী কঢ়িয়াই কাৰাগাৰত কাম কৰা মানুহৰ ঘৰে ঘৰে গৈ ডাঙৰ ড্ৰাম, বাল্টিংবোৰত পানী ভৰাবগৈ লাগে। এটা দলে প্ৰত্যেকৰ ঘৰে ঘৰে গৈ বাচন বৰ্তনবোৰ ধোৱেগৈ।

ঠগিৰামক পোনতে মুখ্যপ্ৰহৰীজনে বিষয়াসকলৰ ঘৰত বাচন বৰ্তন ধোৱা কামতে নিয়োগ কৰিলে। কথা শুনি ঠগিৰামে বিচুৰ্তি খালে। লোকৰ ঘৰত চুৱা কাঁহী-বাতি ধোৱা কাম? আওঁ নহব। শাস্তি দিলেও দিয়ক, এনে কাম সি মৰি গ'লেও নকৰে। খট্ বান্ধ কৰা দেখি আৰু ঠগিৰামৰ চেহেৰাটোলৈ চাই জেইলাৰৰ পুতৌ হ'ল-- 'যা, ইয়াক খেতিবাতিৰ কামতে লগাই দে।'

যোৰহাট নগৰখনৰ আশে-পাশে থকা ঠাইবোৰত ঘনবসতি হোৱাৰ আগতে যিসকল মানুহ অতীজৰ পৰাই আছিল, প্ৰায় বিলাকৰ ঘৰতে একোজনীকৈ বা ততোধিক খিৰতী গাই পুহিছিল। অসুবিধাও নাছিল, পুৱা গৰু-গাই মেলি দিলেই হ'ল, সন্ধ্যা লাগো লাগো হোৱাৰ আগে আগেই নিজে নিজে চৰি গৰু গাই পোৱালিৰে সৈতে সোপাই আহি ঘৰ সোমাইহি। পথাৰেই পথাৰ, ঘাঁহৰ আকাল নাই। ধনী মানুহৰ অৱশ্যে গৰু চোৱাচিতা কৰা মানুহ থাকে। খিৰতী গাই বিলাক বাহিৰৰ পৰা অনা হয়। গতিকে আপদাল বেছি। ঘাঁহীয়ে দলনিৰ পৰা ঘাঁহ কাটি আনে আৰু কিনি অনা দানাপানীৰো ব্যৱস্থা কৰে। মুকলি মনেৰে গৰু বিলাক ৰাস্তাত ঘূৰি ফুৰা আৰু মাজ ৰাস্তাত শুই থকাৰ কাৰণে, নগৰৰ যি কেইঘৰ মানুহৰ ব্যক্তিগত গাড়ী আছিল তেওঁলোকৰ গাড়ী মটৰ চলাওতে যথেষ্ট অসুবিধা হৈছিল, পোট্ পোট্‌কৈ হৰ্ণ দি থাকিলেও গৰু বিলাকে কাটিকুটা নকৰে। মালিক বা ড্ৰাইভাৰ সকলে চকু টেলেকা কৰি খঙত ভোৰভোৰাই ফালৰি কাটি যাবলগীয়া হয় বা গাড়ী ৰখাই উঠি গৈ মাজ ৰাস্তাৰ পৰা গৰু খেদিবগৈ লাগে।

কোনো কোনো অঞ্চলত গৃহস্থই গৰুবিলাক গৰুৰ জাকলৈ পঠিয়াই দিয়ে। এই গৰুৰ জাকটো চম্ভালিবলৈ দুই তিনিজন গৰখীয়া থাকে। দুৰণিৰ মুকলি পথাৰলৈ নি গৰখীয়াকেইজনে দিনৰ ভাগত গৰুবোৰ চৰাই আনেগৈ।

## গৰুচোৰ ঠগিৰাম আৰু চাইকেল চোৰ মোলান

ঠগিৰামৰ ঘৰ যোৰহাট তৰাজানৰ সোণাৰি গাঁৱত। এতিয়া সেইবোৰ ঠাই নগৰৰ বৰ ব্যস্ত এলেকাতে পৰিছে। সেই সময়ত অবশ্যে খোঁকোট ঠাই আছিল। ওচৰতে থকা ট্ৰাংক ৰোডটো ঠেক আছিল, মাজেদি অকণমান পকা কৰা। বাকীবোৰ ৰাস্তা কেঁচা আৰু সৰু সৰু। খৰালি ধূলিয়ৰি আৰু বাৰিষা ভুঁই বোৱা বাট হয়।

ট্ৰাঙ্ক ৰোড, সেই বাটপথবোৰত গৰুবোৰ স্বাধীন চিতীয়াভাৱে ঘূৰি ফুৰাৰ উপৰিও কাৰোবাৰ ঘৰত নঙলা, জপনা খোলা পালে বা জেওৰা ভঙা পালে সুত কৰে মানুহৰ বাৰীত সোমাই খেতিবাতি, ফুল খাই খান্তাং কৰে। ছাগলী বিলাক আৰু অঘাইতং। সৰু সুৰা জেওৰা জপনা অনায়াসে জপিয়াই পাৰ হৈ যায়। ছাগলীয়ে মুখ দিলে গছ গছনি উঠোৱা টান। জুইয়ে পোৰাৰ দৰে শুকাই যায়। আজিকালি মানুহে ছাগলী পুহিবলৈকে এৰিলে।

ঠগিৰামৰ থাকোতে ছাগলী দুজনীমানো আছে। সেইকেইজনীৰ ডিঙিত ডাকুৰ পিন্ধাই থোৱা আছে। গতিকে জেওৰাৰ ফাকেদি লোকৰবাৰীলে সৰকিব নোৱাৰে। নহলে মানুহে সাত পুৰুষ উজাৰি গালি পাৰে।

ছাগলী কেইজনীৰ তুলনাত ঠগিৰামৰ গাইজনী সঁচাকৈয়ে লক্ষ্মী আছিল। তাইৰ জঞ্জাল তেনেকৈ নাই। গাইজনী ফুটুকী। দেখিবলৈ শুৱনি। চুটি-চাপৰ যদিও থাওকাল। অলপ সময় চৰিলেই পেটটো ভৰে। পোৱালিও জন্ম হওঁতেও আহুকাল নাই। সেইকেইদিন তাই ঘৰৰ পৰা বাহিৰ নহয়। ঠগিৰামে অ'ৰ ত'ৰ পৰা ঘাঁহ কাটি আনি দিয়েহি। মাজে মাজে ভুচিৰ লগত কলগছ এডাল কাটি দানা সিজাই দিয়ে। ঠগিৰামে সদায়ে ফুটুকীৰ গাটো মোহাৰি মৰম কৰে। গাখীৰ খীৰাওঁতেও তাই নলঠিয়ায়। মহে দাহে খালে লাহেকৈ নেজদালে কোবাই দিয়ে। ঠগিৰামে গাখীৰ অলপ খীৰাই লৈ কয়—

ঃ বেছিকৈ আৰু চুঁচি নানো। যি আছে এইকণ পোৱালিটোকে খুৱাবি। আমাকনো বেছিকৈ কেলৈ? ইয়াৰে এধাণমান কণল'ৰাই খাব, বাদ বাকীখিনি বেচি দিম, হ'ব।

ঠগিৰামে এইবাৰ গাইজনী গাভিনী হৈ থাকোতেই গোহালিটো ন'কৈ সাজিলে। আগতকৈ আহল বহলো কৰিলে। নহলে বৰষুণৰ এছাৰকণিয়ে ভিতৰখনো তিয়াই পেলায়। এফালে বাঁহৰ জালনাৰ দৰে বৈ অ'ৰ ত'ৰ পৰা ধানখেৰ আনি সাঁচি থলে। আকালৰ দিনত অৰ্থাৎ খৰাং হ'লে গাইজনীকে লাগিব।

ঘৈণীয়েক লাহৰীয়ে কাৰোবাৰ নজৰ পৰিব বুলি গাইজনীৰ গলধনত

শকত জৰী এডাল বাটি নিজৰ চুলি কেইডালমান মেৰিয়াই, কড়ি কেইটামান ফুটা কৰি লগতে ক'লা আৰু বগা গৰুচকুৱা মণিকেইটামান সী পিন্ধাই থৈছে। ৰাতিপুৱাই লাহৰীয়ে গোহালি ঘৰটো ভালকৈ সাৰি-পুচি অটাই দিয়ে। গোবৰখিনি নি শাকনি বাৰীত দিয়েগৈ। গোহালিৰ কাষতে দ'মাই থলে ঠগিৰামে ঘৈণীয়েকক গালিত থকাসৰকা কৰে—

ঃ তিৰোতা মানুহ, ঘৰৰ বাহীবন কেইখনকে যদি ভালকৈ কৰিবলৈ নহয়, তেনেহ'লে আনিছো কেলেই? দোণে দোণে ধান বানি, খনে খনে বৈ কাটি চেলেং উলিয়াব নালাগে নহয়!

হয়ো। ঠগিৰামৰ ৰুপিত মাটি এডৰাও নাই। সি অৱশ্যে টকা কেইটামান হাতত গোট খালেই ধানহে কিনে। ফটিকৰ মিলত খুন্দি আনেগৈ, ঠগিৰামে হাজিৰা কামকে কৰে। হলেও তাৰ কামৰ খতি খুন নাই। ঘৰ সজা, লিপামোচা কৰা, চূণতেল দিয়া, জেওৰা জপনা দিয়া— এই কামবোৰত সি বৰ পাকৈত।

এদিন ঠগিৰামে দিনটো হাজিৰা কাম কৰি ভাগৰে-জুগৰে আহি ঘৰ সোমাই পাছফালৰ বেৰৰ কামিত নগা-দা খন খুচি থৈছে, এনেতে লাহৰীয়ে ভয়ে ভয়ে ক'লে—

ঃ আজি দেখোন ফুটুকী ঘৰলৈ ওভোতা নাই?

তেতিয়া সন্ধ্যা লাগি ভাগিছিল। ঠগিৰামে ক'লে—

ঃ কিয়? ইমান পৰলৈকেতো তাই ঘৰ সোমাবলৈ নাথাকে। ক'ত গ'ল আজি?

ঃ মই ওচৰে-পাজৰে বিচাৰ-খোচাৰখন কৰিছিলো। প্ৰত্যেকৰে গৰু গাই উভতিল, আমাৰ ফুটুকীহে নাই!

ঠগিৰামে পুতেক কণল'ৰাকো গাইজনী বিচাৰ-খোচাৰ কৰিবলৈ পঠিয়ালে, নিজেও পানীদুনি এঢোক নোখোৱাকৈ গাইজনী বিচাৰিবলৈ ওলাই গ'ল। ভালেমানপৰ তন্ন তন্নকৈ চলাথ কৰাৰ পিছতো গাইজনীৰ সম্ভেদ উলিয়া নোৱাৰি ঠগিৰামহঁত ঘৰ ওলালেহি। দামুৰিটোৱে সৈতে গাইজনী হৰলুকি ।

তিনি চাৰিদিনমানৰ পিছত কোনোবাই ঠগিৰামক ক'লে — হয় গাইজনী গৰু ফাটেকত পৰিল, নহয় লৰিত উঠাই নগা পাহাৰৰ ফালে লৈ গ'ল। সেই সময়ত গৰু গাইবোৰ নিমাও মাও ঠাইত পালে লৰিত উঠাই নগা পাহাৰলৈ লৈ যায় বুলি ঠগিৰামে আগতেও নুশুনা নহয়। তাৰ বুকুখন চিৰিং কৰি গ'ল।

এনেতে ভেদাই আহি এটা খবৰ দিলে—

ঃ অ' দদাই, এটা কথা নহয়, মই এটা খবৰ যোগাৰ কৰি আনিছোঁ। যোৱা সোমবাৰে কাছাৰীৰ সন্মুখত এটা ঘটনা ঘটিল। কোনোবা এজন ডাঙৰ মানুহে নিজৰ মটৰ গাড়ীখন চলাই কাছাৰীৰ ওচৰ পাওঁতে বাটত বৈ থকা গৰু কেইটা মানে অহা-দেৱাখন কৰিলে। মানুহজনৰহেনো বৰ খঙ উঠিল। বাটৰ মাজতে গৰু বিলাককো গালি পাৰিলে, গৰুৰ গিৰিহঁতকো গালিও পাৰিলে আৰু কৈ গ'ল— আজিয়েই তেওঁ গৰু বিলাকক ফাটেকত দিবাব, নোৱাৰিলে তেওঁৰ নাম... অমুকা নহয়। সঁচাকৈয়ে অলপ পিছতে গৰু-খেদা পুলিচ আহি হালে হালে সাঙুৰি, গৰুবোৰ নি হেনো ফাটেকত থৈ দিছে। দদাই অ, তোমাৰ গৰুজনী কিজানি ফাটেকতে আছে?

পিছদিনা পুতেক কণল'ৰাক লগত লৈ পুৱাভাগতে ঠগিৰামে লেচুবাৰী পালেগৈ। সেই সময়ত গৰুৰ ফাটেকখন লেচুবাৰীত আছিল। ৰাখোৱালজন পুলিচৰ চেহেৰাৰ। মস্ত শকত। প্ৰয়োজনীয়তকৈ পেটটো ডাঙৰ। মোচ-কোচা পাকখোৱা। পিন্ধনত খাকী পোছাক, ককালত পিতলৰ বকলেচ্ থকা চামৰাৰ শকত পেটী। মূৰত টুপী। ভৰিত ৰঙা জোতা। হাতত এডাল বেত।

ঠগিৰামে চেলাম ঠুকি তাৰ ফুটুকী গাইজনী ফাটেকলৈ কোনোবাই আনিলেনেকি সুধিলে, পোনতে ৰাখোৱালজনে গেঙেৰি মাৰি উঠিছিল।

ঃ নিজৰ গৰু গাই চম্ভালি ৰাখিব নোৱাৰ? এতিয়া ফাটেকত বিচাৰিবলৈ আহিছ। এৰাল দি থব লাগে। আছে যদি বিচাৰ। জৰিমনা আনিছ?

ঃ হ'ব হজুৰ!

কণল'ৰাই ইমানপৰে গৰু ফাটেকৰ চাৰিওফালে গেলাবোকা আৰু গোবৰৰ ওপৰেদি পিতপিতাই ফুৰি ফুটুকীক বিচাৰিবলৈ ধৰিছিল। হতাশ হৈ সি কন্দনামুৱা হৈ পিতাকক ক'লে—

ঃ ফুটুকী নাই অ' পিতাই!

ফাটেকত একুৰিমান গৰু-গাই আছিল। ফলা বাঁহেৰে সেৰেঙাকৈ চাৰিওফালে ফাটেকখন বেৰি থোৱা আছিল। ঠগিৰামেও বাৰম্বাৰ চালে, নাই— পোৱালিটোৰে সৈতে গাইজনী ইয়াত নাই!

কণল'ৰাই কান্দিবলৈ ধৰিলে। ঠগিৰামৰো অন্তৰখনত শোকে খুন্দামাৰি ধৰিছিল।

ৰাখোৱালজনে ক্ষন্তেক তভক মাৰি ক'লে— এনেকুৱা গাইগৰু এজনী অৱশ্যে কালি এজন ধনী মানুহে ফাটেকৰ পৰা নিলামত লৈ গৈছিল।

ঠগিৰামে ভাবিলে— সেইজনী যদি তাৰেই গৰু? সি মৰ্মাহত হৈ পৰিল। ফাটেকত এমাহতকৈ বেছি দিন থকাৰ পিছতহে গৃহস্থই বিচাৰি নাহিলে গৰুবোৰ নিলাম দিয়ে। তাৰ গাইজনী ইমান সোনকালে নিলামত বেচা কিনা হ'লনে?

এইকেইদিন নিশা ঠগিৰামৰ চকুলৈ নিদ্ৰা নহাৰ দৰে হৈছে। ঢলং পলংকৈ মনৰ বেজাৰত পুতেকৰ সৈতে সি ঘৰ ওলালহি।

লাহৰীয়ে জগাই বেজৰ হতুৱাই এখন মণ্ডলো চোৱালে। বেজে গমিপিতি চাই ক'লে—

ঃ ওলাব। উত্তৰ দিশতে আছে। নিজেই আহি ঘৰ ওলাবহি। তহঁতৰ কিন্তু শনিৰ দশা চলি আছে। কিবাকিবি প্ৰতিকাৰ কৰিব লাগিব।

লাহৰীয়ে তিনিজন ভকতক চাউল একঠা খুৱাবলৈ ভাবি থলে। নামঘৰতো, বন্তি এগচি জ্বলালে,

দুদিনৰ পিছত সঁচাকৈয়ে এদিন হেম্বেলিয়াই হেম্বেলিয়াই দামুৰীৰে সৈতে ফুটুকী ঘৰ ওলালহি। তেতিয়া কাণিমুনি বেলিকা। লাহৰীয়ে যৰে বন ত'তে পেলাই থৈ বাজলৈ ওলাই গৈ দেখে— হয়, ফুটুকীয়েই এইজনী! লাহৰীৰ হাঁহিমেইনে কান্দিম এনে অৱস্থা হ'ল। অদৃশ্যজনক মনতে সেৱা জনাই ফুটুকীক গোহালিলৈ আথে বেথে আদৰি আনিলে, কণল'ৰাই কাচিখন লৈ দৌৰি গৈ এন্ধাৰে মুন্ধাৰে কৰবাৰ পৰা একোচা ঘাঁহ কাটি আনিলেগৈ। দুপৰীয়া সাজৰে ভাতৰ নিসনি অলপ আছিল, তাকো আনি লাহৰীয়ে খুৱালেহি। কণল'ৰাই খেৰ এমুঠি লৈ ফুটুকী আৰু পোৱালিটোৰ গা মোহাৰি চিকৰাবোৰ গুচাই দিলে। এই কেইদিনতে গাইজনী ভালেমান খীণালে। গাইজনীৰ চকুদুটাও চকুপানীৰে তিতি আছিল।

লাহৰীয়ে গোহালিটোৰ ওচৰতে কল-ঠৰুৱা দুডালমান আজুৰি আনি ফটা থৈলা জ্বলাই যাগ এটা দি মহ-দাহবোৰ খেদি দিলে।

ঠগিৰামৰ এইকেইদিন কাম বাঢ়িছিল। কিছু নিলগৰ এঘৰ মানুহৰ বৰপুতেক বেলেগ হৈ ৰাস্তাৰ দাঁতিত পথাৰৰ মাটিত নকৈ ভেটি তুলি খেৰ বাহঁৰে ঘৰ এখন সজাইছিল। ঠগিৰামে আৰু দুটামানৰ সৈতে লগলাগি ঘৰটো সাজিছিল। ৰাতি সি নঙলাদাল খোলোতেই আগফালৰ কোঠালিত গাঁৱৰ কেইবাজনো মানুহৰ কথাবতৰা হোৱা শুনিলে। সি ভাবিলে এইবাৰ আকৌ কি বিপদ লম্ভিলে? পিচে নহয়। গাইজনীহে ওলালহি। মানুহ কেইজনক মাত লগাই সি সাউতকৈ টিপ চাকিটো লৈ গাইজনীৰ ওচৰ পালেহি। নামঘৰ মুৱাকৈ প্ৰণিপাত

জনাই ফুটুকীৰ লগত কথা পাতিবলৈ ধৰিলে। অতদিন তাই ক'ত আছিল, কি খাইছিল, ঘৰলৈ কিয় অহা নাছিল, সিহঁতৰ কমখন আহকাল আৰু চিন্তা হোৱা নাছিল জানো— ইত্যাদি প্ৰশ্ন সুধিবলৈ ধৰিলে। গাইজনীৰ চকুৰ চাৱনি আৰু মুখখন লৰচৰ কৰোতে যেন ঠগিৰামে উত্তৰবোৰ বিচাৰি পালে।

গাইজনীৰ ডিঙিত চিগা পঘাডাল দেখি ঠগিৰামে পতিয়ন গল যে তাইক কোনোবাই জোৰ জবৰদস্তি এইকেইদিন বান্ধি থৈছিল। সি যিকি নহওঁক ঘৰৰ বস্তু ঘৰলৈ ঘূৰি আহিল।

ঠগিৰামৰ পৰিয়ালে ৰাতিৰ ভাত সাজ শান্তি মনেৰে খাই শুবলৈ গ'ল। টোপনিও ভালকৈ আহিল। পুৱা লাহৰীয়ে সোনকালে উঠি গোহালিটো অটাই-পিটাই থলে। ঠগিৰামে মুখহাত ধুই গাখীৰকণ খীৰাও বুলি ভাবি দামুৰিটো গৰালটোৰ পৰা খুলি দিলে। পোৱালিটো অকণমান সময় পিয়াই থৈ, পিতলৰ ঘটীটো আঠুদুটাৰ মাজত লৈ গাখীৰ চুটিবলৈ ওহাৰত হাত দিছেহে মাথোন, এনেতে দুটা মদ্‌গজ মানুহে হাতত লাঠি লৈ চিঞৰ বাখৰ কৰি গোহালি পালেহি। এটাই হাতেৰে ঢকা মাৰি ঠগিৰামক বগৰাই পেলাই দিলে। ঘটীটো ঠন্‌ঠনাই ঘূৰি ঘূৰি গৈ এঠাইত ৰ'লগৈ। গাইজনী বান্ধোনৰ পৰা মোকলাই বেলেগ এদাল এৰালেৰে বান্ধি সিহঁতে পোৱালিটোৰে সৈতে লৈ যাব খোজোতে ফুটুকীয়ে হেম্বেলিয়াবলৈ ধৰিলে। তাইৰ যাবৰ মন নাই। উভতি গোহালিলৈ আহিব খোজে। এটাই তাৰ নেজডালত পাক দি, এটাই টানি লৈ গুচি গ'ল।

লাহৰী আৰু কণল'ৰাই ফেকুৰি ফেকুৰি কান্দিবলৈ ধৰিলে। ঠগিৰামে মূৰে কপালে হাত দি চোতালখনতে লেপেটা কাঢ়ি বহি পৰিল। গাঁৱৰ মানুহ বহুতো গোট খাইছিল। কোনেও উবাদিহ নেপাই তধা লাগি চাই থাকিল।

(২)

ঠগিৰামৰ ঘৰত গাঁৱৰে ল'ৰা এটা আহি খবৰ দিলে যে ঠগিৰামৰ গাইজনী ধৰি নিয়া পালোৱান দুটা ৰতিকান্ত ঠিকাদাৰৰ মানুহ। গাইজনী বোধহয় তাতে আছে।

ৰতি ঠিকাদাৰৰ ঘৰ ট্ৰাংকৰোডৰ কাষতে। ঠগিৰামহঁতৰ ঘৰৰ পৰা দুই তিনি ফাৰ্লংমান দূৰৈত। ৰতি ঠিকাদাৰৰ পকাৰ চাৰিবেৰা থকা হাউলি যেন লগা প্ৰকাণ্ড প্ৰাসাদটোত গৈ সুধিবলৈকো ঠগিৰামৰ সাহপিতে নুকুলায়। ৰতি

ঠিকাদাৰক দেখিলেই সকলোৰে ভয় কৰে।

দুই এজন গাঁৱৰ মানুহে বুদ্ধি ভৰসা নিদিয়াও নহয়। কি কৰিবনো ঠগিৰামে গুণাগথা কৰি থাকোতেই দুদিনৰ পিছত এদিন আকৌ গাইজনী ঘৰ ওলালেহি। এইবাৰ গাইজনীক দেখি ঠগিৰামহঁতে থৰ্‌কাছুটি এৰিলে। এনেতে আহি ভেদাই উপস্থিত হ'ল। ভেদায়ে ক'লে—

ঃ দদাই, নিজৰ গাইজনী লৈ বিতত হ'বলৈ কিটো আছে? লোকে কাঢ়ি লৈ যাব খুজিলেই তুমি দি দিবানে? নহ'ব, গাইজনী আৰু আমি এৰি নিদিওঁ। আমি গাঁৱৰ সকলো মানুহকে খবৰ দিম।

সেইবুলি গাইজনী নি পাছফালৰ চোমনিখনত বান্ধি থলৈগৈ। গাঁৱৰ মানুহেও অঘটন ঘটিলে আহিম বুলি সহাঁৰি জনালে।

কিন্তু এইবাৰ ঘটনা বেয়াৰ ফাললৈহে ঢাল খালে। প্ৰথমে ৰতি ঠিকাদাৰৰ পালোৱান দুজন আহি গাইজনী ক'ত লুকুৱাই থৈছে সুধিলে। ভেদায়ে তেতিয়া ক'লে—

ঃ আমি কাৰো গৰুগাই লুকুৱাই থোৱা নাই। আমাৰ গৰুৰ ওপৰত হাত দিলে আমি সকলোৱেই তহঁতক সুদাই নেৰিম।

কথা বিষমযেন ভাবি মানুহ দুটা ঘূৰি গ'ল। কিছু সময়ৰ পিছত আকৌ আহিল। এইবাৰ লগত দুটা চিপাহী আৰু হাতত এখন ঠগিৰামৰ গ্ৰেপ্তাৰী পৰোৱানা।

চিপাহীৰ লম্ফ-জম্ফত ভয় খাই ঠগিৰামৰ ঘৈণীয়েক লাহৰীয়ে সৈ কাঢ়ি দিলে। সিহঁতে গাই আৰু পোৱালিৰে সৈতে ঠগিৰামক হাত কেৰেয়া লগাই লৈ গ'ল।

গাঁৱৰ মানুহবোৰে পুলিচ দেখি ভয় খাই মুখেৰে বেছিকৈ নেমাতি পিছ হুহকি গ'ল। ভেদায়ে প্ৰতিবাদ কৰিছিল যদিও পুলিচে তাক কেইবেতমান দি ঠাণ্ডা কৰি থৈ গ'ল।

ঠগিৰামে কঁপি কঁপি থানাৰ দাৰোগাক সুধিলে—

ঃ হজুৰ, মোকনো বিনাদোষত সাঙুৰি কিয় লৈ আহিল?

ঃ গৰুচুৰি গোচৰত। তই ঠিকাদাৰৰ গাইজনী চুৰ কৰি জঙ্ঘলত বান্ধি থৈছিলিগৈ। তাকো তই নজনাকৈয়ে আছনেকি?

ঃ সেইজনী দেখোন মোৰেই গাই। মই কেনেকৈ চুৰ কৰিলো?

কেইদিনমানৰ আগতে তাই হেৰাইছিল। এতিয়া ঘৰৰ বস্তু ঘৰলৈ ঘূৰি আহিছে।— আচৰিত হৈ ঠগিৰামে ক'লে।

দাৰোগাই খঙেৰে ক'লে—

ঃ চুপ। লকআপত সোমাই থাক। বেছি পেক্ পেক্ নকৰিবি। একো নজনাৰ ভাও জুৰিবলৈ আহিছ?

পিছদিনা আদালতত গৰুচোৰ ঠগিৰামৰ বিচাৰ হ'ল। ৰতি ঠিকাদাৰৰ ফালৰ কেইবাজনো মানুহে ঠগিৰামৰ বিপক্ষে সাক্ষী দিলে। ঠগিৰামে ৰতি ঠিকাদাৰৰ খীৰতী গাইজনী দামুৰীৰে সৈতে চুৰ কৰি নি লুকাই চুৰকৈ বান্ধি থোৱা ঘটনা প্ৰত্যক্ষভাৱে দেখা লোক ওলাল। ঠগিৰামৰ পক্ষে সাক্ষী দিবলৈ গাঁৱৰ মানুহ কোনো নাহিল।

ঠগিৰাম গৰুচোৰ বুলি প্ৰমাণিত হ'ল। তাৰ পোন্ধৰদিনৰ সশ্ৰম কাৰাবাস হ'ল।

বহুতে অৱশ্যে কোৱাকুই কৰিলে যে— ঠগিৰামৰ গাইজনী ৰতি ঠিকাদাৰৰ মানুহে ধৰি নি ফাটেকত দি, ৰখীয়াজনক টকা কড়ি কেইটামান গুজি দি বহুত দিন থকা বুলি দেখুৱাই নিলামত লৈ আহিল।

ঠগিৰামে কাৰাগাৰৰ ভিতৰত আমন জিমনকৈ বহি বহি গোটেই কথাবোৰ মনত জুকিয়াবলৈ ধৰিলে। দেশখনত ধনী ঠিকাদাৰ, মহাজনৰ ৰাজত্ব হ'ল। দুখীয়া, নিৰীহ মানুহখিনিৰ ওপৰত যেন কোনো সুবিচাৰ নাই।

হ'ব। ৰতি ঠিকাদাৰেই ভোগ কৰক। ঠগিৰামে নিজৰ মনটোক সান্ত্বনা দিলে। কষ্টে-মষ্টে এই কেইটাদিন জেলত কটাই ওলাই যাব পাৰিলেই ৰক্ষা পৰিব।

... মৰমৰ ফুটকী গাইজনীলৈ মনত পৰি ঠগিৰামৰ মনটো আকৌ সেমেকি উঠিল।

এদিন ৰাতিপুৱা ঠগিৰাম শুই উঠি হামিয়াই হিকটিয়াই সেমেকা মনটোৰে এটা বেৰেকৰ বাৰান্দাত বহি হাত দুখনেৰে আঠু দুটাত সাবটি মূৰটো গুজি, আকাশ-পাতাল ভাবি বহি আছিল।

এনেতে ক্ষীণ, ওখ চানেকীয়া নতুনকৈ অহা হাজোতী এজনে অন্যমনস্ক হৈ ইফালে সিফালে চাই ঠগিৰামৰ ওচৰত ৰ'লহি। ঠগিৰামে কোনোবা এটা অহাৰ উমান পাই মূৰটো তুলি মানুহজনলৈ চালে। দুয়োৰে চকুৰে চকু পৰাত

গৰুচোৰ ঠগিৰাম আৰু চাইকেল চোৰ মোলান

ঠগিৰামে মাত লগালে—

ঃ তুমি নতুনকৈ আহিছানেকি ভকত? এৰা, ইয়াৰ আগতে চকুত পৰা মনত নপৰে।

ঃ হয় হে ভকত, কালি গধূলি আহিলো।

ঃ এইবাৰে হবলা প্ৰথম?

ঃ এৰা হে।

ঃ আমাৰ দুয়োৰে তেনেহ'লে একে দশাই।

ঠগিৰামে অকণমান সময় চিন্তা কৰি সুধিলে—

ঃ হয়নে ভকত, তোমাক দেখোন বহুত দিনৰ আগতে কৰবাত দেখা দেখা যেন লাগিছে?

ঃ জানো? মোৰ হ'লে তোমাক দেখা মনত নপৰে।

ঠগিৰামে হেঁ হেঁ কৈ হাঁহি দিলে—

ঃ ঠিকেই, মোৰ মনত পৰিলেই। তুমি ঢাপকটাৰ মানুহ হ'বই লাগিব। নামটো কিন্তু নাজানো।

অলপ আচৰিত হৈ ইজনে কয়—

ঃ হয়, মই ঢাপকটাৰে। মোৰ নাম মোলান। কিন্তু তুমিনো মোক কেনেকৈ চিনি পালা মই কথাটো তৰ্কিবই পৰা নাই।

ঃ যোৱাবাৰ গুৰুজনাৰ তিথিত তোমালোকৰ গাঁৱত কেলেই 'পাৰিজাত হৰণ' ভাওনা হোৱা নাছিলনে?

ঃ হৈছিল।

ঃ তাত জানো তুমি ইন্দ্ৰৰ সহধৰ্মিনী শচীৰ ভাওটো কৰা নাছিলা?

ঃ অ' অ'— কৰিছিলো, কৰিছিলো।

ঃ ও। সেইখন ভাওনা চাবলৈ ময়ো গৈছিলো। হেঁ হেঁ হেঁ, তোমাৰ ভাওটো চকুত লগা হৈছিল। চেহেৰাই পাতিয়ে একেবাৰে শচী সুন্দৰীহেন হৈ পৰিছিল।

মোলানেও হাঁহিলে। ক'লে—

ঃ পিছে ভকত, টিপতে কথা এটা কব খুজিছো।— এইবুলি ফুচফুচাই ক'লে— মোৰ ৰাতিপুৱাই বিড়িটোত টানটো নামাৰিলে বৰপানী, সৰুপানী একো

নহয়।

ঃ হয়নেকি? মোৰো একে দশাই। ধপাত এচিলিম বা বিড়িটো নাখালে নহয়। কিন্তু ইয়াততো সেইবোৰ নচলিব। পালি পহৰীয়াই দেখিলে টেঙা বলত গুৰিওৰা দি গুৰিয়াব।

ঃ এস্ নেদেখে ব'লা। সৌ গছজোপাৰ কাষতে দুয়ো এহোপা মাৰোগৈ। মোৰ এটা আছে। মূৰৰ চুলিৰ মাজত সুমুৱাই আনিছিলো।

দুয়ো গছজোপাৰ আঁৰ লৈ ভালকৈ টান কেইটামান মাৰিলেগৈ। ঠগিৰামে মলা ধপাতৰ চিলিমটো ধৰাৰ দৰে ধৰি বিড়িটো হুপিলে। মনটো তাৰ পাতলীয়া হ'ল।

ঠগিৰামে কেনেকৈনো মিছাতে গৰুচোৰৰ বদ্‌নাম লৈ ফাটেক খাবলগীয়া হ'ল মোলানৰ আগত দুখেৰে বিৱৰিলে আৰু ক'লে—

ঃ বদ্‌নামতো হ'ল হলেই বাৰু, কিন্তু গাইয়ে দামুৰীয়ে যে মই চিৰ জীৱনৰ কাৰণে হেৰুৱাব লগীয়া হ'ল সেই কথাটোৱে মোক বৰ বিপাণ্ডত পেলাইছে। মই হাজিৰা কাম কৰি খাওঁ যদিও গাইজনীৰ গাখীৰকণ বেচি যি দুপইচা পাওঁ, ঘৰখন চলাত ভাল সহায়ো হৈছিল।

এনেতে কাৰাগাৰত পুৱাৰ সাত বজাৰ ঘণ্টা পৰিল। দুয়োটাই উঠি গৈ নিজৰ নিজৰ কামত লাগিলগৈ। কিছু সময়ৰ পিছত থালবাতি লৈ খোৱাবস্তু লবলৈ কয়েদী আচামীসকলৰ শাৰীত থিয় হ'লগৈ। খাই থাকোতে মোলানে ক'লে—

ঃ বাৰু, তোমাৰ কাহিনীটো শুনিলোৱেই। গৰুচোৰ নকৰাকৈ গৰুচোৰৰ বদনাম লৈ তোমাৰ এই বিলাই বিপত্তিখন হ'ল সেইটো গম পাই মই বৰ ভাল নেপালো। যিয়েই নহওক, মই কিন্তু আচল চোৱেই। মানুহে মোক গভাইত চোৰ বুলিও কয়।

ঃ এহ্ হয় নেকি? তেনেহ'লে তুমি ভাল মানুহ নোহোৱা?

ঃ ভাল মানুহ হয়নে নহয় মই নাজানো। মই কিন্তু চুৰি কৰি ভাল পাওঁ!

ঠগিৰামে চকুকেইটা ডাঙৰকৈ মেলি মোলানলৈ চালে।

ঃ তোমাক দেখিলে কিন্তু চোৰ যেন নালাগেহে।

মোলানে হেক্ হেক্‌কৈ হাঁহিবলৈ ধৰিলে। ওচৰৰ কয়েদীবিলাকে সিহঁত দুটালৈ ঘূৰি চোৱাত ঠগিৰামে কাণে কাণে সুধিলে—

ঃ তুমি পিছে কি চুৰ কৰিনো ইয়ালৈ আহিলা?

ঃ চাইকেল চুৰি!

এনেতে প্ৰহৰী এজন আহি সিহঁত দুয়োটাকে ধমক্ দি কামজাৰিলৈ যাবলৈ সকীয়ালে। ঠগিৰামে ক'লে—

ঃ তেনেহ'লে এতিয়া লগ এৰোহে। তুমি হাজোতৰ আচামী। কাম বিশেষ নাই। মই আকৌ পুৰা খাটিব লাগিব।

ঃ পিছত চেগ চাই দুয়ো লগ হৈ মোৰ কথাবোৰ তোমাক কম বাৰু।

— কৈ কৈ মোলান বেলেগ এফালে গ'লগৈ।

.... মোলানে চুৰ কৰি বৰ ভাল পায়। চুৰ কৰিবলৈ নাপালে মাজনিশা শেতেলিতে গাব চট্‌ফটনি আৰম্ভ হয়। গাটো কুট্ কুটায়। চকুদুটা দুফাল হৈ থাকে। পিৰিক পাৰাকখন কৰে। ক'ত যাওঁ, কি কৰো অৱস্থা হয়। একো নেপালে কাৰোবাৰ ঘৰত সোমাই কচু-টেঁকীয়া, পিৰালিৰ বেঙেনা জলকীয়া, আমলখি পনিয়ল কিবা এটা নি ঘৰ সুমুৱালেহে তাৰ গাটো শাত পৰে আৰু টোপনিটো চকুলৈ নামি আহে। মোলানে জীৱিকা নিৰ্বাহৰ কাৰণেই যে চুৰ কৰে সেইটো নহয়। তাৰ অলপ-অচৰপ খেতি খোলাও আছে। দিনত নিজেই ইঘৰ সিঘৰত কাম কৰে। ঘৈণীয়েক সৰুমায়েই আৰ তাৰ ঘৰত কাম কৰি দুপইচা উলিয়ায়। চলো বুলি ভাবিলে এইখিনি কামানি তাৰ কম নহয়।

মোলান ৰাতি হ'লেহে চোৰ। দিনত কিন্তু সমজুৱাৰ এজন লাগতিয়াল মানুহ। কাৰোবাৰ ঘৰত বিয়া সকামত ৰভা পৰলা দিবলৈ গেজেপনিৰ পৰ। পূৰঠ বাঁহ কাটি আনিব মোলানেহে পাৰে। ধূলি এটি সৰকিব নোৱাৰাকৈ গোটা বাঁহৰ বৰচাং দিয়া, দুই এঘৰ মাতবৃৰ মানুহৰ ঘৰত ধন সম্পত্তি সুৰক্ষিত কৰিবলৈ চোৰচাং সজা কামবোৰ মোলানে বৰ নিখুঁত ভাবে কৰিব পাৰে। এইবোৰ কামত তাৰ কোনো ফাঁকি ফুকা নাই।

সেই কাৰণেই মানুহবোৰে তাক গভাইত চোৰ বা পোলাকটা, সিন্ধি দিয়া চোৰ বুলি জানিও বৰ বেয়া নেপাইছিল। দুই এটা সৰু সুৰা বস্তু চুৰি হ'লে গএঞা বাইজে বৰকৈ নধৰিছিল। কিন্তু বুজন আকাৰৰ কিবা চুৰি হ'লে তাক যদি মৰমেৰে ফুচুলাই সোধে, তেনেহ'লে সি সৈ কাঢ়ি ঘূৰাই দিয়াৰো উদাহৰণ আছে।

আগৰ ঢাপকটা ঠাইডোখৰ আজিকালি 'ৰিচাৰ্ছ লেবৰেটৰী' নামেৰে প্ৰখ্যাত। মূল ৰিচাৰ্ছ লেবৰেটৰীৰ সন্মুখতে খেৰৰ চালি দিয়া বহুত বছৰৰ আগতে এখন শিৱৰ থান আছিল— যিখন থান আজি ডাণ্ডৰ শিৱ মন্দিৰ হিচাপে পৰিচিত। সেই শিৱ থানত অঞ্চলটোৰ ভালেকেইজনেই সন্ধিয়া হোৱাৰ লগে লগেই গোট

খাই শিৱ বন্দনা কৰাৰ নিয়ম কৰি লৈছিল। সেই শিৱ-বন্দনাৰ ভক্তগণৰ কেইজনমানৰ গাঞ্জা-ভাং খোৱাত ৰাপ আছিল। গাঞ্জা-ভাং নাখালে হেনো শিৱৰ স্তুতি সম্পূৰ্ণ নহয়। এই গাঞ্জা-ভাং যোগাৰ কৰাৰ দায়িত্ব প্ৰায়ে মোলানৰ গাতে পৰিছিল। ভক্তগণে অৱশ্যে তাৰ চৌৰ্য বৃত্তিক ভৰ্ৎসনা কৰিছিল আৰু সেই বদ স্বভাৱ এৰিবলৈ দঢ়াই দঢ়াই কৈছিল। সিও কাণত ধৰি প্ৰায়েই শপত খাইছিল যদিও এৰিব কিন্তু নোৱাৰিছিল।

চুৰ কৰিবলৈ যোৱাৰ আগতে সি সদায়ে শিৱ থানত মূৰ দোৱাই দায়-দোষ নধৰিবলৈ শিৱশম্ভুক প্ৰাৰ্থনা জনাইছিল।

সেই ভক্ত গণৰ মাজৰ ইন্দ্ৰ বৰুৱা এজন মুখিয়াল মানুহ। নগৰত মিঠাইৰ দোকান থকা ইন্দ্ৰ বৰুৱাৰ ব্যৱহাৰ পাতিত সকলো সন্তুষ্ট। তেওঁ অৱস্থাপন্ন মানুহ। মিঠাইৰ দোকান থকাৰ উপৰিও ঠিকা-ঠুকলিও কৰিছিল। মানুহক সহায় সাৰথি কৰা, দান বৰঙণি দিয়া সেই বিলাকত তেওঁ মুক্ত হস্ত।

মোলানৰ ইন্দ্ৰ বৰুৱা বৰ প্ৰিয় ব্যক্তি। তেওঁৰ নগৰত থকা মিঠাইৰ দোকান খনলৈ মোলান প্ৰায়েই গৈছিল। কেতিয়াবা দোকানত কৰ্মচাৰীৰ অভাৱ হ'লে, মোলানেই সেই অভাৱ পূৰাইছিল। মোলানৰ ঘৈণীয়েক সৰুমাইয়ে ইন্দ্ৰ বৰুৱাৰ ঘৰত ধানবনা, পিঠা গুড়ি, সান্দহ খুন্দা, তাঁত-বাটি কৰোতে সহায় কৰি দিয়া কামবোৰ কৰিছিল।

ইন্দ্ৰ বৰুৱাই মোলানক ভাল পাইছিল, যদিও সি চুৰি কাৰ্যটো নেৰা দেখি তাক খঙো কৰিছিল আৰু কৈছিল— যদি সি চুৰ কৰোতে কেতিয়াবা হাতে লোটে ধৰিব পাৰে তেতিয়া তাক জেলত সুমুৱাইহে এৰিব। আজিলৈকে কিন্তু মোলানে জেলত সোমাই পোৱা নাই। কেতিয়াবা ধৰা পৰিলেও কোনেও তাক পুলিচক গতাই দিয়াৰ কথা ভবা নাছিল।

ইন্দ্ৰ বৰুৱা চৌখিন মনৰ মানুহ। তেওঁ মাজে সময়ে বাহিৰত ফুৰাচকা কৰি বৰ ভাল পাইছিল। এবাৰ তেওঁ কলিকতালৈ যাওঁতে বিভিন্ন কাৰুকাৰ্য লগোৱা এখন নতুন ৰেলী চাইকেল লৈ ঘৰলৈ ঘূৰিছিল। যিহেতু সেই সময়ত গাড়ী মটৰ, স্কুটাৰ ইত্যাদিবোৰ লোৱাটো সাধাৰণ স্তৰৰ মানুহৰ কল্পনাৰো অগোচৰ আছিল, গতিকে চাইকেল থকা মানুহ কেইজনেই লেখৰ মানুহ হিচাপে পৰিগণিত আছিল। ইন্দ্ৰ বৰুৱাৰ চাইকেলখন সকলোৱেই আগ্ৰহেৰে চাইছিল। ইন্দ্ৰ বৰুৱাৰ চাইকেলখন বৰ মৰমৰ আছিল আৰু সযতনে আলফুলকৈ ৰাখিছিল।

মোলানে চাইকেল চলাব জানে। এদিন ইন্দ্ৰ বৰুৱাই নগৰৰ পৰা আহি

গৰুচোৰ ঠগিৰাম আৰু চাইকেল চোৰ মোলান

বাহিৰে বাহিৰে শিৱ থানত সোমাল, আৰু মোলানক পাই চাইকেলখন দি ক'লে—

ঃ যাচোন মোলান, চাইকেলখন ঘৰত থৈ আহগে। মই খোজ দি হ'ব বুলি কৰি।

ইন্দ্ৰ বৰুৱাই চাইকেলখন অনাৰে পৰাই চলাবৰ কাৰণে মোলানৰ মনটো লক্ লকাই আছিল। সেইদিনা পাই তাৰ মনৰ আশা পূৰ্ণ হ'ল। সি ৰাস্তাত কেইপাকমান চলাই চাইকেলখন নি সযতনে ইন্দ্ৰ বৰুৱাৰ ঘৰত থৈ আহিলগে। মনতে ভাবিলে এনেকুৱা এখন চাইকেলৰ যদি সি গৰাকী হ'লহেঁতেন, তেনেহ'লে গোটেই যোৰহাট নগৰখনত চলাই চলাথ কৰিলেহেঁতেন।

শংকৰদেৱৰ তিথিত ঢাপকটাত প্ৰতিবছৰেই ভাওনা কৰে। ইন্দ্ৰ বৰুৱা এজন সেই অঞ্চলৰ দক্ষ ভাৱৰীয়া। গুৰুজনাৰ তিথিৰ নাটখনত দিহা পৰামৰ্শৰ দিয়াৰ পৰা ভাও ভগোৱালৈকে সকলো দায়িত্ব তেৱেঁই কৰে। তেওঁ যি কয়, তেওঁৰ কথা নমনা মানুহ নাই। সেইবাৰ 'শকুনিৰ প্ৰতিশোধ' নাটকখন কৰিবৰ কাৰণে নামঘৰৰ মেলত সকলোৱেই ঠিৰাং কৰিলে আৰু সেইমতে ইন্দ্ৰ বৰুৱাই কোনে কি ভাও ল'ব সকলো ঠিক কৰি জনাই দিলে।

মোলানো এজন ভাল ভাৱৰীয়া। সিও সদায় ভাল ভাও এটাকে পায়। সেইবাৰ সি দুৰ্যোধনৰ ভাওটো লম বুলি ভাবি আছিল। আৰুতাক কোৱাৰ উপৰিও ইন্দ্ৰ বৰুৱাৰ কাণটো পেলাইছিল। ইন্দ্ৰ বৰুৱাই সেই ভাওটোৰ কাৰণে তাক উপযুক্ত নেদেখি তাক নকুলৰ ভাওটোহে সাজিব বুলি দিলে। মোলানে নকুলৰ ভাও নকৰো বুলি আপত্তি কৰিলে। ইন্দ্ৰ বৰুৱাই তাক বুজালে—

ঃ চা, দুৰ্যোধনৰ ভাওটো কৰিবলৈ যেনেকুৱা কণ্ঠস্বৰ আৰু স্বাস্থ্যপাতিৰ দৰ্কাৰ সেইখিনি তোৰ নাই। নিয়মমতে তোক মাইকীমানুহৰ ভাও এটাহে দিব লাগিছিল। কিন্তু সদায়ে কৰি থকা দেখি এইবাৰ তোক মাইকী ভাও নিদি পুৰুষৰ ভাও দিছো। তইনো বেয়া পাইছ কিয়? এইবাৰ তই এইটো ভাওকে কৰচোন বাৰু, পিছত মই চাম।

সি কিন্তু তাৰ আপত্তি নেৰিলে। অন্য এজন কৰ্মকৰ্তাই মাত লগালে—

ঃ হেৰৌ মোলান, তইনো এই মাইকীমুৱা চেহেৰাটো লৈ দুৰ্যোধনৰ ভাওটো ল'বলৈ কিহে পাইছে?

সকলোৱে গিজনি মাৰি হাঁহিলে। সেইবাৰ আৰু মোলানৰ ভাও লোৱা

নহ'ল। সি আখৰা চাবলৈ যোৱাও বাদ দিলে।

ভাওনাৰ দিনা মাজনিশা মোলানৰ স্ববৃত্তিৰ কুটকুটনি আৰম্ভ হ'ল। গোটেই গাটোত বেজীয়ে বিন্ধাৰ দৰে বিন্ধিবলৈ ধৰিলে। বিছনাৰ পৰা উঠি বহিল। ক'ত যাব এতিয়া?

(৩)

গোটেই গাঁওখনেই সেইদিনা ভাওনা চাবলৈ গৈছিল। প্ৰায়বোৰ ঘৰেই খালী। মোলানৰ চৌৰ্যবৃত্তিৰ মোহে তাক উত্তেজিত কৰি তুলিলে। ক'ত যাওঁ কি কৰোঁ ভাবিগুনি থাকোতেই তাৰ ইন্দ্ৰ বৰুৱাৰ চিক্‌চিকোৱা নতুন চাইকেলখনলৈ মনত পৰিল। সি অস্থিৰ হৈ পৰিল। পলম নকৰি সাউত্‌ কৰে গৈ সি ইন্দ্ৰ বৰুৱাৰ ঘৰ পালেগৈ।

ইন্দ্ৰ বৰুৱাৰ ঘৰত বুঢ়ী মাকৰ বাহিৰে সকলো ভাওনা চাবলৈ গৈছিল। সেই সময়ত বুঢ়ীৰ চিলমিলকৈ টোপনি আহিছিল। এনেতে খট্‌কৈ এটা শব্দ হ'ল। বুঢ়ীৰ টোপনিটো ভাগি গ'ল। কিছু সময় নিতাল মাৰি থাকি ভাবিলে কেনেবাকৈ মেকুৰীটো সোমাই চাগৈ নিগনি শলিয়া ধৰিব খুজিছে। ধৰক। নিগনিবোৰে জানো কম উৎপাত হৈছে। দূৰৈৰ পৰা ভাহি অহা অস্পষ্ট বচন আৰু বায়নৰ খোলৰ শব্দ শুনি শুনি বুঢ়ীয়ে আকৌ শুবলৈ যত্ন কৰিলে।

কিছু সময়ৰ পিছত আকৌ এটা শব্দ হ'ল। এইবাৰ কিন্তু শব্দটো শুনি বুঢ়ীৰ মনটো চেবালে। সজাগ হ'ল। কোনোবাই যেন চাইকেলত হাত দিছে। ইন্দ্ৰ বৰুৱাৰ ভায়েক ৰাধাই ঘৰত কোনো নথকাৰ কাৰণে ককায়েকৰ চাইকেলখন আয়েকৰ কোঠাতে থৈ গৈছিল। বুঢ়ী আৰু শুই থাকিব নোৱাৰিলে।

ঃ কোন ঔ সেইটো?

বুঢ়ী বিছনাৰ পৰা উঠি টিপ্‌ চাকিটো জ্বলাই ইফালে সিফালে চাবলৈ ধৰিলে। বৰ পেৰাটোৰ কাষতে কোনোবা এটা কুচি মুচি জুপুকা মাৰি বহি থকা দেখি ডাঙৰকৈ মাত উলিয়াই সুধিলে—

ঃ কোন অ' তই?

চাকিটো মুখখনৰ কাষলৈ নি দেখে— মোলান।

ঃ হেৰৌ, তই ইয়াত কি কৰিছ? ভিতৰ সোমালি কেনেকৈ? দুৱাৰৰ দাং-দাল খুলিলি কেনেকৈ?

মোলানে বান্দৰে জপিওৱাৰ দৰে জাপ মাৰি বুঢ়ীৰ ভৰি দুটাত ধৰি ক'বলৈ

ধৰিলে—

ঃ আই অ', দায়দোষ নধৰিব। মই ইন্দ্ৰ ককাইদেউৰ চাইকেলখন নিবলৈ আহিছিলো।

ঃ জধামূৰ্খ, চাইকেলখন যদি তোক লাগিছিলেই দিনে-পোহৰে তাক দেখোন কোৱা হলেই হ'লহেঁতেন। দোভাগ নিশাখনতনো লুকাই চুৰকৈ নিবলৈ আহিছিলি কেলেই? তোৰ বেলেগ কিবা ধান্দা আছে যেনহে লাগিছে। মোৰ এই পেৰাটোত ধন-সম্পত্তি আছে বুলি ভাবিছ নেকি?

ঃ নহয় আই, মই শিৱ থানৰ শপত খাই কৈছো মই ককাইদেউৰ চাইকেলখন চুৰ কৰি নিবলৈ আহিছিলো।

ঃ কটা নিধক কৰবাৰ! তোৰ আৰু স্বভাবটো সলনি নহ'ল। ৰহ্ কাইলৈ গাঁৱৰ মানুহ চপাই তোক এশিকনি দিয়াম।

মোলানে বুঢ়ীৰ ভৰি দুটাত আৰু জোৰেৰে সাৱটি ধৰি কাকুতি মিনতি কৰিবলৈ ধৰিলে।

ঃ আই অ', আপুনি মোক এইবাৰলৈ ক্ষমা কৰি দিয়ক। মই আৰু এনে কাম নকৰো।

ঃ চাওঁ মোৰ ভৰি দুটা এৰ—

ঃ আপুনি ক্ষমা নকৰিলে মই ভৰি দুটা এৰি নিদিওঁ।

ঃ যা বাৰু, এইবাৰলৈ ক্ষমা কৰি দিছো।

ঃ আপুনি কিন্তু ঘূণাক্ষৰেও ককাইদেউকো এই কথা ক'ব নোৱাৰে।

ঃ তই চুৰি স্বভাবটো ত্যাগ কৰিম বুলি ক'।

ঃ এইয়া চাওঁক— বুলি মোলানে নিজৰ গালত দুটামান চৰ মাৰি কাণত ধৰি সৈ কাঢ়িলে।

ঃ এতিয়া গুচি যা। মিছাতে মোৰ ঘুমটিটো ভাঙিলি। চাওঁ তামোলৰ বটাটো এই ফালে মোৰ হাতত দেচোন।

মোলানে তামোলৰ বটাটো হাতত লৈ কয়—

ঃ ইয়াত দেখোন খুন্দা তামোল নায়েই। ৰ'ব, ময়ো এখন খাওঁ, আপোনাকো এখন খুন্দি দিওঁ।

খুন্দা তামোলখন মুখত সুমুৱাই বুঢ়ীয়ে ক'লে—

ঃ এতিয়া তই যাগৈ। ভাওনাকে চাগৈ। ময়ো অকণমান নিতাল মাৰিবলৈ যত্ন কৰো। ককালটোত শেল মাৰি নধৰা হ'লে ময়ো এপাক মাৰিলোহেঁতেন। আমাৰ সৰু মাজুৱে শকুনিৰ ভাওটো বৰ ভাল কৰে নহয়। গোলাপেও হ'বলা এইবাৰ দুৰ্যোধনৰ ভাওটো কৰিছে?

ঃ ইয়ালৈ অহাৰ আগতে ভাওনাতো সাউত কৰে পাক এটা মাৰি আহিছিলো। ইন্দ্ৰ ককাইদেউ আৰু গোলাপ ককাইদেউ দুয়োজনে ভাও দুটা বৰ ভাল কৰিছে। মানুহে মুখে মুখে কোৱা মই শুনি আহিছোঁ, এতিয়া আৰু মই ভাওনা চাবলৈ নাযাওঁ।

মোলানে বুঢ়ীক ভিতৰৰ পৰা ডাং-দাল ভালকৈ লগাবলৈ কৈ গ'লগৈ।

.... তন্ময় হৈ শুনি থকা ঠগিৰামে মাত লগালে—

ঃ বৰ সৎ কাম কৰিলাদেই। চুৰ কৰিবলৈ গৈও বুঢ়ী গৰাকীৰ কথামতেই চাইকেলখন নানিলা যে।

এনেতে এটা কয়েদী সিহঁতৰ ওচৰলৈ আগ বাঢ়ি ইফালে সিফালে চাই কয়—

ঃ অই, বিড়িটো এহোপা দেচোন।

ঃ আছেহে দোহোপামান।

ঠগিৰামে ক'লে—

ঃ দিয়াহে তাক এহোপা, মুখখন চাগৈ টেঙাই আছে।

হোপা এটা টানকৈ মাৰি মোলানে বিড়িটো কয়েদীটোক দিলে। কয়েদীটো সিহঁতৰ ওচৰৰ পৰা আঁতৰি গ'লত ঠগিৰামে ক'লে—

ঃ পিছৰখিনি কোৱা। তাৰ পিছত কি হ'ল—?

তাৰ পিছত কি হ'ব আৰু? কেইদিনমানৰ পিছত এদিন ৰাতিপুৱা কাউৰীয়ে কা নকৰোতেই ইন্দ্ৰ বৰুৱাৰ ঘৰত হুৱা-দুৱা, বিচাৰ খোচাৰ লাগিল— ওচৰ চুবুৰীয়াও আহি আচৰিত হ'ল। ইন্দ্ৰ বৰুৱাৰ চাইকেলখন সদায়ে আগফালৰ পৰ্টিকটোতে থয়। সেইদিনাও থৈছিল। পৰ্টিকটোত অকল যে চাইকেলখনেই আছিল এনে নহয়। কলগান, তবলা, হাৰমনিয়াম, বেৰৰ ঘড়ী— এই সকলো বিলাক আছিল, কিন্তু সেইবোৰৰ এপদ বস্তুও নাইকিয়া হোৱা নাই। ভিতৰখনো ধোৱাং বাং আছিল। যৰে বস্তু ত'তে পৰি আছে। মাত্ৰ আগফালৰ পৰ্টিকৰ দুৱাৰ খন খোল খাই হা কৰি মেল খাই আছে আৰু ইন্দ্ৰ বৰুৱাৰ চাইকেলখন নাই!

## গৰুচোৰ ঠগিৰাম আৰু চাইকেল চোৰ মোলান

ঘৰৰ পৰৰ সকলো মানুহেই ইন্দ্ৰ বৰুৱাৰ মৰমৰ চাইকেলখন চুৰি হোৱাত বেজাৰ পালে। সকলোৱেই একমুখে এইয়া মোলানৰে কাম বুলি ভাবিলে আৰু সকলোৱেই মোলানক বিচাৰি তাৰ ঘৰ ওলালগৈ। সেই সময়ত মোলানে বাৰীত কাম কৰি আছিল। ৰাইজ তাৰ ঘৰত উপস্থিত হোৱা দেখি আথে বেথে সুধিলে—

ঃ মইনো কি পুণ্যৰ কাম কৰিছিলো যে আজি ৰাতিপুৱাই ঘৰতে গোটেই ৰাইজক দৰ্শন কৰিবলৈ পালো?

ৰাইজে নেৰানেপেৰাকৈ তাক আচল কথাটো সোধাত সি যেন আকাশৰ পৰাহে পৰিল। এনে কথাওনো হ'ব পাৰেনে? চোৰ হ'লো বুলিয়েই মোৰ নিজৰ গুৰুহেন ককাইদেউৰ চাইকেলখন মই চুৰি কৰিমনে? 'কৃষ্ণ কৃষ্ণ' বুলি সি ভগবানক মাতিবলৈ ধৰিলে।

ৰাইজে তাৰ কথাতে পতিয়ন নগৈ ঘৰ-বাৰী সকলো চলাথ কৰিও চাইকেলখন নাপালে। সকলো আচৰিত হ'ল। তেনেহ'লে চাইকেলখন কলৈ গ'ল!

দিনৰ দিনটো ইন্দ্ৰ বৰুৱাই ভাবি গুণি ঘৰতে সোমাই থাকিল। দুখ বেজাৰত ম্ৰিয়মান হ'ল। খঙো উঠিল। কোননো পাষণ্ডই এই কামোৰ মাৰিলে? যদি তাক পালেহেঁতেন তাৰ অৱস্থা কুকুৰে কাঁইট নোখোৱা কৰিলেহেঁতেন বুলি ভোৰভোৰাই থাকিল।

সেইদিনা তেওঁ দোকান খুলিবলৈকো নগ'ল। লৰালৰিকৈ স্কুলৰ পৰা আহি ভায়েক ৰাধাই দোকানখন খুলিলেগৈ। ইন্দ্ৰ বৰুৱাই সেইদিনা খোৱাবোৱা নকৰাৰ নিচিনাই। মাকে আহি মাতিলতো লৰচৰেই নকৰিলে। গধূলি ৰাধা দোকানৰ পৰা আহিলত মাকে ক'লে—

ঃ ককায়েৰাই দিনৰ দিনটো একো খোৱা নাই, কিবা এটা কৰ। হয়নে ইন্দ্ৰ, সেইখনৰ নিচিনা দুচকীয়া হাট বজাৰত নাইনেকি?

ঃ আছে বৌ,

ঃ তেনেহ'লে এখন কিনি আনিলেই হ'ল দেখোন। যোৱা বস্তু গ'ল। কপালত নথকা বস্তু ধৰি ৰাখিব নোৱাৰ নহয়।

ঃ নহয় বৌ, সেইখন চাইকেলৰ মোহ মোৰ বেলেগ আছিল। কলিকতাৰ পৰা বহুত কষ্ট কৰি সেইখন মই আনিছিলো। তেনেকুৱা ভাল চাইকেল ইয়াত পাবলৈ নাই।

মাকৰ কিন্তু মনটো আগৰে পৰা চেৰাই আছিল।

ঃ মোলানক ইয়ালৈ এবাৰ মাতি আনি সোধচোন, কিজানি সি জানেই।—

বুঢ়ীয়ে কিন্তু আগতে মোলান অহাৰ কথাটো ঘূণাক্ষৰেও নক'লে।

ইন্দ্ৰ বৰুৱাই কিন্তু মোলানে সেই কাম কৰিছে বুলি ভাবিবলৈ টান পালে। কাৰণ মোলান ইন্দ্ৰ বৰুৱাৰ অতি বিশ্বাসী লোক। গতিকে আনৰ ঘৰত চুৰি কৰিলেও তেওঁৰ ঘৰত এনে কাম সি নকৰে বুলি তেওঁৰ দৃঢ় বিশ্বাস।

ৰাধা বৰুৱা ককায়েকৰ মতৰ সৈতে একমত নহ'ল। তেওঁ শিক্ষক মানুহ। মানুহজন চাধাচিধা যদিও বহুত দূৰলৈকে ভাবিব পাৰে। তেওঁৰ মতে চোৰ চোৰেই। বিশেষকৈ মোলান।

ইন্দ্ৰ বৰুৱাৰ ঘৰতে কাম কৰি থকা মোলানৰ ঘৈণীয়েক সৰুমাইক ৰাধাই সুধিলে—

ঃ হেৰৌ, তই কিবা গম পাবনে?

ঃ নেপাওঁ দেউতা,

ঃ কালি ৰাতি সি ঘৰত আছিলনে?

ঃ ৰাতিনো কোনদিনা তেওঁ ঘৰত থাকে? কালিও নাছিল।

এনেতে ইচ্ আচ্ খন কৰি মোলান আহি ওলালেহি। পোনচাতেই গৈ সি ইন্দ্ৰ বৰুৱাৰ ভৰি দুটাত দীঘলদি পৰিলেগৈ।

দুৰ্যোধনৰ ভাও লোৱা, ইন্দ্ৰ বৰুৱাৰ মাজু ককায়েক গোলাপ বৰুৱাও আহি ওলালহি। গোলাপ বৰুৱাই বেছি কথা বতৰা নকয়। ৰাধাক কাণে কাণে ক'লে— ঃ ৰাধা, মই হ'লে ইয়াক অকণো বিশ্বাস নকৰো।

ৰাধায়ে কঠোৰ মাতেৰে মোলানক সুধিলে—

ঃ চাইকেলখন নিছ যদি উলিয়াই দে। নহ'লে কথা বহুত দূৰ পাবগৈ।

ঃ নাই নাই ককাইদেউ, মই এনেকুৱা গৰ্হিত কাম কেতিয়াও কৰা নাই।

ইন্দ্ৰ বৰুৱাই মোলানৰ ফালে মাতি ক'লে—

ঃ সি এনেকাম কৰা নাই। তইঁতে তাক মিছাকৈয়ে দোষ দি নাথাকিবি।

উপায় নেপাই চাইকেলখন চুৰি হোৱা কেছটো পুলিচক দিয়াটোকে তিনিও ককাই-ভায়ে ঠিক কৰিলে,

ইন্দ্ৰ বৰুৱা আৰু গোলাপ বৰুৱাৰ নগৰত থকা ব্যৱসায়ৰ কাৰণে পুলিচৰ লগত ভাল চা-চিনাকি আছিল। অকল পুলিচৰ লগতেই নহয়, উকীল, মুন্সিফৰ লগতো চিনাকি আছিল।

মোলানে পুলিচত দিয়া শুনি বৰ ভয় খালে। বাইচাইকেলখন চুৰি কৰি সি যে এটা কিমান ডাঙৰ ভুল কৰিলে সেই চিন্তাটোৱে এতিয়াহে তাৰ মূৰত বাহ ল'লে। সি ভাবিবলৈ ধৰিলে,— যিটো কথা আগতে ভবাই নাছিল। চাইকেলখন চুৰি কৰি আনিলে হয়, কিন্তু সেইখননো সি ক'ত চলাব? ইন্দ্ৰ বৰুৱাৰ চাইকেলখনতো সকলোৱেই চিনি পায়। বেচিবও নোৱাৰে। বেচিবনো কাক? বেচিলেনো কিনিব কোনে? ঘূৰাইও দিব নোৱাৰা হ'ল। কাৰণ গোটেই ৰাইজমখাৰ আগত সি আঁসে মাতি এতিয়ানো কোনটো সাহসত ঘূৰাই দিয়ে। ভাল গলগ্ৰহখন হ'ল।

এইবোৰ ভাবিগুণি ভয়ত পেপুৱা হৈ সি নিজৰ ঘৰৰ শোৱা চাঙতে পৰি থাকিল। নিশা চুৰি কৰাৰ গা-মনৰ পিৰপিৰনিও নাইকিয়া হ'ল।

দুদিনমানৰ পিছত পুলিচ আহি ওলালেহি। গোলাপ বৰুৱা আৰু ৰাধা বৰুৱাই পুলিচক তাৰ ঘৰটো দেখুৱাই দি তাৰ ওপৰত সন্দেহ থকাৰ কথা জনালে।

পুলিচে মোলানক ধৰি কাণতলীয়া চৰ দুই এটা সোধোৱাত সি সৈ কাঢ়ি দিলে। লগতে খেৰনিৰ মাজত লুকুৱাই থোৱাৰ পৰা চাইকেলখন উলিয়াই দিলে। পুলিচে তাক হাত কেৰেয়া লগাই ধৰি লৈ গ'ল। থানাতো তাক গুৰুলা গুৰুলকৈ কোবালে।

ইন্দ্ৰ বৰুৱাই চাইকেলখন ঘূৰাই পালে। মোলানকো পুলিচে লৈ গ'ল। গতিকে সমস্যাটোৰ শেষ হ'ব লাগিছিল। কিন্তু নহ'ল। অন্য এটা সমস্যাই ইন্দ্ৰ বৰুৱাৰ ঘৰত দেখা দিলে।

মোলানৰ ঘৈণীয়েক সৰু মাইৰ উচুপনিত সকলোৱে কি কৰো কি নকৰো অৱস্থা হ'ল। মাকে ল'ৰাহঁতক ক'লে—

ঃ মোলানক ফাটেকত দি কোৱে কাটি গ্ৰহণী চপাইহে ল'লি। তাৰ ঘৰখন এতিয়া পোহপাল দিব কোনে? ঘৰে-দুৱাৰে, ল'ৰাই ছোৱালীয়ে সেই তিৰোতাজনীয়ে অকলে চম্ভালে কেনেকৈ? তাতে তাইৰ গাতো লেঠা। তহঁতে দোষৰ ভাগী নহবিনে? শুনহঁক, সি নথকাত তাৰ ঘৰখনত যি য'ত লাগে সকলোখিনি তহঁতেই যোগান দিব লাগিব। আৰু কেনেকৈ পাৰ সোনকালে তাক ফাটেকৰ পৰা আনিবৰ কাৰণে যত্ন কৰহঁক। এইবোৰ কথা ভাবি ভাবি মোৰ দিনে ৰাতিয়ে টোপনি নহা হৈছে।

তিনি ভাই ককায়ে মাকৰ কথাৰ উত্তৰ দিব নোৱাৰিলে। আটাইকেইজন পেপুৱা লাগিল। ইন্দ্ৰ বৰুৱাই মাত লগালে—

ঃ এৰা অ' ৰাধা, বৌয়ে কথাখিনি ঠিকেই কৈছে। চাইকেলখন চুৰি হোৱাৰ কাৰণে তাক আমি ফাটেকত দিব নালাগিছিল। নহয়নে গোলাপ ককাইদেউ?

দুয়োৰে মুৰ জোকাৰি কথাটো হয় বুলি ক'লে।

... দুপৰীয়া কাৰাগাৰৰ গণ্টিৰ আগতে ভাত সাজ খাওঁতে মোলানৰ কাষতে বহি বহি ঠগিৰামে ক'লে—

ঃ তোমাৰ কথাবোৰ শুনি শুনি মই বৰ বেথা পালো। আচলতে বুজিছা, তোমাৰ কথাবোৰ চালিজাৰি চাই মই এটা কথা ঠিৰাং কৰিব পাৰিছোঁ। আচলতে তোমাৰ একো দোষ নাই। এক কথাত ক'বলৈ গ'লে তুমি মানুহ ভালেই। কিন্তু তোমাৰ স্বভাবটো বেয়া। তোমাৰ স্বভাবটো সলনি কৰিব লাগিব। এই বদ-স্বভাবটোৰ কাৰণেই তোমাৰ সেই সাতমহীয়া গাত লেঠা থকা মানুহজনী আৰু এমা-ডিমা ল'ৰা-ছোৱালী কেইটি এৰি মহ দাহৰ কামোৰ খাই জেলত নৰক যন্ত্ৰণা ভোগ কৰিব লগীয়া হ'ল।

ঃ এৰা হে! তুমি উচিত কথাই কৈছা। ময়ো মনতে এইবিলাক নভবা নহয়। গমিপিতি চাই মই ঠিক কৰিলো, মই আৰু চুৰি চাপ্ৰাচীখন নকৰো। দৰকাৰ হ'লে হাতভৰি বান্ধি লৈ ঘৰতে পৰি থাকিম।

ঃ নেলাগে নেলাগে। সেইবোৰ তুমি কৰিব নালাগে। যেতিয়া চুৰি কৰিবৰ মন যাব তেৰাক মনত ভাবিবা। তোমাৰ কথাটো বুজি পালো বাৰু। কিন্তু কিয়নো বিনা দোষত মই জেল খাটিবলগীয়া হ'ল— সেইটোহে উৱাদিহ নেপালো। অৱশ্যে ভাবোতে এটা কথা ভাবি নোপোৱা নহয়। আগৰ জনমত কিজানি কিবা পাপ কৰিছিলো।

এনেতে প্ৰহৰী এজন আহি চিঞৰি মোলান বৰাক মাতিলে। মোলানে প্ৰহৰীজনৰ ফালে ভেবা লাগি চালে। ঠগিৰামে ক'লে—

ঃ তোমাক মাতিছেহে ভকত।

মোলানে ভয়ে ভয়ে আগবাঢ়ি গ'ল। প্ৰহৰীয়ে সুধিলে—

ঃ তোৰ নাম কি?

ঃ মোলান বৰা।

ঃ চাইকেল চুৰি কেছ?

ঃ হয়।

ঃ বেগেতে ব'ল। তোক জামিনত নিবলৈ আহিছে। মোলানে ঠগিৰামলৈ

চাই সোধে—

ঃ হেৰা, মই কিন্তু একো ত'ত ধৰিব পৰা নাই। মোকনো জামিনত নিবলৈ কোন আহিব?

ঠগিৰামে ক'লে—

ঃ যিয়েই আহক। তেৰাক মই সেৱা জনাইছোঁ। তুমি মুক্তি পালা। যোৱাগৈ।

থোকাথুকি মাতেৰে মোলানে ক'লে—

ঃ মই কিন্তু তোমাৰ নিচিনা মানুহ আগতে লগ পোৱা নাই। আগৰ জনমত আমি দুয়ো সহোদৰ আছিলো হবলা। তুমি ফাটেকৰ পৰা ওলোৱাৰ পিছত আমি দুয়ো গোসাঁইৰ ওচৰলৈ গৈ শৰণ লৈ হৰিভকত হমগৈ। তোমাক মই কথা দিলো। মই আৰু চুৰি নকৰো।

ঃ আহ আহ— প্ৰহৰীজনে মোলানক মাতিলে।

ঃ যাওঁগৈ ভকত।

মোলান অলপ দূৰ গৈ আকৌ উভতি আহি ঠগিৰামক ক'লে—

ঃ ভাবিচিন্তি থাকিব নালাগে। মোৰ এজনী ঘৰতে ওপজা চেউৰী আছে। পানী গাভিনী হবই পায়। সেইজনী মই তোমাক দি দিম....।

মোলান গল'গৈ। ঠগিৰামে তালৈ চাই নেদেখাজনলৈ এটি সেৱা জনালে।

প্ৰহৰীজনৰ সৈতে কাৰাগাৰৰ অফিচত মোলান সোমায়েই চক্ খাই উঠিল।

ক্ষন্তেক ৰৈ হঠাৎ সি দৌৰি গৈ ইন্দ্ৰ বৰুৱাৰ ভৰি দুটাত সাৱটি ধৰি ক'বলৈ ধৰিলে—

ঃ ককাইদেউ, মোক মাফ কৰি দিয়ক। মই বৰ ডাঙৰ দোষ কৰিলো। এনে কাম মই কেতিয়াও নকৰো।

ইন্দ্ৰ বৰুৱা থিয় হ'ল—

ঃ বিশ্বাসঘাটক, তোৰ কথাৰ কি মূল্য আছে? মই তোক মাফ্ নকৰো। তোৰ ঘৈণীয়েৰ আৰু ল'ৰা-ছোৱালী কেইটাৰ মুখলৈ চাইহে তোক নিবলৈ আহিলো।

সহঃ কাৰাধ্যক্ষজনক নমস্কাৰ জনাই ইন্দ্ৰ বৰুৱাই মোলানক লৈ গ'লগৈ। ❑❑

# কক্ষচ্যুতা বাসন্তী



ছোৱালীজনীয়ে পিৰিক-পাৰাক কৰি কাৰ্যালয়ৰ মানুহবিলাকৰ মাজত চাই আছে। বিষয়া কৰ্মচাৰী কেইজনেও কামৰ মাজত নেচাওঁ বুলি ভাবিও তাইৰ ফালে চাইছে।

এজনে কাষৰ এজনক গুজুৰিকৈ ক'লে—

ঃ প্ৰচ্‌ নেকি?

ঃ তেনেধৰণেই লাগিছে।

মই ছোৱালীজনীক নাম ধাম সুধি কাৰাগাৰৰ বহীত নাম ভৰ্তি কৰি আছিলো। অন্য এজন বিষয়াই ছোৱালীজনীক লক্ষ্য কৰি মোক সুধিলে—

ঃ কি কেছত আহিছেনো?

মই কেছৰ ধাৰাটো কলো। আটাইকেইজনে হাঁহিলে। ছোৱালীজনীয়েও এবাৰ মিচিক কৰে হাঁহিলে। এবাৰ মুখখন লৰাই সেমেনা সেমেনিও কৰিলে। যদিও বিষয়া কেইগৰাকীয়ে ইংৰাজীতে কথা বতৰা পাতিছিল— তাই গম পাইছিল, তাইক কেন্দ্ৰ কৰিয়েই সকলোৱেই কথা পাতিছে বুলি। তাই যেন ভাল বীৰত্বৰ কাম এটাহে কৰি আহিছে, মনৰ ভাবটো তেনেকুৱা।

আনুষ্ঠানিক শিক্ষা নোপোৱা ছোৱালী।

বৰ্তমান তাইৰ ঘৰৰ স্থায়ী ঠিকনা বুলিবলৈ নাই। সৰুতেই ঘৰ পৰিত্যাগ কৰিছিল। মই তাইৰ চিনাক্তকৰণ লৈ, সকলো সোধাপোচা কৰি যিটো অনুমান কৰিলো— তাই নিন্দনীয় বাতাবৰণত জীৱন ধাৰণ কৰিবলৈ অগ্ৰসৰ হোৱা ছোৱালী, যাৰ ফলত অ-সামাজিক উদ্ভৎ আকাঙ্ক্ষাই তাইক শুচিতা কৰি ৰখা নাই।

আদালতৰ পৰা তাইৰ লগত পঠিওৱা অধিপত্ৰখনৰ পিছৰ শুনানিৰ দিনটো বেলেগ এখন বহীত লিপিবদ্ধ কৰি, ছোৱালীজনীক মহিলা ফাটেকলৈ নিবলৈ মহিলা প্ৰহৰী গৰাকীক আৰু মুখ্য প্ৰহৰীজনক মতাই আনিবলৈ ক'লো।

নিতৌ আদালতে দুই তিনিজনৰ পৰা দহ গোল্ডৰজনমানকে আচামী জেল হাজোতলৈ পঠিয়ায়। কেতিয়াবা অৱশ্যে তাতোকৈও বেছি থাকে। কাচিৎহে দুই এজন হয়।

আজি অকল ছোৱালীজনীক আদালতৰ পৰা জেললৈ আনিছে। তাইৰ লগত আৰু দুজনী ছোৱালীৰ সৈতে পাঁচ ছয়জন পুৰুষ সমন্বিতে এটা ভ্ৰাম্যমান চোৰ আৰু অন্যান্য, ঠগ-প্ৰতাৰকৰ দল আছে। দলটোৰ আটাইকেইজন সদস্য সদস্যাই মানুহক প্ৰবঞ্চনাৰে ফান্দত পেলোৱা, সৰু সুৰা ডকাইতি কৰা, আনৰ বয় বস্তু, টকা-পইচা অনায়াসে লুট কৰা, দলবদ্ধভাবে চুৰি কাৰ্য কৰাত ইমানেই অভ্যস্ত হৈ পৰিছে যে ইতিমধ্যে সিহঁতে অভ্যাসগত অপৰাধী বুলি পৰিচিত হৈছে। আটাইবোৰ অপৰাধীয়েই এনেকুৱাই বুধিয়ক যে সিহঁতে ধূৰ্তালিৰে যিকোনো অপৰাধজনিত কাৰ্য সংঘটিত কৰি পুলিচ আৰু জনতাৰ চকুত ধূলি দি সাৰি যাব পাৰে। গতিকে অসাৱধানতাৰ ফলত ছোৱালীজনী ধৰা পৰিলেও বাকীবোৰক ধৰিব পৰা নাই।

এইবাৰহে মই ছোৱালীজনীৰ ফাললৈ মূৰ তুলি ভালকৈ চালো।

বাসন্তী বৰা নামৰ পঁচিশ বছৰমান বয়সীয়া ছোৱালীজনীক দেখিলে অতি নিম্ন থাপৰ বজৰুৱা ছোৱালী যেনেই লাগে। চকুত দুষ্টালি হাঁহি। বুকুৰ কাপোৰখন ঠিক কৰাৰ ছলেৰে গাটো অপ্ৰয়োজনীয়ভাবে লৰাই থাকে। মুখৰ ছালখন ফপহা, ওঁঠ দুখন ফটা আৰু লেৰুৱা। চকুৰ গুৰিবোৰ ক'লাপৰা। চুলিবোৰ তেলতুল নসনা ফৌফৌৱা, তাত ৰঙা-নীলা কেইবাটাও ক্লিপ্। পৰিধানত তেলীয়া ৰঙৰ গুলপীয়া ফুলাম শাৰী আৰু এহাতমান পেট ওলোৱা হাতখৰা ব্লাউজ।— বাসন্তীয়ে যে উগ্ৰ প্ৰসাধন কৰে ধৰিব পাৰি। অৱশ্যে সেই সময়ত তাইৰ মুখৰ প্ৰসাধন নাইকিয়া হৈছিল, ক'ৰ পৰা ধৰি আনিছে, থানাত কিমান সময় আছিল কি ঠিক?

বাসন্তীক মহিলা কক্ষৰ ভিতৰলৈ লৈ যোৱা হ'ল। বহুত সময়লৈকে u/s 378/379/415/420 IPC গোচৰত অহা ছোৱলীজনীৰ বিষয়ে কাৰ্যালয়ত সকলোৱে কথা পাতি আছিল। ছোৱালীজনীৰ নামটো যিমান ধুনীয়া, তাইৰ ন্যায়বিৰুদ্ধ কাৰ্যকালাপ, স্বভাব চৰিত্ৰ ঠিক বিপৰীত অৰ্থাৎ একেবাৰে বেয়া। ইমান কম বয়সতে তাই দুৰ্যশ, অখ্যাতি আৰু কূট কৌশলত পাকৈত মহিলা অপৰাধীৰূপে চিহ্নিত হৈছে।

... যোৰহাট ৰাজ্যিক বাছ আস্থানৰ জিৰণি কক্ষ। বয়সিয়াল মানুহএগৰাকী তাতে এখন চকীত বহি আছে। কাষতে এজনী গাভৰু ছোৱালী, মুখত উৎকট প্ৰসাধন— চকুত লেপলেপীয়া কাজল, ওঁঠত ঘিণলগাকৈ বোলোৱা চেক্‌চেকীয়া ৰঙা লিপষ্টিক।

কোনোবাই লক্ষ্য কৰিলেই চকুত পৰিব, ছোৱালীজনীয়ে যেন কিবা এটা কাৰণত উচ্‌পিচাই আছে। এবাৰ তাইৰ উৰ্বলি যাব ধৰা বেঞ্চিনৰ বেগটো বয়স্ক মানুহ গৰাকীৰ কাষত থৈ ক'লে—

ঃ আইতা, বেগটো অকণমান চাবচোন। বাথৰুমৰ পৰা আহো।

মানুহ গৰাকীৰ লচ্‌পচী ছোৱালীজনীক দেখি ভাললগা নাছিল। আইতা বুলি সম্বোধন কৰি মৰমেৰে মতাৰ কাৰণে বেয়া নেলাগিল। তেখেতেও মৰমেৰে ক'লে—

ঃ চাম। যোৱা, আহাঁগে।

মানুহগৰাকী কৰবালৈ যাবলৈ অকলে অহা নাছিল। লগত ভতিজাক

এজনো আহিছে। ভতিজাকে জিৰণি কক্ষৰ দুৱাৰ মুখলৈ আহি সুধিলে—

ঃ খুড়ী, তুমি চাহ খাবানেকি? বাছৰ কাৰণে কমেও একঘণ্টা ৰ'ব লাগিব।

ঃ এই দোকানৰ চাহ নেখাওঁ দে। তয়েই খাই আহগে। মই বহো।

মানুহ গৰাকীৰ ভৰি কেইটা চকীখনত তুলি আৰাম কৰি বহিল। ভতিজাকে ক'লে—

ঃ তেন্তে তুমি বহা। মই একাপ খাই আহো।

ভতিজাকে পেৰাডাইজ ৰেষ্টুৰালৈ চাহ খাবলৈ বুলি আগবাঢ়িল। ছোৱালীজনীয়ে বাথৰুমৰ ভিতৰৰ পৰাই মানুহ গৰাকীৰ কথা কেইটা শুনিলে। এইবাৰ তাই বুকুৰ ভিতৰৰ পৰা সৰু বটল এটা উলিয়াই কপাহ অকণমানত দেৰাই অকণমান লগাই লৈ ৰুমালেৰে মেৰিয়াই হাতৰ মুঠিত লৈ ওলাই আহিল। আহিয়েই তাই মানুহ গৰাকীৰ লগত আন্তৰিকতাৰে কথা পাতিবলৈ ধৰিলে। মাজতে চকুপানীও টুকিলে। তেখেতৰ দৰে তাইৰো হুবহু একে চেহেৰাৰ এগৰাকী আইতাক আছিল। অলপতে ঢুকাল। তায়েই গু-মূত ধুই প্ৰতিপাল কৰিছিল। আইতাক বৰ সাদৰী আছিল। আইতাকৰ মৃত্যুৰ শোক তাইৰ আজিও যোৱা নাই।

মানুহ গৰাকীয়ে ভাবিলে— ছোৱালীজনী চঞ্চলহে, কিন্তু অন্তৰখন বৰ কোমল। তেখেতে ক'লে—

ঃ তোমাৰ মঙ্গল হ'ব আই।

ঃ আইতা, আপোনাৰ তামোল আছেনেকি? দিয়কচোন, মই অকণমান খাওঁ। আমাৰ আইতা থাকোতে আইতাৰ ভাগৰ খুন্দা বা চকলীয়া তামোল প্ৰায়ে খাওঁ। ইমান ভাল লাগে।

মানুহ গৰাকীয়ে ভাবিলে—বৰ ভাল ছোৱালীদেই। তাইৰ বয়সৰ অন্য ল'ৰা ছোৱালীয়ে তামোলৰ গোন্ধেই সহ্য কৰিব নোৱাৰে। খোৱাতো বাদেই।

কিতাপখনৰ দৰে টিনৰ তামোলৰ টেমাটো তাইৰ ফালে আগবঢ়াই দি ক'লে—

ঃ হোৱা আই, চকলীয়া তামোল এখানমান আছে। তুমি খাই লোৱা মই পাছত খাম। মই চাহপানী টোপা নোখোৱাকৈ থাকিব পাৰো— তামোলখন হ'লে নোৱাৰো।

ছোৱালীজনীয়ে টেমাটোৰ সাঁফখন খুলি মানুহগৰাকীৰ পৰা সামান্য আঁৰ

কবি লৈ প্ৰথমে নিজৰ মুখত অকণমান তৰাই টেমাটোৰ তামোলৰ ওপৰত কপাহ কণ চেপি এটোপাল দেবাই বাকী দিলে। তাই অনৰ্গল কথা কৈ আছে। এবাৰ মানুহগৰাকীয়ে নাকেৰে দীঘলকৈ দুবাৰমান উশাহ টানি লৈ ক'লে—

ঃ জানো— কিনো দেবাই দেবাই গোন্ধাইছে?

ঃ দেবাই নহয় আইতা, প্ৰধাৰৰ গোন্ধ— দেটল ফেনাইলৰ। আজিকালি ফেনাইলবোৰ দৰবৰ দৰে গোন্ধায়।

মানুহ গৰাকীয়ে সক তাৰ-কটাৰী খনেৰে পাণ এখন সৰু সৰুকৈ কুটি লৈ চকলীয়া তামোল লৈ পাগুলিবলৈ ধৰিলে। লাহে লাহে তেখেতৰ দুচকু জাপ খাই আহিল আৰু মুখটো কাটি কবি চকীখনতে শুই পৰিল।

সেই সময়ত বেটিং কমটোৰ ভিতৰত মানুহৰ হাবি জাবি। কোনোবাই বাকচ থৈ বহিছে, কোনোবাই বাকচ তুলি বাছত উঠিবলৈ গৈছে। কোনেও বহুতপৰ বহি নথকাৰ বাবে মানুহ গৰাকী আৰু ছোৱালীজনীৰ কাৰ্যকলাপ লক্ষ্য কৰা নাছিল। তাই মানুহগৰাকীৰ মুখটো সামান্য পোনাই দি আনে শুনাকৈ ক'লে—

ঃ আইতা, বাছলৈ বহুত দেৰি আছে। চকু দুটা মুদি কিছু সময় আৰাম কৰক।

এইবাৰ ছোৱালীজনীয়ে তীক্ষ্ণ দৃষ্টিৰে ইফালে সিফালে চালে— কোনোবাই তাইক লক্ষ্য কৰিছেনেকি? নাই। তাই মানুহগৰাকীৰ হাতত মেল খাই থকা তামোলৰ টেমাটো আলফুলে বন্ধ কৰি কোঁচত থলে আৰু এপাকত সন্তৰ্পণে মানুহ গৰাকীয়ে ব্লাউজৰ ভিতৰত বুকুৰ মাজত সুমুৱাই অনা টকাৰ টোপোলাটো উলিয়াই লৈ নিজৰ বুকুৰ মাজত সুমুৱাই সেই ঠাইৰ পৰা উধাও হ'ল।

ঃ খুড়ী আহা। টিকট দিব পায়, বাছতে উঠি থাকিবা।

খুড়ীয়েকৰ মাতবোল নাই। টোপনি আহিল বুলি খুড়ীয়েকৰ গাটো জোকাৰি দিলত কাটি হৈ পৰি গ'ল। ভতিজাক বিবুদ্ধি হ'ল। চিএৰ বাখৰ কৰিলে, মানুহ গোট খালে— ইফালে খুড়ীয়েকৰ প্ৰাণ যায় যায়। কোনোবাই পুলিচক খবৰ দিলে, পুলিচ আহিল। ভতিজাকৰ চকুৰ আগতে খুড়ীয়েকে ব্লাউজৰ ভিতৰত সুমুৱাই থোৱা টকা সোতৰ হেজাৰ নাই। চিয়ৰৰ পৰা খুড়ীয়েকে ভতিজাকক লৈ দিবিয়েকৰ পেঞ্চনৰ টকা নিবলৈ আহিছিল। পেঞ্চনৰ টকা গোজৰ আগতে খুড়াক ঢুকাইছিল। খুড়ীয়েকৰ লৰা নাই, ছোৱালীহে এজনী।

মানুহ গৰাকীক বাহিৰে বাহিৰে চিকিৎসালয়লৈ লৈ যোৱা হ'ল। চিকিৎসাৰ

কাৰণে দুহেজাৰ টকা খৰচ কৰাৰ পিছত মানুহ গৰাকী এমাহমানৰ মূৰত সুদা হাতেৰে ঘৰলৈ ঘূৰি গ'ল।

বয়োজ্যেষ্ঠ মহিলা গৰাকীৰ পৰা টকা লৈ উধাও হোৱা এই ছোৱালীজনীয়েই বাসন্তী। তাই বহুত সময়ৰ আগৰে পৰাই মানুহ গৰাকীক অনুসৰণ কৰিছিল আৰু মানুহ গৰাকীৰ লগত টকাখিনি থকা বুলি নিশ্চিত হৈ পৰিছিল।

... যোৰহাটৰ হাইস্কুল এখনৰ শিক্ষয়িত্ৰী ৰমলা হাজৰিকাৰ ঘৰ মৰিয়ণিত। যোৰহাটলৈ তেওঁ বাছেৰে অহা যোৱা কৰে। ইমান দূৰলৈ অহা-যোৱা কৰি চাকৰি কৰাৰ কাৰণে গোটেই ঘৰখন চম্ভলা এজনী ভাল বনকৰা ছোৱালীৰ দৰকাৰ হ'ল। বহুত বিচাৰ খোচাৰ কৰাৰ পিছত এজনী ছোৱালী পালেওঁ। ছোৱালীজনী সকলো ফালেই ভাল আছিল। ল'ৰা-ছোৱালী হালকো স্কুললৈ অনা নিয়া কৰাৰ পৰা ভাতপানী ৰন্ধা-বঢ়ালৈকে সকলো কাম কৰে।

ছমাহমানতে ছোৱালীজনী পৰিয়ালৰ সকলোৰে বিশ্বাসভাজন হৈ উঠিল। তেনেকুৱাতে অঘটনটো ঘটিল। ৰমলা হাজৰিকাই গড্‌ৰেজটোৰ চাবিৰ বাহিৰে সকলো ধোবাং-বাং কৰি ছোৱালীজনীৰ ওচৰত এৰি থৈ যায়। সেইদিনা ছোৱালীজনীয়ে ৰমলা হাজৰিকাই স্কুললৈ লৈ যোৱা বেগটোৰ পৰা গড্‌ৰেজৰ চাবিকোচা মনে মনে উলিয়াই থলে। দুপৰীয়া বেলিকা কোনো নথকা অৱস্থাত গড্‌ৰেজ খুলি দামী পাট-মুগাৰ কাপোৰ, শাৰী, সোণৰ অলংকাৰ সোপাকে লৈ যোৱাৰ উপৰিও বাহিৰত থকা ঘড়ী, চচ্‌মা, কেমেৰা আদি সৰু সুৰা বস্তুও লৈ গ'ল।

— এই বনকৰা ছোৱালীজনীয়েই আছিল— বাসন্তী।

... যোৰহাটৰ পৰা বৰহোলালৈ বাছখন যাব। মানুহৰ ভিৰ, হেঁচা ঠেলা। পাব্লিক বাছ। বহা মানুহখিনিয়েও আঠুত দুখ পাইছে— দুটা চীট্‌ৰ মাজত ঠাই বৰ কম। মতা মানুহ, মাইকী মানুহ দুই ফালৰ খিৰিকীৰ ফালে মুখ কৰি থিয় দিওঁতেও উভয়েৰে গাত গা লাগি থাকে। তাৰ মাজেদি কন্‌ডাক্টৰ অহা-যোৱা কৰোতে বা পাছৰ যাত্ৰী নামিবলৈ ওলাই আহোঁতে মানুহ চেপি খুন্দি আনে।

বাছখনৰ মাজভাগৰ মহিলা চীট্‌ দুটাত বাসন্তী আৰু তাইৰ লগৰ এজনী বহি আছিছে। চকুত ক'লা চচ্‌মা, মুখত মিচিকিয়া হাঁহি। সিহঁতৰ গাৰ কাষতে থিয় হৈ থকা দুজনী ছোৱালীৰ বেগ কেইটা গধুৰ। কান্ধত ওলোমাই ল'বলৈকো অসুবিধা, এখন হাতেৰে বাছৰ হেণ্ডেলত ধৰি এখন হাতেৰে ল'বলৈকে যথেষ্ট কষ্ট হৈছিল। বাসন্তীয়ে সহিব নোৱাৰি নম্ৰভাৱে ক'লে—

ঃ ভন্টি, কষ্ট পাইছা যদি বেগ কেইটা মোৰ হাতত দিয়া। নামিবৰ সময়ত লৈ যাবা।

অকণমান স্বস্তিৰে থিয় হোৱাৰ আশাত ছোৱালী দুজনীয়ে ধন্যবাদসূচক হাঁহি মাৰি বাসন্তীৰ কোলাত বেগ দুটা থলে। তিতাবৰত ছোৱালী দুজনী হেঁচা ঠেলাৰ মাজত নামোতে বেগ দুটা লৈ সহায় কৰা ছোৱালীজনীক 'থ্যাঙ্কচ' দিবলৈ নেপাহঁৰিলে। ঘৰ পাই বেগ্ কেইটা খুলিলত দেখা পালে ভিতৰত থকা মণিবেগ দুটা নাই!

এয়াই নহয়, বিভিন্ন প্ৰকাৰে আঁচনি যুগুতাই বা ছদ্মবেশ ধৰিও বাসন্তী আৰু দলৰ মানুহে অভিনৱ প্ৰথাৰে অপৰাধমূলক গৰ্হিত কাম অব্যাহত ৰাখিবলৈ সক্ষম হৈছিল।

(২)

বাসন্তী অভাৱ, অশিক্ষা আৰু অনাদৰৰ মাজত জন্ম হোৱা ছোৱালী। বাপেক ডাল-দৰিদ্ৰ বুলি ক'লেও বঢ়াই কোৱা নহয়। দৰিদ্ৰতাৰ সুযোগ লৈ তাই অন্যায় আৰু অনুকুলবিহীন আচৰণৰ প্ৰতি সৰুৰে পৰাই অভ্যস্ত হৈ উঠিছিল। অৱশ্যে ডাল-দৰিদ্ৰ হ'লেও পৰিয়ালৰ কোনোৱে ঠগ-প্ৰবঞ্চক নাছিল। গাঁৱলীয়া সাধাৰণ হোজা মানুহ। সমযত খুজি মাগি খাইছিল যদিও চুৰি চাপ্ৰাটী কৰি পোৱা নাছিল।

খালী পেট, আধা ডুখৰীয়া কাপোৰেৰে সৰুতে বাসন্তীয়ে টলৌ-টলৌকৈ ইফালে সিফালে ঘূৰি ফুৰিছিল। ঘৰত শান্তিৰে থাকিব নোৱাৰে। পেন্ পেনাই থকা কেইবাটাও পেন্দুকণা ল'ৰা-ছোৱালীতকৈ তাই ডাঙৰ হোৱাত মাক বাপেকৰ পৰা চৰটো, ভুকুটো অনবৰতে খাই থাকিবলগীয়া হয়।

গাঁৱত এজন নিষ্কৰ্মা লোক আছিল— ফণী। ফণীয়ে এদিন বাসন্তীক নি নগৰৰ এঘৰ মানুহৰ ঘৰত বন কৰিবলৈ ৰাখিছিলগৈ। তাৰ বিনিময়ত ফণীয়ে মানুহ ঘৰৰ পৰা টকা লৈছিল। তাই থকাৰ বাবদ মানুহঘৰে বাসন্তীক ঘৰলৈ মাহৰ মূৰত যি টকা পঠিয়াইছিল, তাৰে আধা ফণীয়ে লৈছিল। ফণীৰ এইটো ব্যৱসায়েই আছিল। এনেদৰে কেইবাখনো গাঁৱৰ দুখীয়া মানুহৰ কেইবাটাও ল'ৰা-ছোৱালী নি নগৰৰ মানুহৰ ঘৰত, হোটেল-কাৰখানা আদিত থৈছিলগৈ। প্ৰতিদিনে এঘৰত খাই-বই টকা-কড়ি লৈহে ঘৰলৈ উভতিছিল। সেইদৰে ফণীয়ে জীৱন নিৰ্বাহ কৰিছিল।

কুমাৰী কালৰ পৰাই বাসন্তীয়ে শাৰীৰিক, মানসিক নানা অত্যাচাৰৰ সন্মুখীন হৈছিল। লাহে লাহে তাই এইবোৰত অভ্যস্ত হৈ পৰিছিল। তাইৰ মনত পোখা মেলিছিল অসৎ প্ৰবৃত্তিয়ে। গৃহস্থৰ ঘৰত লুকাই চুৰকৈ বস্তু খোৱা, সুযোগ পালে যৰে তৰে পৰা বস্তু চুৰি কৰি অনা, মিছা কথা কোৱা, আনকি ওচৰৰ পাজৰৰ বনুৱা, ৰিক্সাৱালা, ফেৰিৱালা আদি নিম্ন স্তৰৰ মানুহৰ লগত দৈহিক সম্বন্ধ ৰাখিবলৈকো কুণ্ঠাবোধ নকৰিছিল। ইতিমধ্যে তাই বনকৰা ছোৱালী হিচাপে কেইবাঘৰো মানুহৰ ঘৰ বদলাইছিল। তেনেকুৱাতে এদিন তাই থকা গৃহস্থ ঘৰে তাইৰ এই বদ্-অভ্যাস আৰু অসৎ চৰিত্ৰৰ কথা গম পাই তাইক খেদি দিলে।

মুক্ত হৈ বাসন্তীয়ে বিকৃতাচাৰত লিপ্ত হ'বলৈ ভালেই পালে। বাসন্তী তাৰ পৰা ওলাই থিয়েটাৰ পাৰ্টি এটাত বনুৱাৰ কাম কৰা এজন লোকৰ লগত গুচি গৈ কেইমাহমান আছিলেগৈ। মানুহজন ভালেই আছিল। তাইক বিয়া কৰাই ঘৈণীয়েকৰ দৰেই ৰাখিছিল। কিন্তু তাই অসৎ চৰিত্ৰৰ, শুধৰণি নাই। এদিন সিও তাইক খেদি দিলে।

গুৱাহাটীত ফুট্ পাথেৰে গৈ থাকোতে সন্ধিয়া বেলিকা এগৰাকী মাইকী মানুহৰ সোণৰ চেইন টানি নিওঁতে ধৰা পৰি তাই গুৱাহাটী জেলতো এমাহমান আছিল। পিছত যোৰহাটলৈ ঘূৰি আহি এটা অপৰাধী দলৰ মাজত তাই সোমাই পৰে।

এসময়ত যোৰহাটত দুজনী পেণ্ট চাৰ্ট পিন্ধা ছোৱালীয়ে ত্ৰাসৰ সৃষ্টি কৰিছিল। সিহঁতৰ কু-কৰ্মৰ পৰিসৰ বিশাল আছিল। ভাল মানুহৰ ঘৰৰ ছোৱালীৰ দৰে সাজি কাচি নম্ৰ ব্যৱহাৰ, মাত কথাৰে মানুহক ভুলাই অভিষ্ট সিদ্ধি কৰিছিল। সেই ছোৱালী দুজনীৰ এজনী আছিল বাসন্তী।

সিহঁতৰ সম-সাময়িক অন্য দুজনী শিক্ষিতা, সুন্দৰী অপৰাধ প্ৰবণতাৰ ভাব থকা আৰু প্ৰতাৰণা কৰি মানুহক ঠগি বস্তু সৰকোৱা ছোৱালী দুজনীৰো আবিৰ্ভাৱ হৈছিল। শুনা যায়, তাৰে এজনী এজন ভাল মানুহৰ ঘৰৰ ল'ৰাৰ লগত প্ৰেমত পৰি বিয়া হৈ যায়। ল'ৰাজনৰ প্ৰচেষ্টাত বাই-ভনী দুয়ো কু-প্ৰবৃত্তি ত্যাগ কৰি সজ পথলৈ আহে।

কিন্তু বাসন্তী আৰু লগৰীয়াজনী ইমানেই তল খাপলৈ নামিছিল আৰু নিকৃষ্ট কৰ্মত লিপ্ত হৈছিল যে সিহঁত পুনৰ ভদ্ৰ সমাজলৈ প্ৰত্যাৱৰ্তন কৰাটো অসম্ভৱ আছিল। ভাৰতৰ অন্যান্য মহানগৰীৰ কথা বেলেগ, আজিৰ পৰা বহু বছৰ আগেয়ে বাসন্তীৰ দৰে অসমীয়া ছোৱালী এজনীৰ অধঃপতন সঁচাকৈয়ে

আশ্চর্যজনক আৰু দুখলগা।

সেই সময়ত এজন মানুহ অফিচ-কাছাৰী, বেংক আৰু কেইবাঘৰো মানুহৰ ঘৰত ঘুৰি ফুৰা দেখা গৈছিল। কোনোবাই যদি মানুহজনক কয় বৰগোলা বা ফেলিষ্টৰত অমুক কোম্পানীৰ চাৰ্ট বা পেণ্টৰ পীচ্‌টো আছে মোৰ দৰকাৰ হৈছিল, কিনিবলৈকো ইমান টকা নাই, তুমি সস্তাত তেনেকুৱা কাপোৰ আনি দিব পাৰিবানেকি? মানুহজনে লগে লগেই টপৰাই উত্তৰ দিয়— হ'ব। কেইদিনমানৰ পিছত কাপোৰৰ পীচ্‌টো লৈ মানুহজন হাজিৰ। মানুহজনে নিজে অৱশ্যে চুৰি কৰি বা ঠগামি কৰি বস্তুটো অনা নাছিল। তেওঁ অপৰাধীও নহয়। কেইবাখনো হাত বাগৰিহে তেওঁৰ হাতত বস্তুটো পৰিছিলহি। এইদৰে প্ৰয়োজনীয় অন্যান্য দামী বস্তুও হাত বাগৰি বিক্ৰী হৈছিল।

এনে ধৰণৰ কাৰ্য সমাপনৰ গুৰিতে আছিল বাসন্তীহঁতৰ দলটো। যিকোনো দোকানলৈ গৈ চালাকি কথা কৈ ষ্টেণ্ডাৰ্ড গ্ৰাহকৰ দৰে বস্তু চাই থাপতে বুকুৰ মাজত সৰু সুৰা বস্তু হ'লে ভৰাই থয়, নতুবা হাত চালান দিয়ে। সিহঁতৰ পেটিকোটত চুৰি পকেট থাকে। এবাৰ এখন অসমীয়া পাটৰ কাপোৰৰ দোকানত কেইবাজোৰাও দামী কাপোৰ অন্তৰ্ধান হৈছিল।

চিনেমা চাবলৈ গৈ অকলশৰীয়া বা বিপদত পৰা ছোৱালীৰ অভিনয় কৰি নিলৰ্জ্জভাৱে অচিনাকি পুৰুষৰ লগত চিনেমা চাই, ওচৰ চাপিবলৈ সুযোগ দি নিৰ্ভয়ে মাণিবেগ আদিও হস্তগত কৰি পেলায়। মানুহৰ সমাগম বৃদ্ধি হোৱা ঠাইত অনায়াসে মানুহৰ গাত গা লগাই খোজ কাঢ়ি বা ঠেলা মাৰি পাকতে মাণিবেগ বা অন্যান্য বস্তুও সৰকাই লৈ যায়।

বাসন্তী জেললৈ অহাৰ বহুত দিনৰ আগতে সিহঁতৰ দলৰে তিনিটা চোৰ ধৰা পৰিছিল। অভিনৱ কৌশলেৰে চোৰ তিনিটাই লোকৰ বয়বস্তু সৰকাইছিল। সিহঁতে প্ৰধানকৈ ভ্ৰমণৰত মানুহৰ পৰা অমনোযোগিতালৈ লক্ষ্য কৰি পলকতে চাতুৰ্যেৰে চুট্‌কেচ, হেণ্ডবেগ আনকি হোল্ড্‌লো হস্তান্তৰিত কৰিছিল। এইবিলাক বস্তুৰ উপৰিও টেপ্‌ৰেকৰ্ডাৰ, কেমেৰা আদি বস্তুও নিৰ্বিবাদে চুৰি কৰাৰ উপৰিও ট্ৰেইন চলাৰ সময়ত খিৰিকীৰ কাষত বহি যোৱা মাইকী মানুহৰ কাণৰ ডিঙিৰ সোণৰ বস্তু থপিয়াই লৈ যায়। আকৌ মাইকী মানুহ খোজকাঢ়ি গৈ থাকোতে কান্ধত ওলোমাই লোৱা বেগো আজুৰি লৈ যায়।

চোৰ তিনিটা এদিন ধৰা পৰিলত সিহঁতক নানা কৌশল আৰু শাস্তি প্ৰয়োগ কৰিলত চুৰি মাল দেখুৱাই দিয়াত জুপুৰি এটাৰ খাটৰ তলত আৰু

খেৰ, ফটা বস্তাৰে ঢাকি থোৱাৰ পৰা বহুতো চমকপদ বস্তু উদ্ধাৰ হ'ল। সিহঁতে মানুহক অচেতন কৰিও উক্ত বস্তুবোৰ সৰকাই লৈ যায়।

চোৰ তিনিটাৰ ভিতৰত এটা জেললৈ আহোঁতে লেঙেৰিয়াই আহিছিল। থানাত ইমানেই কোব খাইছিল যে যন্ত্ৰণাত সিহঁতৰ প্ৰাণবায়ু কথমপিহে আছিলগৈ। চিনাকি এজন পুলিচ বিষয়াই কৈছিল— এনেকুৱা কেছৰ আচামীক পেলাই লৈ ভৰিৰ তলুৱাত পানী ঢালি ঢালি বেতোৱা হয়। জীৱটো ওলাই নোযোৱাকৈ যদি পঞ্চাছ বেতমান দিয়া যায়, তেনেহ'লে দুনাই আৰু অপৰাধ কৰিবলৈ শক্তি নাথাকে, জীৱনৰ কাৰণে ঘৃণীয়া হৈ পৰে। চাৰিখোজ গৈ ক্ষন্তেক বৈ বৈ যাব লগা অৱস্থা হয়গৈ। হয়ো, হেবিচুয়েল ক্ৰিমিন্যাল হিচাপে চোৰ কেইটাক পুনৰাই জেললৈ অহা দেখা নগৈছিল।

এই বয়সতে বাসন্তী দলৰ সৰ্বে-সৰ্বা হৈ পৰিছিলগৈ। তাইৰ যদিওবা প্ৰাথমিক শিক্ষা দীক্ষাও একো নাছিল, কিন্তু সংশয়বিহীনতাৰে মানুহক ঠগিবলৈ অভিনয় কৰাত পটু আছিল আৰু যাৰ লগত যেনেকুৱা ব্যৱহাৰ বা কথোপকথন কৰিব লাগে তাকে কৰিছিল।

দুৰ্গাপূজাৰ সময়ত বাসন্তীৰ দলটোৱে সৰু সৰু কিছুমান দুষ্ট দগাবাজ, অভিভাৱক নথকা ল'ৰা-ছোৱালী ৰাস্তাৰ পৰা ফুচুলাই আনি লগতে ভিখাৰী জাতীয় ল'ৰাক নিজৰ দলত অন্তৰ্ভুক্ত কৰি লয়। এই অঘাইতং তীখৰ ল'ৰা-ছোৱালী বিলাকে মন্দিৰলৈ সোমোৱা মানুহৰ চেণ্ডেল চুৰি কৰি নিয়াৰে পৰা ফুটপাথ্‌ত দিয়া দোকান বিলাকৰ পৰা ভিৰৰ মাজত সোমাই যিকোনো বস্তুৱেই উঠাই লৈ যায়।

মাজতে বাসন্তীয়ে এবাৰ চক্ বজাৰত গুণ্ডাগিৰি কৰি ঘূৰি ফুৰা ৰাৱণ নামৰ মানুহ এজনৰ লগত পুনৰ বিয়া হৈছিল। সেই সময়ত তাইৰ অপৰাধৰ কাৰ্য কলাপ কিছু কমিলেও সংসাৰৰ বন্ধনে তাইক সুখ দিব পৰা নাছিল। গিৰিয়েকৰ লগত খনে খনে কাজিয়া, মাৰপিট অনবৰতে চলি থকা হ'ল। অতি কম দিনৰ ভিতৰতে এদিন সিও তাইক খেদি দিলে।

খেদা খাই বাসন্তীয়ে ৰেলৱে ষ্টেচনৰ পৰিত্যক্ত ডবাত বাহৰ পাতি নীহ কৰ্মেৰে নিজেই এটা অপৰাধী দল পৰিচালনা কৰি আছিল।

এইবাৰ বাসন্তী ধৰা পৰিল চুৰি মাল বিক্ৰী কৰোতে। প্ৰায় বিলাক মাইকী মানুহৰ অলংকাৰ, কানি-কাপোৰৰ প্ৰতি দুৰ্বলতা থাকেই। বিশেষকৈ সোণৰ

অলংকাৰৰ প্ৰতি। এঘৰ অৱস্থাপন্ন মানুহৰ ঘৰত এদিন দুপৰীয়া বাসন্তী উপস্থিত হ'লগৈ।

বাসন্তী মানুহ ঘৰলৈ যাওঁতে ওৰণি-বাৰনি, ফোট সেন্দুৰ লৈ বিপদত পৰা ভাল মানুহৰ ঘৰৰ বিবাহিতা তিৰোতাৰ দৰে গৈছিল। গৃহস্থ ঘৰৰ মানুহগৰাকীৰ ওচৰত থোকাথুকি মাতেৰে ক'লে যে তাইৰ গিৰিয়েকৰ নৰিয়া হৈছে। পেটৰ ডাঙৰ অপাৰেছন হ'ব। মিশ্বন হস্পিটালত পৰি আছে। অপাৰেছন কৰাবলৈ বহুত টকা লাগে। গতিকে তাইৰ নিজৰ গহনা কেইপদমান মানুহ চাই বিক্ৰী কৰিবলৈ লৈ আহিছে।

মানুহজনীয়ে পোনতে কেওমেও কৰিলেও চিক্‌মিকোৱা গহনাবোৰ দেখি না কৰিব নোৱাৰিলে। জীয়েকৰ বিয়াৰ সময়ত লাগিব বুলি ঘৰুৱা কিবা কামৰ কাৰণে গোটাই থোৱা কেইবাহাজাৰো টকা দি গহনাখিনি ৰাখি থলে। কিছু টকা বাকী থকাত এসপ্তাহৰ মূৰত এদিন আহি টকাখিনি লৈ যাবলৈ মাতিলে। সোণৰ গহনাখিনিৰ মাজতে বাসন্তীয়ে হুবহু সোণৰ নিচিনা দুই এপদ কিনা গহনাও সুমুৱাই দিলে। কথা লুকুৱাব নোৱাৰি আৰু ইমানখিনি গহনা সস্তাতে লোৱাৰ আনন্দত মানুহ গৰাকীয়ে গিৰিয়েকক সকলো কথা কৈ অলংকাৰখিনি দেখুৱাই দিলত তেওঁ ভুৱা নাইবা চুৰি মাল বুলি সন্দেহ কৰি সোণাৰি এজনক দেখুউৱাত নকল গহনাও আছে বুলি ধৰিব পাৰিলে। দুদিনৰ পিছত টকা নিবলৈ আহোঁতে বাসন্তীক ধৰি পুলিচৰ হাতত গটোৱা হ'ল।

কাৰাগাৰৰ ভিতৰত বাসন্তীৰ লগত মই কেইবাদিনো কথা পাতিছিলো। মই তাইক সুধিছিলো—

ঃ অসমীয়া ছোৱালী হৈ তুমি এনেবিলাক কু-কৰ্ম কৰি ফুৰিবলৈ বেয়া নেলাগেনে?

ঃ কি কৰিম বাইদেউ, বেয়া হ্ম বুলিটো কোনেও বেয়া হ'ব নোৱাৰে! অৱস্থাত পৰিলে মানুহ বেয়া হয়। মইতো সৰুৰে পৰাই ভাল বুলি কোনো বস্তু দেখাই নাই, আৰু ভাল কাম কৰিও পোৱা নাই।

ঃ এতিয়াও তুমি ভাল পথলৈ আহিব নোৱাৰানে? কাৰোবাৰ লগত ঘৰ সংসাৰ কৰি ভালকৈয়ে দেখোন জীৱন কটাব পাৰা।

ঃ নাই বাইদেউ, ঘৰ-সংসাৰ কৰাৰ হেঁপাহ মোৰ নাই। চিটিং কেছত মোৰ কিমানদিননো জেল হ'ব? আকৌ আগৰ ব্যৱসায়লৈকে যাব লাগিব! থানা,

জেল, কাছাৰী— এইবোৰৰ কাৰণে মোৰ ভয়-সংশয় নাই। জেলত আহি কেইদিনমান জিৰণি ল'লো।

ঃ নিজৰ ঘৰলৈ যোৱানে নোযোৱা?

ঃ নেযাওঁ। সিহঁতে মোক ঘিণ কৰে। বেয়া শব্দেৰে গালি পাৰে। ঘৰখন আজিও লাওলোৱা। তথাপি মোৰ পৰা টকা পইচা ল'বলৈ আপচোচ্ কৰে— গাঁৱৰ মানুহৰ আগত ভয় কৰে।

বাসন্তীৰ লগত কথাবতৰা পাতি হতাশেই হ'লো। কাৰণ তাই সমাজচ্যুতা হৈ কদৰ্য অপৰাধী জীৱনত অভ্যস্ত হৈ পৰাৰ কাৰণে সৎ পথলৈ অহাৰ কোনো আশাই নাই। অৱস্থাৰ বিপাকত পৰি সৰুৱে পৰাই এই বাটত ভৰি দিয়া বাসন্তী নামৰ অসমীয়া অপৰাধী ছোৱালীজনীৰ মনৰ পৰা দুষ্কাৰ্যৰ প্ৰবৃত্তি কেতিয়াও আঁতৰ নহব। ☐☐

# ধৰ্ষণকাৰী ভবেশ



লিচ্‌পিচিয়াকৈ ৰঙাবগা ল'ৰাটো। ঊনৈশ বিশ বছৰীয়া হ'ব।

কাৰাগাৰত এনেকুৱা গঢ়িত মুখৰ ল'ৰা দেখাটো বিৰল। সাধাৰণতে কাৰাগাৰত কিম্ভূত কিমাকাৰ, ভয়লগা চেহেৰাৰ ক'লা-মলা, শকত-আৱত কয়েদী আচামীয়েই থাকে বুলি মানুহৰ ধাৰণা। চোৰ, ডকাইত, খুনী- সচৰাচৰ সকলোৰে মনত সাঁচ লোৱা এনে চেহেৰাৰ লোকেই এনেবোৰ কাম কৰা সম্ভৱ। তেনে চেহেৰাৰ লোকো নথকা নহয়। ভাল মানুহে এনেকুৱা জঘন্য কাম নকৰে। জীৱিকাবিহীন, অলিয়ে গলিয়ে থকা, অন্ধকাৰ জগতত বাস কৰা লোক সকলেই

অ-সামাজিক কামবোৰ কৰে, আৰু দোষী সাব্যস্ত হৈ কাৰাগাৰলৈ আহে। কিন্তু তাৰ মাজত পাঁচিছ ভাগ ইয়াৰ ব্যতিক্ৰম, অৰ্থাৎ ভাল মানুহৰ ঘৰৰ শিক্ষা-দীক্ষা থকা ল'ৰা-ছোৱালী আৰু বয়জ্যেষ্ঠ লোকো অপৰাধী বিবেচিত হৈ কাৰাবৰণ কৰে।

ল'ৰাজনৰ আচল ঘৰ বৰপেটাত। কথাবতৰাত নামনি অসমৰ ল'ৰা যেন একেবাৰে নালাগে। আচলতে সি আঠ ন বছৰমানৰ পৰাই উজনি অসমৰ এজন লোকক ঘৰত বনকৰা ল'ৰা হিচাপে থাকি থাকি ডাঙৰ হৈছিল।

শিৱসাগৰ জিলা কাৰাগাৰখন বৰ সুন্দৰ ঠাইত অৱস্থিত। কাৰাগাৰৰ মূল দুৱাৰৰ সন্মুখত থিয় হলেই ঠিক পোনে পোনে শিৱসাগৰৰ প্ৰখ্যাত আহোম ৰজাদিনীয়া শিৱ মন্দিৰটো। মাজত শিৱসাগৰ বৃহৎ পুখুৰীটো। যদিও শিৱ মন্দিৰৰ পাছফালটো দেখা পোৱা যায়, ঠাইখনি অতি বিতোপন।

মই শিৱসাগৰ কাৰাগাৰত চাকৰি কৰা নাই, কেইবাবাৰো গৈছো। শিৱ মন্দিৰৰ শিৱৰাত্ৰিৰ মেলালৈ কেতিয়াবা গ'লেও সোমোৱা হয়।

এবাৰ কিবা কাৰণত গৈ শিৱসাগৰ কাৰাগাৰৰ কাৰ্যালয়ত বহোতে ওপৰত উল্লেখ কৰা কয়েদী ল'ৰাজনক দেখা পালো। জেইলাৰে ক'লে—

ঃ ইয়াৰ নাম ভবেশ। তোমালোকৰ জেললৈ ট্ৰেন্সফাৰ বিচাৰি আছে।

ঃ তুমিনো কি কেছত আহিলা? কিমান দিন জেল?

ঃ মাৰ্ডাৰ কেছ। যাবজ্জীৱন কাৰাবাস।

জেইলাৰে ইংৰাজীতে সংক্ষেপে তাৰ হত্যাকাণ্ডটোৰ বিষয়ে কিছু কথা ক'লে।

মই অনুমান কৰিলো— ভাৰতীয় দণ্ডবিধি আইনৰ ৩০২/৩৭৫/৩৭৬ ধাৰাৰ গোচৰ। ধৰ্ষণ কৰি হত্যা কৰাৰ কাৰণে কাৰাবাস খাটিছে। ল'ৰাটোৰ মুখৰ ফালে চালো। সি লাজত তলমূৰ কৰি আছিল। দেখাত ইমান সহজ সৰল ল'ৰাটোৰ ইমান অসৎ মনোবৃত্তি জাগৃত হৈ ইমান নীচ কাণ্ড কেনেকৈ কৰিলে ভাবি আচৰিত লাগে। জেইলাৰে ক'লে—

ঃ মই তাক ইয়াৰ পৰা যাবলৈ অনুমতি দিব খোজা নাই, সি নুশুনে। আচলতে তাৰ মতলব যোৰহাট জেললৈ গৈ তাৰ পৰা মুকলি কাৰাগাৰলৈ যোৱা। কিন্তু সি তালৈ যে যাব পাৰিব আশা নাই।

ঃ তুমি গুৱাহাটী জেললৈ গ'লেহে সুবিধা হ'ব। ঘৰৰো ওচৰ হ'ব, মই ক'লো।

ঃ নাই, ঘৰৰ ওচৰলৈ যোৱাৰ ইচ্ছা নাই। ইয়াতো থাকিবৰ মন নাই। গুৱাহাটীৰ জেলত ঘৰৰ ওচৰৰ মানুহবোৰক লগ পাম কাৰণেই যাবৰ ইচ্ছা কৰা নাই। দূৰৈত থাকি জেলৰ জীৱন কটাম বুলি ভাবিছোঁ।

দুই এটা কথা পাতি গুচি অহাৰ পিছত ভবেশ নামৰ কয়েদী ল'ৰাটোৰ কথা পাহৰি গৈছিলো। দুবছৰমানৰ পিছত এদিন সি যোৰহাট কাৰাগাৰলৈ স্থানান্তৰ হৈ আহিল। সি আহিবৰ দিনা মই নাছিলো। এদিন মই কাম কৰি থাকোতে প্ৰহৰী এজনক কৈ সি মোক লগ ধৰিবলৈ আহিল। মোক ক'লে, সি চাৰিদিন মানৰ আগতেই আহিল। যোৰহাট জেলখন ডাঙৰ কাৰণে তাৰ বৰ ভাল লাগিছে। ইয়াত থাকি বহুত কাম শিকিব পাৰিব। বাঁহ-বেতৰ কাৰখানাতে সোমাই ল'ব।

ভবেশ দেখনিয়াৰ ল'ৰা বাবে সকলোৰে প্ৰিয় হ'ল। নিৰ্জু স্বভাৱ। কোনো কথাৰে না নকৰে। সি বাঁহ-বেতৰ সা-সৰঞ্জাম সজাতে আত্মনিয়োগ কৰিলে।

.... ভবেশে সংঘটিত কৰা হত্যাকাণ্ডটো বিচিত্ৰ ধৰণৰ। সি এতিয়া নিজেই ভাবি আচৰিত হয়। এনেকুৱা বাৰু পশু মনোবৃত্তি তাৰ মনলৈ আহিছিল কেনেকৈ? সি কেনেকৈ দুৰ্দ্দান্ত হ'ব পাৰিলে? নিষ্ঠুৰ হত্যাকাৰী কেনেকৈ হ'ল? তাৰ নিজৰ ওপৰতে ধিক্কাৰ ওপজে। চুলিখিনি দুহাতেৰে খামুচি লৈ সি নিজৰ মূৰটো ঘোটালি পেলায়। কাণ-দুখন ধৰি চেপি মোহাৰি দিয়ে। অসভ্য, বৰ্বৰ, পিশাচ বুলি নিজকে গালি পাৰে। সাত জনমলৈকো তাৰ পাপৰ প্ৰায়শ্চিত্ত নহব বুলি ভাবে। সি মৰিলে তাৰ গাৰ মঙহ কাউৰি কুকুৰে খোৱাৰহে উপযুক্ত, সেই বুলি ভাবে। মাত্ৰাধিক খঙত নিজক দোষাৰোপ কৰি কৰি এটা সময়ত সি শান্ত হয়গৈ।

ভবেশৰ ল'ৰালিকাল বৰ দুখৰ। তাৰ বাপেক থাকে সৰুপেটাত। মাক বাপেকৰ দ্বিতীয়জনী ঘৈণীয়েক আছিল। মাকক বিয়া কৰাওঁতে ডাঙৰজনী ঘৈণীয়েকে গিৰিয়েকৰ লগত কাজিয়া কৰি ল'ৰা-ছোৱালী দুটাৰে সৈতে মাকৰ ঘৰত আছিলগৈ। দুবছৰৰ পিছত সি যেতিয়া মাকৰ গাত. , ল'ৰা-ছোৱালী লগত লৈ তাৰ বৰমাক আকৌ ঘৰ আহি ওলালহি।

দুই তিনি মাহৰ পিছত তাৰ বাপেকে মাকক দেখিব নোৱাৰা হ'ল। ডাঙৰ জনীয়ে গিৰিয়েকক আহদি কৰি ল'লে। সিজনীহে লাগী হ'ল। তাৰ মাক এলাগীয়েই নহয়, গা-ভাৰী মানুহজনীৰ গাত ঔ পৰিবলৈ ধৰিলে। সকলোৰে মাৰ কিল খাই কথমপি ধাতুটো আৰু দেহৰ চিপটো লৈ মাক-বাপেকৰ ঘৰ পালেহি।

মাক-বাপেক ঢুকাল। ককায়েক-বৌবেকহঁতৰ ককৰ্থনা আৰু বাহীবনৰ হেঁচাত মাক জুৰুলা হ'ল। তাৰ মাজতে সকলোৱে আপদীয়া হৈ সি উপজিল। ঠেকেচা খাই খাই ডাঙৰো হ'ল। চেগাচোৰোকাকৈ স্কুললৈকো গ'ল। মোমায়েকে ঠেলা চলায়। বেমাৰী মোমায়েকক সিও সহায় কৰে। এবাৰ মোমায়েক যোৰা-খোৰা নৰিয়াত পৰিল।

সেই সময়ত ধৰণীধৰ মহন্তই বৰপেটাত চাকৰি কৰি আছিল। তেখেতৰ ঘৰত এটা বনকৰা ল'ৰাৰ প্ৰয়োজন হোৱাত কাৰ্যালয়ৰ পিয়নজনে ভবেশক আনি দিলেহি। অবশ্যে ধৰণীধৰ মহন্তই সি থকাৰ আগধন হিচাপে মোমায়েকৰ চিকিৎসাৰ কাৰণে মোটা টকাও দিছিল, যেতিয়া তেখেত উজনি অসমলৈ আকৌ বদলি হৈছিল ভবেশক লগত লৈ আহিবলৈ ইচ্ছা কৰিলে। মাকে ইমান দূৰলৈ ল'ৰাটোক পঠিয়াবলৈ খেৰোগেৰো কৰিছিল। ভবেশে নিজেই তেখেতসকলৰ লগত যাম বুলি ক'লে। তেতিয়াৰে পৰাই ইঠাই-সিঠাইত বদলি হৈ হৈ তেখেতসকল শিৱসাগৰত নিজাঘৰত থাকোঁতেই এই হত্যাকাণ্ডটো ঘটিল।

ধৰণীধৰ মহন্তৰ এটা ল'ৰা আৰু এজনী ছোৱালী-বাবা আৰু ববী। ল'ৰাটো ডাঙৰ। দেখাই শুনাই আৰু সকলোফালে ভবেশ ভালেই কাৰণে মহন্তনীয়ে তেওঁলোকৰ তৃতীয় সন্তানৰ দৰেই তাক মৰম কৰিছিল। ভবেশক স্কুলত নাম লগাই দিছিল। সি সপ্তম শ্ৰেণীলৈকে পঢ়ি আৰু পঢ়াৰ মন নকৰিলে।

সৰুৰে পৰা ববীৰ লগৰীয়া ভবেশেই হ'ল। মহন্তৰ বাহিৰে সকলোৱে তাক 'পোৱালি' বুলি মাতে। পোৱালি বুলি মাতিলে ভবেশে বেয়া নেপায়। তেওঁলোকৰ মৰম বুজে। ববীয়ে অনবৰতে পোৱালি ইটো কৰ, পোৱালি সিটো কৰ চিঞৰি থাকে। সৰু হোৱাত তাৰ লগতেই খেলিলে। তাইক চাইকেল শিকোৱা, স্কুললৈ অনানিয়া কৰাও ভবেশেই কৰে।

যদিও ববী ভবেশৰ একে বয়সীয়াই হ'ব, সি ববীক 'ববী বাইদেউ' বুলিয়েই মাতে। লগৰ ছোৱালীৰ ঘৰত কিবা খবৰ দিবলৈ থাকিলে যোৱা, দোকানৰ পৰা ভজা বাদাম-চানা আনি দিয়া কামবোৰো কৰাই নহয়, প্ৰায় সকলো কামতে সি ববীৰ লগত লাগি থাকে।

মাক সামাজিক কামৰ লগত জড়িত। ঘৰতে সৰু সুৰা কাৰবাৰো কৰে। গতিকে তেখেতৰো পোৱালি নহলে একো নহয়। পাক ঘৰ খনেই নহয়, গোটেই ঘৰৰ সৰু সুৰা বয়বস্তুবোৰ ক'ত কি থাকে, পোৱালিয়েহে জানে।

ববী ডাঙৰ হ'লত গহীন হৈ পৰিবলৈ ধৰিলে যদিও ভবেশক আগৰ

দৰেই ব্যৱহাৰ কৰি থাকিল। সি যেন তাইতকৈ বহুত সৰু ভায়েকটোহে। ভবেশে কিন্তু আজিকালি যিকোনো কথা ক'বলৈ তাৰ লগত খেলিফুৰা ৰবী বাইদেউজনীলৈ ভয় কৰা হ'ল। ৰবী বাইদেউ যেন বয়সতকৈ বহুত ডাঙৰ হ'ল।

ৰবীয়ে ভবেশৰ আগত বিশেষ আবুৰ নেৰাখিছিল। বাবাৰ সৈতে যেনেকুৱা তেজ মঙহৰ সম্বন্ধ থকাৰ দৰে মুকলি মনৰ 'আছিল, তাৰ লগতো একেই ভাব প্ৰকাশ কৰিছিল। ৰবীয়ে কলেজত নাম লগোৱাৰ পিছৰে পৰা ভবেশৰ মনলৈ তাইৰ প্ৰতি এটা যেন দূৰত্বৰ ভাব আহিল। সি মুকলি মূৰীয়াকৈ তাইৰ লগত ধেমালি ধুমুলা কৰিব নোৱাৰা হ'ল। ৰবীয়ে কিন্তু তাক আগৰ দৰেই চিএঙৰি থাকে।

আচলতে ভবেশৰ ৰবীৰ প্ৰতি বেলেগ ভাব সোমাল তাইৰ নোৱাই-তোলনি বিয়াৰ পৰাই। সেই কেইদিন যেতিয়া তাইৰ ছাঁটোকে সি দেখিবলৈ পোৱা নাছিল, তাইৰ লগত অনবৰতে লাগি থাকিবলৈ পোৱা নাছিল, তাৰ মনটো যেন কেনেবা কেনেবা লাগিল। অন্তৰৰ গভীৰ কোণত থিতাপি লোৱা এই কেনেবা লগাটো সি বুজিব নোৱাৰিলে। তাইৰ এই সৰু বিয়াখন হোৱাৰ পিছত বহুত দিনলৈকে সি ৰবীৰ চকুলৈ চাব পৰা নাছিল। তাৰ এই স্বভাৱৰ কাৰণে বাবা আৰু ৰবীয়ে তাক 'পোৱালি ফিল'চফাৰ' বুলি জোকায়।

ভবেশৰ লগৰ কাণসমনীয়া ৰবী তাৰ এগুণত দুগুণকৈ বাঢ়িবলৈ ধৰিলে। তাতকৈ যেন বহুত ডাঙৰ হ'ল। ৰবীৰ এই দৈহিক পৰিবৰ্ত্তনত সি কৌতূহলী হৈ পৰিল।

ৰবী কলেজলৈ যোৱাৰ পিছৰে পৰা ভবেশৰ মনত হীনমন্যতাৰ ভাব আহিবলৈ ধৰিলে। বাবা-ৰবীয়ে ইমান ভালভাল কথাবোৰ জানে। সিও অৱশ্যে বাবা-ৰবীয়ে সৰুতে পঢ়া কমিক, গল্প, সৰু সৰু জীৱনীৰ কিতাপবোৰ পঢ়ে। তাৰোপৰি ৰবীয়ে তাক মাষ্টৰণীৰ দৰে শিকায়। ৰবীয়ে ককায়েকক কিবা কাম কৰি দিবলৈ ক'লে গেঙেৰি মাৰি না কৰি দিয়া কামবোৰ যেতিয়া ভবেশে একান্ত আনুগত্যৰে কৰি দিয়ে তেতিয়া ৰবীয়ে সকলোৰে আগত তাক শলাগিলে তাৰ বৰ ভাল লাগে।

মহন্তনী বাহিৰলৈ ওলাই গ'লে সদায়ে ভবেশক কৈ যায়—

ঃ পোৱালি, ৰবী অকলে ঘৰত আছে। বাবাও নাথাকে। তই তাইক এৰি থৈ বজাৰলৈ ওলাই নাযাবি।

ৰবীয়ে হাঁহি কয়—

ঃ এই অলপ ধতুৰাটোৱে মোক ৰাখিব পাৰিব? মইহে তাক ৰাখিব লাগিব।

সি কিন্তু আজিকালি ৰবী বাইদেউ অকলে ঘৰত থাকিলে বাহিৰলৈ ওলাই যাবলৈহে ভাল পায়। ঘৰৰ ভিতৰত ইখন সিখন কৰি থাকিবলৈ ভাল নালাগে। মনটো কেনেকুৱা হৈ পৰে। ছিঃ, কেনেকুৱা কথাবোৰ মনলৈ আহে। সি মূৰটো জোকাৰি মনৰ পৰা লেতেৰা কথাবোৰ খেলিমেলি লগাই জঁট বান্ধি পেলায়। নিজৰ ওপৰত ভীষণ খঙ উঠে।

ৰবী বাইদেউ যে কি! মাক-দেউতাক, বাবাৰ দৰে তাকো একে তেজৰ সম্বন্ধ থকা মানুহৰ দৰে ভাবিব লাগেনে? সি জানো পৰৰ ল'ৰা নহয়? আবুৰ ৰাখিব লাগে!

ভবেশৰ কেতিয়াবা এনেকুৱা লাগে নিজৰ দেহাটো যেন আঁচুৰি বিচুৰি পেলাব। দাঁতেৰে নখবোৰ কামুৰি চিঙি পেলায়। অন্যায়, কলুষ ভাববোৰে তাক দংশন কৰি থকামানে তাৰ আশ্ৰয়দাতা দেৱতুল্য এহাল মানুহৰ ওচৰত বিশ্বাসঘাতকতা কৰাই নহয়, তাৰ পাপৰ ভাৰখন বৃদ্ধি কৰা। তাৰ দেহৰ সঞ্চালন, কথা বতৰাৰ মাধ্যম, চকুৰ দৃষ্টিত কিবা কু-মতলবী ভাবৰ প্ৰতিফলন হয়নেকি বাৰু? ক'তা? কোনেওটো আজিলৈকে তাক একো কোৱা নাই। তথাপি সি খুব সজাগ হৈ থাকে। সন্ধিয়া ভগাৰ পিছত সি যেতিয়া ৰবীক আধামাইল দূৰৈৰ টিউচনৰ পৰা লৈ আনেগৈ, সি তাইৰ পৰা দূৰে দূৰে আহে। ৰবীয়ে চিঞৰে—

ঃ পোৱালি, তই ইমান বেগাই গৈছ, মোৰ ভয় লাগে।

ঃ একো নাই, আহি থাকা।

এদিন সি মহন্তনীক ক'লে—

ঃ জেঠী মা, ৰবী বাইদেউক ঘৰতে মাষ্টৰ আনি পঢ়িবলৈ নিদিয়ে কিয়। ৰাতিখন ছোৱালী মানুহ ইমান দূৰলৈ পঢ়িবলৈ যাব লাগে।

সকলোৱে হাঁহিলে। সি পিছত নিজেই সতৰ্ক হ'ল, যিহকে-তিহকে ক'ব নোৱাৰি।

কিন্তু তাৰ কি হ'ল? মনলৈ খেলি-মেলি ভাববোৰ দেখোন বেছিকৈ আহিবলৈ ধৰিলে। আদিম মানুহৰ মনোবৃত্তি ভবেশে বুজি নেপায়। ভদ্ৰ সমাজৰ নিয়ম কানুন, সমাজ ব্যৱস্থা, শৃঙ্খলতাই অবচেতন মনত গঢ় লৈছে বা দুচকুত সদায় দেখি আহিছে। তাৰ এই আজিকালি সঘনাই জাগ্ৰত হোৱা পশুবৃত্তিক যেন বোধ কৰিব নোৱাৰা হৈ আহিছে। এইবোৰ ভাবৰ উবাদিহ নেপাই সি এদিন

উত্তেজনাত পানী খোৱা ডাঙৰ বটল এটা পাছফাললৈ লৈ গৈ শিল এচটাত কোবাই ভাঙি পেলালে। আকৌ এদিন এনে মুহূৰ্তত গৈ পাছফালৰ শাকনি বাৰীত দবলকোৰ মাৰিবলৈ ধৰিলে। কেতিয়াবা আকৌ নগা-দাখন লৈ এফালৰপৰা বাৰীৰ ঢাপৰ-হাবিবোৰ কাটি পেলায়। কিন্তু সকলো মানুহৰ দৰে সিওতো তেজ মঙহৰ মানুহ। পশুৰ পৰা মানুহ হ'বলৈ সি কিমান দিন নিজৰ বিবেকৰ লগত যুঁজি থাকিব? ভগবানে তেনেহ'লে কিয় ধনী দুখীয়া উচ্চ-নীচ সকলোকে একেই দৈহিক ক্ষুধা দান কৰিছে? তাৰোতো ডেকা হ'বৰ অধিকাৰ আছে। সি সৰু হৈয়েই থাকিবনে?

.... কেনেকুৱা, কাল কুলক্ষণৰ দিনটো আছিল। চোতালখন প্ৰখৰ ৰ'দে দেই পুৰি ছাৰখাৰ কৰিব যেন— এনেকৈ দাও দোৱাইছিল।

মহন্তনীয়ে সেইকেইদিন জিলা পুথিভঁৰালৰ সন্মুখৰ মুকলি পথাৰত এখন প্ৰদৰ্শনী পাতিবলৈ আন মহিলাৰে সৈতে যো-জা কৰিছিল। পুৱাই ভাত কেইটা খাই মহন্তৰ লগতে মহন্তনীও দিনটোলৈ বুলি ওলাই গ'ল। বাবাও শিক্ষামূলক ভ্ৰমণত কলেজৰ পৰা বাহিৰলৈ গৈছিল।

ৰবীয়ে গা-ধোৱা ঘৰৰ পৰা চুলিখিনি টাৱেলেৰে মচি মচি ওলাই আহোতে সন্মুখত ভবেশক দেখি ক'লে—

ঃ পোৱালি! ভাত বাঢ়। মই কলেজলৈ যাওঁ!— কি হ'ল? ভেবা লাগিলি যে? যা, মোৰ দেৰি হৈছে।

ভবেশে গৈ টেবুলত ভাত বাঢ়ি দিলে। ৰবীয়ে ভাত খাবলৈ আহোতেই সি তাইক আগচি ধৰিলে। ৰবীয়ে হতভম্ব হৈ ভবেশৰ মূৰ্ত্তি দেখি তাক এক চৰ সোধাই দিলে।

তাৰ পিছত ভবেশৰ হুচ্ নাই। সভ্যজগত বিহীন এইখন এখন আদিম অৰণ্য। সি এটা দুৰ্দান্ত পশু। এই পশুত্বৰ ওপৰত আশ্ৰয়দাতা মানুহহালৰ শ্ৰদ্ধাৰ আঁৰকাপোৰ নাই। মনৰ ইচ্ছা জাগৃত হোৱাৰ লগে লগেই যদি শত্ৰুক ঢাহি মুহি শেষ কৰিব নোৱাৰে বা উত্তেজনা জাগৃত হোৱা মাত্ৰকে ইন্দ্ৰিয় তৃপ্তি সাধন নহয়, তেন্তে ভগবানে এই অদম্য ক্ষুধা দিছে কেনেকৈ? মনক দমন কৰিবলৈ প্ৰতিপদতে হেঙাৰ কিয়? সি মুক্ত।

ভবেশৰ হুচ্ আহিল মহা প্ৰলয়ৰ বিধ্বংসীৰ শেষত। সি চকু ফুৰাই চালে— খোৱা টেবুলৰ ভাত চাৰিওফালে সিঁচৰতি হৈ আছে। চকী বিলাক অতি ত'ত পৰি আছে। পানীৰ ফিলটাৰ বাগৰি গোটেইখন পানীৰে একেকাৰ হৈ আছে।

সি ৰবীলৈ চকু ফুৰালে। তাই পকাত বাগৰি পৰি আছে। তাৰ সদায়ে ডিঙিত থকা গামোচাখনেৰে তাইৰ নাকে মুখে বান্ধি থোৱা আছে। সি ক্ষন্তেকপৰ, তাইলৈ চাই কপি কপি সৰুকৈ মাতিলে— 'ৰবী বাইদেউ, লাহে লাহে জোৰকৈ— 'ৰবী বাইদেউ'। এইবাৰ সি বহি লৈ তাইৰ গাটো লৰাই দিলে। মুখৰ পৰা তেজ ওলাই গামোচাৰ এছোৱা তিতি গৈছে। তাৰ বুকুত যেন কোনোবাই বজ্ৰ কুঠাৰ মাৰিলে।

দুষ্ট লালসাৰ অস্বাভাৱিক প্ৰবৃত্তিয়ে তাক সমাজচ্যুত অ-মানবৰ লগলৈ লৈ আহিল। সি মানুহৰ শাৰীত নপৰে। তাৰ এই নগ্ন পাশবিক আচৰণৰ নৃশংসতাৰ, বলি হ'ল ৰবী। ভয়ত সি থিয় হ'ল। 'ৰবী বাইদেউ মৰিল'— মুখৰ পৰা তাৰ অস্ফুট মাত ওলাল।

সি তলা-চাবিযোৰ আনি সকলো দুৱাৰ খিৰিকী বন্ধ কৰি বাহিৰৰ পৰা দুৱাৰ খনত তলা লগাই দৌৰিবলৈ ধৰিলে। বহুত পৰ দৌৰিলে। তাৰ পিছত সি ক'ব নোৱাৰে।

ঃ কি হ'ল তোৰ? মাতিলে নেমাত কিয়?— মহন্তৰ হুটা মাতত সি মূৰ তুলি চালে। কেতিয়ানো আহি সি ঘৰৰ বাৰাণ্ডাৰ ষ্টেপত বহি মূৰটো আঠুৰ মূৰত গুজি কান্দি আছিল ক'বই নোৱাৰে। আকৌ তাক চিএঞৰি চিএঞৰি সোধাত সি কান্দি ক'লে—

ঃ ৰবী বাইদেউ মৰিল!

ইতিমধ্যে ওচৰৰ দুই এজন মানুহ গোট খাইছিলহি। কোনোবাই কিবা সোধাৰ আগতে জেপৰ পৰা চাবিপাত উলিয়াই মাটিত পেলাই থৈ সি আকৌ দৌৰিবলৈ ধৰিলে....।

চেতন পাই যেতিয়া মূৰ তুলিলে— সি আধামৰা হৈ থানাত। ❑❑

## চিৰাজ ডকাইত



ঃ আলেইকুম চালাম চিৰাজ কাইটি—

ঃ চালাম আলেইকুম। কি অ' বৌচানাৰা,আজি হ'বলা কাইটিলে মনত পৰিল?

ঃ ইচ্ তেনেকৈ কিয় কয়? আপোনাক পাহৰিব পাৰোনে? ৰফিকৰ বাবা নগাঁৱৰ পৰা আহিলে সদায় মোক সোধে— কাইটিৰ ওচৰলৈ গৈছিলিনে? মানুহটো এবাৰতিৰ বাবে ঘৰলৈ আহে। ক'তো লৰচৰ কৰিবলৈকে সময় নাপায়। মোকেই কয়— "তয়ে কাইটিৰ খবৰ লবি।"

ঃ তাৰ প্ৰমোচনটো হ'লনে?

ঃ নাই, আল্লাই বা কেতিয়া দোৱা কৰে?

ঃ হ'ব, হ'ব। ফৰিদাইঁতৰ ৰূপিত মাটিৰ লেকেচকেচটো ভাগিলনে?

ঃ নাই। পৈত্ৰিক মাটি কেইডৰা হেৰাবগৈ যেনহে পাইছোঁ।

'চাল্লা'। মুখৰ ভিতৰতে চিৰাজ ডকাইতে ভোৰভোৰালে।

ঃ কাইটি, আপোনাৰ খালাচৰ দিন চমু চাপি আহিছেনে? আল্লাক সদায় খাটো আপুনি যাতে জেলৰ পৰা সোনকালে খালাচ পায়।

ঃ ধেৎ আকৰী। আধাখিনি খাটনি আছেই দেখোন।

ঃ কাইটিলৈ হালোৱা অকণমান বনাই আনিছিলো, ল'ব পাৰিব জানো? মানুহজনীয়ে ফুচফুচাই ক'লে।

চিৰাজ ডকাইতক বাহিৰৰ মানুহৰ লগত সাক্ষাৎ কৰোৱা কাৰাগাৰৰ প্ৰহৰী জনে চুচুক চামাককৈ পাছফালৰ বিষয়া কেইজনকলৈ চালে। কোনেও মন কৰা নাই। প্ৰহৰীজনে ফুচফুচাই ক'লে—

ঃ ৰ'বা, সেইবোৰ তেনেকৈ লোৱাৰ নিয়ম নাই নহয়। চিৰাজে বিষয়া কেইজনৰ ফালে ঘূৰি চাই সুধিলে---

ঃ কিবা অলপ খোৱা বস্তু আনিছে ল'ব পাৰোনে?

এজনে খোৱা বস্তু দিব খোজা মানুহ গৰাকীলৈ চালে।

ঃ কিয়নো আনাহে এইবোৰ? নিয়ম নাই নহয়।

মানুহজনীয়ে সেমেনা-সেমেনি কৰিলে।

ঃ বাৰু, এইবাৰলৈ দিয়া, আৰু নানিবা। চিৰাজে বৌচানাৰাৰ হাতৰ পৰা টোপোলাটো লৈ ক'লে—

ঃ যাগৈ যা। পোহৰ থাকোতেই ঘৰ পাবগৈ লাগিব। ঘনাই নাহিলেও হ'ব। মাজে মধ্যে আহিবি— পাৰিলে দুয়োটা একেলগে আহিবি।

এইবাৰ কাৰ্যলয়ৰ সকলো বিষয়াই চিৰাজ ডকাইতৰ ফালে মূৰ তুলি চালে। সি সকলোকে সৰু সৰুকৈ চালাম একোটা দি ভিতৰলৈ গ'লগৈ।

চিৰাজ ডকাইতক দেখাৰ লগে লগে এখন্তেক তধালাগি নেচাই নোৱাৰি। ৰঙা-বগা ৰঙৰ মঙহাল অথচ আটিল মুখখনত সাম্য ভাব এটা লাগি থাকে। ডাঠ-দীঘল, ক'লা-বগা দাঢ়িয়ে গাম্ভীৰ্য আনিছে। দুই এডাল পকা চুলিৰে সৈতে

চুলিখিনি অনবৰতে পৰিপাটিকৈ আচুৰি থয়। ওখ, শকত মদ্‌গজ মানুহ। কাবুলীৱালা চেহেৰাৰ। খোজ কাটলো গহীন। কাৰাগাৰৰ পোছাকযোৰৰ মাজতো চিৰাজ ডকাইতৰ শাৰীৰিক সৌন্দৰ্য ম্লান হোৱা নাই।

এই ভদ্ৰ, নম্ৰ মানুহটো দুৰ্দান্ত ডকাইত হ'ল কেনেকৈ ভাবিলে আচৰিত লাগে।

চিৰাজ ডকাইতৰ সাত বছৰ সশ্ৰম কাৰাদণ্ড হৈ কাৰাগাৰত আছেহি। তাক দেখা কৰিবলৈ অহা মানুহৰ অন্ত নাই। কেৱল যে আত্মীয় কুটুম্ব বা মুছলমান সম্প্ৰদায়ৰ মানুহহে চিৰাজ ডকাইতক দেখা কৰিবলৈ আহে এনে নহয়, হিন্দু অসমীয়া মানুহৰ লগতহে সৌহাৰ্দ বেছি।

ভালেকেইখন গাৱঁৰ লগত চিৰাজ ডকাইতৰ ককাই-ভাইৰ সম্বন্ধ। বিশেষকৈ নিজৰ গাঁৱৰ উপৰি চিপাহীখোলা, কাকজান, মেলেং, নামতি, টিয়কৰ ওচৰে পাজৰে থকা কেইখনমান গাঁৱৰ দুখীয়া গএগ ৰাইজৰ লগত চিৰাজ ডকাইতৰ সম্বন্ধ অতি নিবিড়।

কাৰাগাৰৰ ভিতৰতো চিৰাজ ডকাইতৰ জনপ্ৰিয়তা কম নহয়। কাৰাগাৰৰ ভিতৰত স্বাস্থ্য সন্মত পায়খানাৰ অভাৱ। স্থানান্তৰ কৰা পায়খানা। বোধহয় আজিকালিহে দুই-এটা স্বাস্থ্যকৰ পায়খানা সাজিছে। হৰিজন সম্প্ৰদায়ৰ কয়েদীসকলে প্ৰতিটো কয়েদী থকা কক্ষৰ পৰা গু-মূতৰ পায়খানাৰ টিং বিলাক কঢ়িয়াই নি কাৰাগাৰৰ পিছফালে পকা বেৰৰ মাটিত লগাকৈ এফুটমান বহল দীঘল খিৰিকী যেন লগা বাটটোত ঢালি দিয়ে অৰ্থাৎ শকত শকত লোৰ ৰ'ডৰ ফাকেদি পায়খানাবোৰ ৱালৰ বাহিৰলৈ সৰকাই পঠিওৱা হয়।

কাৰাগাৰৰ পাছফালে জেলৰ বহুত মাটি আছে। এই মাটিত শাক-পাচলিৰ খেতি কৰা হয়। তাৰ কাষৰে পৰা মুকলি কাৰাগাৰখন আৰম্ভ হৈছে। বৰষুণ দিলে পায়খানাবোৰ উটি গৈ শাক-পাচলিৰ খেতিত পৰে। উৎকৃষ্ট সাৰ হয়। একোটা বন্ধাকবি ফুলকবি কেইবাকিলো ওজনৰ হয়। ৰঙালাও, পানীলাও, কোমোৰা একোটা এজন কয়েদীয়ে দাঙিব নোৱাৰা হয়।

হৰিজন কয়েদী কেইজনৰ মুখৰ মাত নাই। নিমাখিত। কিছুমান একেবাৰে কম ম্যাদৰ কয়েদী আছে। তেওঁলোকেও এই লেতেৰা আৰু কষ্টকৰ কামবোৰ কৰে। কিন্তু কাৰাগাৰৰ পৰা পোৱা সুবিধাখিনি সিহঁতক কষ্ট অনুপাতে দিয়া নহয়! কোনোবাই ইয়াৰ প্ৰতিবাদ কৰি ওজৰ আপত্তি দেখুৱালেও নিষ্পত্তি হোৱাৰ

আগতে কম ম্যাদ হোৱাৰ কাৰণে ওলাই যাবলগীয়া হয়।

হৰিজনসকলে ইমান লেতেৰা কাম কৰি সিহঁতৰ প্ৰাপ্যখিনি নোপোৱাটো চিৰাজ ডকাইতে মন কৰিলে। এদিন সি কাৰ্যলয়ৰ পৰা কাগজ এখন নি এটা পঢ়াশুনা জনা কয়েদীৰ হতুৱাই জেইলাৰ বাবুলৈ এখন আবেদন পত্ৰ লিখালে। তাত নিম্ন শ্ৰেণীৰ এই কয়েদীসকলৰ দুখ দুৰ্দ্দশাৰ বিৱৰণ দাঙি ধৰি অন্য কয়েদীতকৈ এজোৰ পোছাক, খাদ্যৰ পৰিমাণ, চাবোন-চ'ডা বেছিকৈ দিবলৈ অনুৰোধ জনালে। ইয়াৰ অন্যথা হ'লে আন্দোলন কৰিব বুলিও ভাবুকি দিলে।

কাৰাগাৰৰ বিষয়া, কৰ্মচাৰী সকলে চিৰাজ ডকাইতৰ কাৰাগাৰৰ ভিতৰত থকা জনপ্ৰিয়তাৰ কথা গম পাইছিল। চিৰাজৰ এনেকুৱা প্ৰস্তাৱত অসন্তুষ্ট হ'ল যদিও দৰখাস্তখন একেবাৰে পেলাই দিবলৈ ভাল নাপালে। অন্য কয়েদী হোৱা হ'লে ওলোটাই শাস্তিহে পালেহেঁতেন।

গতিকে কাৰাধ্যক্ষই চিৰাজ ডকাইতক নিজৰ কোঠালিলৈ মতাই অনালে। জেইলাৰে কাৰাগাৰৰ নিয়মৰ যুক্তি দেখুৱাইছিল যদিও চিৰাজৰ প্ৰখৰ আৰু কঠোৰ চাৱনিৰে পানী নসৰকা যুক্তিৰ আগত সৈমান হ'বলৈ বাধ্য হৈ একোটাকৈ পায়জামা আৰু অলপ বেছিকৈ চাবোন-চ'ডা দিবলৈ মান্তি হ'ল।

কাৰাগাৰৰ ভিতৰত এখন চিকিৎসালয় আছে। চিকিৎসক আৰু কম্পাউণ্ডাৰো আছে। হস্পিতালখনত দুই তিনিজন কয়েদীক ৰাখিব পৰা বিছনাও আছে। কাৰাগাৰৰ ভিতৰৰ এটা চুকত ক্ষয়ৰোগৰ বেমাৰী থোৱা কক্ষও আছে। কিন্তু দৰব-পাতিহে বিশেষ নাই।

কোনোবা কয়েদীয়ে ডাক্তৰক নজনোৱাকৈ দৰব নোখোৱাকৈ নৰিয়া গাৰে কামলৈ গৈছে— চিৰাজ ডকাইতৰ এই কথা সহ্য নহয়। নৰিয়া কয়েদীজনক ধমক দি বা কাণ-মোচৰা এটা দি দৰব খুৱাবলৈ চিকিৎসকৰ ওচৰলৈ লৈ যায়।

ইয়াৰ উপৰিও সময়মতে নামাজ পঢ়া, প্ৰাৰ্থনা কৰা, ঘৰলৈ চিঠি পত্ৰ দিয়া, পোন্ধৰ আগষ্ট আৰু ছাব্বিছ জানুৱাৰীত পাবলগীয়া ওপৰিঞ্চ বেহাই পাইছেনে নাই খবৰ ৰখা কামবিলাকো সি কৰে।

অকল কয়েদী সকলৰ উপকাৰ কৰি দিয়াৰ কামেই নহয়, চিৰাজ ডকাইতে কাৰাগাৰৰ প্ৰহৰী কৰ্মচাৰীকো সহায় কৰে। ভিতৰত দুৰ্দ্দান্ত কয়েদীয়ে অনিয়ম কৰিলে, মাৰপিট কৰিলে প্ৰহৰীয়ে চিৰাজ ডকাইতক লগাই দিলে দুই এথাপৰ লগাই ঠাণ্ডা কৰি দিয়ে। কাণত ধৰাই উঠ বহ কৰায়। আসলে উৎপাত নকৰিবলৈ

শপত খুৱায়।

চিৰাজ ডকাইতৰ গাঁৱৰ মানুহৰ সৈতে কাৰাগাৰত দেখা শুনা সপ্তাহত দুই এদিন থাকিবই। কাৰোবাৰ ঘৰত কেঁচুৱা হ'লেও চিৰাজকা, চিৰাজ কাইটি, চিৰাজ দাইটিক বা চিৰাজদাক দেখুৱাবলৈ লৈ আহে। কাৰোবাৰ ছোৱালীৰ বিয়া পাতিলে বিয়াৰ পিছতে আশীৰ্বাদ ল'বলৈ চিৰাজক দেখা কৰিবহি। আনকি গাঁৱৰ ইটো-সিটোৰ মাজত হোৱা সৰু সুৰা কাজিয়া পেচালৰ বা ঘটনাৰ মীমাংসা কাৰাগাৰৰ পৰাই চিৰাজে সমাধা কৰে। গোটেই গাঁওখনেই চিৰাজৰ নিজৰ পৰিয়ালৰ নিচিনা যেন আছিল। এই মানুহবিলাকক চিৰাজে এসময়ত কিবা নহয় কিবা প্ৰকাৰে সহায় কৰিছিল।

ভাবিলে আচৰিত লাগে, এফালে এচাম মানুহৰ চিৰাজ ডকাইতৰ নাম শুনিলে ত্ৰাসত নিদ্ৰা হৰণ হয়, অন্যহাতেদি এটাচামৰ মাজত চিৰাজ দেৱতুল্যৰ দৰে দয়ালু, মহান, পৰোপকাৰীৰূপে খ্যাত।

ডকাইতিৰ গোচৰত চিৰাজ যেতিয়া ধৰা পৰে, সেইদিনা গাঁৱৰ গৰীব সকলৰ বহুতৰ ঘৰতে আখলত জুই জ্বলা নাছিল। সকলোৱে ভগবানৰ ওচৰত প্ৰাৰ্থনা জনাইছিল আৰু আল্লাৰ ওচৰত দোৱা মাগিছিল চিৰাজ ডকাইতৰ মুক্তিৰ বাবে। আশে-পাশে থকা ধনী সম্প্ৰদায়ে কিন্তু দুসাজ ভালকৈ খাই শান্তিত শুব পাৰিছিল, আৰু উকীল হাকিমক চিৰাজত যাবজ্জীৱন কাৰাদণ্ড দিবলৈ জোৰ দিছিল।

চিৰাজহঁতৰ গাঁওখন নগৰৰ পৰা কিছু দূৰৈৰ ভোগদৈৰ পাৰত। বাৰিষা হ'লে ভোগদৈৰ পানীয়ে সেই গাঁওখনকে ধৰি ওচৰৰ কেইবাখনো গাঁও বুৰাই পেলায় যদিও ভোগদৈয়ে গাঁওকেইখনৰ বিশেষ ক্ষতি নকৰে। বৰঞ্চ পলস পেলাই খেতি-বাতিৰ কাৰণে সাৰুৱা কৰিহে তোলে। এই অঞ্চলটো ভোগদৈৰ দান বুলি ক'লেও অত্যুক্তি কৰা নহয়। খেতিবাতি প্ৰচুৰ পৰিমাণে হয়।

কিন্তু খেতিবাতি হয় যদিও মানুহবোৰ কিন্তু দুখীয়া। এই মানুহবিলাকৰ নাম্নং নাবস্ত্ৰং হোৱাৰ কাৰণ বিচাৰিবলৈ গ'লে দুজন মানুহৰ কথা ক'ব লাগিব। দুয়োজনেই এই অঞ্চলটোৰ ভব্য-গব্য নাগৰিক, হিতাকাংক্ষী মানুহৰূপে সমাজত পৰিচিত।

এজন হ'ল ৰমেশ নাৰায়ণ শৰ্মা। তেওঁৰ নামটো যদিও অসমীয়া, মানুহজন কিন্তু ৰাজস্থানীহে। ৰমেশ শৰ্মাৰ দেউতাকে কোন চনত এই ভিতৰুৱা গাঁওখনত

সাধাৰণ এখন গেলামালৰ দোকান খুলি বহিলহি, চিৰাজইতৰ মনত নাই। কিন্তু পুতেকৰ দিনত ধনে-ধানে মানে ৰজনজনা হৈ পৰিল।

সেই অঞ্চলটোৰ দুখীয়া নিচলা মানুহখিনিয়ে ৰমেশ শৰ্মাক বাদ দি কোনো কথা ভাবিব নোৱাৰা হ'ল। জীয়াই থাকিব নোৱাৰা হ'ল। ৰমেশ শৰ্মাৰ জালখনে এই মানুহখিনিক এনেকৈয়ে সাঙুৰি ধৰিলে যে লোহাৰ ৰ'ড আৰু পকাৰ চাৰিবেৰৰ মাজত আবদ্ধ হৈ থকা বন্দীৰ নিচিনা হ'ল। কাৰাগাৰৰ পৰিচালনাত বন্দীসকল যেনেকৈ জীয়াই থাকে, তেনেকৈ ৰমেশ শৰ্মাৰ আশীৰ্বাদ নহ'লে সেই অঞ্চলৰ বাইজে উশাহ-নিশাহ ল'ব নোৱাৰা অৱস্থা হয়।

ৰমেশ শৰ্মা মানুহজন মৃদুভাষী। দেখাত একেবাৰে নৰম, কোনো মানুহকে নিজে একো টান কথা নকয়। কোনোবা খেতিয়কৰ ঘৰত যিকোনো বিপদ আপদতেই আগৰণুৱা হৈ তেওঁ হাজিৰ হয় আৰু সহায়ৰ হাত আগবঢ়ায়। তেওঁৰ নগৰতো কেইবাখনো বিখ্যাত দোকান, ট্ৰাক, বাছ আদি থকাৰ পিছতো তেওঁ অতি সাধাৰণ ভাবে নিঃকিন মানুহ থকাৰ নিচিনাকৈ খোজকাঢ়ি বা চাইকেলত উঠিহে সেই অঞ্চলটোত ঘূৰাপকা কৰি সাধাৰণ মানুহৰ লগত হলিগলি কৰে।

কাৰোবাৰ ঘৰত যেনিবা কেচুঁৱা জন্ম হ'বৰ হৈছে, ঠিক সময়ত গৈ ৰমেশ শৰ্মা হাজিৰ হয়, আৰু টকা-পইচা দি সহায় কৰাৰ উপৰি প্ৰয়োজন হ'লে চিকিৎসালয়লৈ নি ভৰ্ত্তি কৰোৱাই চিকিৎসা কৰাবলৈ অনানিয়া কামখিনিও নিজৰ গাড়ীৰেই কৰিছিল। ইয়াৰ উপৰি ৰমেশ শৰ্মাই অন্য বিপদতো উপযাচি গৈ মানুহক সহায় কৰিছিল। এইখিনি কৰোতে হিন্দু মুছলমান এইবোৰৰ ভেদভাব বিচাৰ নকৰিছিল, সেই কাৰণেই এই নিৰক্ষৰ মানুহবোৰৰ বহুতেই তেওঁক ভগবান বা আল্লাৰ নিচিনা দয়ালু বুলি ভাবিছিল।

বিপদৰ পৰা উদ্ধাৰ কৰি লোৱাৰ পিছত মানুহখিনিক এজন এজনকৈ মাতি অতি মৰমেৰে বুজাই কয়—

'চা, তোৰ লগত এইখিনি কৰোতে মোৰ ইমান টকা খৰচ হ'ল। যিয়েই হওক তোৰ মানুহজনী (বা তই বা তোৰ ল'ৰাটোক) মই ইমানতে বচাবযে পাৰিলো সেয়াই মোৰ কাৰণে যথেষ্ট। টকা-পইচানো কি কথা? মানুহক জীয়াই থাকিবলৈহে টকা-পইচা লাগে— নহয় জানো? বাৰু যিহওক, তইতো এতিয়া কামত ধৰিছই। লাহে লাহে তোৰ উপাৰ্জন হ'ব এতিয়া। গতিকে মই তোৰ লগত যিমান টকা খৰচ কৰিলো, তাৰ আধায়েই তোক মই এৰি দিলো,—

—এইবুলি খাটা এখন টান মাৰি উলিয়াই কিবা এটা হিচাপ দেখুৱাই আঁক মাৰি আধা পইচা কাটি দিয়ে।

' কিন্তু এইখিনি পইচা তই মোক ঘূৰাই দিব লাগিব।

টকাৰ পৰিমাণটো শুনি মানুহটোৱে যদি ভয়খোৱা যেন দেখে, তেতিয়া কয়—

'ভয় খাইছ কিয়? তোৰ পৰা মই এতিয়াই ডকাইতি কৰি পইচা ল'ব খোজা নাই নহয়। তই লাহে লাহে যেতিয়াই পাৰ মোক অলপ অলপকৈ দি যাবি। মাত্ৰ তই মোক কিমান দিনৰ ভিতৰত দিব পাৰিবি সেইটো ক'ব লাগিব। কাৰণ— হিচাপত মই লেখি থব লাগিব নহয়।

সেইবুলি খাটাখনত মানুহটোৰ হতুৱাই টিপচহী বা চহী কৰাই লয়। খাটাখনত অৱশ্যে কি লিখা থাকে সেইটো কথা তাক বিতংভাবে নকয়।

'যাঁগে, মই আছো নহয় চিন্তা কৰিব নালাগে।'

বহুত দিনৰ পিছত নিৰ্দ্ধাৰিত দিনৰ পিছত এদিন আকৌ তাক মাতি আনি কয়—

'তইতো মোক দিবলগীয়া পইচাখিনি দি শেষ কৰিব নোৱাৰিলি, এতিয়া মইনো চলো কেনেকৈ? তইঁতকেইনো দিওঁ কৰপৰা? এটা কাম কৰ, তোৰ মাটিখিনিত যিখিনি ফচল হ'ব, সেই ফচলৰ আধা আজিৰে পৰা তই মোক দিব লাগিব। মোৰ মানুহে দেওবৰীয়া হাটত বেচি তাৰে তই মোক দিবলগীয়া ধাৰখিনি মাৰি যাম। তই একো কষ্ট কৰিব নালাগে। বুজি পালিনে বাৰু?'— এইবুলি আৰু এটা চহী কৰাই লয়।

এনেকৈয়ে এই মানুহখিনিক তাৰ জালত বন্দী কৰি, ভেড়া বনাই চেপি-খুন্দি জীৱন্তে মৃত কৰি তোলে। মানুহবোৰে প্ৰায়ে কঠোৰ পৰিশ্ৰমৰ পিছতো আধাপেটীকৈ থাকি মহাজনৰ ধাৰ মাৰোতে মাৰোতে প্ৰায়েই পিত্ত আদি বেমাৰত ভুগি এদিন মৃত্যুক সাবটি লয়। চল চাই মহাজনে মাটিবাৰীখিনি আত্মসাৎ কৰে আৰু নিজে দৰদী মানুহ হিচাপে সমাজত বিখ্যাত হৈ পৰে।

নিৰ্বাচন আহিলে ডাঙৰ ডাঙৰ নেতাসকলৰ ৰমেশ নাৰায়ণ শৰ্মা নহ'লে নহয়, সেই অঞ্চলৰ ভোট তেওঁৰ হাতত থাকে।

চিৰাজৰ বিশেষ পঢ়া শুনা নহ'লেও কিন্তু বুদ্ধি-বৃত্তি, সাহস কম নাছিল। চিৰাজ এই অঞ্চলত সকলোৰে প্ৰিয়। কাৰণ দুৰ্দশাগ্ৰস্ত মানুহবিলাকৰ দুখ-কষ্টই

তাৰ মনত আঘাত দিয়ে। সি সাধ্যানুসাৰে এই জুৰুলা মানুহখিনিক তাৰ দেহ-মন, উপাৰ্জনেৰে সহায় কৰিবলৈ যত্ন কৰে।

চিৰাজৰ গাঁওখনত অসমীয়া মুছলমানৰ সংখ্যাই সৰহ। হিন্দু মানুহ তাকৰ। কিন্তু মানুহখিনিৰ মাজত টকা-পইচাৰ অভাৱ আছিল যদিও মিলাপ্ৰীতিৰ অভাৱ নাছিল। চিৰাজে মানুহখিনিক নিজৰ পৰিয়ালৰ মানুহতকৈও কোনো গুণে কম বুলি নাভাবিছিল।

গাঁওখনৰ মানুহৰ দুখ দুৰ্দশাৰ কেৰোণটো চিৰাজ আৰু তাৰ সমনীয়া কেইজনমানে নজনা বা নুবুজা নহয়। গতিকে পানীৰ পৰা পাৰত উঠা মাছৰ নিচিনাকৈ চট্‌ফটাই থকা, শিক্ষাৰ পোহৰ নোপোৱা মানুহখিনিক উদ্ধাৰৰ পথ সি চিন্তা কৰিবলৈ ধৰিলে।

(২)

চিৰাজৰ আচাৰ-ব্যাৱহাৰ, বুদ্ধি, কথা-বতৰা আৰু মানুহক পৰামৰ্শ দিয়া জ্ঞান-গৰ্ভ কথাই সকলোকে আকৰ্ষিত কৰে।

সকৰে পৰাই চিৰাজে ওচৰ চুবুৰীয়াক সহায় কৰিছিল। দুখ দুৰ্গতিত জুৰুলা গাঁৱৰ মানুহক সহায় কৰোতে কৰোতে তাৰ শেহলৈ নিচাত পৰিগত হৈছিল। নিজে কষ্ট কৰি ঘটা ধনকো এই অভাৱী মানুহবিলাকক বিপদত বিলাই দিছিল।

কাৰাগাৰত চিৰাজে সকলো সময়তে যিকোনো কামত ব্যস্ত হৈ থাকে। প্ৰফুল্লিত মুখখনেৰে কিবা এটা গুণগুণায়। কয়েদীসকলৰ লগতো ফুচুৰি কথা পাতে। কিন্তু অন্তৰৰ চুকত সোমাই থকা দুখবোৰে মাজে মাজে খোচাবিদ্ধা নকৰাও নহয়। দোভাগ নিশা টোপনিৰ পৰা সাৰ পালে এই দুখবোৰ বিৰাট একোটা দৈত্য হৈ তাৰ সন্মুখত থিয় হয়। তেতিয়া চিৰাজৰ মনত বন্ধ হয়। পাহৰিম বুলি চেষ্টা কৰা তাৰ জীৱনত ঘটি যোৱা সংঘাতবোৰে বৰকৈ পীড়া দিয়ে।

কতেকতে আকৌ সি আত্মতৃপ্তিও লাভ কৰে। মনটো কৰকাল হৈ পৰে। ডকাইতি কৰি হ'লেও সি তাৰ গাঁওখন আৰু কাষৰীয়া অঞ্চলৰ মানুহখিনিৰ কাৰণে বিখিনি কৰিলে, তাৰ ভাল ফল অজাতীয়াকে হ'লেও সি দেখিবলৈ পাইছে। এসাজ খাবলৈ নোপোৱা কিছুমানে এতিয়া দুসাজ খাবলৈ পাইছে। ল'ৰা-

ছোৱালীয়েও শিক্ষাৰ পোহৰ পাইছে।

গাঁওখনৰ উন্নতি কৰিবলৈ চিৰাজহঁতে কিছু আঁচনি যুগুতাইছিল। কিন্তু চিৰাজ নোহোৱা হোৱাৰ কাৰণে সেই আঁচনিবোৰ আধাৰুৱা হৈ থাকিল। কামখিনি সম্পূর্ণ হোৱা হ'লে মহাজনৰ আধিপত্যৰ কবলৰ পৰা নিচলা মানুহখিনিয়ে সম্পূৰ্ণভাৱে উদ্ধাৰ পালেহেঁতেন।

চিৰাজৰ সেইদিনটোলৈ মনত পৰিল, যিদিনা সি ডকাইত হ'বৰ কাৰণে সংকল্প লৈছিল।

সেইদিনা আছিল শাওণ মাহৰ এটা দিন। চিপচিপিয়া বৰষুণ। হালোৱা-পুৱাতে নাঙল-যুৱলি, গৰুৰে সৈতে চিৰাজ পথাৰ পালেহি। পথাৰত নামি হালখনত গৰুহাল যুটিব খোজোতেই কিছু নিলগত থকা মাটিডৰাৰ পৰা এটা কেঁকনি শুনিলে। চকা-মকা পোহৰত সি দেখিলে কিবা এটা পৰি আছে। উধাতু খাই ওচৰলৈ গৈ দেখে তাৰ সমনীয়া লখৌ! লুতুৰি পুতুৰি হৈ আধা বোকাত সোমাই পৰি আছে। মাটিখিনি আধা চহোৱা। হালত কিন্তু গৰু নাই।

চিৰাজে লৰালৰিকৈ ডাংকোলা কৰি লখৌক নি পথাৰৰ ওখ ঠাই এটুকুৰাত শুৱাই দিলে আৰু পানীৰে গাটো ধুৱাই বোকাবোৰ এৰুৱাই দি আচৰিত হৈ তাক সুধিলে—

ঃ তোৰ এনে দশা হ'ল কেনেকৈ? গৰু নাইকিয়া হালখন লৈ আন্ধাৰতে পথাৰত কি কৰিছিলিহি?

সেহাই সেহাই লখৌৱে কোৱাত চিৰাজে জানিব পাৰিলে— মহাজনৰ মানুহে তাক কোবাই কিলাই এনে অৱস্থা কৰিলে, সোঁভৰিটো তাৰ ভাগিলেই।

কাৰণটো হ'ল, লখৌৰ গৰুহাল চৰকাত পৰি ঢুকুওৱা আজি ছমাহমানেই হ'ল। নতুন গৰু কিনিবলৈ সি হাতত টকা গোটাব পৰা নাছিল। আধা-পেটীকৈ খাই যি দুই চাৰি পইচা গোটাইছিল নগৰলৈ নি বাপেকৰ বেমাৰটো ভাল কৰোতেই শেষ হ'ল। উপায় নাপাই আৰু তাৰ গৰু ধাৰ কৰি সি মাটিখিনি চহাইছিল। কিন্তু ইটোক সিটোক কিমাননো আৰু গৰু খুজিব! তাৰ মূৰত এটা কূট-বুদ্ধি খেলালে।

ৰমেশ নাৰায়ণ শৰ্মাৰ বাৰীৰ পাছফালে ঘৰৰ পৰা ভালেখিনি আঁতৰত গোহালি ঘৰটো আছিল। গোহালিটোত গাখীৰ দিয়া ৰাজস্থানী আৰু দেশী গাইৰ উপৰি বলধ আৰু দমৰা গৰুও আছিল। ৰাতি এটা চকীদাৰ ৰখীয়া হৈ থাকে।

চকীদাৰটো অঁকৰা। সি বিড়ি খাই খৰ ভাল পায়।

লথৌৱে অঁকৰাৰ সৈতে বিড়ি খোৱাৰ অজুহাতত মিতিৰালি পাতি পেলালে। লথৌৱে চেগ বুজি বিড়িৰ মাজত ভাং সুমুৱাই তাক খাবলৈ দিয়ে। ভাঙৰ বিড়ি খাই অকঁৰা ৰাতিটো সাৰসুৰ নোহোৱাকৈ গোহালিৰ চুক এটাত থৈলা পাৰি শুই পৰে।

লথৌৱে ৰাতি তিনিমান বজাতে হাতত সাৰে ভৰিত সাৰে গৈ ৰমেশ মহাজনৰ বলধ দুটা লৈ তাৰ পথাৰত হাল বাই পুহঁৰি নৌ পুৱাওঁতেই আকৌ গোহালিত থৈ যায়হি।

লথৌৰ লগৰে দুই এটাই এই কথা জানিছিল যদিও ইকাণ-সিকাণ বাগৰা নাছিল। সেই কাৰণে কথাটো আনকি চিৰাজেও জনা নাছিল। এনেকৈ কেইদিনমান যোৱাৰ পিছত ৰমেশ মহাজনৰ পালি পহৰিয়াই কথাটো গম পাই গৰাকীক জনালে আৰু সেইদিনা লথৌক হাতে-লোটে ধৰা পেলাই টাঙোনেৰে ভালকৈ মাধমাৰ সোধাই চিৰ জীৱনলৈ ঘূণীয়া কৰি পেলালে।

ইতিমধ্যে গাঁৱৰ অন্যবিলাক মানুহ আহিও লথৌৰ অৱস্থাটো দেখি আতংক আৰু দুখ বেজাৰত মৰাৰ দৰে হ'ল। মানুহখিনিয়ে এতিয়া কি কৰিব ভাবি একো উৱাদিহ নেপাই চিৰাজৰ মুখলৈ চাই ৰ'ল।

চিৰাজে মুখেৰে একো নামাতিলে।

হাঁহি থকা মুখখন কঠুৱা হ'ল। কপালখন কোঁচাই, চাৱনিটো থিয় কৰি একেথৰে কিবা ভাবিবলৈ ধৰিলে। তাৰ চকুত হিংসাৰ ছাঁয়া প্ৰতিফলিত হ'ল।

তেনেতে ৰমেশ নাৰায়ন শৰ্মাই ফোপাই জোপাই কোবাকুবিকৈ আহি সেই খিনিত উপস্থিত হ'লহি। ইচ্ আচ্ খন কৰি সকলোকে মৃদুভাবে ধমকি দি ক'লে—

ঃ কি চাই আছহঁক? এনেকৈ ইয়াক ইয়াত ৰাখি থলে তাৰ ধাতুটো ওলাই যাব দেখোন।

সকলোৱেই ৰমেশ মহাজনলৈ চালে।

ঃ বুজিছ, মই কথাটো এতিয়াহে গম পালো। তাক যদি বলধ দুটা লাগিছিলেই, মোক কোৱা হ'লে হলহেঁতেন। চুৰি চাপ্ৰাচীখননো কিয় কৰিব লাগে? সি যি কি নহওক, তাক মাৰধৰ কৰাটো ঠিক হোৱা নাই। যিকেইটা মোৰ চাকৰে ইয়াক কোবালে, মই সিহঁতক এতিয়াই এশিকনি ভালকৈ দিম নহয়।

ৰবি, তহঁতে ইয়াৰ গাটো অটাই দে মৰেই ডাক্তৰখানালৈ লৈ যাম। দৰকাৰ হ'লে চিকিৎসালয়ত ভৰ্তি কৰোৱাই দিম।

চিৰাজৰ এতিয়াহে মুখৰ মাত ওলাল।

ঃ নালাগে। সাপ হৈ খুটি বেজ হৈ জাৰিব নালাগে। আপুনি ঘৰলৈ য'ক। ইয়াৰ ব্যৱস্থা আমি কৰিম!

মহাজনে কিবাকিবি কৈছিলে যদিও চিৰাজৰ কাণত একো নোসোমাল।

চিৰাজে এখন গৰুগাড়ী আনি লথৌক ভাঙ্গকৈ ধুৱাই পখলাই ডাক্তৰৰ ওচৰলৈ লৈ গ'ল। কেইমাহমানৰ পিছত লথৌ চৰকাৰী চিকিৎসালয়ৰ পৰা ঘূৰি আহিল যদিও চিৰ জীৱনৰ কাৰণে কোঙা হৈ পৰিল। ফলত লথৌৰ ঘৰত কামানি কৰা লোক একেবাৰেই নাইকিয়া হ'ল।

লথৌৰ থাকোতে খেতি কৰাৰ মাটি বহুতেই আছিল। মহাজন আৰু মধু তৰণিৰ জালত পৰি সৰহভাগ মাটিয়েই নহয়, সা-সম্পত্তিও হেৰুৱালে।

ক্ষোভ আৰু ধিক্কাৰত চিৰাজ আৰু লগৰীয়া কেইজনমানৰ অন্তৰ দহিবলৈ ধৰিলে। কিমান আৰু এই মানুহবিলাকৰ বিলাই বিপত্তি দেখ দেখকৈ সহ্য কৰি থাকিব?

এদিন কাণিমুনি যেলিকা নিমাওমাও ঠাই এডোখৰলৈ সমনীয়া কেইজনমানক চিৰাজে মাতি নি ক'লে—

ঃ বুকুত যদি সাহ বান্ধিব পাৰ, মোৰ মতত যদি একমত হ'ব পাৰ, তেনেহ'লে তহঁতৰ সহযোগত মই অন্য এটা কাম কৰাৰ কথাহে চিন্তা কৰিছোঁ। চাবি কিন্তু, জীৱন মৰণৰ সমস্যা। আৰু এটা কথা, এনেকৈ কুকুৰ মেকুৰীৰ নিচিনাকৈ জীয়াই থকাতকৈ হয় মৰিম, নহয় তৰিম। আমাক বহুতখিনি টকা লাগে।

সকলোৱে ৰ' লাগি চিৰাজৰ মুখখনলৈ চাই থাকিল। কিবা এটা সিহঁতে অনুভৱ কৰিলে। চিৰাজ কৈ গ'ল—

টকা পইচা হ'লেহে আমি মানুহবিলাকৰ বন্ধকত থোৱা এই মাটি-বাৰীখিনি বা ধন-সম্পত্তিখিনি মোকলাব পাৰিম। তেতিয়া কোনোদিনেই মহাজনহঁতৰ ওচৰলৈ আমাৰ মানুহখিনিক আৰু যাবলৈ নিদিওঁ। আমি নিজেই মিলিজুলি খেতিবাতি আৰম্ভ কৰিম, আৰু ফচলখিনি নি নিজেই বজাৰত বেচিম। তেতিয়া দুবেলা দুমুঠি খোৱাৰ উপৰি মানুহখিনিৰ হাতত দুটা পইচাও থাকিব। নহ'লে

মহাজনহঁতৰ অত্যাচাৰৰ পৰা ৰক্ষা পোৱাৰ অন্য পথ নাই।

কথাখিনি শুনি সমনীয়া কেইটা উত্তেজিত হৈ পৰিল আৰু চিৰাজে যি কয় তাকে কৰিম বুলি শপত খালে।

এদিন ৰাতিপুৱা চিৰাজহঁতৰ গাঁওখনত খদমদম লাগিল। ভয়ত পেপুৱা লগা মানুহবোৰৰ ফুচফুচনি আৰম্ভ হ'ল। কি কৰো কি নকৰো থৰহৰি কম্পমান হ'ল। কিছুমানে ঘৰৰ ভিতৰৰ পৰাই ভুমুকা ভুমুকিখন কৰিবলৈ ধৰিলে। উত্তেজনা আৰু কৌতুহলত য'ৰ কাম ত'তে এৰিলে। ঘটনাটো কি?

গাঁৱলৈ জীপত উঠি একগাড়ী পুলিচ আহিছে।

ৰমেশ নাৰায়ণ শৰ্মাৰ ঘৰত যোৱানিশা বোলে ডাঙৰ ডকাইতি এটা হৈ গ'ল। নোহোৱা নোপোজা ঘটনা। ইয়াৰ আগতে এই গাঁৱততো বাদেই, গোটেই অঞ্চলটোতেই এনেকুৱা ভয়ানক ডকাইতি হোৱা নাই। ধন-সোণ আদিকে ধৰি লাম লাকটু যি পালে সোপাকে বস্তাত ভৰাই হেনো লৈ যোৱাৰ উপৰি ৰমেশ মহাজনৰ বন্ধকীৰ খাটাখনো লৈ গ'ল।

পালি-পহৰীয়া সকলোকে বান্ধি, টঙনিয়াই থৈ গৈছে। পহৰাদাৰে দিনে ৰাতিয়ে লৈ থকা দুনলীয়া বন্দুকটোও থপিয়াই লৈ গ'ল।

ৰমেশ মহাজনে মূৰে কপালে হাত দি লাংখাই গাদীখনতে পৰি ৰ'ল। কি হৈ গ'ল ভাবি একো উৱাদিহ নাপালে।

মুখত ক'লা-কাপোৰ বান্ধি অহা ডকাইতবিলাকে মহাজনক বাককৈয়ে ভয় খুৱালে। সমুলঙ্ঘে লুটি নিয়াৰ উপৰি দুই এটা খোঁচা চৰো দিলে, লগতে ভবিষ্যতলৈ সাৱধান হৈ চলিবলৈ হুমুকি দি থৈ গ'ল।

পুলিচৰ প্ৰশ্নৰ উত্তৰত ৰমেশ নাৰায়ণ শৰ্ম্মাৰ বহুতো ক'বলগা আছিল যদিও, মুকলি মনেৰে একো ক'ব নোৱাৰিলে। পুলিচে সন্দেহবশতঃ চিৰাজৰ সৈতে গাঁৱৰ ডেকামখাক সাঙুৰিছিল যদিও সিহঁতৰ ঘৰ-দুৱাৰ ক্ৰোক কৰিও একো নোপোৱাত এৰি দিবলৈ বাধ্য হ'ল। প্ৰমাণ বিচাৰি ৰমেশ মহাজনৰ ঘৰ পাত পাত কৰিলে যদিও একো প্ৰমাণেই উলিয়াব নোৱাৰিলে। আচৰিত কথা, এটা ভৰিৰ খোজ বা জোতাৰ খোজো নাপালে।

পিছত জানিব পৰা মতে ডকাইতে খোজৰ চিন নপৰিবলৈ ভৰিৰ পতাত কলপাত মেৰিয়াই আহিছিল।

ৰমেশ মহাজনে বাককৈয়ে ভয় খালে। তেওঁৰ কেন কোমৰৰ জোৰ, মনৰ

সাহপিত বহুখিনি কমি গ'ল। এইবাৰ তেওঁ ব্যৱসায়বোৰ গাঁৱৰ পৰা উঠাই নি চহৰমুখী কৰিলে। গাঁৱৰ মানুহখিনিয়ে বহুতখিনি সকাহ পালে।

মহাজনে বেছিকৈ ভয় খোৱাৰ কাৰণটো হ'ল— গুণ্ডা, ডকাইতৰ পৰা ৰক্ষা পাবৰ কাৰণে মজুত ৰখা তেওঁৰ বন্দুকটো। ডকাইতে লৈ যোৱা বন্দুকটোৰ গুলী কিজানি কেনেবাকৈ ঘূৰি আহি তেওঁৰ বুকুতে পৰেহি! তলে তলে বন্দুকটো বিচৰাৰ কাম পুলিচক দিয়াৰ উপৰি নিজে অব্যাহত ৰাখিলে।

কিন্তু নাই। বন্দুকটো ক'তো নাপালে।

চিৰাজহঁতে বন্দুকটো নি হাবিৰ মাজত, গছৰ খোৰোঙত এনেকৈ সুৰক্ষিত কৰি ৰাখিলে যে বিচাৰি পোৱাটো কোনো মানুহৰ কাৰণে সম্ভৱপৰ নহয়।

ভৱিষ্যতৰ ডকাইতিৰ আঁচনিত বন্দুকটোৱেই সিহঁতৰ প্ৰধান সহায়ক হ'ব বুলি উদ্‌গণি পালে।

চিৰাজহঁত প্ৰথম ডকাইতিৰ সফলতাৰ আনন্দত আগৰ নিচিনাকৈয়ে খেতি পথাৰত কঠোৰ পৰিশ্ৰম কৰি গ'ল। সিহঁতক শ্ৰম কৰা দেখিলে কোনো মানুহৰ এধানমানো সন্দেহ নজন্মে যে সিহঁতেই মহাজনৰ ঘৰত ভয়ানক, নিখুঁত ডকাইতিটো কৰিছিল। লগে লগে সিহঁতে কোনেও ফুট নোপোৱাকৈ গাঁৱৰ দুৰ্দশাগ্ৰস্ত মানুহবিলাকক সহায় কৰিবলৈ ধৰিলে।

এবছৰমানৰ পিছত চিৰাজহতে দ্বিতীয় ডকাইতিৰ পৰিকল্পনা কৰিলে মধু তৰণিৰ ঘৰত।

## (৩)

পবিত্ৰ ঈদৰ দিনা চিৰাজ ডকাইতে কাৰাগাৰৰ ভিতৰতে নামাজ পঢ়ি গছ এজোপাৰ তলত চিকুণ ঠাই এডোখৰত বহিলহি। হিন্দু-মুছলমান বহুতো কয়েদী আচামীয়ে চিৰাজক অভিবাদন জনালে। চিৰাজেও প্ৰতি অভিবাদন জনালে।

কাৰাগাৰত ঈদ্ বুলিলে বিশেষ আড়ম্বৰ নাই। বাহিৰৰ কোনোবা অনুষ্ঠান প্ৰতিষ্ঠানে কেতিয়াবা চুজি, চেৱৈ, চেনি, গাখীৰ-ঘিউ, পাণমচলা, ফলমূল আদি আল্লাৰ নামত কয়েদীসকলক দান কৰে। বাহিৰৰ পৰা অৰ্থাৎ ঈদগাহৰ পৰা মৌলবী এজনী আহি ঈদল্ ফিটৰ আৰু ঈদ্-উজ্-জোহাৰ নামাজ পঢ়াই থৈ যায়হি।

চিৰাজে অকণমান সুৰুঙা পাই আছুতীয়াকৈ বহিলেই চফিকালৈ মনত পৰে। আজি এই ঈদৰ দিনাও চফিকালৈ মনত পৰিল। ঈদৰ আগে আগেই এদিন চফিকাই মৃত্যুক সাৱটি লৈছিল। ঈদ্‌ৰ ৰঙ ৰহইচৰ অন্তৰালত চিৰাজৰ বেদনাসিক্ত স্মৃতি আৰু অশ্রু নিহিত হৈ থাকে।

তেনেতে বকুল আৰু ৰহিম আহি চিৰাজৰ দুকাষে বহিলহি। দুয়োটা কয়েদীয়েই চিৰাজৰ লগত ডকাইতি কৰি একেটা গোচৰতে অহা। দুয়োটাই চিৰাজৰ দুয়োখন হাতৰ দৰে। অভিন্ন সম্বন্ধ। তেজৰ সম্বন্ধতকৈও বেছি ওচৰচপা, সৌহার্দপূর্ণ মিত্রতা। ৰহিম চিৰাজহঁতৰ একে গাঁৱৰে যদিও বকুল বেলেগ এখন গাঁৱৰ। কিন্তু বকুলৰ লগত চিৰাজৰ এনেকুৱাই সম্বন্ধ যে চিৰাজে কিবা এটা কৰিবলৈ গুণাগঁথা কৰিলে বা আঁচনি যুগুতালে বকুলে একেআষাৰতে হা নকৰিলে চিৰাজে কেতিয়াও আগনাবাঢ়ে। নিশা চিৰাজৰ টোপনি নাহিলে ভাবিব লাগিব বকুলৰো টোপনিয়ে হৰলুকি দিলে।

বকুলে ক'লে—

ঃ কালি অফিচ ৰুমৰ মেটজনৰ হতুৱাই জেইলাৰ বাবুৰ ওচৰত আমাৰ টিকট কেইটা চোৱাইছিলো। খালাচ পাবলৈ কুৰিদিনমানহে আছে। এতিয়ানো গাঁৱলৈ উভতি আমি কি কৰিমগৈ? ডকাইতৰ মোহৰটো আমাৰ গাত মৰণৰ পৰলৈকে থাকি গ'ল। গাঁৱৰ মানুহখিনিয়ে বা কেনে ভাবে লয়?

ঃ এৰা, কথাটো ময়ো নভবা নহয়। আগৰ দৰে গাত বল শক্তিও নোহোৱা হৈছে। চাওঁচোন কি কৰিব পাৰো। তহঁত দুটাক মই নেৰো।— চিৰাজে ক'লে।

ঃ পূৰ্বৰ বৃত্তিকে ধৰিমনেকি চিৰাজ কা? ৰহিমে কওঁ নকওঁ কৰি লাহেকৈ সুধিলে।

ঃ চুপ্। জেলৰ ভাত খাই আমুৱা নাই? এনেকুৱা গৰ্হিত কাম আৰু নকৰো!

চিৰাজৰ কথাত ৰহিমে তলমূৰ কৰিলে। চিৰাজে তাক কাষলৈ চপাই আনি ক'লে—

ঃ মই তোক কাৰবাৰত লগাই দিম। ছোৱালী এজনীৰ লগত নিকাহ কৰাই দিম। গৃহস্থী কৰিবি, সুখে-সন্তোষে থাকিবি!

ৰহিম আৰু বকুলে হাঁহিলে। চিৰাজে দুয়োটাৰে লগত সিহঁতৰ গাঁৱৰ কিছুমান ভাল ভাল, হাঁহি উঠা কথা পাতিলে। ডকাইতিৰ কথা একো নুলিয়ালে।

আজি ঈদ্‌ৰ দিন। বেয়া কথা মনলৈ অনাটো উচিত নহ'ব।

কিছুপৰৰ পিছত দুয়োটা চিৰাজৰ ওচৰৰ পৰা উঠি গ'ল। হীনমন্যতা ভাব আহিলেই, মনৰ দুখে যন্ত্ৰণা দিলেই সিহঁতে চিৰাজৰ ওচৰ পায়হি। তেতিয়া মনত বল পায়।

চিৰাজে বকুল আৰু ৰহিম আঁতৰি যোৱালৈ ক্ষন্তেকপৰ তধা লাগি চালে। সিহঁতলৈ চিৰাজৰ মৰম লাগিল। চিৰাজে যি কয় তাকে কৰে। চিৰাজে হাঁহিলেই হাঁহে, কান্দিলেই কান্দে। চিৰাজক অন্তৰেৰে ভাল পায়। চিৰাজৰ প্ৰতি ক্ষোভ বা খঙ ভাব নানে। চিৰাজৰ সঙ্গী হৈ সাত বছৰকাল কাৰাগাৰত আছেহি।

যদিও নাভাবো বুলি মনটো বান্ধিছিল, সেইদিনা ৰাতি ভালেমান পৰলৈকে চিৰাজক পুৰণি কথাবোৰে জুমুৰি দি ধৰিলেহি।

সেই প্ৰথমবাৰৰ ৰমেশ মহাজনৰ ঘৰৰ ডকাইতিৰ পিছত চিৰাজৰ নিজৰ বিবেকৰ লগত সংঘাত নোহোৱা নহয়। এখন ভাল সমাজৰ পৰা সিহঁতে চিৰদিনৰ বাবে চ্যুত হৈ পৰিল— সি গম পালে। তাৰ মন বিষাদে ভৰি পৰিছিল। অনুশোচনাও হ'ল! বেয়া ধান্দাৰে হলেও কোনোবাই কষ্ট কৰি ঘটিব, নিজৰ সতি সন্ততিয়ে ভোগ কৰাৰ আগতে সিহঁতে বলপূৰ্বক ভাবে ডকাইতি কৰি, লুটপাত কৰি আনিব! বহুত দিনলৈ চিৰাজৰ অন্তৰত ভাববোৰে আঘাত হানিছিল।

ভাল, বেয়া এই দুয়োটা দ্বন্দ্বত ভুগি থাকোতেই চিৰাজহঁতে মধু তৰণিৰ ঘৰত আকৌ ডকাইতি কৰিলে, ৰমেশ মহাজনৰ দৰে তৰণিয়েও দুখীয়া মানুহবোৰৰ পৰা মাটি-বাৰী, গহনা-গাঠৰি, বাচন-বৰ্তন বন্ধকত লৈ পিছলৈ নিজৰ কৰি লৈছিল। তেওঁ সুতখোৰা তৰণি হিচাপেও জনাজাত আছিল।

এইবাৰৰ ডকাইতিত চিৰাজহঁতৰ মনলৈ দুৰ্বাৰ সাহপিত আহিছিল।

তালুৰ আগেদি জীৱ ওলাই যাব খোজা মধু-তৰণিৰ থক্ থক্‌কৈ কঁপি থকা দেহাটোলৈ চাই সিহঁতে আত্মতৃপ্তি লাভ কৰিছিল। পাভটি চাঙত চিৰা, সান্দহৰ টেকেলিৰ লগত চিনিব নোৱাৰা কৰি থোৱা বন্ধকীৰ কেৰু মণি থুৰীয়া সোপাকে উলিয়াই আনি টোপোলা বান্ধোতে বা আখলৰ মজিয়া খান্দি ঘটিয়ে ঘটিয়ে টকা উলিয়াওঁতে তৰণিৰ ঘৈণীয়েকৰ উচুপনিয়ে সিহঁতৰ মনত এক অজনা আনন্দই তোলপাৰ লগাইছিল। হিচাপ পত্ৰ ৰখা বহী কাগজবোৰো চাকিৰ তেল ঢালি গৃহস্থৰ সন্মুখতে জ্বলাই দিছিল। মধু-তৰণিক লাউলোৱা কৰি থৈ ৰমেশ মহাজনক কোৱাৰ দৰে ভৱিষ্যতলৈ কোনো মানুহকে ঠগাই আনৰ সম্পত্তি

নুলুটিবলৈ চোকা সকীয়নি দি তৰুণিৰ পৰিয়ালৰ সকলোকে 'আহিলো' বুলি মাত দি দপদপাই ওলাই আহিছিল।

বছৰেকত এবাৰ বা দুবাৰ ডকাইতি কৰিলেও লাহে লাহে চিৰাজ ডকাইত প্ৰখ্যাত হৈ পৰিল। পুলিচ আৰু অন্য মানুহৰ বদ্ধমূল ধাৰণা হ'ল— ধনী সম্প্ৰদায়ৰ ঘৰত হোৱা ডকাইতিবোৰ চিৰাজহঁতেই কৰা, আৰু দলপতি চিৰাজেই যে পুলিচৰ সন্দেহ নাথাকিল।

চিৰাজহঁতে আত্মগোপন কৰিলে। যোৰহাট, জাঁজী, শিৱসাগৰৰ অতি ভিতৰুৱা গাঁও বিলাকৰ গাঁওবাসীৰ লগত চিৰাজহঁত মিলি গ'ল। কোনেও শুংসূত্ৰ উলিয়াব নোৱাৰিলে।

ভয়ত শান্তি নোহোৱা মানুহখিনিৰ হেঁচাত আৰক্ষী বিভাগ তৎপৰ হৈ পৰিলেও বা হাঁচিয়াৰি পহৰাও কামত নাহিল। কোনো প্ৰমাণ বা কোনো খুঁত নৰখাকৈ চিৰাজৰ দলটোৱে বহুত দিনৰ মূৰে মূৰে একোটা চাঞ্চল্যকৰ ডকাইতি কৰিবলৈ ধৰিলে।

চিৰাজ ডকাইতৰ সমসাময়িক যোৰহাটত আন দুই এটা ডকাইত নোলোৱা নহয়। চিৰাজৰ লগত প্ৰায়বোৰ ডকাইতৰে চিনা পৰিচয় আছিল যদিও সিহঁতৰ নিষ্ঠুৰতা আৰু ব্যক্তিগত আক্ৰোশৰ কাৰণে চিৰাজে প্ৰশ্ৰয় নিদিছিল বা নিজৰ দলত অন্তৰ্ভুক্ত কৰি লোৱা নাছিল।

চিৰাজ ডকাইতৰ কথা সেই সময়ত মানুহৰ মুখে মুখে। ল'ৰা-ছোৱালী বিলাকে চিৰাজ ডকাইতৰ কথা শুনি ভয় খোৱা দূৰৈৰ কথা, কৌতুহলেৰে ডাঙৰক পেঘেনিয়াই ব্যতিব্যস্ত কৰি তোলে।

লেখত লবলগীয়া কথা হ'ল চিৰাজ ডকাইত অতি সাধাৰণ। ডকাইতি কৰিবলৈ যাওঁতে বা নাযাওঁতে সদায়ে পিন্ধনত আছিল ধুতি আৰু আধা হাতৰ দীঘল কামিজ। ভৰিত কোনোদিন চেণ্ডেল সুমুৱাই পোৱা নাছিল। আনকি ডকাইতি কৰিবলৈ যাওঁতেও খালী ভৰিৰে গৈছিল। অতিকৈ আচৰিত কথা চিৰাজৰ নিজৰ একো নাই। ডকাইতি কৰি অনা এপদ বস্তুও নিজে নলয়। একমাত্ৰ মাকৰ বিয়োগৰ পিছত তাৰ যি বাৰী, ঘৰ-দুৱাৰ, খেতিৰ মাটি আছিল, সম্বন্ধীয়া ককায়েকহঁতেহে ভোগ কৰি আছে বা ৰখীয়া হৈ আছে। চিৰাজৰ নিজৰ কাৰণে কোনো স্পৃহা নাই।

বিৰল চৰিত্ৰৰ ডকাইত চিৰাজ।

চিৰাজে নিজৰ দলৰ সকলোকে চোকা নির্দেশ দি থৈছিল, কোনো মানুহকে যাতে প্ৰাণে নামাৰে বা নিষ্ঠুৰ শাস্তি নিদিয়ে। বন্দুকটো যদিও লগত ৰাখিছিল, গৃহস্থক ভয় খুৱাবৰ কাৰণেহে। কাৰোবাক হত্যা কৰি ডকাইতি কৰিবলৈ নহয়।

.... ৰাতি কাৰাগাৰত ওৰে নিশাটো দুচকু জাপ নোখোৱাকৈ চিৰাজে ভাবিবলৈ ধৰিলে সঁচাকৈয়ে সি কাৰাগাৰৰ পৰা ওলাই কি কৰিবগৈ? বিয়া বাব্ধ কৰাই সংসাৰ কৰাৰ বয়স নাই। গাঁৱত খেতি-বাতি কৰি সামাজিক কামত ব্যস্ত হৈ জীৱনটো অৱশ্যে কটাব পাৰিব।

বিয়া যে কৰোৱা নাই এই কথা চিৰাজে কোনো দিনেই নাভাবে। বিয়া কৰোৱাৰ কথা মনলৈ আহিলেই চফিকাৰ মৃত্যুমুখী ভয়ার্ত, কৰুণ আৰু শেতা পৰা মুখখনলৈ মনত পৰি সি যন্ত্ৰণা অনুভৱ কৰে।

চফিকাই যে তাৰ অন্তৰত এনেকৈয়ে আসন পাতি বহি আছে, এই কথা সি লাহে লাহে বেছিকৈ অনুভৱ কৰিবলৈ ধৰিলে।

কিন্তু তাই জীয়াই থাকোতে সি জানো চফিকাক প্ৰেমদৃষ্টিৰে কাহানিবা চাইছিল? ওহো। ডেকা কালছোৱাৰ সৰহখিনি সময় গাঁৱৰ মানুহৰ সুখ-দুখৰ লগতে জড়িত হৈ থাকোতেই পাৰ হৈ গ'ল।

সেই সময়ত চফিকা নামৰ আবেগিক ছোৱালীজনীৰ তাৰ প্ৰতি থকা বিশেষ টানৰ কথা সি উপলব্ধি কৰা নাছিল। তাৰ অজ্ঞতাৰ কাৰণেই পাকে-প্ৰকাৰে ওচৰ চাপি যাব খোজা চফিকাৰ মৰম চেনেহক সি কোনো দিনেই প্ৰাধান্য দিয়া নাছিল।

সুচিকিৎসাৰ অভাৱত সামান্য অসুখতে যেতিয়া চফিকাই শোৱা পাটীত পৰি চট্‌ফটাই আছিল সেই সময়ত চিৰাজে গতানুগতিক ভাবে অন্য মানুহক সহায় কৰাৰ দৰে চফিকাকো সহায় কৰিবলৈ আগবাঢ়ি গৈছিল।

কিন্তু সেই কেইদিনতহে সি বুজিব পাৰিলে যে চফিকাই তাক ভাল পাই মনপ্ৰাণ সপি দি চিৰ জীৱনৰ বাবে বিদায় ল'বলৈ ওলাইছে। তেতিয়াহে সি সম্বিত পালে। তাৰ মনে হাহাকাৰ কৰিবলৈ ধৰিলে, নিজৰ উদাসীনতা আৰু ভুলৰ বাবে নিৰলে হুমুনিয়াহ কাঢ়িলে।

চফিকাৰ দুৰ্বল আৰু শীতল হাত দুখন সাৱটি ধৰি সি ক'লে—

ঃ মোক মাফ্ কৰি দে চফিকা। তোক মই এধানমানো মৰম দিব নোৱাৰিলো। তইতো মোক মুকলিকৈ বুজাব পাৰিলিহেঁতেন। মই কেনে অবুজন।

ঃ হ'ব, যাবৰ সময়ত মই তোমাৰ মৰম পালো— এয়াই যথেষ্ট! ইয়াতকৈ

মই একো নিবিচাৰো....

ঃ মোৰ জীৱনে মৰণে তয়েই লগৰী হৈ থাকিবি চফিকা।

চিৰাজৰ অন্তৰখন কান্দোনত ভাগি পৰিল।

.... মাজে মাজে সি অকলশৰে ভোগদৈ পাৰৰ তাইৰ কবৰৰ কাষত বহি তাইৰ সান্নিধ্য অনুভৱ কৰে।

সেই চফিকাই আজিও তাৰ অন্তৰত লগৰী হৈ আছে!

চিৰাজৰ চকুৰ পানীৰে গাৰুটো তিতি গৈছিল। সি গাৰুটো লুটিয়াই লৈ শুবলৈ যত্ন কৰিলে। নাই, টোপনি নাহে।

চিৰাজৰ এইবাৰ ডকাইত জীৱনৰ সমাপ্তিৰ কথাবোৰ মনলৈ আহিল। যদিও চিৰাজে প্ৰত্যেকবাৰ ডকাইতি কৰাৰ পিছত সেইবাৰেই শেষ আৰু ডকাইতি নকৰো বুলি মন বান্ধি পেলাইছিল, কিন্তু আকৌ ডকাইতি কৰাৰ এক দুৰ্বাৰ হেঁপাহে বা অজান আকৰ্ষণে টানি নিছিল।

সেইবাৰ যোৰহাট নগৰৰ বুকুতে থকা এখন ডাঙৰ গাঁৱৰ ধনে ধানে ভৰপূৰ এঘৰ সম্ভ্ৰান্ত মানুহৰ ঘৰত ডকাইতি কৰিবলৈ চিৰাজহঁত সাজু হ'ল।

ভবামতেই কাম। কিন্তু এইবাৰ চিৰাজৰ জীৱনলৈ বিপৰ্যয় নামি আহিল।

চিৰাজৰ দলটোৱে সতৰ্কতাৰে গৈ মানুহঘৰত প্ৰবেশ কৰিলে। ডাঙৰ কুকুৰ দুটাক নিচালগা খোৱাবস্তুৰে অচেতন কৰি দাৰোৱানটোক বান্ধি পেলালে। গৃহস্থ আৰু চুবৰীয়াক ভয় খুৱাবলৈ বকুলে শূন্যলৈ এজাই গুলী কৰিলে। এনেতে ঘৰৰ ভিতৰত অন্ধকাৰৰ মাজত চিঞৰৰ বাখৰ শুনা গ'ল। হঠাৎ চিৰাজহঁতৰ আঁচনিৰ বিজুতি ঘটিল।

লগে লগে গৃহস্থই ডকাইতক লক্ষ্য কৰি গুলী কৰিবলৈ ধৰিলে। কেইবাজাইও গুলী ফুটিল। কাৰোবাৰ আৰ্তনাদ ভাঁহি আহিল।

চিৰাজ পলোৱাৰ পৰা উভতি আহিল। তাৰ কাণত যেন বাজিল আৰ্তনাদটো বকুলৰে হ'ব! সি ভয়-সংশয় বাদ দি ল'ৰি আহি পৰি থকা মানুহটো চালে। ই কি? বকুল নহয় দেখোন! গৃহস্থৰ গুলী বোধহয় লক্ষ্যভ্ৰষ্ট হৈছিল। গুলী লগা মানুহটো সিহঁতে বান্ধি থোৱা দাৰোৱানটোহে।

সেই মুহূৰ্ততে গৃহস্থৰ দুটা বলিষ্ঠ প্ৰহৰীয়ে চিৰাজক গৰা মাৰি ধৰিলেহি। চিৰাজে লৰচৰ কৰিব নোৱাৰা হ'ল। চিৰাজ বন্দী হ'ল।

যোৰহাট থানালৈ আহি বকুল আৰু ৰহিমে আত্মসমৰ্পণ কৰি ৰমেশ মহাজনৰ দুনলীয়া বন্দুকটো ঘূৰাই দিলে।

দুৰ্ধৰ্ষ তিনিজন ডকাইতক, বিশেষকৈ চিৰাজক চাবলৈ থানা আৰু কাছাৰীত মানুহৰ ভিৰত বিৰ দি বাট নোপোৱা হ'ল।

চিৰাজহঁতৰ সাত বছৰ সশ্ৰম কাৰাদণ্ড হ'ল।

চাওঁতে চাওঁতে চিৰাজহঁতৰ সাত বছৰৰ ম্যাদ এদিন শেষ হ'ল। চিৰাজ, বকুলহঁতে যোৰহাট কাৰাগাৰৰ পৰা মুক্তি পালে।

গাঁৱৰ দুজনমান মানুহ কাৰাগাৰলৈ আহি চিৰাজহঁতক গাঁৱলৈ আদৰি নিলেহি।

দোধোৰ মোধোৰ মন লৈ চিৰাজহঁত আহি গাঁৱত উপস্থিত হ'ল। গাঁওখনত সেইদিনা উৎসৱমুখৰ পৰিবেশ। চিৰাজে গাঁওখনৰ উন্নতিও দেখা পালে।

গাঁও সোমোৱাৰ লগে লগে চিৰাজক মানুহবোৰৰ খেনোৱে কান্ধত তুলিলে, কোনোবাই সাবটিলে আৰু বয়োজ্যেষ্ঠসকলে মূৰত ধৰি আশীৰ্বাদ কৰিলে।

মানুহৰ মৰম পাই চিৰাজ অভিভূত হৈ পৰিল। এই মানুহবিলাকে তাক ভাল পায় বুলি সি জানে, কিন্তু ইমান দিনে গাঁওখনৰ পৰা নিলগত থাকি কাৰাবৰণ কৰা সত্বেও মানুহবোৰে তাক ইমানকৈ ভাল পায় বুলি চিৰাজে ভাবিবই পৰা নাছিল। তাৰ প্ৰতি আস্থা আৰু ভালপোৱা আগতকৈ বঢ়াহে দেখা পালে।

গঞা ৰাইজে চিৰাজৰ পুৰণা ঘৰটোও সি আহিব বুলি নতুনকৈ সাজি থৈছিল।

চিৰাজ আবেগিক হৈ পৰিল। সি যেন পুনৰ জন্ম পালে!

চিৰাজৰ নামৰ পাছৰ ডকাইত শব্দটো নাইকিয়া হৈ পৰিল। এই ডাঙৰ অঞ্চলটোত চিৰাজ গণ্যমান্য ব্যক্তি বা ৰবমূৰীয়া ৰূপে প্ৰতিষ্ঠিত হ'ল। ❑❑

# মধুসূদন বাবাৰ কাৰাবাস



মধুসূদন বাবা। ৱাৰেণ্টত এই নামেই লেখা আছিল। ঠিকনা হ'ল দ্বাৰকা আশ্রম, দ্বাৰকাপাৰা, জিলা শিৱসাগৰ।

বিচাৰপতিয়ে যোৰহাট জিলা কাৰাগাৰৰ হাজোতত থাকিবলৈ বাবাক পঠিয়ালে যদিও, ৱাৰেণ্টখনৰ লগত চোকা নির্দেশ এটিও গাঁঠি দিলে— কাৰাগাৰত প্রথম শ্রেণীৰ কয়েদী হিচাপে বাবাই যাতে সকলোখিনি সা-সুবিধা পায়। খোৱা-বোৱা, থকা-মেলা সাধাৰণ কয়েদীতকৈ সম্পূর্ণ পৃথক হ'ব লাগিব। মুঠতে তেখেতে যাতে কোনো ধৰণৰ অসুবিধা নেপায়, জেল কর্তৃপক্ষক দৃষ্টি ৰাখিবলৈকো দোহাৰিলে।

সকলো সময়তে কাৰাগাৰত প্ৰথম শ্ৰেণীৰ কাৰাবন্দী নাথাকে। স্বাধীনতা আন্দোলনৰ সময়ত প্ৰথম অৱস্থাত কয়েদী সকলৰ মাজত শ্ৰেণী বিভাগ নাছিল। কিন্তু পিছলৈ, অৰ্থাৎ স্বাধীনতাৰ আগে আগে স্বাধীনতা যুঁজাৰুসকলৰ মাজত প্ৰথম শ্ৰেণী, দ্বিতীয় শ্ৰেণী আৰু সাধাৰণ শ্ৰেণী হিচাপে শ্ৰেণীবিভাগ কৰা হয়। পৰৱৰ্তী আন্দোলনবোৰত বিশেষকৈ ভাষা আন্দোলন, বিদেশী খেদা আন্দোলনত বহুতো শীৰ্ষস্থানীয় ব্যক্তি বা নেতাক বাহিৰৰ দৰে সকলো সা-সুবিধা দি নিৰাপত্তা আইনত কাৰাগাৰত আটক কৰি ৰাখিছিল। ৰাজনৈতিক বন্দীসকলৰো তেনে সুবিধা আছে। আজিকালি অৱশ্যে কাকতে পত্ৰই বহুল আলোচনা, সমালোচনা সাপেক্ষে নতুবা কাৰাগাৰৰ 'ৰিফৰম্ কমিশ্বন' বহুৱাৰ কাৰণে আৰু 'বোৰ্ড অব ভিজিটৰ'ৰ নিৰ্দ্দেশ মৰ্মে লগতে কাৰাগাৰৰ সচেতন কয়েদীসকলৰ বিক্ষোভ বা অনশনৰ কাৰণে কাৰাগাৰৰ সাধাৰণ শ্ৰেণীৰ কয়েদীসকলৰ মান উচ্চ খাপৰ হ'ল। আগৰ দিনৰ প্ৰথম শ্ৰেণীৰ কয়েদীতকৈও ভাল হ'ল।

মই কাৰাগাৰত চাকৰি কৰি থাকোঁতে অৰ্থাৎ সৌ সিদিনালৈকে কয়েদী আচামীসকলক গাইপতি ষাঠি গ্ৰামকৈ সপ্তাহত দুদিন মাছ মাংস দিছিল। আজিকালি কিন্তু এশ গ্ৰামকৈ দিয়া হৈছে। আগতে কয়েদীসকলে মহৰ কামোৰ খাই খাই নিদ্ৰা যাপন কৰিছিল। এতিয়া আঠুৰাও যোগান ধৰা হৈছে। গৰমৰ দিনত প্ৰায়বোৰ কাৰাগাৰতে যেনৰ শীতল বতাহ। তথাপি বৰ্তমানেও কাৰাবন্দীসকলৰ দুৰ্গতিৰ কথা কাকতে-পত্ৰই পঢ়িবলৈ পাই থাকো।

অতীতৰ পৰাই কাৰাগাৰত প্ৰথম শ্ৰেণীৰ আচামীৰ কাৰণে সা-সুবিধা নথকা নহয়। তেওঁলোকক ডাঙৰ বেৰেকবোৰত প্ৰয়োজনতকৈ অধিক কয়েদী জপা দি জপা নহয়। কাৰাগাৰত দুই তিনিজন কয়েদী থাকিব পৰা সৰু কক্ষ আছে। কাষতে লগলগা এফালে পায়খানা ঘৰ, আন ফালে ৰান্ধনি ঘৰ।

গতিকে কাৰাগাৰৰ কৰ্ত্তৃপক্ষ অকণো চিন্তিত নহ'ল। তথাপি মধুসূদন বাবাৰ গাম্ভীৰ্যপূৰ্ণ দীপ্তিশীল চেহেৰা আৰু তল-সুৰীয়াকৈ কোৱা মধুৰ বচন শুনি মুখ্য প্ৰহৰী শ্যামলাল যাদৱৰ তৰ্ধনি হেৰাল। তবানৰা ছিণ্ডি দুটামান সশ্ৰম কাৰাদণ্ড ভোগ কৰি থকা কয়েদীৰ হতুৱাই কোঠালিটো চাফ চিকুণ কৰালে। গুদাম ঘৰৰ পৰা ভালৰো ভাল বিছনা-কাপোৰ উলিয়াই দিলে। সেইদৰে বৰ্ত্তা-বঢ়া, খোৱাৰ সৰঞ্জামো।

পুৱাই কাৰাগাৰৰ চিকিৎসালয়ৰ ৰোগী কেইটামানক গাখীৰ দিবলৈ চিকিৎক সকলে অনুমোদন কৰে। পিছদিনা পুৱাৰে পৰা ধৰ্মযোগী বাবাৰ কাৰণে

খাঁটি গাখীৰ এপোৱা দিবলৈ জেইলাৰে নিৰ্দ্দেশ দিলে। কেঁকাই থকা ৰোগীযেও সেবন কৰা পানী-গাখীৰ নেখাওঁ বুলি হেঁচুকি থয়। যিগুন বিহাৰী প্ৰহৰীয়ে কাৰাগাৰত গাখীৰ চাপ্লাই দিয়ে, তেওঁক জেইলাৰে হুৰ্মাক দি ক'লে—

মোৰ কোৱাৰ্টাৰত যি চাম্পল্‌ৰ গাখীৰ দিয়, বাবাৰ কাৰণে একে চাম্প্‌লৰে গাখীৰ দিবি।

মাখন পাউৰুটীৰ ব্যৱস্থা হ'ল। মধুসূদন বাবাই পাউৰুটী স্পৰ্শ নকৰে। আটাৰ ৰুটীৰ ব্যৱস্থা হ'ল। কাৰাগাৰৰ বাগানৰ ধুনীয়া ধুনীয়া মাখন বৰণীয়া ফুলকবি, ভাপতে সিজা বৰ বেঙেনা, এহতীয়া পালেং-পাত, আঢে ফুটীয়া মেৰলাই গোটাই দিলে। বাগানৰ ফলমূলো ভৰি পৰিল।

মধুসূদন বাবাই জেলখানাৰ বিষয়া কৰ্মচাৰীৰ অতিথি আপ্যায়নৰ ব্যৱস্থা দেখি সন্তোষিত হ'ল। প্ৰফুল্লিত বদনত মৃদু হাঁহি বিৰিঙিল। অৱশ্যে খঙ উঠিলেও মধুসূদন বাবাৰ মুখেদি মন্দবাক্য নিৰ্গত নহয়। তেতিয়া তেওঁ অসম্ভৱ ধৰণে গহীন হৈ পৰে।

কাৰাধ্যক্ষই মধুসূদন বাবাৰ ওচৰলৈ নিজেই এবাৰ গৈ তন্ন-তন্নকৈ কক্ষটো পৰিদৰ্শন কৰিলে, 'কিবা লাগিব নেকি', 'অসুবিধা পাবনেকি'ও বিনয়েৰে সুধিলে। বাবাই সন্তোষৰ হাঁহি মাৰি কাৰাধ্যক্ষৰ কৰ্ম নিপুণতা তথা জেলৰ শাসন ব্যৱস্থাৰ শলাগ ল'লে।

কাৰাধ্যক্ষৰ নিৰ্দ্দেশ মতে মধুসূদন বাবাৰ, পৰিচৰ্যা কৰিবলৈ উচ্চজাতৰ কেইটামান কয়েদীক বাবাৰ ওচৰত মুখ্য প্ৰহৰীয়ে হাজিৰ কৰালে। আটাইকেইটা কয়েদীৰ কাৰা-জীৱন বৃত্তান্ত, নাম ধাম ঠিকনা বাবাক অৱগত কৰালে। কয়েদী কেইটাই হাত যোৰ কৰি স-ভক্তি, উৎকণ্ঠাৰে বাবাৰ মুখলৈ নেচাই তেওঁৰ শ্ৰীচৰণলৈ চাই থিয় দি ৰ'ল।

বাবাই কয়েদী কেইটালৈ সাধাৰণ দৃষ্টি নেপেলাই জ্ঞান চক্ষুৰে চাবলৈ ধৰিলে। ক্ষন্তেক পিছতে শেহৰ কয়েদীটোৰ ওপৰত দৃষ্টি নিবদ্ধ কৰি মৃদু হাঁহিৰে ক'লে—

ঃ বোপাই, তোমাৰ পৰিচৰ্য্যা মই স্বীকাৰ কৰিম!

সকলো আচৰিত হ'ল। কাৰণ শেহৰ কয়েদীটোৰ চেহেৰা অদ্ভুত ধৰণৰ। কপালত তাৰ এটা ডাঙৰ টেমুনা। পাতল গুঁফীয়া কয়েদীটোৱে অনাহকতে দাঁত কেইটা নিকটাই হাঁহি থাকে। চুটি-চাপৰ কুঁজা মানুহটো। গাটোৰ তুলনাত ভৰি

দুখন যথেষ্ট সৰু। তাক মুখ্য প্ৰহৰীজনে আনিবই খোজা নাছিল। সি কাউ-বাউ কৰিলত এনেয়ে লৈ আহিল। তাকেই যে বাবাই গ্ৰহণ কৰিব কোনেও ভাবিব পৰা নাছিল। কয়েদীটোৰ নাম কেঁচু। কেঁচুৱে এখুজি দুখুজিকৈ আগবাঢ়ি গৈ বাবাৰ চৰণত দীঘল দি পৰিলেগৈ। মুখ্য প্ৰহৰীজনে সুধিলে—

ঃ অ'ই কেঁচু, তই ৰন্ধা-বঢ়া কৰিব পাৰিবি?

ঃ কিয় নোৱাৰিম?

ঃ প্ৰভু ঈশ্বৰক ভালকৈ সেৱা শুশ্ৰূষা কৰিব পাৰিবি?

ঃ সকলো পাৰিম।

— এইবাৰ কেঁচু দৌৰি গৈ গাটো তিয়াই টুপ্‌টুপীয়াটো হৈ কামত লাগি গ'ল।

যদিও বাবাই কেঁচুকে কাষ চপাই ল'লে, কেঁচুৰ ওপৰতে ভৰসা নকৰি মুখ্য প্ৰহৰীজনে এজন কয়েদী-মেটকো নিয়োগ কৰি নিজেই তত্ত্বাৱধান কৰিলে। এজন প্ৰহৰীক বাবাৰ গৃহটিৰ ওচৰতে ডিউটি দিবলৈ দিলে, যিকোনো কাৰণে বাবাৰ আৱশ্যক হ'ব পাৰে।

পুৱা সাতমান বজাতে জেলখানাত লাগি পৰে। ভাগে ভাগে প্ৰহৰীয়ে পাঁচ ছয়জনকৈ কয়েদী বিভিন্ন কাম কাজলৈ লৈ যায়। যোৰহাট জেলৰ পৰা এগ্ৰিকাল্‌চাৰেল মহাবিদ্যালয়ফাললৈ কিছু নিলগত কাৰাগাৰৰ বাঁহ-বেতৰ কাৰাখানাটো আছে। তাত এটা ঘৰ আছে। ঘৰটোত আৰু বাহিৰৰ চোতালত শাৰী পাতি কয়েদীসকলে বাঁহ-বেতৰ কাম কৰি চকুত লগা সা-সৰঞ্জাম তৈয়াৰ কৰে। তালৈ কুৰি বা পঁচিছজনমান কয়েদীক কেইবাজনো প্ৰহৰীৰ তত্ত্বাৱধানত কাৰাগাৰৰ পৰা উলিয়াই আনে। গতিকে কয়েদীসকলে ছয় বজাতে নিত্যকৰ্মখিনি সমাপন কৰি নিমখ মাৰভাত বা ৰুটী লালচাহ খাই আজৰি হয়। বাৰ বজাত আকৌ চালিবিলাক ভাত খাবলৈ আৰু গণ্টি কৰিবলৈ জেলৰ ভিতৰ সুমুৱায়হি। পিছবেলা আকৌ উলিয়াই নি সন্ধ্যা লগাৰ আগতে জেললৈ লৈ আহে।

কাৰাগাৰৰ ঘণ্টাৰ সময়ৰ লগত কয়েদী সকলৰ দৈনন্দিন জীৱন গাঁথা থাকে। মধুসূদন বাবা কাৰাগাৰলৈ অহাৰ পিছদিনা পুৱতি নিশাতে সুললিত কণ্ঠৰ তোটিয় এফাকিয়ে জেলখানা ৰজনজনাই গ'ল 'মধুদানৱ দাৰুণ দেৱ বৰং...'। মঙ্গলময় এই কণ্ঠস্বৰে খুনী, চোৰ, ডকাইত সকলোৰে অন্তৰ স্পৰ্শ কৰিলে। কেইটামানে লৰালৰিকৈ গা তিয়াই বাবাৰ ওচৰলৈ গৈ মূৰ দোৱাই আহিল। অন্যায়, অধৰ্ম কৰি জেললৈ সোমাই নিজকে পাপী বুলি ভবা কেইটামানে বাবাৰ

সন্মুখা-সন্মুখি হ'বলৈ সংকোচ কৰি দূৰে দূৰে ৰ'ল।

কৰুণা-সাগৰ বাবাৰ দৃষ্টি সকলোৰে অন্তৰ ভেদি যায়। 'পাপক ঘৃণা কৰিবা, পাপীক ঘৃণা নকৰিবা' বাণীৰে দীক্ষিত বাবাই কাকো হেয় প্ৰতিপন্ন নকৰে। সকলোকে বাবাই মিঠামুখেৰে সম্ভাষণ জনালে। চেঁচা পকাৰ মজিয়াত কুচিমুচি চেলত বহি থকা দুৰ্দান্ত কয়েদী কেইটাও থিয় হৈ লোহাৰ ৰেলিঙৰ দুৱাৰখনত ধৰি বাহিৰলৈ কাণ পাতিলে।

বাবাৰ মধুৰ কণ্ঠত গুদামঘৰৰ পৰা কয়েদীসকলৰ কাৰণে পুৱাতে ৰেশ্বন্ উলিয়াই দিবলৈ আহি ৰেশ্বন্/ব্ৰাঞ্চৰ সহকাৰী কাৰাধ্যক্ষজনো থমকি ৰ'ল। জেল মেনুয়েলত কয়েদীসকলৰ কাৰণে কিমান গ্ৰামকৈ কি বস্তু দিব লাগিব নিৰ্দ্ধাৰিত কৰা আছে। সেইমতে জুখিমাখি ৰান্ধনিশাললৈ ৰচদপাতি উলিয়াই দিয়ে। মধুসূদন বাবা যদিও বিচাৰাধীন আচামী, তেখেতৰ খোৱা বস্তুখিনি উলিয়াই দিওঁতে জোখ-মাখ নকৰিলে। প্ৰয়োজনতকৈ সৰহকৈ দি পঠিয়ালে। তেওঁ নিজেই গৈ বাবাৰ স্বাস্থ্য আৰু ভালকৈ নিদ্ৰা আহিলেনে নাই খবৰ ল'লে।

বাবাৰ নিৰ্বাচন ভুল হ'ব নোৱাৰে। কেঁচুৰ কামকাজ আৰু পৰিচৰ্যাত বাবা আনন্দিত হ'ল। বাবাৰ ওচৰত নিয়োগ কৰা প্ৰহৰীজন কাৰ্যালয়লৈ আহি ক'লেহি যে বাবাক ইংৰাজী আৰু অসমীয়া দৈনিক বাতৰি কাকত দুখন সদায় লাগিব। প্ৰথম শ্ৰেণীৰ কয়েদীসকলৰ বাতৰি কাকত যোগান ধৰাৰ নিয়ম জেলখানাত আছে। অৱশ্যে সহকাৰী কাৰাধ্যক্ষই চেন্সৰ্ কৰি দিয়াৰ পাছতহে দিয়া হয়। যিকোনো খবৰ কাৰাবাসীসকলক পঢ়িবলৈ দিয়া নহয়। মধুসূদন বাবাৰ ক্ষেত্ৰত অৱশ্যে ইয়াৰ প্ৰয়োজন অনুভৱ নকৰি হকাৰে কাগজ দি যোৱাৰ লগে লগে তেওঁলৈ পঠিয়াই দিয়া হ'ল।

কাৰাগাৰত সৰু সুৱা পুথিভঁড়াল এটা আছে। বাবাই জানে। দৈনন্দিন মূল্যবান সময়বোৰ বাবাই অনাহকত খৰচ নকৰে। জেলখানাত কয়েদীসকলক শাস্তি দিবলৈ ৰখা হয় যদিও মূলতঃ তেওঁলোকক সংশোধনৰ কাৰণেও পৰিয়ালৰ পৰা নিলগাই ৰখা হয়। গতিকে কোনোবা কয়েদীয়ে কাৰাগাৰৰ পৰা পৰীক্ষা দিব খুজিলে, লেখা মেলা কৰিব খুজিলে বা আদৰ্শমূলক জীৱন গঢ় দিয়া গ্ৰন্থ পঢ়িব খুজিলে যোগান ধৰা হয়। বাবাই যেতিয়াই ধৰ্মমূলক বা বিদেশী পণ্ডিত সকলৰ গ্ৰন্থ আছেনেকি খবৰ কৰিলে, কাৰাধ্যক্ষই কাৰাগাৰত নথকা মূল্যবান গ্ৰন্থ দুখনমান মিচেলেনিয়াচ বিভাগৰ টকাৰে কিনি আনি দিয়াৰ সিদ্ধান্ত ল'লে। লগে লগেই কাৰাগাৰসমূহৰ মহাপৰিদৰ্শকলৈ পুথিভঁড়ালটোৰ নিঃকিন অৱস্থাৰ কথা কৈ কিছু টকা অনুমোদন জনাবৰ বাবেও আবেদন জনালে। সদ্যহতে বাবাক

মহাত্মা গান্ধীৰ পকেট চিৰিজ্‌টোৰ আটাইকেইখন কিতাপ অৰ্থাৎ 'গড্‌ ইজ ট্ৰুথ', 'ফুড ফৰ দি চোল্‌', 'দ্যা ল অব লাভ', 'দ্যা টীচিং অব দি গীতা', 'দ্যা ৰ'ল অব অ'মেন'— ইত্যাদিকে নিবেদন কৰিলে। বাবাই ধৰ্মমূলক কথাবোৰ লিপিবদ্ধ কৰি থবলৈ কাগজ এক দিস্তা আৰু এটা কলমো দি পঠিয়ালে।

বাবাৰ ভক্ত বহুত। গাড়ীঘোঁড়া লৈ ভব্য গব্য বহুতো ব্যক্তি বাবাৰ খবৰ ল'বলৈ জেলখানালৈ আহিল।

ধুতি পঞ্জাবী, গাত খনীয়াকাপোৰ, মূৰত মখমলৰ কাপোৰৰ পাগ, চৰণত খৰম, কপালত চন্দনৰ দীঘলীয়া ফোট আৰু ওখ, হৃষ্ট-পুষ্ট, ৰঙা-বগা, পাহুৱাল মধুসূদন বাবাই যেতিয়া পুৱা আবেলি কাৰাগাৰৰ ভিতৰৰ সৰু সৰু গলিবোৰেদি একোবাৰ পায়চাৰি কৰি ফুৰে, যি কয়েদীৰে চকু পৰে শ্ৰদ্ধাত মূৰ দোৱাই যায়। সেইবাবে জেলখানাৰ ভিতৰখনো কয়েদী বিলাকে চাক্‌-চিক ক'ৰি পেলালে।

সশ্ৰম কয়েদীসকলে আজৰি পালেই বাবাক বেঢ়ি ধৰি থাকে। বিচাৰাধীন বন্দীসকলতো থাকেই, কাৰণ সিহঁতৰ শ্ৰমদান নাই। বাবাৰ ভোজন, শয়ন, বিশ্ৰামৰ সময়খিনিত কাৰাগাৰৰ ভক্তগণে আহুকাল নকৰিবলৈ কেঁচুৰে কৰযোৰে সকলোকে মিনতি জনায়।

প্ৰথম শ্ৰেণীৰ কাৰাগাৰখনত প্ৰায় সময়তে কিবা নহয় কিবা এটা বিজুতি ঘটিয়েই থাকে। টেন্‌শ্যন্‌ৰ কাৰণে বিষয়া কৰ্মচাৰীসকলে ঘৰত গৈ এখন্তেক শান্ত মনেৰে জিৰণি ল'ব নোৱাৰে। বাবা কাৰাগাৰত বিৰাজমান হোৱাৰে পৰা কয়েদীসকলৰ আপত্তি বা কাজিয়া পেচাল কমিছে। প্ৰহৰীসকলেও কাৰাগাৰৰ ভিতৰৰ কাম কাজত গাফিলতি কৰি বাবাৰ সম্মুখত থিয় হৈ মৌনতাৰে বাবাৰ দৰ্শনমাৰ্গ শুনি থাকে। দুৰ্ধৰ্ষ চোৰ, ডকাইত, আতংকবাদী সকলৰ অন্তৰৰ কোনোবাখিনিত লুকাই থকা ধৰ্মভাৱ জাগি উঠে।

বাবাই ঈশ্বৰত্ব লাভৰ অন্তৰালত থকা সাধনাৰ কথা কয়। জৰাতুৰ অৱস্থাত মানুহে সন্তোষ লাভৰ উপায় ব্যক্ত কৰে। অষ্টসিদ্ধিপ্ৰাপ্ত বাবাই যেতিয়া উদাত্ত কণ্ঠে গীতা ব্যাখ্যা কৰে কয়েদীসকলে কু-পথ ত্যাগ কৰিবলৈ মনতে শপত লয়। চন্দ্ৰ, সূৰ্য, অগ্নি, আকাশ, পৱন, সন্ধ্যা, দিন, ৰাতি, দিশ, পৃথিবী, জল আৰু ধৰ্ম—এইবোৰ জীৱৰ কৃতকৰ্মৰ সাক্ষী। গতিকে কৰ্মঠ জীৱন অখ্যাতি বা দুৰ্নামৰ বাবে নহয়। ইহলোকত যি কৰ্ম কৰে পৰলোকত তাৰ প্ৰাপ্তি ভোগ কৰে... ইত্যাদি।

কিন্তু ইমান এজন বিজ্ঞ, কান্তিময় সু-পুৰুষ মধুসূদন বাবাই অধৰ্মী বিলাকৰ স্থান কাৰাগাৰত হাজোতী হিচাপে থাকিবলৈ আহিল কিয়? এই অজ্ঞানী ভক্তগণক বাবাই তাৰো ব্যাখ্যা নিদিয়া নহয়। হয়তো কেইবাপুৰুষ আগৰ কোনোবাই

অজ্ঞাতবশতঃ কিবা নিষিদ্ধ কৰ্ম কৰিছিল, যাৰ কাৰণে তেওঁ এই অলঙঘনীয় কৰ্ম ফল ভোগ কৰিছে। বাবাই ঋণমুক্ত হ'ব খোজে। আজিৰ যুগ অন্যায় অধৰ্মৰ যুগ। ঈপ্সিত ভোগ লিপ্সাই যথা সৰ্ব্বস্ব নহয়। ইমানবোৰ লোকে যদি কাৰাবাসৰ জীৱন যাপন কৰিব পাৰে, বাবাই নোৱাৰিব কিয় লালন-পালন কৰোতা ভগৱন্তৰ যি ইচ্ছা। কয়েদীসকলৰ বহুতৰে শোকাশ্ৰু বৈ আহিছিল।

কাৰাগাৰৰ সহকাৰী কাৰাধ্যক্ষসকলৰ কেইজনমানে মধুসূদন বাবাৰ অধিপত্ৰত থকা বেবেৰিবাং ধাৰাবোৰৰ দুটামান বুজি নাপাই ভাৰতীয় দণ্ডবিধি আইনখন উলিয়াই বুজিবাজি ল'লে। ধাৰাবোৰৰ মতে বাবাৰ আশ্ৰমত বহুতো নিষিদ্ধ বস্তু পোৱা গৈছে। বাবাই চোৰাংচোৰাগিৰি কৰে। বহুত অপ্ৰীতিকৰ সমাজ বিৰোধী কাৰ্যকলাপত লিপ্ত। আশ্ৰমৰ গয়না লৈ বে-আইনী সংগঠনৰ লগতো জড়িত...।

বাবা হাতদীঘল মানুহ। উকীল, মুন্সিফ, হাকিম আৰু আনকি ৰাজনীতিৰ ভব্য-গব্য লোক সকলো বিপদত বা সম্পদত বাবাৰ শৰণাপন্ন হোৱা লোক। সন্মানীয় পদবী, অসুখ বিসুখ, আৰু অন্যান্য বহুতো কাৰণতে ত্ৰস্তমান লোকক বাবাই উদ্ধাৰ কৰি থৈছে। গতিকে এই সকল ভক্তৰ মতে চকু চৰহা কেইটামান অবিবেচক ডেকাৰ কুচক্ৰান্ত বাবাৰ এনে অৱস্থা হৈছে। সিহঁতক আইনৰ জালত পেলাবলৈ ভক্ত সকলে উঠি পৰি লাগিছে'

কিন্তু আশ্ৰমৰ আৰণি-পুৰণি জঁপা, পেৰা, থাপনাৰ তল, মূৰ্ত্তিৰ ভিতৰত ৰাইজৰ সন্মুখত পুলিচে উদ্ধাৰ কৰা বস্তুবোৰ? এইয়াও হয়তো কু-চক্ৰান্তকাৰীৰ কৌশল!

কাৰাগাৰৰ ভিতৰত বাহিৰৰ প্ৰজাগণে দিয়া ফলমূল, ফুলেৰে বাবাৰ কক্ষ ভৰি পৰিছিল। বাবাই নামমাত্ৰ উপাচাৰ গ্ৰহণ কৰি কয়েদীসকলক বিলাই দিয়ে।

এদিন আদালতত বাবাৰ গোচৰৰ শুনানি পৰাত আদালত আৰু কাৰাগাৰৰ যৌথ প্ৰচেষ্টাত ৰাজকীয়ভাবে (পুলিচে কয়েদী আচামীসকলক আদালতলৈ অনানিয়া কৰা ভানখনত নহয়, এম্বেচেডৰ গাড়ীত সাধাৰণ পোচাকত আৰক্ষী সহ) কাৰাগাৰৰ পৰা আদালতলৈ বাবাক লৈ যোৱা হ'ল।

সন্ধিয়া পৰত এটি বাৰ্তাই জেলখানাৰ অবৰুদ্ধসকলৰ অন্তৰ সেমেকাই পেলালে— 'মধুসূদন বাবা জামিনত মুকলি হৈ গ'ল। বাবাৰ আৰু দৰ্শন নাপায়।

কেঁচুৰে মূৰে কপালে হাত দি বহি পৰি উচুপি উচুপি কান্দিবলৈ ধৰিলে।

(২)

যোৰহাট জিলা কাৰাগাৰত মধুকণ্ঠৰ অধিকাৰী মধুসূদন বাবা জামিনত ওলাই যোৱাৰ বহুত দিনৰ পিছলৈকে জেলখানাৰ ভিতৰত স্বাভাৱিক জীৱন যাত্ৰা ব্যাহত হৈছিল। দীপ্তিমান পৰম পুৰুষজনৰ দৰ্শন আৰু পদধূলা ল'বলৈ নাপাই বহুতো কয়েদীয়ে অন্তঃস্থলত যেন বেদনা অনুভৱ কৰিছিল। অষ্ট ঐশ্বৰ্যপ্ৰাপ্ত বাবাজনে সকলোৰে হৃদয়ত স্থান পাইছিল।

কিন্তু মানুহৰ মন পৰিবৰ্তনশীল বুলি সকলোৱে জানে। কয়েদীবিলাকেও এই সাধু ধৰ্মবন্ত পুৰুষজনক পাহৰি পেলালে। কাৰাগাৰৰ দৈনন্দিন জীৱন চকৰি পূৰ্বৰ দৰেই ঘূৰিবলৈ ধৰিলে।

এবছৰমানৰ অন্তত, ব্যস্ততাপূৰ্ণ জেলখানাৰ আবেলিৰ সময়খিনিত কাৰ্যালয়ৰ সকলোকে চমকিত কৰি মধুসূদন বাবা আকৌ কাৰাগাৰলৈ আহিল। এইবাৰ তেওঁক সাধাৰণ আচামী কয়েদীৰ লগতে পুলিচৰ ভানখনতে আদালতৰ পৰা লৈ আহিল। মধুসূদন বাবা এইবাৰ হাজোতলৈ অহা নাই। গোচৰৰ সমাপ্তি ঘটাত সাত বছৰলৈ সশ্ৰম কাৰাদণ্ড লগতে জৰিমনা হোৱা কয়েদী স্বৰূপেহে আহিছে!

সহকাৰী কাৰাধ্যক্ষজন কাৰাধ্যক্ষৰ কোঠালিলৈ দৌৰ মাৰিলে। তেখেতেও কথাটো শুনি উধাতু খাই সহকাৰী কাৰাধ্যক্ষ সকলৰ কোঠালৈ আহিল— য'ত অন্যান্য কয়েদী আচামীৰ লগত মধুসূদন বাবাই ম্লান বদনেৰে এটি মৰাশ থিয় কৰাই থোৱাৰ দৰে এচুকত বৈ আছিল। চকুত আগৰ প্ৰখৰ জ্ঞানগৰ্ভ দৃষ্টি নাই। বয়সো যেন এবছৰতে একুৰিমান বৃদ্ধি পালে। ঢকঢকীয়া আগৰ বগা পোচাকৰ পৰিবৰ্তে মলিন সাজ। তেখেতৰ অন্তৰ্দ্বন্দ্ব কি হৈছিল বুজা নাযায়, বাবাৰ অবাঞ্ছিত আগমনত কাৰাধ্যক্ষই নিজেই লাজত তলমূৰ কৰিলে।

কি কৰিব, কি নকৰিব ভাবি ৱাৰেণ্টখন লুটিয়াই বগৰাই চালে। এইবাৰ গোচৰৰ ধাৰা পূৰ্বৰ লগতে সৰ্বাত্মক ভাৰতীয় দণ্ডবিধি আইনৰ তিনিশ দুই ধাৰাও সংযোগ হৈছে। অৱশ্যে সাত বছৰহে কাৰাদণ্ড হৈছে। কিন্তু দণ্ড বিনাশ্ৰমৰ নহয়, সশ্ৰম কাৰাদণ্ডহে। কাৰাধ্যক্ষই বাবাক প্ৰথম শ্ৰেণীৰ কয়েদী হিচাপে ৰাখিবলৈ হাকিমৰ সংলগ্ন আদেশ পত্ৰ আছে নেকি চালে নাই। ক'ত কেনেকৈ ৰাখে উৱাদিহ নাপাই সহকাৰী কাৰাধ্যক্ষ কেইজনৰ লগত আলোচনাত বহিল।

সেই সময়ত কাৰাগাৰৰ অধীক্ষক জন অন্য কাৰাগাৰলৈ বদলি হৈ গৈছিল। নতুন অধীক্ষকৰ অসুস্থতাৰ কাৰণে চাকৰিত যোগদান নকৰাত, হাকিম

এজনক দায়িত্ব অৰ্পণ কৰি গৈছিল। আদালত চলি থকাৰ সময় উকলি যোৱাত জেইলাৰে হাকিমৰ বাসভৱনলৈ ফোন কৰিলে। দুই তিনিবাৰ চেষ্টা কৰাৰ মূৰত হাকিমক লগ পালে। ফোঁপাই জোপাই জেইলাৰে একে উশাহতে কথাখিনি ক'লে। হাকিমে ভাবলেশহীন ভাবে ক'লে— 'যদি কোনো স্পেশ্যল অৰ্ডাৰ নাই, অন্যান্য কয়েদীৰ লগতে জেল মেনুৱেলৰ নিয়ম অনুযায়ী ৰাখিব লাগিব।' হাকিমে সাধাৰণভাৱে কলে ঠিকেই, কিন্তু কাৰ্যক্ষেত্ৰত জেইলাৰহে বিপাঙত পৰিল। কাৰাগাৰৰ ভিতৰত কেইজনমান চতুৰ, কাৰাগাৰৰ নিয়মকানুন জনা কয়েদী আছে। গোপনীয়ভাবে বাবাক অন্য কয়েদীতকৈ অত্যধিক সুবিধা দিলে জেলখানা তোলপাৰ লগাব। জেইলাৰক প্ৰশ্ন সুধি হায়ৰাণ কৰিব, লাগিলে 'হাংগাৰ ষ্ট্ৰাইকেই' কৰি দিব, কৰ্টলৈ 'পিটিশ্যন্' পঠিয়াব।

বিচাৰাধীন বন্দীসকলক ঘড়ী, সোণ আদি দামী বস্তু, টকা-পইচাৰ বাহিৰে ঘৰৰ পৰা পিন্ধি অহা সাজ পোছাককে পিন্ধিবলৈ দিয়া হয়। দামী বস্তু আৰু টকা আচামীৰ হতুৱাই চহী কৰাই কাৰাগাৰত জমা থৈ দিয়ে। ৰিলিজ হ'লে লৈ যায়। তেওঁলোকে নিজৰ টকা-পইচাৰে বজাৰ-সমাৰো কৰাই ল'ব পাৰে। দামী তেল চাবোন কিনিকুটিও ল'ব পাৰে। কাৰাগাৰতে তৈয়াৰ কৰা খাৰ চাবোন চ'ডা আদিও অৱশ্যে পায়। কাৰাদণ্ড হ'লে বাহিৰৰ বস্তু একো ল'ব নোৱাৰে। কাৰাগাৰৰ বস্তুহে লোৱাৰ নিয়ম। আদালতৰ পৰা আহোতে পিন্ধি অহা সাজযোৰ গুদামঘৰত নাম লেখি লেবেল মাৰি থৈ দিয়ে। যাবজ্জীবন কয়েদীয়েও বহুত বছৰৰ অন্তত কাৰাগাৰৰ কাপোৰ খুলি টোপোলাত ভাঁজ লাগি থকা নিজৰ পোছাক যোৰ পিন্ধি বাহিৰ ওলাই যায়।

কাৰাগাৰৰ গুদাম ঘৰত কয়েদীসকলৰ কাৰণে এবেগেত অন্তৰে অন্তৰে নীলা ৰঙৰ আঁচ দিয়া ডাঠ কাপোৰৰ হাতদীঘল চোলা, ঘূৰণীয়া ডিঙিৰ আধাহাতৰ গেঞ্জিচোলা, ফিটাৰে চৌচনি গাঁঠি মাৰিব পৰা খৰা আৰু দীঘল পেণ্ট থাকে। বৰ ওখ-পাখ মানুহৰ জোখাৰেচোলা পেণ্টবোৰ চিলোৱা নহয়।

মধুসূদন বাবাৰ কাৰণে সহকাৰী কাৰাধ্যক্ষজনৰ নিৰ্দেশ সত্ত্বেও কয়েদীমেট জনে দীঘল পায়জামা বিচাৰি নাপালে। যিটো আটাইতকৈ দীঘল পায়জামা উলিয়ালে বাবাৰ কলাফুললৈকেহে পৰিল। এযোৰ পিন্ধি ল'বলৈ আৰু এযোৰ বাবাৰ হাতত দিলে। লগতে পুৰণা ৰাগ্ দুখন আৰু এলুমিনিয়ামৰ অন্য কয়েদীয়ে ব্যৱহাৰ কৰা কাণমূৰ বেকা হোৱা থালবাতি এযোৰ।

কাৰাগাৰৰ ভিতৰত বাবাৰ মানসিক অৱস্থা আৰু কয়েদীসকলৰ প্ৰতিক্ৰিয়া

অবৰ্ণনীয় হৈ পৰিল। যিবিলাক কয়েদীয়ে বাবাক ভগবানৰ অংশ বিশেষ বুলি ভাবি উচ্চ আসনত উপবিষ্ট কৰিছিল, বাবাক দেখি সিহঁতৰ লগৰে বুলি ভাবি হতবাক হৈ পৰিল। অবাক দৃষ্টিৰে চাই থাকিল। বাবাক প্ৰণাম জনাবনে নজনায়, একো ঠিৰাং কৰিব নোৱাৰিলে। তথাপি দুই এজনে অস্ফুট মাতেৰে নমস্কাৰ জনাই ক'লে— 'বাবা আপুনি'? বাবাৰ কপালত চন্দনৰ ফোট তেতিয়াও আছিল।

মধুসূদন বাবাক অন্য বেৰেকৰ সকলোবোৰ কয়েদীয়ে বেঢ়ি ধৰিলেহি। মুখ্য প্ৰহৰী আৰু আন কেইবাজনো প্ৰহৰীয়ে লাঠিৰে ঠেলি হেঁচুকি আঁতৰাব পৰা নাই। দুই এটাক দুই এচাট দিব লগা হ'ল। হঠাৎ জুমৰ মাজৰ পৰা কোনোবা এটাই চিঞৰিলে— 'ভণ্ড'! বাবাৰ গালে কোনোবাই বজ্ৰশূল এডালহে যেন মাৰি পঠিয়ালে এনে লাগিল। ভিতৰি ভিতৰি তেওঁ বিচলিত হ'ল যদিও বাহিৰত সংযমী হৈয়েই থাকিল। কয়েদীবিলাকক কোনো প্ৰতিক্ৰিয়া নেদেখুৱালে।

... আইনৰ চকুত সাৰিব নোৱাৰা কু-কৰ্ম বিলাক বাবাৰ অন্ধ সমৰ্থক আৰু সুবিধাবাদী এচামৰ বাহিৰে প্ৰায়বোৰ ভক্ত আৰু ওচৰ চুবুৰীয়াই গম পালে। ভক্তি মিশ্ৰিত ভাবত যিবোৰ অপকৰ্ম আৰু বীভৎস আচৰণসমূহ চকুত নপৰে, সেইবোৰ লোকদৃষ্টিত ধৰাই দিবলৈ কেইজনমান ডেকাৰ যৎপৰোনাস্তি চেষ্টাই কৃতকাৰ্যতা লভিছিল। বাবাৰ লাহে লাহে জাগ্ৰত হোৱা দুষ্ট লালসা আৰু অসংযত আকাঙ্খাই নিজৰ অথন্তৰৰ মূল হ'ল।

দয়ানন্দ মহাৰাজ নামৰ এজন সিদ্ধ পুৰুষে বহুত দিনৰ আগতে দৰিকাজান নামৰ এটি জুৰিৰ পাৰত পাতল হাবিয়নি ঠাই এডোখৰত এটি শিৱলিংগ প্ৰতিষ্ঠা কৰি, খেৰ বাঁহ-কাঠেৰে সৰু মন্দিৰ এটা স্থাপন কৰি, পূজা অৰ্চনা কৰিছিল। একমাত্ৰ সৰু তোলনীয়া পুত্ৰক হাতত ধৰি ভিক্ষা পাত্ৰ লৈ প্ৰথমাৱস্থাত খুজি মাগি সামান্য খাই বৈ জীৱন কটাইছিল। দয়ানন্দ মহাৰাজ তন্ত্ৰ সাধকো আছিল। জৰাফুকা কৰি, বনৌষধি দি ওচৰৰ দুই এজন গঞা ৰাইজৰ উপকাৰো সাধিছিল। মহাৰাজৰ মহত্ব, কৰুণা, জনকল্যাণৰ হকে কৰা এনেবোৰ কাৰ্যৰ বাবে লাহে লাহে মানুহৰ সমাগম বৃদ্ধি হ'বলৈ ধৰে। দয়ানন্দ মহাৰাজ আচলতে কোন ঠাইৰ মানুহ, ঘৰবাৰী আছেনে নাই, সংসাৰ ধৰ্ম পালন কৰিছিলেনে নাই, এইবোৰ কথা মানুহৰ আগত প্ৰকাশ কৰা নাছিল। মাথোন ইয়াকে জানিবলৈ দিছিল যে ভাৰতৰ বিভিন্ন তীৰ্থস্থান ভ্ৰমণ কৰি, বিভিন্ন পবিত্ৰ ঠাইত সাধনা কৰি সিদ্ধি লাভ কৰিব পাৰিছিল। পঞ্চানন দিগম্বৰী শিৱে সামাজিকত দিয়া নিৰ্দেশক্ৰমে এই অক্ষয় অব্যয় শিৱলিঙ্গ স্থাপন কৰি, পূজা অৰ্চনা কৰি, সাধ্যমানে ৰাইজৰ উপকাৰ সাধন কৰাৰ প্ৰয়াস কৰিছে। তেওঁৰ তোলনীয়া পুত্ৰৰ নাম মধুসূদন ৰাখিছিল।

মহাৰাজৰ পৰা উপকাৰ পোৱা ধনবান কেইবাজনো ব্যক্তিয়ে লগ লাগি মন্দিৰটো পকাৰে আহল-বহলকৈ সাজি দিয়াই নহয়, মন্দিৰৰ চাৰিওফালৰ কেইবা বিঘা মাটিও মন্দিৰৰ নামত উছৰ্গা কৰি দিছিল। মহাৰাজে মধুসূদনক মন্দিৰৰ কামতে আবদ্ধ নাৰাখি স্কুল-কলেজীয়া শিক্ষাও দিয়ালে। ডেকা অৱস্থাত পুত্ৰ আৰু বহুতো ভক্তক দুখৰ সাগৰত পেলাই দয়ানন্দ মহাৰাজে এদিন ইহলীলা সম্বৰণ কৰিলে।

পুত্ৰই মহাৰাজৰ আসন গ্ৰহণ কৰিলে যদিও তেওঁ মন্দিৰৰ টকা-পইচা আৰু ৰাইজৰ দান বৰঙণিৰে শিৱ মন্দিৰৰ গয়নালৈ মন্দিৰৰ মাটিখিনি থানথিত লগাই আশ্ৰম খুলি পেলালে। তেতিয়াৰে পৰাই দৰিকাজানৰ শিৱ মন্দিৰ দ্বাৰকা আশ্ৰম হ'ল। কণ কণ ল'ৰা-ছোৱালীৰ স্কুল এখন, প্ৰাথমিক চিকিৎসালয় এখন পাতিলে। পুথিভঁড়াল এটি স্থাপন কৰিলে, যাগ যজ্ঞৰ স্থান নিৰ্মাণ কৰিলে। গৰু পুহিলে, ল'ৰা-ছোৱালীৰ বিনোদনৰ কাৰণে মুকলি ঠাই উলিয়াই ফুলজালিও লগালে। নিজ গাঁৱৰ বাদেই, দুৰৈৰ গাঁৱৰ ডেকামখা আহিও মধুসূদন বাবাৰ লগত যোগ দিলে বাবাই সংসাৰ কৰাৰ কথা চিন্তা নকৰি ধৰ্মৰ প্ৰতি মন নিবিষ্ট কৰিলে। ধৰ্ম গ্ৰন্থ সমূহ অধ্যয়ন কৰি ধৰ্ম সম্বন্ধীয় আলোচনা চক্ৰও পাতিলে। বাবাকো ধৰ্মসভা বিলাকলৈ আলোচক হিচাপে নিমন্ত্ৰণ কৰা হ'ল। বাবাৰ ওচৰত কেইবাজনো শিক্ষিত ভকত লগ লাগিলহি। দূৰৈৰ পৰাও মানুহ আহি বাবাৰ ওচৰ চাপিল। বাবাৰ আশ্ৰম সুষমামণ্ডিত হৈ পৰিল।

... কয়েদী মধুসূদন বাবা যেতিয়া নিষ্প্ৰাণভাবে কয়েদীৰ জুমটোৰ পৰা তেওঁক থাকিবলৈ দিয়া ত্ৰিশজনমান কয়েদী থকা বেৰেকটোত সোমাই পৰিলহি, প্ৰহৰীজনে এটা চুকত ঠাই এডোখৰ উলিয়াই, কয়েদী এটাৰ হতুৱাই বিছনা আকাৰৰ পকাৰ ভেটি এটাৰ ওপৰত বাবাৰ বিছনাখন পৰাই দিয়ালে। ভিতৰত থকা বিভিন্ন ভাবৰ ৰহস্যজনক দৃষ্টিক উপেক্ষা কৰি বাবা তাতে বহি পৰিলগৈ।

বাহিৰৰ বাগানৰ চালি এখনৰ পৰা কেঁচু আহি ভিতৰ সোমাইছিলহে মাত্ৰ। জুম বান্ধি বান্ধি বাবাৰ বিষয়ে কথা পাতি থকা কয়েদী বিলাকৰ মাজত কুঁজটো পোনাই থিয় হৈ সি যি শুনিলে, তাৰ মূৰত সৰগ ভাগি পৰা যেন লাগিল। সি চকুৰে ধোঁৱাকোৱা দেখিলে। এই পাপীমখাই কি কয়? সি থিৰেৰে থাকিব নোৱাৰি কাছুটি হেৰুৱাই দৌৰি গৈ বাবা থকা বেৰেকটোত সোমাই যি নিদাৰুণ দৃশ্য দেখিলে তভক মাৰি ক্ষন্তেক ৰ'ল। কিন্তু শোক সম্বৰণ কৰিব নোৱাৰি চিলনীয়ে চোঁচা লোৱাৰ দৰে গৈ বাবাৰ ভৰি দুখনত ধৰি হুৱাওৱাওকৈ কান্দিবলৈ ধৰিলে। কিছু পৰৰ আগতে তিৰ্যকভাৱে উক্‌মুক কৰি থকা কয়েদীবোৰৰো চকু

সেমেকাই পেলালে।

বাবাৰ অভিব্যক্তি প্ৰকাশ নাপালে যদিও নাকৰ পাহি দুটা আৰু ওঁঠযুৰি কঁপি উঠিল। নিশব্দে এধাৰি চকুলো বাবাৰ চৰণ স্পৰ্শ কৰি থকা কেঁচুৰ হাতত পৰিল।

কেঁচুৱে মুখ্য প্ৰহৰীজনক কাকুতি মিনতি কৰি, বাবাৰ ভৰি পথানত এটুকুৰা ঠাইত দীঘল দিবলৈ সি থকা বেৰেকটোৰ পৰা বিছনা আনি পাৰি ল'লে। বাবাৰ প্ৰতি আনৰ অন্তৰত যিয়েই ভাবনা নাথাকক লাগিলে— কেঁচুৰ অন্তৰত বাবাৰ প্ৰতি পূৰ্বৰ ভক্তি ভাবেই নিৰ্গত হৈ থাকিল।

দ্বাৰকাশ্ৰমত মধুসূদন বাবাৰ সপোনৰ বাস্তৱ ৰূপায়ণ ঘটিবলৈ ধৰিছিল। পিতৃদেৱ দয়ানন্দ মহাৰাজাৰ শুভাশিস যেন আশ্ৰমৰ সকলোতে বিয়পি আছে।

কিন্তু আশ্ৰমত কেৰোণ সোমাবলৈ ধৰিলে। যিমানেই আশ্ৰমত ডাঙৰ ডাঙৰ মানুহৰ সমাগম হ'বলৈ ধৰিলে, টকা-পইচা উভৈনদী হ'বলৈ ধৰিলে, তলে তলে কলুষ কালিমাই ভৰি পৰিল। ধৰ্মৰ আঁৰ লৈ এক শ্ৰেণীৰ দুৰ্বৃত্তই খোপনি পুতিলে। বহুতদিনলৈ বাবাই উমানেই নেপালে। আশ্ৰমৰ সং নিস্বাৰ্থবান ডেকা কেইজনমানৰ চকু খোল খালে। সিহঁতৰ লগত ইটো চামৰ কথা-বতৰা, কাৰ্য কলাপৰ সংঘৰ্ষ হ'বলৈ ধৰিলে। মধুসূদন বাবাৰো দৃষ্টিগোচৰ নোহোৱাকৈ নাথাকিল। ইতিমধ্যে তেওঁ কুচক্ৰটোৰ জালত সোমাই পৰিছিল। এই সকলে আশ্ৰমলৈ অভাৱনীয় দানৰ টোপোলা আগবঢ়াই থৈছিল। এফালে তেওঁৰ সততা, নিষ্ঠা, ধৰ্ম সাধনা, পিতৃৰ দীক্ষা, ভক্তৰ প্ৰেম অন্য হাতেদি গুপ্তভাবে আশ্ৰমত ঘটিবলৈ ধৰা অন্যায় অধচ কাৰ্যকলাপ য'ত তেওঁ নিদিওঁ বুলিও ভৰি দি ক্ৰমান্বয়ে আগুৱাই গৈ আছে। তেওঁ ন্যায়ৰ প্ৰতিমূৰ্ত্তি হ'বনে অন্যায়ৰ দাসত্ব শিৰ পাতি ল'ব?

শালীনতাৰূপী শিষ্টাচাৰৰ পৰ্দাৰ আঁৰত নচুৱাই থকা ৰথী মহাৰথীৰ তেওঁ দেখোন হাতৰ পুতলা স্বৰূপ হৈ পৰিছে। তেওঁ জ্ঞানহীন, চেতনা বিহীন হৈ পৰাই নহয়, আশ্ৰম থাকিও নিৰাশ্ৰয়, নিৰুপায় হৈ পৰিছে। তত্বজ্ঞানৰ ব্যাখ্যা দিওঁতে আজিকালি তেওঁৰ কণ্ঠত কপনি উঠে কিয়? তেওঁ দুৰ্বল অসহায় হৈ ক্ৰমান্বয়ে কু-প্ৰবৃত্তিৰ ওচৰত সকলো শক্তিৰ বিলুপ্তি ঘটিছে কিয়?

নাই, দয়ানন্দ মহাৰাজৰ পুত্ৰ আজি সিংহ পুৰুষ নহয়। অমঙ্গলময় আশ্ৰমৰ পৰিৱেশত ভণ্ডদলক আশ্ৰয় দিয়া পৰাকী মাথোন। বাবাৰ পূৰ্বৰ বন্ধু-বান্ধৱ আঁতৰি গ'ল যদিও সিহঁতে আশ্ৰমৰ পবিত্ৰতা ৰক্ষা কৰিবলৈ, দোষীক ধৰিবলৈ চেষ্টা

কৰি থাকিল। হঠাতে এদিন পুলিচে অনুসন্ধান চলোৱাত মূল মন্দিৰৰ বাহিৰেও আশ্ৰমৰ কেইবাঠাইতো বহুতো বে-আইনী বস্তু ওলাই পৰিল। পুলিচে সকলো বস্তু জব্দ কৰিলে। অন্যায়ক প্ৰশ্ৰয় দি বাবা নিজে জেল হাজোতলৈ গ'ল যদিও মূল দোষীৰ চিনাক্তকৰণ থাকি গ'ল। তেওঁলোকৰ চেষ্টাতে অৱশ্যে বাবাই জামিনত শীঘ্ৰেই ওলাই যাব পাৰিলে।

আধা শতাব্দী পাৰ কৰা বাবাৰ যি সংসাৰ ধৰ্মৰ প্ৰতি বৈৰাগ্যৰ ভাব আহিছিল, সেইজন সংযমী পুৰুষৰ ইমান ভীৰুতা কিয়? কেৱল কু-চক্ৰটোৰ প্ৰতিয়েইনে? নহয়। তেওঁ দিনে দিনে দুৰ্বল হৈ পৰিছিল মানসিক দুৰ্বলতাতহে। মনৰ মাজত তেওঁৰ অগ্ন্যুৎপাত ঘটিছিল। জীৱনৰ তাগিদাই অন্য এফালে টানি নি সংযমী মন শিথিল কৰি পেলাইছিল।

হত্যা, ধৰ্ষণ, ব্যাভিচাৰ, দুৰ্নীতি, অনাচাৰ, পশুত্বৰ বিৰুদ্ধে সজ উপদেশ দিয়া বাবাৰ জীৱনৰ প্ৰয়োজনীয়তাক অগ্ৰাহ্য কৰিব নোৱাৰি, পাপ পূণ্যক অগ্ৰাধিকাৰ দিব নোৱাৰি শেষত তেওঁৰ সংযমৰ পতন ঘটিছিল। স্খলন হৈছিল।... মুগা বৰণীয়া এযুৰি চকুৰ গৰাকী, অংগ ভংগীৰে বাবাক ভক্তি জনোৱা, মন্দিৰ পৰিষ্কাৰ পৰিচ্ছন্ন কৰা বোবা ছোৱালীজনীয়ে বাবাৰ অন্তঃস্থলত খলকনি তুলিলে। সু-পুৰুষ মধুসূদন বাবা নিম্নস্তৰৰ মানুহৰ শাৰীলৈ খহি পৰিল।.. ঋষি পুত্ৰ শ্বেতকেতুৰ সমাজ ব্যৱস্থাৰ লঙিঘব নোৱাৰা দাৰ্শনিক স্থিতিৰ ওপৰত বাবাৰ বিৰূপ ধাৰণা প্ৰকট হ'ল।

... কয়েদী জীৱনৰ প্ৰথম নিশা বাবাই খুদকণ এটিও মুখত নিদিলে, মুখেৰে এটি শব্দও উচ্চাৰণ নকৰিলে। বাবাৰ চকুৰ ভাষা যেন কেঁচুৱে বুজি পায়। সি কৰযোৰে সকলোকে ক'লে—

ঃ বাবাক কোনেও আমনি নকৰিবি। বাবাই মৌন ব্ৰত ধৰিছে!

## (৩)

সশ্ৰম কাৰাদণ্ডৰে দণ্ডিত মধুসূদন বাবাই কাৰাগাৰত কি কাম কৰিব?

বিচাৰত আচামী বিলাকৰ যেতিয়া সশ্ৰম কাৰাদণ্ড হৈ কাৰাগাৰৰ ভিতৰ সোমায়হি, মুখ্য প্ৰহৰীজনে কয়েদী শাখাৰ সহকাৰী জেইলাৰজনৰ সৈতে আলচ কৰি অৰ্থাৎ কয়েদী সকলৰ ম্যাদ কিমানদিনীয়া, চাইচিতি কামত নিয়োগ কৰে। কাৰণ পিছদিনা পুৱাৰে পৰাই কয়েদীজনৰ খাটনি আৰম্ভ হয়। কয়েদীসকলক

বহি গুৰাই কাৰাগাৰৰ ভাত খুউৱাৰ নিয়ম নাই।

বিনা টিকটত ৰেলত ভ্ৰমণ কৰা, পকেট মৰা, সৰু সুৰা চুৰি কেছত অহা, 'ফ'ৰ-টুৱেন্টি' ধাৰাত কাৰাবাস হোৱা— কয়েদীসকলৰ কাৰাবাস কমদিনীয়া হোৱাৰ কাৰণে তেওঁলোকক কষ্টকৰ কামবোৰ কৰিবলৈ দিয়া হয়। হত্যাকাণ্ড গোচৰত অহা কয়েদীৰ ম্যাদ দীৰ্ঘদিনীয়া গতিকে তেওঁলোকক খেতিবাতি, কাৰাগাৰৰ সৰু সুৰা বিভিন্ন শিল্প কৰ্মত নিয়োগ কৰা হয়।

অৱশ্যে কয়েদীসকলৰ দৈনিক মজুৰি আজিকালি বৃদ্ধি কৰা হৈছে। বৃটিছৰ দিনত কাৰাগাৰত আবদ্ধ হৈ থকা ৰাজনৈতিক বন্দীসকলৰ শ্ৰমৰ আন এটা নাম আছিল কঠোৰ শাস্তি। শ্ৰমৰ নামত এই কঠোৰ শাস্তিয়ে কয়েদীসকলৰ জীৱন বিপন্ন কৰি তুলিছিল। সামান্য খাদ্য আৰু কঠোৰ পৰিশ্ৰমত তেওঁলোক পংগু হৈ পৰিছিল। বহুতৰে বুকুৰ কামিহাড় লেখিব পৰা হয়গৈ। প্ৰায় কেইখন বৃহৎ কাৰাগাৰৰে ঘানী ঘৰ, ঢেঁকীশালৰ চিন আদিয়ে এতিয়াও এই কথাৰ সাক্ষ্য বহন কৰি আছে।

কাৰাগাৰৰ যথেষ্ট পৰিবৰ্তন হৈছে। আগৰ কয়েদীসকলৰ শ্ৰমৰ সামান্য ভাট্টা বৃদ্ধি কৰা হৈছে। কাৰাগাৰত 'ৰিফৰ্ম্ কমিশ্যন'ৰ ফলপ্ৰসূৰূপে কাৰ্যকৰি কৰি কয়েদীসকলৰ অৰ্থাৎ মতা মাইকী উভয়ৰে দৈনিক ভাট্টা তিনি টকাৰ পৰা ছয় টকালৈ বৃদ্ধি কৰা হৈছে। আনকি কাৰাগাৰৰ চিকিৎসালয়, কাৰ্যালয়ত থিয়দণ্ডা দি ইটো সিটো পাতল কাম কৰা কয়েদী মেট কেইটাৰো মজুৰি ছয় টকা হৈছেগৈ। কয়েদীসকলৰ নামত বেংকত এই টকা জমা হৈ থাকে। কাৰাগাৰত থকাৰ মাজতে যদি কোনোবা কয়েদীৰ পৰিয়ালত বিপদ-আপদ হয়, ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে আৱশ্যক হ'লে তেওঁলোকৰ আৰ্জিত ধনৰ এটা অংশ ঘৰলৈ পঠিওৱাৰো ব্যৱস্থা কৰা হৈছে। সুতেমূলে সমুদায় বাকী ধন কাৰাগাৰৰ পৰা কয়েদীজন খালাচ হ'বৰ সময়ত লৈ যায়। মাথোন মহেন্দ্ৰ নগৰ মুকলি কাৰাগাৰতহে নিয়ম কানুন সুকীয়া। তাত উৎপাদিত সামগ্ৰীৰ লাভাংশৰ চাৰিভাগৰ তিনিভাগ চৰকাৰলৈ যায়, এভাগ কয়েদী সকলে পায়।

ধৰ্মপ্ৰাণ মধুসূদন বাবাই অধৰ্ম কৰি শাস্তি প্ৰাপ্ত হৈ সশ্ৰম কাৰাদণ্ড ভোগ কৰিলে। তেওঁ শিক্ষিত আৰু জ্ঞানী লোক। পাপৰ প্ৰায়শ্চিত্ত ভোগ কৰাৰ মনোবল তেওঁৰ নথকা নহয়। এটা দিন সম্পূৰ্ণ নিৰবে, বিনা আহাৰে থম্‌থম্ মদন গোপাল হৈ বহি থাকিল। কেঁচুৰ কাতৰ আকৃতি, পৰিচৰ্যা গ্ৰহণ নকৰিলে। সেই দিনটো মৌনব্ৰত ধৰিলে সঁচা, কিন্তু মনৰ সংযম হেৰুৱাই নেপেলালে। তেওঁ বিচলিত নহৈ স্থিৰতা আনিবলৈ আপ্ৰাণ চেষ্টা কৰিলে। পিছদিনা পুৱাই নিত্য কৰ্ম কৰি

বহুপৰ ভগবানৰ অৰ্চনা কৰিলে। কক্ষৰ ভিতৰৰ সকলো কয়েদীৰে পৰিচয় ল'লে।

পুৱা প্ৰহৰীয়ে গণ্টি কৰি উঠাৰ পিছত বাবাই নিজে আগবাঢ়ি গৈ সুধিলে— জেলত কৰিব লগীয়া তেওঁৰ কাম কি? প্ৰহৰীয়ে ওলোটাই তেওঁকেই সুধিলে— কি কাম কৰিবলৈ তেওঁ বিচাৰে? মধুসূদন বাবাই সকলো কাম কৰিবলৈ প্ৰস্তুত বুলি জনোৱাত, কাৰাধ্যক্ষ আহি ঠিক কৰি দিলে যে বাবাই কাৰাগাৰৰ ভিতৰৰ মুকলি ঠাইত থকা খেতি বাতিখিনি আৰু বেৰেকৰ সম্মুখৰ ভাগত থকা ফুলবিলাক তদাৰক কৰিব। বাবা ৰাৰীত সোমালে।

এদিন কাৰাগাৰত মধুসূদন বাবাক সাক্ষাৎ কৰিবলৈ দ্বাৰকাশ্ৰমৰ কেইজনমান ডেকা আহি ওলাল। সেইকেইজন ডেকাৰ দ্বাৰকাশ্ৰম স্থাপন কৰাত বিশেষ অৰিহণা আছিল। ক্ৰমান্বয়ে আশ্ৰমৰ অধিকাৰিত্ব বাবাৰ লগতে বিত্তবান, প্ৰভাৱশালী অন্য লোকৰ হাতলৈ যোৱাত সেই ডেকাকেইজন স্থানচ্যুত হয়, বাবাৰ লগত মতানৈক্য ঘটে। কিন্তু ডেকাকেইজনে নিঃস্বাৰ্থ আৰু মোহ-শূন্যতাৰে আশ্ৰমৰ কামত বাবাৰ লগত খাটিছিল। সিহঁতৰ তৎপৰতাৰ ফলত আশ্ৰমত গুপ্তভাৱে সংঘটিত হৈ থকা অন্যায়-অনাচাৰৰ সমাপ্তি ঘটাবলৈ সফল হৈছিল। আশ্ৰমৰ পবিত্ৰতা আৰু উন্নতিৰ প্ৰতিবন্ধক স্বৰূপ কুচক্ৰটোৰ কিন্তু কোনোৱেই আইনত বান্ধ নাখালে।

ডেকাকেইজনে প্ৰকৃততেই বাবাক ভাল পাইছিল আৰু ভক্তিও কৰিছিল। বাবা কাৰাগাৰলৈ অহাৰ পিছত তেওঁলোকৰ প্ৰচেষ্টাত আৰু গএগ ৰাইজৰ সহযোগত আশ্ৰমৰ এখন পৰিচালনা আৰু উন্নয়ন সমিতি গঠন কৰে, ফলত আশ্ৰমৰ কাম পূৰ্বৰ দৰেই সুচাৰুৰূপে চলি থাকিল।

মধুসূদন বাবাৰ লগত তেওঁলোকৰ আন্তৰিক ভাবৰ, কথা-বতৰাৰ আদান প্ৰদান হ'ল। বাবাই ডেকাকেইজনৰ ওচৰত প্ৰকাশ্যে ক্ষমা বিচাৰিলে। কাৰাগাৰত আৱদ্ধ হৈ থকাৰ কালছোৱাত তেওঁলোকেই আশ্ৰমৰ কামকাজ চলাই থাকিব আৰু বাবা কাৰামুক্ত হৈ ওলাই প'লেই তেওঁক পূৰ্বৰ দৰে প্ৰতিষ্ঠা কৰি আশ্ৰম সঁপি দিব, মাজে মাজে আহি বাবাৰ লগত যোগাযোগ ৰাখিব।

সেইদিনা ওৰেটো নিশা বাবাৰ চকুলৈ নিদ্ৰা নাহিল। ডেকাকেইজনৰ মহানুভৱতাৰ কথা সুঁৱৰি লজ্জিত হ'ল। ক'ত ধৰ্মাৱৰণেৰে আশ্ৰয়দাতা তেওঁ— ক'ত তেওঁৰ সহযোগী ভক্তগণ!

সাতবছৰ কাৰাবাস খাটি তেওঁ কাৰাগাৰৰ পৰা ওলাই যাব চিকেই, কিন্তু আগৰ প্ৰাণ-প্ৰাচুৰ্য, কৰ্ম-[illegible] প্ৰেৰণা পাব জানো? [illegible] নামৰ বোকা-[illegible]

ছোৱালীজনীৰ আত্মাই আশ্ৰমৰ চৌপাশে বিচৰণ কৰি নাথাকিব জানো?

কন্দীশালখন বিভিন্ন ঠাইৰ বিচিত্ৰ অপৰাধীসকলৰ বাসস্থান। গতিকে তেওঁলোকৰ স্বভাৱো বিচিত্ৰ ধৰণৰ। অপৰাধী হিচাপে চিহ্নিত হোৱাৰ পিছত ডাকৰুৱা ডাঙৰ কক্ষটোৰ ভিতৰত একেলগে থাকি মধুসূদন বাবাই খুব অস্বস্তি অনুভৱ কৰিছিল। লাওপানী-মদ খোৱা অভ্যাস থকা কেইবাটাও নতুনকৈ অহা কয়েদীয়ে ইচাটি-বিচাটিখন কৰি কটায়, দোভাগ নিশালৈকে সিহঁতৰ টোপনি নাহে। কেইটামানে দিনৰ দিনটো কৰা শ্ৰমৰ অন্তত শোৱাপাটীত পৰাৰ লগে লগেই জগা কাঠৰ দৰে পৰি থাকে। কেইটামানে নিজৰ পৰিয়ালক লৈ চিন্তা অবস্থাত এৰি হা-হুমুনিয়াহ কাঢ়ি নিটাল মাৰে। লাহে লাহে মধুসূদন বাবায়ো পৰিবেশৰ লগত নিজকে খাপ খুৱাই ল'লে যদিও নিশা ভালেমান পৰলৈকে তেওঁৰ দুচকু জাপ নাখায়। মানসিক কন্দলত জুৰুলা হয়।

দিনটো কাৰাগাৰৰ ভিতৰৰ বাগানত কাম কৰি কক্ষলৈ আহি তেওঁ গ্ৰন্থ এখন প্ৰণয়ন কৰাৰ কথা চিন্তা কৰি লেখিবলৈ ল'লে। কিন্তু তেওঁ জানো লিখো বুলিলেই লেখিব পাৰিব? পূৰ্বৰ দৰে ভাবৰ খলখলনিত ব্যাঘাত জন্মে। তেওঁৰ ঐকান্তিক অনুশীলন-চৰ্চাৰ, গগণমণ্ডল ব্যাপি থকা উন্মুক্ত মনটো যেন ক্ষীণকায়, দুৰ্বল হৈ এটি বৃত্তৰ মাজত অনিহাৰে সমাপ্তি ঘটে।

বাবাৰ মনলৈ বাৰেপতি কাৰ চাপি আহে সেই নিকৰুণ দৃশ্য। খুঁৰলি-কুঁৰলি আৱৰণত তেওঁৰ মনটো ৰিক্তশূন্য হৈ পৰে। বৰণীৰ উঁৰি এডাল তল যোৱা ডোবা এটিৰ পৰা তুলি অনা হৈছিল নিমাতী নিৰ্জীৱ ছোৱালীটিক। তাইতো আপোন-ঘাতী হোৱা নাছিল। তাইক দুষ্কৃতিকাৰীয়ে হত্যা কৰি পেলাই থৈছিল। পাপাচাৰৰ বলি হ'ল তাই। জীৱন্ত কালৰ মুগাবৰণীয়া চকুৰ বোৱা-আঁকৰী গাভৰু জনীৰ মুখখন! তাইৰ প্ৰাণহীন মুখত প্ৰশান্ত ভাব তেতিয়াও প্ৰকট হৈ আছিলেনে নাই বা বিকৃত কুৎচিত চেহেৰাই প্ৰকাশ হৈছিল বাবাৰ মনত নাই। তাইৰ মৃতদেহটো উদ্ধাৰ হোৱাৰ পিছত নিশ্চল দেহাটো চকু তুলি চাবলৈ বাবাৰ শক্তি নাছিল। আবিয়ে গাভৰু ছোৱালীটিৰ অস্বাভাৱিক মৃত্যুৰ ছবিখন তেওঁ নিজেই নিজৰ মানস পটত আঁকি সিঁয়ৰি উঠিছিল। সংযম শক্তিৰ অধিকাৰীত্ব হেৰুৱাই ভোগলিপ্সাত তেওঁ মনৰ মহত্ব লোপ পোৱাৰ কাৰণেই কেৱল ছোৱালীটিয়েই নহয়, তাইৰ পেটত থকা আৰু এটি জীৱৰো মৃত্যু হৈছিল। এই হত্যাকাণ্ড বাবাৰ অজ্ঞাতেই হৈছিল।

বাৰকাশ্ৰমত মধুসূদন বাবাৰ যেতিয়া জয় জয় ময় ময় অৱস্থা, তেতিয়া তেওঁৰ চৌপাশ আৱৰি আছিল কু- মনোভাৱেৰে আক্ৰান্ত ভক্তৰ মাজত বহুকেইজন

ব্যক্তি। তেওঁলোকৰ প্ৰভাৱত গৰাকীৰ মনো কলুষিত হৈ পৰিছিল। হিতৰ বিপৰীতে অহিত সকলো কাম সম্পাদিত হৈছিল। পুণ্যৰ লগত পাপৰ যুঁজবাগৰ চলিছিল। আশ্ৰম ৰহস্যময় হৈ পুণ্যৰ পতন ঘটিছিল।

শিৱথানৰ উদ্ভাৱনৰ দিন ধৰি সোণাই পাচনি নামৰ এজন দৰিদ্ৰ ভক্তই থানৰ চোৱাচিতা, চাফচিকুণ কৰাৰ কাম কৰিছিল। তেওঁলোকৰ একেজনী মাত্ৰ কন্যা সন্তান আছিল। নামটো জবা। জবাই সৰুৰে পৰাই বাপেকৰ লগে লগে মন্দিৰৰ কাম কাজ কৰিছিল। তাই মন্দিৰকেই নিজৰ ঘৰ বুলি ভাবিছিল। দয়ানন্দ মহাৰাজে জবা আৰু বাপেকক বৰ স্নেহৰ চকুৰে চাইছিল। ইতিমধ্যে মহাৰাজে এই পৃথিৱীৰ পৰা বিদায় মাগিছিল, তেওঁৰ জীৱিত কালত মন্দিৰৰ প্ৰাঙ্গণত এনে অশোভনীয় কাৰ্য সংঘটিত হ'বলৈ নেপালেহেঁতেন।

আঁকৰী বোবা জবাও এদিন গাভৰু হৈছিল। তাইৰ দেহলৈ সমাগত হোৱা এই আকৰ্ষণীয় পূৰ্ণতাক কোনেও লক্ষ্য কৰা নাছিল। তাইক সকলোৱে মৰমৰ দৃষ্টিৰে পুতৌহে কৰিছিল।

ৰবাব-নেমু টেঙাৰ ফুলৰ মহ্‌মহীয়া গোন্ধৰ এদিন ভৰদুপৰীয়া কিবা সংক্ৰান্তত মধুসূদন বাবাই জুৰিটোৰ ফাললৈ যাওঁতে দেখিলে— দূৰৈত এগৰাকী ষোড়শীয়ে জুৰিটোৰ পৰা কলহত পানী ভৰাই আছে। কাল সন্ধ্যা, ভৰ-দুপৰীয়া এই ক্ষণবোৰ ভাল নহয়। তাতে গাভৰু ছোৱালী এই পৰত অকলশৰে? বাবাই নাভাবিও ভাবি ক্ষন্তেক বৈ স্ব-স্থানলৈ গতি কৰিলে। কিছুদূৰ যোৱাৰ পিছত তিতা কাপোৰেৰে খুপি খুপি আহি থকা ছোৱালীটিৰ পিনে ঘূৰি চাই দেখে জবা! বাবাই তাইক দেখি আচৰিত হৈ ক'লে—

ঃ এই পৰত তই অকলশৰে ইয়ালৈ কিয় আহিছ? যা ঘৰলৈ যা।

জবাই কাষৰ কলহটো মাটিত থৈ বাবাক সেৱা কৰিলে আৰু অংগ-ভংগীৰে কিবা দেখুৱালে, কিবা ক'লে। বাবাই বুজিলে ঘৰত পানী নোহোৱা হোৱাত তাই লৰালৰিকৈ পানী নিবলৈ আহিছে।

বাবাই থমথোকেৰে আগবাঢ়ি এবাৰ জবালৈ উভতি চালে। এইজনী সোণাই পাচনিৰ আঁকৰী জীয়েকজনীয়েইনে? তাইৰ দেহত ইমান সৌন্দৰ্য লুকাই আছেনে? মুখমণ্ডলৰ অস্বাভাৱিক [illegible] অভাৱনীয় সৰলতাৰ মাজত ইমান কমনীয়তা আছেনে? তাইৰ মুগাবৰণীয়া চকুযুৰিৰ কাৰুণ্যৰ লগত গভীৰ আবেগ, আকৰ্ষণে লেখোন জলমলাই থাকে।

ছিঃ। বাবাই চিন্তা ভাৱনা জোকাৰি কোনেৰে আঁতৰি গৈছিল।

কিন্তু সেই দিনাৰ পৰা ব্ৰহ্মচৰ্য পালনকাৰী মধুসূদন বাবাৰ কি হ'ল? প্ৰৌঢ়তাৰ ফালে গতি কৰা তেওঁৰ দেহমনত অজান খেলিমেলি ভাবে দোলা দি ফুৰিবলৈ ধৰিলে। মনৰ প্ৰশান্তি লোপ পালে।

শয্যাশায়ী পিতৃৰ কৰ্মভাৰ জবাই লৈছিল। ঢলপুৱাতে বাবাই মন্দিৰ সোমোৱাৰ আগতে আৰু সন্ধ্যা তায়েই মন্দিৰ চাফ চিকুণৰ কাম সমাধা কৰিছিল। তাই অশুচি হোৱা কেইদিনতহে বেলেগে এই কাম কৰিছিল।

সেইদিনা নিমাওঁমাওঁ জুৰিব পাৰৰ নিৰ্জনতাত জবাক মধুসূদন বাবাই নতুনকৈ আবিষ্কাৰ কৰাৰ পিছত জবাৰ সন্মুখত ভেটা ভেটি হোৱাৰ ভয়ত আঁতৰি ফুৰিছিল। কিন্তু পাৰিলে জানো? কি সাংঘাতিক আকৰ্ষণ তাইৰ?

এবাৰ আশ্ৰমত কেইবাদিনলৈকে ত্ৰি-সন্ধ্যা নাম-প্ৰসঙ্গ চলিছিল। জবাৰ কাম বাঢ়িছিল। কৰ্মৰত অৱস্থাত থকা জবাক মধুসূদন বাবাই নেচাওঁ বুলিও বাৰেপতি লক্ষ্য কৰিছিল। জীৱন্ত প্ৰতিমা যেন লাগিছিল তাইক।.... বাবাই এদিন তাইক নিজৰ গৃহলৈ মাতি লৈ গ'ল।

প্ৰকৃতি পুৰুষৰ সন্মিলিত সুখানুভূতিতেই সৃষ্টি। মধুসূদন বাবাই প্ৰকৃতিৰ এই নিয়ম উলঙ্ঘা কৰিব বা ইন্দ্ৰিয় বৃত্তিক নিয়ন্ত্ৰিত কৰিব নোৱাৰিলে।

মন্দিৰত ব্যৱহৃত অপৰাজিতা, ধতুৰা, চম্পা আদি পুষ্প, কোষা-অৰ্ঘা আদি পূজা অৰ্চনা কৰা বস্তু বা উপকৰণসমূহে প্ৰকাশ্য বা অপ্ৰকাশ্যভাৱে কিহৰ ইংগিত বহন কৰে?

মধুসূদন বাবা ভাবপ্ৰৱণ মানুহ আৰু তেওঁ বহুমুখী পুৰুষৰ দৰে নহয়ও। সাধাৰণ মানুহৰ অবদমন বা অতৃপ্তিৰ অৱকাশ বাবাৰ ক্ষেত্ৰত নাখাটে। তেওঁৰ অন্তৰ্মুখী নিৰ্মল মন বিকৃত শক্তিপৰায়ণ হৈ পৰিল। তেওঁৰ সংযমৰ বান্ধ শিথিল হৈ আহি ব্যভিচাৰৰ স্পৃহা বৃদ্ধি পালে। লগে লগে তাৰ নিশন্দ তাড়নাই সামাজিক, মানসিক জীৱন ওলট-পালট কৰিবলৈকো কুণ্ঠাবোধ নকৰিলে।

... অদম্য ছোৱালীটিৰ চকুৰ কাজল নিগৰি বোৱা চকুলোধাৰত বেদনা নে আনন্দৰ অনুভূতি নিগৰিছিল, বাবাই বুজিবলৈ যত্ন কৰা নাছিল। তৃপ্তি সাধনৰ প্ৰতিবন্ধকতাবিহীন সপোনৰ বাস্তৱ ৰূপায়ণ ঘটিছিল। তাইৰ হাতত থকা চন্দ্ৰকান্তি ফুলৰ কুঁকিটো উফৰি চিটিকি পৰা ফুলবোৰ মধুসূদন বাবাৰ কৰ্ম বিপাকৰ কালিমাৰে মলিন হৈ পৰিছিল।

জবাই শেহতীয়া বাবাৰ ওচৰত নিজকে সঁপি দিছিল। বাবাৰ সেই সময়ত মনত নাছিল— বেজাইনী কাম কৰি এবাৰ তেওঁ জেল হাজোতত থাকি কাৰাবৰণ

কৰিছিল। জবাই প্ৰতিদিনেই বাবাক আকাৰে ইংগিতে বুজাবলৈ যত্ন কৰিছিল— এইয়া দোৰ্ঘোৰ অন্যায়।

দোৰ্ঘোৰ অন্যায় লোকচক্ষুৰ আঁৰবেৰত নাথাকিল। তাই অন্তঃসত্ত্বা হ'ল। দ্বাৰকাশ্ৰমৰ আকাশ বতাহ কালিমাৰে আবৰি ধৰিলে। এদিন আশ্ৰমত বাইজ গোট খালে। জবাক মাতি আনি সুধিলে— দোষী কোন? সমাজত ভ্ৰষ্টা নাৰীৰ স্থান নাই। জবা নিৰ্বিকাৰ হৈ থাকিল যদিও মানুহৰ গালি-গালাজ, প্ৰশ্নৰ বাণত অৱশেষত বাবাই যে দোষী দেখুৱাই দিলে। বাবাৰ গালে চেতনা আহিল। তেওঁ অস্বীকাৰ নকৰিলে। জবাৰ পাণিগ্ৰহণ কৰিবলৈ সন্মত হ'ল।

... এদিন বাইজে মৃত জবাক পানীৰ পৰা উদ্ধাৰ কৰিলে। প্ৰথম অৱস্থাত মানুহে ভবাৰ দৰে আচলতে তাই আত্মঘাতী হোৱা নাছিল। বাবাৰ কু-কৰ্মৰ সহচৰী কোনোবাই গুণ্ডা লগাই ফুচুলাই তাইক নিৰ্জন ঠাইলৈ মাতি নি ডিঙি চেপি হত্যা কৰি ডোবা এটাত পেলাই থলে। কাৰণ তেওঁলোকে ভাবিছিল— বাবাৰ ডিঙিত ছোৱালীজনী সাঙোৰ খালে বা বাবাই সংসাৰ ধৰ্ম পালন কৰিলে বাবাৰ মন দুৰ্বল হৈ পৰিব, ফলত তেওঁলোকৰ প্ৰতিপত্তি আগৰ দৰে নাথাকিব।

মধুসূদন বাবাই বৰ আঘাত পালে। আশ্ৰমত তেওঁ কৰি অহা সকলো দোষ স্বীকাৰ কৰিলে। বাইজৰ তৎপৰতাত কুচক্ৰটোৰ সকলো ব্যক্তিয়েই ফৰিং ছিটিকা দিলে। হত্যাকাৰীও পলাল। বিচাৰত বাবাকো দোষী সাব্যস্ত কৰা হ'ল। বাবাৰ সাত বছৰ কাৰাবাস হ'ল।

অপযশ, দুৰ্নাম আৰ্জি বাবাই কাৰাগাৰত পাপৰ প্ৰায়শ্চিত্ত কৰিছেহি। তেওঁৰ এই অখ্যাতি জীৱনকালত লোপ পাবনে? দ্বাৰকাশ্ৰমৰ পৰা অহা ডেকা-কেইজনৰ সন্মানজনক অভয় কথাবোৰে তেওঁৰ অন্তৰলৈ জাঁহেচিয়া বৰণৰ আভা আনিছিল যদিও ক্ষন্তেকতে গভীৰ হতাশাই আগুৰি ধৰে। পেটত তেওঁৰেই সন্তান লৈ মৃত্যুবৰণ কৰা মৃগনয়নীয়া চকুৰ অঁকৰা বোবা ছোৱালীজনীৰ আত্মাই জানো তেওঁক ক্ষমা কৰিব?

কাৰাগাৰৰ ভিতৰত তেওঁ প্ৰকৃতিস্থ হৈ যিমানেই নাথাকক, কাৰাবাসৰ অন্ত পেলাই আশ্ৰমলৈ গৈ যিমান সৎ মহৎ কামেই নকৰক— মহাপাপী ব্ৰাহ্মণ অজামিলৰ দৰেই যন্ত্ৰণা ভোগ নকৰিব জানো? ☐☐

# আত্মৰক্ষাৰ বাবে চয়নিকাই শাহুৱেকক হত্যা কৰিছিল...



... 'The object of punishment is to make an offender good'— প্লেটোৱে কৈছিল, কথাষাৰ প্ৰকৃত অৰ্থত সঁচা যদিও অন্য হাতেদি ক'বলৈ গ'লে মানুহে অপৰাধ কৰিলে শাস্তি দিয়াটোৱেই আমাৰ প্ৰধান বা একমাত্ৰ লক্ষ্য নহয়। লক্ষ্য বা মূল উদ্দেশ্য হ'ল— শাৰীৰিক বা মানসিক ভাবে অপৰাধীজনক চিকিৎসা কৰি তাৰ হিতাৰ্থে পুনৰ আনি সমাজৰ মূল সুঁতিলৈ প্ৰত্যাৱৰ্তন কৰোৱা।

তাৰ কাৰণেই অপৰাধীক ৰাখিবৰ কাৰণে জেলৰ ব্যৱস্থা আছে। অনুশৰি-

আত্মৰক্ষাৰ বাবে চয়নিকাই শাহুয়েকক হত্যা কৰিছিল..

জে[illegible]ই কয়েদীসকলৰ কাৰণে এখন স্কুলৰ দৰে। তেওঁলোকে কৰা ভুল যাতে [illegible]ত থাকোতে শুধৰাবলৈ সুযোগ পায় তাৰ বাবে জেলত সু-ব্যৱস্থাৰ আৱশ্য[illegible] আহি পৰে। কাৰণ পৰিয়াল তথা সমাজৰ পৰা দীৰ্ঘদিনীয়াকৈ আঁতৰত থাকি [illegible]মানিত দগ্ধ হৈ জেলৰ পৰা ওলাই গৈ যাতে পুনৰ সমাজ বিৰোধী কামত [illegible] নহয়, তাৰ বাবে মনৰ স্থিৰতা আহৰণ কৰিবলৈ সক্ষম হয়। আমি যিহেতু মানুহ, সৃষ্টিৰ ভিতৰত শ্ৰেষ্ঠ জীৱ, আৰু আমাৰ সহজাত প্ৰবৃত্তি আন আন জীৱজন্তুৰ দৰে প্ৰতিশোধমূলক নহয়, গতিকে কাৰাবাসৰ জৰিয়তে আচামীসকলক মনৰ দৃঢ়তাৰে আৰু আত্মশোচনাৰে সৎ মনোবৃত্তি ঘূৰাই আনি স্বাভাৱিক জীৱন যাপন কৰিবলৈ প্ৰচেষ্টা কৰোৱা হয়।

.... ডিব্ৰুগড় ইউনিভাৰ্চিটিত পঢ়ি থকা খলিহামাৰিৰ গাৰ্লছ্ হোষ্টেলৰ ছ'চিঅ'লজি ডিপাৰ্টমেণ্টৰ ফাইনেল য়েৰৰ বিনীতা নামৰ এগৰাকী ছাত্ৰী আহি এবাৰ যোৰহাট জেলৰ কেইজনীমান মহিলা কয়েদী আৰু বিচাৰাধীন কৈয়েদীৰ সাক্ষাৎ লৈছিল। মই তাইক যিমান পাৰো সহায় কৰি দিছিলো। সাক্ষাৎকাৰৰ সময়ছোৱাত কথা বতৰাৰ মাজেদি মহিলা কাৰাবন্দী সকলৰ ভাৱভংগী, ক্ৰোধ, অনুশোচনা, তিক্ততা, ঈৰ্ষা, প্ৰতিশোধ, আবেগ-অনুভূতিৰ প্ৰকাশে মোৰ মনত বহুতো চিন্তাৰ খোৰাক যোগাইছিল।

অসমৰ জেলসমূহত পুৰুষৰ তুলনাত মহিলা অপৰাধীৰ সংখ্যা অতি কম যদিও ক্ৰমান্বয়ে বৃদ্ধি পাবলৈ ধৰিছে। মহিলা অপৰাধী কাৰাবন্দীসকলক সাধাৰণতে আমি দুটা ভাগত দেখিবলৈ পাওঁ। কিছুমান অপৰাধীয়ে স্ব-ইচ্ছাৰে অপৰাধ জগতত সোমাই পৰি ইচ্ছাকৃতভাৱে বিভিন্ন অপৰাধবোৰ কৰে। এওঁলোকে পুৰুষৰ দ্বাৰা বেষ্টিত অপৰাধ জগতত সোমাই পৰি পিক্ পকেটাৰৰ পৰা আৰম্ভ কৰি ডাঙৰ ডাঙৰ ডকাইতি, হত্যাকাণ্ড আদি অপৰাধসমূহ দলবদ্ধভাৱে বা কেতিয়াবা গাই গুটিয়াকৈ কৰা দেখা যায়। আমাৰ ইয়াৰ জেলসমূহত এই শ্ৰেণীৰ মহিলা অপৰাধীৰ সংখ্যা অৱশ্যে কম। দ্বিতীয় বিধ অপৰাধীয়ে সাময়িক উত্তেজনা বা অৱস্থাত পৰি অপৰাধ কৰে বা কৰিবলৈ বাধ্য হয়। এই শ্ৰেণীৰ মহিলা অপৰাধীকেই অসমৰ জেল সমূহত থকা দেখা যায়।

ভাৰতৰ আন আন মহানগৰ কেইখনৰ তুলনাত অসমত মহিলা অপৰাধীৰ সংখ্যা কম যদিও দিনক দিনে বৃদ্ধি পাইছে আৰু এনেকৈ থাকিলে ভৱিষ্যতত অন্য মহানগৰীৰ শাৰী নুপুৰাবগৈ তাৰ মানে নাই। কাৰণ আজিকালি অসমৰ জেল বিলাকত ভাল ভাল মানুহৰ ঘৰৰ ছোৱালী আৰু মধ্যবিত্ত শ্ৰেণীৰ মহিলাও

দুষ্কাৰ্যত লিপ্ত হোৱাৰ ফলত জেল খাটিব লগা হৈছে। অলপতে গুৱাহাটীৰ পুলিচে হঠাৎ অভিযান চলাই কেইবাখনো হোটেলৰ পৰা কলেজ ইউনিভাৰ্চিটিত পঢ়ি থকা ছোৱালীক অসৎ কাৰ্যত লিপ্ত থকাৰ পৰা ধৰি আনি থানাত সুমুৱাই অভিভাৱকক গতাই দিয়াৰ খবৰ আৰু ছবি আমি বাতৰিকাকত বিলাকত দেখিবলৈ বা পঢ়িবলৈ পাইছোঁ। তদুপৰি প্ৰেমজনিত কাৰণত সংঘটিত বিভিন্ন ধৰণৰ হত্যাকাণ্ডবিলাক আজিকালি ছোৱালীবিলাকতকৈও বিবাহিত মহিলাৰ দ্বাৰা সঘনাই ঘটিবলৈ ধৰিছে। মহিলাসকলৰ অপৰাধৰ খবৰ আজিকালি প্ৰতিখন বাতৰি কাগজত পঢ়িবলৈ পাওঁ বুলি ক'ব পাৰি। এইবোৰৰ উপৰি ড্ৰাগচ্, অপহৰণ, লুণ্ঠন আদিও অসমৰ বহুতো মহিলা অপৰাধীৰ তালিকাত চিহ্নিত হৈছে।

বিনীতাক লৈ মই মহিলা জেলৰ ভিতৰলৈ সোমাবলৈ বুলি গেটখন খোলাৰ লগে লগে মহিলা কয়েদীসকলে আমাক বেঢ়ি ধৰিলে। অসংযত হৈ থকা কেইজনীমান কয়েদীয়ে খিলখিলাই হাঁহি বেৰেকৰ ভিতৰলৈ দৌৰিলে। সামান্য এটুকুৰা কাপোৰ পিন্ধি দুজনীমানে আঁৰবেৰ নথকা একমাত্ৰ পানীকলটোত গা ধুই আছিল। আমাক দেখি লাজ পাই তিতা গাৰে বেৰেকৰ ভিতৰ সোমাল।

সেইদিনা চেলৰ ভিতৰত দুজনী কয়েদীয়ে মুখ ওফন্দাই থমথমকৈ বহি আছিল। মোক দেখা পাই এজনীয়ে তাঁহাতক চেলত সুমুৱাই শাস্তি দিয়াৰ বাবে বাৰ্ডাৰণীৰ বিৰুদ্ধে ক'লে আৰু চেলটো খুলি দিবলৈ অনুনয় কৰিবলৈ ধৰিলে। মই ফিমেইল বাৰ্ডাৰক সোধাত সিহঁত দুজনীয়ে কাজিয়া লাগি চুলিয়াচুলি কৰাৰ বাবে সুমুৱাই থৈছো বুলি ক'লে। কাজিয়া নকৰো বুলি সিহঁতে কাণত ধৰি সৈ কাঢ়িলত বাৰ্ডাৰণীয়ে সিহঁতক চেলৰ পৰা উলিয়াই দিলে। বিনীতাই দেখি বৰ আমোদ পালে।

এইটো মহিলাৰ চেলতে কিছুদিনৰ আগলৈকে এজনী ফাঁচি হ'বলগীয়া আচামী আছিল। তাইৰ গাত সন্তান থকাৰ কাৰণে ফাঁচিৰ পৰা ৰেহাই পাই যাবজ্জীৱন কাৰাদণ্ড হয়। তাইৰ লগৰ প্ৰেমিকটোৰ একেটা কেছতে ফাঁচি হৈ যায়। তাইক বৰ্তমান অন্য কাৰাগাৰলৈ স্থানান্তৰ কৰা হৈছে। বিশালচিত্ত কেৰেক্টাৰ! বীভৎস হত্যাকাণ্ড কৰিছিল। প্ৰেমিকৰ লগ লাগি গিৰিয়েকক হত্যা কৰি চুলাৰ তলত পুতি থৈছিল। এদিন ওচৰৰ এজনী মানুহে চুলাৰ তলৰ পৰা আঙুলি এটা ওলাই অহা দেখি চিঞৰ বাখৰ কৰিলত ধৰা পৰে। জেলখানাত বিচিত্ৰ চৰিত্ৰৰ কয়েদী আছে। শতকৰা পঁচিছ ভাগেই এনেকুৱা লোমহৰ্ষক হত্যাকাণ্ড কৰে।

আত্মৰক্ষাৰ বাবে চয়নিকাই শাহুয়েকক হত্যা কৰিছিল...

বিনীতাই তন্ন তন্নকৈ মহিলা জেলখন চালে। এটা বেলেগকৈ দুটা কোঠালি। দুয়োটা কোঠালিতে বিচাৰ হোৱা বা সশ্রম কাৰাদণ্ডেৰে দণ্ডিত কয়েদী, বিচাৰাধীন কয়েদী আৰু অপৰাধ নোহোৱা পাগলীবোৰক (নন ক্রিমিনেল লুনাটিক) একেলগে ৰখা হয়।

ঃ তোমালোকৰ ভয় নালাগেনে? ৰাতি টোপনিত যদি পাগলীবোৰে কিবা কৰে?

বিনীতাৰ প্রশ্নৰ উত্তৰত কয়েদী মেটজনী আগবাঢ়ি আহি ক'লে—

ঃ কি কৰিব বাইদেউ? আমাৰ অভ্যাস হৈ গৈছে।

এন-চি-এল বিলাকৰ অৱস্থা বৰ দুখ লগা। মাটিয়ে বালিয়ে বহিছে শুইছে, গাৰ কাপোৰৰ লাগবান্ধ নাই, যি ডোখৰ গাত আছে সেয়াও লেতেৰা আৰু গোন্ধোৱা। চুলিত জঁট বান্ধিছে, চকুত নির্লিপ্ত কৰুণ আৰু অবুজ চাৱনি। কোনোজনীয়ে ভেবা লাগি চাইছে, কোনোজনীয়ে মুখৰ ভিতৰত বিৰ্বিৰ্কৈ অংগ- ভংগী কৰি আছে। সিহঁতে উৎপাত কৰিলে কয়েদী কেইজনমানে মাৰেও। আজিকালি ভয়তে খু-কুৱাই জুপুকা মাৰি থাকে। তেজপুৰৰ মানসিক হস্পিতাললৈ পঠিয়াবলৈ বুলি অভিভাবকে এই পাগল-পাগলীবোৰক জেলত থয়। জেলত থোৱাৰ পাছত ষধলৈ শান্তি আছে। কিন্তু তেজপুৰৰ মানসিক চিকিৎসালয়ত চিট পাবলৈ জেলৰ পৰা একাদিক্রমে পঠিয়াওতে জেলৰ ভিতৰত তেওঁলোকক আত্মীয়ই চোৱাচিতা কৰা বা বিশেষভাৱে মানসিক চিকিৎসা কৰাৰ বিশেষ ব্যৱস্থা নথকা হোৱাত দুৰ্গতি আৰু কষ্ট অৱৰ্ণনীয় হয়।

.... বিনীতাই প্রথমে চয়নিকা নামৰ কম বয়সীয়া ধুনীয়া কয়েদী এজনীকে কথা বতৰা সোধা হওক বুলি ভবাত মই অফিচলৈ তাইক ফিমেইল ৱার্ডাৰৰ লগত মতাই আনিলো।

চয়নিকাই অসমীয়া ভালকৈ ক'ব পাৰে। তাই আচলতে পশ্চিমবংগৰ মুর্শিদাবাদ জিলাৰ ছোৱালী। কেইজনীমান ছোৱালীৰে সৈতে এটা কোঠালি ভাড়ালৈ লৈ কলিকতাত থাকি কলেজত পঢ়িছিল। পঢ়ি থাকোতেই এদিন পেহীয়েকৰ ঘৰত বিয়া খাবলৈ তিনিচুকীয়ালৈ আহোতে যোৰহাটৰ নৱনীশৰ লগত চিনাকি হয়। নৱনীশৰ আত্মীয়ও তিনিচুকীয়াত থাকে। বিবাহ উপলক্ষে থকা দিনকেইটাতে চয়নিকা আৰু নৱনীশৰ মাজত সৌহার্দ গঢ়ি উঠে আৰু পাছলৈ দুয়ো প্রেমত পৰে। শেষত দুয়ো বিয়াত সোমাবলৈ সিদ্ধান্ত লয়। নৱনীশৰ মাক বাপেকে গুৱাহাটীৰ মালিগাঁৱৰ এজন ব্যৱসায়ীৰ ছোৱালীৰ লগত সম্বন্ধ

কৰিবলৈ ঠিক কৰি থৈছিল যদিও চয়নিকাও অৱস্থাপন্ন ঘৰৰ ছোৱালী হোৱাত বেছিকৈ যৌতুক পোৱাৰ আশাত পুতেকৰ মততে হয়ভৰ দি বিয়াখন পাতি পেলালে।

নৱনীশ দুৰ্বল চৰিত্ৰৰ ল'ৰা আছিল। সেই কাৰণে মাক-বাপেকে তাক হাতৰ মুঠিত ৰাখিছিল। কিন্তু চয়নিকা স্বাধীনচিতীয়া নিৰ্ভীক আছিল। নৱনীশে যোৰহাটৰ এটা বেংকত কেৰাণীৰ চাকৰি কৰিছিল। বিয়াৰ যৌতুকত চয়নিকাৰ ঘৰৰ পৰা যথেষ্টখিনি সোণ, দামী বস্ত্ৰ আৰু নগদ টকাও দিছিল যদিও নৱনীশৰ মাক-বাপেক সন্তুষ্ট হোৱা নাছিল। মাজে মাজে কিবা অজুহাত উলিয়াই প্ৰায়েই নৱনীশৰ ঘৰে চয়নিকাৰ ঘৰৰ পৰা টকা ডিমাণ্ড কৰিবলৈ ধৰিলে। চয়নিকা অস্থিৰ হৈ পৰিল। গতিকে দুবছৰমান ভালেৰেই যোৱাৰ পিছত চয়নিকাৰ জীৱনলৈ আন্ধাৰ নামি আহিল। তাই ইয়াৰ প্ৰতিবাদ কৰিবলৈ ধৰিলে। এনেকুৱাতে চয়নিকাৰ ননদেকৰ বিয়া ঠিক হোৱাত শাহুৱেকে তাইৰ গহনাখিনিও বিচাৰিলে। চয়নিকাৰ অসহ্য হ'ল। তাই স্পষ্টকৈ নিদিও বুলি কোৱাত তাইক বেয়া ব্যৱহাৰ কৰিবলৈ ধৰিলে। দুৰ্ব্যৱহাৰৰ মাত্ৰা বাঢ়ি বাঢ়ি গৈ থাকিল।

মাক বাপেকৰ একান্ত অনুগত নৱনীশে মাক-বাপেকৰ কথা চয়নিকাই প্ৰতিবাদ কৰাত সিও তাইৰ বিৰুদ্ধে গ'ল। শেষত মাক-বাপেকৰ হেঁচাত নৱনীশে স্কুটাৰ এখন কিনিবলৈ সিদ্ধান্ত কৰি মোটা টকা বাপেকৰ ঘৰৰ পৰা আনি দিবলৈ তাইক ক'লে। স্পষ্টবাদী চয়নিকাই এইবাৰ জেদ ধৰি বেংকৰ পৰা লোণ লৈ স্কুটাৰ কিনিবলৈ ক'লে। টকা বিচাৰি তাই কেতিয়াও মাকৰ ঘৰলৈ চিঠি নিলিখে। দৰকাৰ হ'লে নৱনীশ নিজেই শহুৰেকৰ ঘৰলৈ গৈ ভিক্ষাৰীৰ দৰে টকা খোজকগৈ। কলহ কন্দল আৰু বাঢ়িবলৈ ধৰিলে। এইবাৰ তাইৰ ওপৰত শাৰীৰিক অত্যাচাৰো চলিল।

ঃ তোমালোকে ভাল পাই বিয়া হৈছিলা, নৱনীশেও তোমাক অত্যাচাৰ কৰিছিলনে?

বিনীতাৰ প্ৰশ্নত তাইৰ মুখমণ্ডলত কঠিন ভাব এটা ফুটি উঠিল। খন্তেকে তাই ক'লে—

ঃ ভালপোৱা মানে সি মোৰ শৰীৰটোহে চিনি পায়। ভালপোৱাৰ মানসিক মূল্য সি বুজি নাপায়। সি এটা দুৰ্বল মনৰ মানুহ। তাৰ নিজকতো বেলেগ কোনো বস্তু নাই। তাৰ মাজত লুকাই থকা এই নিৰ্ভৰ মনৰ মানুহটোক মই চিন কৰো। এইয়া চাওক—

আত্মৰক্ষাৰ বাবে চয়নিকাই শাহুয়েকক হত্যা কৰিছিল...

তাই নিজৰ স্তন দুটা আৱৰেৰ নোহোৱাকৈ আমাক উলিয়াই দেখুৱালে— তাত বগা মঙহৰ মাজত ক'লা ক'লা কিছুমান দাতৰ দাগ বীভৎসভাবে জিলিকি আছে। আমি দুয়ো অপ্রস্তুত হ'লো। এইবাৰ তাই পিঠিখন দেখুৱাই ক'লে—

ঃ চাওঁক, সি মোৰ পিঠিত মাৰপিত কৰাৰ দাগ...

সঁচাকৈয়ে চয়নিকাৰ পিঠিখনত কোবোৱাৰ দীঘলীয়া দাগ। বিনীতাই তেনেতে সুধিলে—

ঃ তুমিনো কি কেছত আহি জেলত আছাহি?

ঃ হত্যা। হত্যা কৰা কেছত। মই মোৰ শাশুড়ীক হত্যা কৰিছিলো।

বিনীতাই মোৰ মুখলৈ চাই ক'লে—

ঃ আচৰিত! যৌতুকৰ কাৰণে শাহুৱেকে বোৱাৰীক, স্বামীয়ে পত্নীক বিভিন্ন ধৰণেৰে হত্যা কৰা শুনিছো, কিন্তু বোৱাৰীয়েকেতো শাহুৱেকক হত্যা কৰাৰ কথা শুনা নাছিলো?

চয়নিকাই ক'লে—

ঃ সিহঁত মাক-বাপেক, পুতেকহঁতে মোক মাৰিবলৈ বহুত প্লেন কৰিছিল আৰু মোক মাৰি অন্য এগৰাকীক বিয়া কৰোৱাবো পৰিকল্পনা আছিল। কিন্তু নোৱাৰিলে— ওলোটাই মইহে মাৰিলো! অৱশ্যে মই নিজক বচাবলৈ যাওঁতেহে বুঢ়ীজনীক মাৰিব লগা হ'ল।

.... ঘটনাৰ দিনাখন চয়নিকাই ৰাতি ভাত ৰান্ধি আছিল। দুদিনৰ আগৰে পৰাই তাই অনুমান কৰি আছিল তাইক মাৰিবলৈ যেন ঘৰৰ সকলোৱে ষড়যন্ত্ৰ কৰিছে। শাহুৱেকে তাইক ইচ্ছা কৰিয়েই অধিক মৰম দেখুৱাইছিল। ওচৰ চুবুৰীয়া আহিলেও তাইক শলাগিবলৈ ধৰিছিল।

ভাত ৰন্ধাৰ মাজতেই তাই উমান পালে কোনোবাই যেন চুপি চুপি তাইৰ ওচৰলৈ আহি আছে। তাই তৎক্ষণাত পাছলৈ ঘূৰি চাওঁতে শাহুৱেকে চচ্‌পেন এটাত লৈ অহা কেৰাচিনখিনি তাইৰ গাত ঢালি দিলে। লগে লগেই শাহুৱেকে তাইক ষ্টোভটোৰ ফাললৈ গতামাৰি দিব খোজোতেই চয়নিকাই তাইৰ হাতত থকা হেতা খনেৰে, শাহুৱেকৰ হাত মুখনত মাৰ মাৰি দিলে আৰু গাৰ সমস্ত জোৰেৰে শাহুৱেকক ওলোটাই তাই চুক এটালৈ ঠেলা মাৰি দিলে। শাহুৱেক কৰ্কাল খাই পৰিল। তাই তৎক্ষণাত ষ্টোভটো ডাঙি শাহুৱেকৰ গালৈ দলিয়াই দিলে। — এইখিনি অতি কম সময়ৰ ভিতৰত কৰিবলৈ তাই কেনেকৈ বল

শক্তি গোটাব পাৰিলে আজিও তাই ভাবি আচৰিত হয়।

অতিপাত শকত শাহুৱেকে মাটিৰ পৰা উঠিবই নোৱাৰিলে। গোটেই গাটোত তেল পৰি শাহুৱেকৰ গা জুইয়ে আবৰি ধৰিলে। চিঞৰ-বাখৰ শুনি শহুৰেক দৌৰি আহি তাইক আক্ৰমণ কৰিব খোজাত তাই দৌৰি গৈ ওচৰ চুবুৰীয়াক খবৰ দিলেগৈ। পুলিচ আহিল।

ঃ তোমাৰ গিৰিয়েৰা সেই সময়ত নাছিল জানো?

ঃ সি চব জানে। বুদ্ধি কৰি সেইদিনা সি বেলেগ ঠাইত থাকিলে আহিল।

ঃ পিছত কি ক'লে?

ঃ দুদিন হস্পিতালত থাকি শাহুৱেক মৰিল। বিচাৰ হ'ল। শহুৰে মই মাৰিছো বুলি সাক্ষী দিলে। দুৰ্বল মনৰ নৱনীশে মুখেৰে বিশেষ একো নেমাতিলে আৰু মোৰ বিৰুদ্ধেও একো নক'লে। অৱশ্যে সিদিনাৰ অতিসন্ধিৰ বিষয়ে সি একো নাজানো বুলি ক'লে। মোৰ যাৱজ্জীৱন কাৰাদণ্ড নহ'ল যদিও চাৰি বছৰ জেল হ'ল। মোৰ জীৱনটো নষ্ট হৈ গ'ল যদিও আপচোচ নাই এই কাৰণেই যে ভগৱানে মোক বচালে— তাতে মই সন্তুষ্ট।

ঃ নৱনীশ জেললৈ তোমাৰ খবৰ ল'বলৈ আহেনে?

ঃ আহিছিল, কেইবাবাৰো। মই তাৰ মুখ চাবলৈ ইচ্ছা নকৰিলো। তাৰ ওপৰত থকা বিতৃষ্ণা মোৰ আঁতৰা নাই।

ঃ জেলৰ পৰা ওলাই গৈ কি কৰিবা?

ঃ মোৰ খাটনি শেষ হ'লে নৱনীশে মোক লৈ যাবলৈ আহিম বুলি কৈছে। মই নাযাওঁ। জেলৰ পৰা ওলাই মা-বাবাৰ ঘৰলৈ যাম। খালাচ পোৱাৰ আগতে জেলৰ পৰা ঘৰলৈ চিঠি দিম, মা-বাৰা জীয়াই আছে যদিও তাত সদায় নাথাকো, কলিকতাত থাকি নিজে কিবা এটা সংস্থান উলিয়াম।... যিহেতু, মই কোনো অন্যায় কৰা নাই। মোৰ দৃঢ় বিশ্বাস নিশ্চয় মই কিবা এটা কৰিব পাৰিম।

... চয়নিকা জেলৰ ভিতৰলৈ গ'লগৈ। তাইৰ কথা শুনি আৰু নিজৰ ওপৰত থকা আত্মবিশ্বাস দেখি আমাৰ ভাল লাগিল।

এটা সুস্থ আৰু সবল মানসিক প্ৰস্তুতি লৈ তাই জেলৰ পৰা ওলাই যাওঁক— আমি তাকেই ভাবিলো। ◻◻

# নিষিদ্ধ সমাজৰ হাৰুণ



কাৰাগাৰৰ ভাতকেইটা হাৰুণে বৰ তৃপ্তিৰে খালে আৰু এহেতোমান বেছিকৈ লখ পৰা হ'ল। এনেকুৱা ভাত-দাইল, চৰজিৰে সৈতে বহুত খাই দিব পাৰি। পেট নভৰে। সি আৰু সিহঁতৰ বস্তিৰ মানুহবিলাকে বছা শকত শকত উখোৱা চাউলৰ ভাত খায়। নহলে পচা সস্তীয়া চাউল। এটা পিয়াজ, অলপ নিমখ-জাল, কাচিৎহে শাক-চবজি। দুইবেলা, আৰু পোৱাটো মুস্কিল।

মুখ ওলিয়ালে হাৰুণৰ নিজা জুপুৰি এটা নাই। প্ৰথম অৱস্থাত কাকৰৰ জুপুৰিত ৰাতি খৈলা এটা পাৰি শুইছিল। কাকৰৰ বৰা-বচাৰ সৰঞ্জাম ভেলেকে

নাই, এটা কাণ মুৰ এৰাই যোৱা এলুমিনিয়ামৰ সৰু বাটুৰা, দুখন পুৰণি থাল, এটা গিলাচ, এটা নাল ভগা মগ— ইমানেই। মানুহ এটা কথমপি কাটি হৈ শুব পৰা বাঁহৰ চাং এখন আছে, তাতে ফাৰুক শোৱে। ফাৰুকৰ আৰু বস্তু বুলিবলৈ এটা ফটা ছাতি, দুখনমান পুৰণা বস্তু থোৱা টেমা আৰু পলিথিনৰ মোনাত টোপোলা বান্ধি থোৱা ফটাচিটা দুটামান কাপোৰ। চৰ অঞ্চলৰ পৰা আহোঁতে হাৰুণৰ কাপোৰ এজোৰেই আছিল। লগত পুৰণা হাৱাই চেণ্ডেল এজোৰ। জংগুৱাজে তাক চপাই লোৱাৰ পিছত সি এটা টাইট জীনৰ পেণ্ট, এটা চিনেমা মাৰ্কা ৰঙ-বিৰঙৰ চোলা, এযোৰ পুৰণা জোতা আৰু ডিঙিত এখন ৰঙা ৰুমাল গোটাইছিল।

ইমানপৰে হাৰুণে থালখন চেলেকি আছিল। ওচৰৰ কয়েদী কেইটাৰ ভাত খোৱা হোৱাই নাই। হাৰুণে ভোৰভোৰালে— চাহাবৰ বেটাহঁতৰ পেটলৈ ভাত নোসোমায়। খাই থাকোতে জেলৰ বাবুসকলক গালি দি থাকিবি। নিজেই ভেটভেটাই থাকিবি, ওচৰত খাই থকা আনকো খোৱাত দিগদাৰ দিবি। হাৰুণে ভাবিলে এই কেইটাৰ ওচৰত বহি আৰু ভাত খাব নোৱাৰি।

হাৰুণৰ লগৰ ফাৰুকে আগতে চুৰি, পকেট মৰা আৰু আন আন 'ফ'ৰ টুৱেণ্টি' গোচৰত জেল খাটিছিল। আজিকালি সি ভাল কাম কৰি কামানি কৰিবলৈ ধৰিছে। চুৰি চাপ্ৰাচী কৰি পুলিচৰ মাৰ খাই জেললৈ আৰু কিমান যাব? ফাৰুকৰ লগৰ কেইবাটাও ল'ৰা এতিয়াও একেবোৰ গোচৰতে জেললৈ অহা যোৱা কৰি থাকে। হাৰুণৰ কিন্তু এইবাৰেই প্ৰথম।

জেলখানাৰ ভিতৰত কিমান মানুহ থাকে! হাৰুণে প্ৰথম দিনা গুৱাহাটী জেলখন দেখি তবধ মানিছিল। সৰু ডাঙৰ গোচৰ হ'লেও তাৰ দৰেইতো অপৰাধ কৰিয়েই অতবোৰ মানুহ জেললৈ আহিছে। হাৰুণৰ কাৰণে জেলখানাখন শান্তিৰ আশ্ৰয় যেন লাগিল।

পায়খানা, জাবৰ-জোথৰ, দুৰ্গন্ধময় ঘোলা বোকা পানীৰ ওপৰতে সি আগতে থকা ফাৰুকৰ ফটা বস্তা, পলিথিন পেকিং কৰা ডাঠ বকলাৰ চালিৰে জুপুৰিটো আছিল। বেৰৰ নামত মামৰে খাই ডাঙৰ ডাঙৰ ফুটা উলিওৱা পাতল টিং আৰু বাঁহৰ ভগা বেৰা। বাঁহৰ খুটা চাৰিটাৰ ওপৰত উঠাই থোৱা জুপুৰিটো এজাক সাধাৰণ বতাহতে বাগৰি পৰে। বৰষুণত বেল লাইনৰ পায়খানাৰ পৰা বস্তি অঞ্চলৰ লেতেৰা পানীবোৰ সোমাই যায়। [illegible] বৰষুণ দিলে বস্তা একোটা হাতত লৈ [illegible] টিকটোকে দুৱেটি চেহেলে দোৱ মাৰে আৰু বস্তা

পাৰি শুই পৰে। পুলিচৰ প্ৰতাপত তাতো শান্তিৰে শুব নোৱাৰে। টিকাই মূৰে কোবাই পঠিয়াই দিয়ে। ষ্টেচনৰ উপৰি নিৰ্দিষ্ট কিছুমান ঠাই আছে, সেই বিলাক ঠাইতো লুকাই চুৰকৈ শুই থাকিব পাৰি।

হ'লেও ফাৰুকৰ নিজাকৈ সোমাই থাকিবলৈ ঠাই এডোখৰ আছে। ফাৰুকে কিছুদিনৰ পিছতে ছোৱালী এজনী তাৰ লগত থাকিবলৈ জুপুৰিটোত সুমুৱাৰ কথা। তেতিয়া সি ক'ত থাকিব? ফাৰুকেই তাক কিটিপটো দিলে—

ঃ জংগুৰাজৰ তই মন পাব লাগিব। জংগুৰাজৰ মন পালে তোৰ থকা-খোৱা সকলো হৈ যাব।

ঃ জংগুৰাজনো কোন?

ঃ জংগুৰাজ হ'ল বস্তিৰ গুণ্ডাদাদা। তই ইয়াত থাকিবলৈ হ'লে তাৰ গোলামি কৰিবই লাগিব। জংগুৰাজক লগ পালে বুজিবি সি কি?

ফাৰুকৰ কথা শুনি হাৰুণে ভয় খালে। তাৰ ধাতুটো পাতল। সি বস্তিৰ পৰা ওলাই ক'ত যাব তাকো ভাবিব নোৱাৰা হ'ল আৰু বস্তিত জংগুৰাজৰ তলত কেনেকৈ থাকিব তাকো বুজিব নোৱাৰা হ'ল।

ৰে'লৰে ষ্টেচনৰ দুয়োফালে ৰেলৰ লাইনৰ কাষে কাষে বস্তি এলেকা, এইফালে ভৰলুমুখ, শান্তিপুৰ পাৰ হৈ দিনে দিনে বস্তি অঞ্চল বাঢ়ি গৈয়েই আছে। সকলোতে জংগুৰাজ আৰু তাৰ লগৰ দুটামানে আধিপত্য বিস্তাৰ কৰি আছে।

হাৰুণে মনতে ভাবিলে জেলৰ ভিতৰত এমাহমান থাকিব পৰা হ'লে! তাৰ পকেটমৰা কেছত সহদিনৰ জেল। জেলৰ ভিতৰত তাৰ দৰে সৰু সুৰা কেছত অহা মানুহৰ লগত চিনাকি হ'লেই বাহিৰলৈ ওলাই গৈ দিশপুৰ, খানাপাৰা বা বেলেগ ফালে কিবাকিবি কাম লগে ভাগে কৰিব পাৰিলে বেয়া নহ'ব। হাজিৰা কামো কৰিব পাৰিব। সিহঁতৰ গাঁৱৰ বহুত মানুহ গুৱাহাটী চহৰত য'তে ত'তে আছে। তেতিয়া জংগুৰাজৰ পৰা উদ্ধাৰ পাব। খুচিমতে কাম কৰিব পাৰিব।

হাৰুণে কমাৰ খুজিলে আগতে বহুত কামেই কৰিব পাৰিলেহেঁতেন। সেইবোৰ কামত দেহৰ খাটনি বেছি। মজুৰি একেবাৰে কম। প্ৰায়বোৰ কাম ভাগবাটোৱাৰাৰ আঁৰত জংগুৰাজৰ দৰে গুণ্ডাবোৰ থাকে। কমিচন সিহঁতক দিব লাগে— যেনেকৈ ফাৰুকে এতিয়াও দি আছে।

ধুবুৰীৰ পৰা বহুত দূৰৈত চৰ অঞ্চলত হাৰুণৰ ঘৰ। চৰ অঞ্চলৰ প্ৰায়বোৰ

মানুহেই যেনিতেনি কৰ্মসংস্থানৰ কাৰণে ঢাপলি মেলে। নগৰবিলাকত পিয়াপি দি ফুৰে। সিহঁতৰ গাঁৱৰ কেইটামান মুৰব্বী মানুহ আছে। সমন্ধত হাৰুণৰ চাচা, ভিনিহি হয়। সিহঁতৰ লগত নগৰ-চহৰৰ গুণ্ডা-দাদাহঁতৰ মিতিৰালি। দাদাহঁতৰ ফৰমাচ পালে 'দেশৰ' বা গাঁৱৰ পৰা নতুনকৈ ল'ৰা-ছোৱালী নগৰলৈ কাম কৰিবলৈ লৈ আহেগৈ। কিছুমান মানুহ নিজাকৈও আছে। এই সকলোলোক চৰ অঞ্চলৰ মানুহ, ভোটৰ সময়ত নিজৰ ঠাইলৈ গৈ লগ হয়গৈ। নগৰলৈ অহা নতুন মানুহখিনিয়ে অ'ত ত'ত সংস্থান উলিয়াই লয় আৰু কিছুমানে অপৰাধমূলক কামবোৰ কৰে।

হাৰুণ তাৰ চাচাকৰ লগত গুৱাহাটী পালেহি। নিগাজিকৈ কাম বন নোপোৱাত আৰু তাৰ লগত থাকি এসাজ খাই এসাজ নাখাই এদিন হৰিধন নামৰ এজন সৰু ঠিকাদাৰ টাইপৰ মানুহৰ লগত দেখা সাক্ষাৎ হ'ল। হৰিধন ঠিকাদাৰ গুৱাহাটীৰ এজন নামজ্বলা ব্যৱসায়ীৰ তলত কাম কৰে। তেখেতৰ সোণাপুৰৰ ফালে এখন ডাঙৰ ফিছাৰি আছে। কলংনদীৰ মথাউৰিটোৰ কিছু নিলগত হাৰুণ আৰু তাৰ লগৰ মিএৰা বাংলাদেশী কেইটামানক ফিছাৰি আৰু নেমু, নাৰিকল, তামোলৰ খেতিত কাম কৰোৱাবলৈ লৈ গৈছিল। তিনিমাহমান থকাৰ পিছত ওচৰৰ মানুহখিনিৰ লগত সিহঁতৰ মৰামৰি কাজিয়া হ'ল। সেইটো অঞ্চলত হিন্দু-বঙালী আৰু নেপালীভাষী লোকেই বেছি। গতিকে হাৰুণ আৰু লগৰ কেইটা তিষ্ঠিব নোৱাৰি গুচি আহিল।

পল্টন বজাৰৰ ওচৰে পাজৰে বিশেষকৈ ৰেলৰ ষ্টেছনত হাৰুণে পিণ্ডপিণ্ডাই ঘূৰি ফুৰিবলৈ ধৰিলে। এদিন ষ্টেছনত গৰাকীৰ অমনোযোগিতাৰ সুযোগ লৈ সি খাপতে হেণ্ডবেগ এটা চুৰি কৰি লৈ আহিল। মানুহৰ ফাকে ফাকে সৰকি যাওঁতে তাৰে সমান এটা ল'ৰাই তাক আগভেটি ধৰিলে। সিয়েই ফাৰুক। ফাৰুকৰ মতলবো হাৰুণৰ সৈতে একেই আছিল। দূৰৰ পৰা হাৰুণে হেণ্ডবেগটো সৰকাই অনা তাৰ চকুত পৰিল। ওলোটা ফালৰ পৰা গৈ সি হাৰুণক আগচি ধৰি ফুচফুচাই ক'লে— 'বেগত কি আছে আধা ভাগ মোৰো হ'ব। নহ'লে তোক পুলিচক গতাই দিম।

প্ৰথমে হাৰুণে মিছা মাতিছিল। ফাৰুকে তাক হাত এখনত ধৰি টানি নি আওহতীয়া ঠাই এডোখৰত হমকি দি ক'লত হাৰুণে সেও মানিলে। ফাৰুকে তাক ওচৰৰ ৰেল লাইনৰ কাষত বস্তিত থকা তাৰ নিজৰ ঘৰলৈ লৈ গ'ল। বেগটোত বিশেষ দামী বস্তু নাছিল। পুৰণা চাদৰ, লুঙি, [illegible] চেণ্ডেল, বিছনা চাদৰ, দাম দিয়া গাৰু, তেল-চাবোন, খোৱা বস্তু, টকা দুকিটামান আদি বেগত

যাত্ৰা কৰোঁতে ব্যৱহাৰ কৰা অৰ্থাৎ থাওকতে পোৱা কেইপদমান বস্তু।

যিটো আশাত হাৰুণে বেগটো চুৰি কৰি আনিছিল, সৰহ টকা-পইচা বা দামী বস্তুৱে বেগৰ ভিতৰত ঠাহ খাই থকা বুলি ভাবি, বেগটো খোলাৰ পিছত হতাশ হ'ল। ফাৰুকে ভাগ নালাগে বুলি ক'লে। হাৰুণে তাক টকা দহটা গুজি দিলে। দুয়োটা বন্ধুৰ দৰে হৈ পৰিল। লোফ্ এটা কিনি দুয়োটাই খালে। হাৰুণৰ নিগাজিকৈ থকা কোনো ঠাই নাই কাৰণে ফাৰুকে তাৰ লগতে থাকিবলৈ ক'লে। জীৰ্ণ চালিখনৰ তলত ফাৰুকে কোনোমতে সোমাই থাকে। হাৰুণ থাকিব ক'ত? তথাপি সি অকণমান আশ্ৰয় পাই 'না' নকৰিলে।

ফাৰুকে লাহে লাহে বদ অভ্যাসবোৰ এৰি দিলে, সি ফাঁচি বজাৰৰ মাৰোৱাৰী পট্টিৰ পাইকাৰী দোকানবোৰৰ গুদাম ঘৰবিলাক আৰু দোকানলৈ ট্ৰাকে ট্ৰাকে অহা মালবস্তুবোৰ পিঠিত বোজা কঢ়িয়াই থয়গৈ। তাৰ নিজৰ ঠেলাগাড়ী নাই। সি আনৰ ঠেলাত মাল উঠোৱা, নমোৱাতো সহায় কৰে। ফাৰুকে টকা কেইটামান নোপোৱা নহয়। সি চৰ অঞ্চলত থকা বাপেকলৈ টকা পঠিয়াব লাগে। বাপেকৰ কামানি নাই। বেমাৰী। বাৰিষা নদীত কাঠ টানিবলৈ যাওঁতে জীনে (ভূত) লম্ভিলে। মাইকী ভূত। মাইকী ভূত মতা মানুহৰ গাত লম্ভিলে বেজে জৰা ফুকা কৰিলেও আঁতৰ নহয়। মানুহটোক প্ৰাণে নামাৰে। মৰাৰ সমতুল্য কৰি নচুৱাই তিলতিলকৈ পীড়াদি ৰঙ চায়। বাপেকে দুজনী বিয়া কৰাইছে। এবাহ ল'ৰা-ছোৱালী। দুটামানক গোৱালপাৰাৰ ফালে মানুহৰ ঘৰত ৰাখিছে। গতিকে সি পুতেকৰ দায়িত্ব পালন কৰি নিজে আধাপেটীকৈ থাকি ঘৰলৈ টকা পঠিয়ায়।

হাৰুণে ফাৰুকৰ লগত মালৰ বোজা কঢ়িওৱা কামত মন নকৰি বেলেগ কামৰ ধান্দা কৰিলে, কিন্তু কাম ক'ত পায়? ফাৰুকৰ বোজগাৰৰ পৰা খাবলৈকো তাৰ মন নগ'ল। পেটৰ তাড়নাত এদিন সি বেলতলা বজাৰৰ পুৰণি বস্ত্ৰ বেচা-কিনা কৰা বেপাৰী এটাক চুৰি কৰি অনা বেগটোৰে সৈতে পুৰণা বস্তু কেইপদ বিক্ৰী কৰি দিলে।

এই বস্তি এলেকাটোত বিহাৰ, উত্তৰ প্ৰদেশ, নাগপুৰ, উৰিষ্যাৰ পৰা অহা-কনুৱা গোষ্ঠীৰ মানুহেই সৰহ। বাংলাদেশী মিঞাও আছে। কিছু দিনৰ ভিতৰতে হাৰুণৰ বস্তিৰ বিভিন্ন মানুহৰ লগত চিনাকি হ'ল।

বাংলাদেশৰ পৰা হাৰুণৰ বাপেকে ডাঠ জঙ্ঘল পাৰ হৈ কাইটীয়া তাঁৰৰ বেৰাৰ কাষেদি অন্ধকাৰ ৰাতি চুচৰি পাৰ হৈ, এখোজা নদী বা দ-পানীৰ ফালেই দি পানীৰ তলে তলে সাঁতুৰি অমিতা পাতৰ ঢাকিৰে উশাহ লৈ সীমান্ত প্ৰহৰীক

ফাঁকি দি আচাম দেশ কেনেকৈ পালেহি সি বাপেকৰ মুখৰ পৰা শুনিছিল। ইয়াতে বাপেকে তিনিজনী মাইকী ৰাখি এবাহ ল'ৰা-ছোৱালী জন্ম দিছে। মাইকী কেইটাই কামানি কৰে, বাপেকে শুই বহি খায়। হাৰুণ ডাঙৰ। সি এদিন মাহীমাকৰ ল'ৰা, ভায়েক এটাক শুকুলা-শুকুলকৈ মৰিয়ালত বাপেকে হাৰুণক ঘৰৰ পৰা বাহিৰ কৰি দিলে। কেইদিনমানৰ পিছতে ভোট দিবলৈ যোৱা মানুহৰ লগত সি গুৱাহাটী পালেহি।

চৰ অঞ্চলৰ সিহঁতৰ জাতিৰ মানুহৰ লগত বস্তিৰ মানুহৰ বহুত তফাৎ আছে। বস্তিত ধৰ্ম নামৰ কোনো কথা নাই। চহৰৰ বুকুত জঘন্য কদাকাৰ এই বস্তি, য'ত অসহায় আৰু অ-সামাজিক মানুহৰ বাসস্থান। প্ৰায়বোৰ বাসিন্দাই বে-আইনী কাম কৰিবলৈ কুণ্ঠাবোধ নকৰে। ৰোজগাৰ নোহোৱা প্ৰায়বোৰ মানুহেই সৰু সুৰা অপৰাধবোৰ কৰাটো নিত্য নৈমিত্তিক ঘটনা। তদুপৰি বস্তি অঞ্চলত সস্তীয়া লাওপানী, মদ আদিৰ বাহিৰেও ড্ৰাগচ্ আদিৰো প্ৰচলন হয়। তাৰ পৰা অন্য ঠাইলৈ চালান দিবলৈ সুবিধা। পুলিচে বিচাৰি আহিলেও একো কৰিব নোৱাৰে। অ'ত ত'ত অৱশ্যে হাৰুণহঁতৰ গাঁৱৰ মানুহ অতি কম ভাড়া দি জুপুৰি ঘৰত নথকা নহয়। সিহঁতৰ লগত ফেৰিওৱালা, মুটিয়া বা ৰিক্সাচালকৰ বৃত্তি কৰাও অন্যান্য মানুহ কেইবাজনো একেলগ হৈ বাস কৰে। যিয়েই নহওক, এই সকলোতে লেতেৰা, ভিকহু, মানুহৰ শৰীৰত নপৰা অশিক্ষিত বনুবাসকলেই ভৰপূৰ। শৃংখলা, নিয়ম, কানুনৰ বাধ্যবাধকতা নাই। কিছুমানে টকা ঘটিবলৈ যিখিনি খাটনিৰ প্ৰয়োজন তাকেহে কৰে, বাকীখিনি সময় মাতলামি কৰি অসৎ কামবোৰ কৰে।

বস্তি অঞ্চলত যিবিলাকে মতা-তিৰোতাৰ দৰে বাস কৰিছে, সিহঁতে বিবাহিত মতা-তিৰোতা নহয়। ইয়াৰ ছোৱালীবিলাক একেবাৰে অধঃপাতে যোৱা। হাৰুণহঁতৰ চৰ অঞ্চলৰ ছোৱালীবিলাকক শাসন নকৰা নহয়। ইয়াৰ তিৰোতা বিলাকেই সৰু সৰু ছোৱালী বিলাকক অসৎ কামলৈ প্ৰলোভিত কৰে। দেখনিয়াৰ ছোৱালীবোৰ কোন ঠাইলৈ বেচা কিনা হৈ যায় ক'ব নোৱাৰি। প্ৰতিটো জুপুৰিতে দনহাই, মৰামৰি, অবাইচ শব্দৰ গালি গালজ যেন কোনো কথাই নহয়। ল'ৰা-ছোৱালীৰ প্ৰতি মাক বাপেকৰ দায়িত্ব নথকাৰ দৰে। শিশুৰ কাৰ্যকলাপত আচৰিত হ'বলগীয়া। সিহঁতে নজনা বা নকৰা কাম নাই। বয়সীয়ালসকলৰ অসৎ কৰ্ম সকলে পৰাই সিহঁতে শিকি সময়ত ডাঙৰৰ অংশীদাৰ হৈ পৰে।

এদিন বস্তি অঞ্চলৰ গুণ্ডা জংগুৱাজে দাৰু এসোপা পি পাগৰজাবৰ অভাৱ

ব্ৰীজ খনৰ ওপৰত উঠি ৰেলিঙত হাত দুখন থৈ তললৈ চাই আছিল। ব্ৰীজৰ ঠিক তলতে কোনো বাসিন্দাই স্থায়ীভাৱে জুপুৰি সাজিব নোৱাৰে। জংগুৰাজক খাটিৰ কৰা কোনোবাই কেতিয়াবা কিছুদিনৰ বাবে থাকে, আকৌ তাৰ কোপদৃষ্টি পৰিলে ফটাশাৰীত লাম্-লাকটু বান্ধি সেই ঠাই এৰি উধাও হ'ব লগা হয়। তাৰ পুলিচৰ লগতো ভাল।

জংগুৰাজৰ হঠাৎ হাৰুণৰ ওপৰত চকু পৰিল। সি গুজুং গুজুংকৈ আহি থকা দেখি কিবা এটা চিন্তা কৰি জংগুৰাজে তললৈ নামি গৈ হাৰুণৰ পৰিচয় ল'লে আৰু তাক ডাঙৰ খুৰ্মা এটা আৰু আধাগিলাচ চাহ খুৱাই তাৰ তলতে কাম কৰিবলৈ ক'লে।

জংগুৰাজৰ অসামাজিক কীৰ্তিকলাপত পুলিচ আৰু জনসাধাৰণৰ দৃষ্টি পৰাৰ সাধ্য নাই। সি নানা তৰহৰ কৌশল আৰু সতৰ্কতা অবলম্বন কৰিব জানে। চুৰি, ডকাইতি, খুন, লুটপাত যেন তাৰ হাতৰ ইচাৰা মাথোন। সি মদ খাব বা জুৱা খেলিব যেনেকৈ জানে, তেনেকৈ মানুহক শল-ঠেকত পেলাই ব্লেক-মেইলিং কৰিবও জানে। হাৰুণৰ দৰে ঠেৰুছিগা বহুতো ল'ৰাক সি পেলোৱা জালত সুমুৱাই বা নিজৰ আড্ডালৈ মাতি আনি অন্যায় অধৰ্ম কামবোৰ কৰাব পাৰে। বস্তি অঞ্চলটোৱেই তাৰ হাতৰ মুঠিত। বস্তিৰ ল'ৰাটো বাদেই, ছোৱালীবোৰো তাৰ কথাত উঠ-বহ কৰে। তাৰ পালি পহৰীয়াই চোৰ, জেপলুৰুকা, ঠগামি কৰা, চুৰিমাল বিক্ৰী কৰা, ভিক্ষাবৃত্তি কৰা সৰু ল'ৰা-ছোৱালী বা ডাঙৰক পৰিচালনা কৰি আত্মগোপন কৰি থাকে।

জংগুৰাজে হাৰুণক এনে এটা পদবীকেই দিলে। হাৰুণৰ বুকুখন ইমান ডাঠ পিত নহয়। সি পিছ হোহঁকা দিব খুজিলে। কিন্তু জংগুৰাজৰ যাৰ ওপৰত নজৰ পৰে বা যাক গেৰাৰী খটুৱাম বুলি ভাবে, সি হাত সাৰিব নোৱাৰে। এইবাৰ সি ধমক দি ক'লে— 'হয়, মোৰ কথা মতে কাম কৰ, নহয় গুৱাহাটী এৰি ভাগ'।

পল্টন বজাৰখনৰ আশে পাশে, টকৌবাৰী, লাখটকীয়াৰ ওচৰে-পাজৰে হাৰুণৰ কামজাৰিৰ এলেকা হ'ল। ক'ৰ মাল ক'লৈ গৈছে, কোন কি বিপদত পৰিছে, মূল ভিক্ষাৰী কেইটাই ঠিক মতে ঠিক ঠাইত অভিনয় কৰিব পাৰিছেনে নাই, ভজা বেদাম চানাচুৰ বেচি ফুৰা মানুহ কেইটাৰ কামানি কিমান হৈছে ইত্যাদি কামবোৰ চকু দিব লাগে। বাটৰ মকৰা মানুহটো, ঠেলাবালা, বিস্কাবালা, হকাৰ কেইটাৰ ওপৰতো নজৰ ৰাখিব লাগে। হাৰুণৰ নিচিনা পদবী পোৱা আৰু

কেইবাটাও ল'ৰাৰ ওপৰতো ওপৰৱালা আছে। গতিকে সিহঁতেও ইফাল-সিফাল কৰিব নোৱাৰে।

হাৰুণে প্ৰথম অৱস্থাত এনেকুৱা গধুৰ দায়িত্ব পাই বৰ ভয় খালে। সি এৰিবও নোৱাৰা হ'ল, ধৰিবও নোৱাৰা হ'ল। তথাপি প্ৰাণৰ মায়াত প্ৰাণপণে হুচিয়াৰি দৃষ্টিৰে তাৰ নিয়োজিত কামত চকু দিবলৈ ধৰিলে। দিনে দিনে সি তাৰ কামটো ইমান নিয়াৰিকৈ কৰিবলৈ ধৰিলে তাৰ চকুত কোনেও ফাঁকি দিব নোৱাৰা হ'ল। জংগুৰাজ তাৰ ওপৰত খুচি হ'ল।

কিন্তু হাৰুণৰ কাৰণেই জংগুৰাজক ফাঁকি দি নিজৰ কাৰণে দুপইচা সৰহকৈ সৰকাব নোৱাৰাত তাৰ লগৰবিলাকে শত্ৰুজ্ঞান কৰিবলৈ ধৰিলে। হাৰুণক শ'ল ঠেকত পেলাবলৈ সিহঁতে সুল চাচিলে।

এদিন তাৰে দুটাই এটা বুদ্ধি কৰিলে। পল্টন বজাৰত বজাৰ কৰি থকা এজন ভদ্ৰলোকৰ মানিবেগটো সিহঁত দুটাই দেখদেখকৈ থাপ মাৰি নি কিছু নিলগত থকা হাৰুণৰ হাতত গুজি দি পলাল।

হাৰুণে কি কৰো কি নকৰোঁকৈ পলাব খোজোতে ওচৰৰ মানুহে তাক ধৰিলে। বহুত মানুহ গোট খাই তাক ভালকৈ মাৰ সোধালে। তাৰ অৱস্থা কাহিল হ'ল। পুলিচ আহি তাৰ জানটো বচাই ধৰি লৈ গ'ল।

পুলিচে হাৰুণক তাৰ গেঙটোৰ বিষয়ে বহুতো সোধা স'ত্ত্বেও একো নক'লে। মুখ খুলিলেই যে জংগুৰাজে তাক শেষ কৰিব সি জানে।

জেলৰ পৰা ওলাবলৈ তাৰ দুদিনহে বাকী আছে। আকৌ ভাবিলে— এইবাৰ সি কি কৰিব? জনতাৰ মাৰৰ কথা মনত পৰিলে তাৰ গাটো সিয়ঁৰি উঠে। এইকেইদিন জেলত দুয়োবেলা খাবলৈ পাই নিশ্চিন্ত মনে আছিল। বাহিৰত থকাতকৈ জেলৰ ভিতৰত থকাটোৰেই তাৰ কাৰণে ভাবিব নোৱাৰা সুখ আছিল।

তেন্তে সি আকৌ এটা অপৰাধ কৰি বেছি দিন থকাকৈ জেললৈ আহিব নেকি?— নাইবা নিষিদ্ধ সমাজখনৰ পৰা বাহিৰ হৈ ভাল কাম কৰি জীয়াই থাকিবলৈ যত্ন কৰিব?

সি চিন্তা কৰিবলৈ ধৰিলে। □□

# যাবজ্জীৱন কাৰাদণ্ড ভুগিছিল ৰূপাই

(১)



বিশিষ্ট অপৰাধ বিজ্ঞানী ডঃ উপেন্দ্ৰ নাথ বিশ্বাসে 'ফৰেণচিক ক্ৰিমিনোলজি' ক্ৰিমিনেল সাইকোলজি, আৰ্কিওলোজিকেল এণ্ড হিষ্টৰিকেল ক্ৰিমিনোলোজি আৰু ডিটেকটিভ ছায়েন্সৰ বিষয়ে গৱেষণা কৰিছিল। মহিলাৰ অপৰাধ জগতৰ সম্বন্ধে তেখেতে তন্ন-তন্নকৈ বিশ্লেষণ কৰিছে।

তেখেতৰ মতে যৌথ পৰিয়ালৰ পৰিবৰ্তে সৰু সৰু পৰিয়াল বিলাকৰ মহিলা বা ছোৱালীৰ অপৰাধ মনোবৃত্তি অধিক। পোৱাখিনিক তুচ্ছ জ্ঞান কৰি অধিক প্ৰাপ্তিৰ আশাত বা অৰ্থোপাৰ্জনৰ কাৰণে মহিলাসকল বাহিৰলৈ ওলাই

নানানটা অৱস্থা আৰু পৰিস্থিতিৰ সন্মুখীন হ'ব লগা হয়। বৰ্তমান সামাজিক মূল্যবোধৰ লগত খাপ খুৱাবলৈ গৈ আৰ্থ সামাজিক চিন্তাত পৰি ধৰ্ম কৰ্ম বিষয় গৌণ হৈ পৰিছে। সমাজত নাৰীৰ ভূমিকা দ্ৰুতগতিত সলনি হৈছে, ইয়াৰ ফলতো প্ৰায়ে মহিলাসকলে অপৰাধ জগতৰ লগত জড়িত হ'বলৈ সুযোগ পাইছে।

পুৰুষতকৈ আপেক্ষিকভাৱে মহিলাৰ অপৰাধ কাৰ্য কম আছিল যদিও ক্ৰমান্বয়ে বৃদ্ধি পাবলৈ ধৰিছে। অৱশ্যে মহিলাই যিমান ডাঙৰ অপৰাধতেই লিপ্ত নহওক, বেছিভাগ ক্ষেত্ৰত পুৰুষৰ তত্বাৱধানতেই অপৰাধ কাৰ্য সংগঠিত কৰা দেখা যায়। পুৰুষতকৈ নাৰীৰ অপৰাধমূলক কাৰ্য কৰিবলৈ বহুতখিনি সুবিধা দেখা যায়।

পুৰুষতকৈ মহিলাই অতি সহজে সমাজ আৰু আইনৰ চকুত ধূলি দি অপৰাধজনিত কাম চলাই যাব পাৰে। আনকি উগ্ৰবাদী, সন্ত্ৰাসবাদী কাৰ্যকলাপৰ অন্তৰালতো মহিলাৰ সংযোগ উল্লেখনীয় আৰু সহজলভ্য হৈ পৰে।

সাধাৰণতে পুৰুষৰ তুলনাতকৈ মহিলাসকলৰ অপৰাধমূলক কাম কাজৰ পৰিকল্পনা অতি নিখুঁত। যিকোনো অপৰাধজনিত কাম সম্পন্ন কৰিবৰ সময়ত মহিলাসকলৰ উত্তেজনা পুৰুষতকৈ কম থাকে। পুৰুষতকৈ মহিলা বেছি সংযত। পুলিচৰ সন্মুখত যিমানেই পাকৈত পুৰুষ অপৰাধী নহওক তেওঁৰ উত্তেজনা, মনৰ চঞ্চলতা মুখ মণ্ডলত বা দেহৰ সঞ্চালনত কিঞ্চিত হ'লেও প্ৰকট হৈ পৰে, যি লক্ষণ এক্সপাৰ্ট ডিটেকটিভ বা পুলিচে সহজেই ধৰিব পাৰে।

মহিলা অপৰাধী সকলৰ ওপৰত সমীক্ষা চলাই দেখা গৈছে যে কিছুমান ব্যায়োল'জিকেল ফেক্টৰৰ দ্বাৰা মহিলাসকলে অপৰাধ কৰা দেখা যায়। উপৰিউক্ত গবেষকজনে আৰু কৈছিল যে ইউ এছ এ আৰু ইউৰোপৰ এশ গৰাকী মহিলা হত্যাকাৰীৰ ওপৰত এটা সমীক্ষা চলাই দেখা পোৱা গৈছিল যে শতকৰা বাইশ গৰাকী মহিলাই তেওঁলোকৰ মেনসট্ৰিয়াল পিৰিয়ডৰ চাৰিৰ পৰা সাত দিনৰ আগতে হত্যাকাণ্ডবিলাক কৰিছে। ছাব্বিশ শতাংশই হত্যা কৰিছে— সেই পিৰিয়ডৰ সময়ত। ঋতুৰ আগভাগত মহিলাসকলৰ শৰীৰত পৰিবৰ্তন হয় আৰু 'ইৰিটেটেড্' হৈ থকাৰ ফলস্বৰূপে ভায়োলেন্স সংঘটিত কৰে।

পাৰিবাৰিক আৰু সামাজিক নিয়ন্ত্ৰণ পুৰুষৰ তুলনাত মহিলাৰ ওপৰত বেছি হোৱাত তেওঁলোকৰ নৈতিক মূল্যবোধ বেছি থাকে। সেইকাৰণে সামাজিক লাঞ্চনাই যদি চূড়ান্ত ৰূপ নাপায়গৈ তেন্তে তেওঁলোকে অপৰাধ নকৰে। অন্য হাতেদি অতি লালসাত মানুহৰ মানসিকতা লোপ পায়, বেপেৰোৱা ভাব গঢ়ি

উঠে, ফলত আজিকালি উচ্চ শিক্ষিত আৰু উচ্চবিত্ত পৰিয়ালসকলৰ মাজতো অপৰাধ বৃত্তি গঢ় লৈছে।

যি আৰ্থ সামাজিক কাৰণ বিলাকে ছোৱালীবিলাকক অপৰাধ জগতলৈ ঠেলি দিছে সেই কাৰণসমূহ সমাজৰ পৰা শীঘ্রে নাইকিয়া হোৱাৰ সম্ভাৱনা নাই। আজিকালি আমাৰ বিচাৰ ব্যৱস্থাৰ কথাও উল্লেখ কৰিব লাগিব। অপৰাধীসকলৰ জামিনত যোৱাৰ ব্যৱস্থা আৰু আইনক ফাঁকি দি অপৰাধী মুক্ত হোৱা বা প্ৰশাসনিক দুৰ্বলতাই এজন অপৰাধীক সহায় কৰে।

মালবী গুপ্ত নামৰ এগৰাকী লেখিকাৰ লেখনিৰ পৰা কলিকতাৰ মহিলা অপৰাধীৰ ধৰণ কৰণ, পৰিসংখ্যা আনকি কলিকতাৰ বিভিন্ন কাকতত ছপোৱা মহিলাৰ বিভিন্ন অপৰাধৰ বিষয়ে আলোচনা পৰ্যালোচনা পঢ়িবলৈ পাইছিলো। কলিকতাৰ তুলনাত অসমত অৱশ্যে ইয়াৰ প্ৰসাৰ ব্যাপকভাৱে হোৱা নাই।

মই জেলত থকা সময়ছোৱাত সৰু-সুৰা কেচৰ মহিলা অপৰাধীৰ সংখ্যা তেনেই তাকৰ আছিল। হত্যাকাণ্ড গোচৰত থকা মহিলা কয়েদীয়েই সৰ্বাধিক আছিল। অৱশ্যে প্ৰতাৰণা গোচৰতো অহা দুই এজনী মহিলা নথকা নহয়।

মানসিক ভাৰসাম্য হেৰুৱাই এজনী তিৰোতাই নিজৰ নবজাত শিশুকে টেটু চেপি হত্যা কৰিছিল। গিৰিয়েকে তাইক শোভা মানে। উঠোতে-বহোতে, খাওঁতে শোওঁতে সদায় গালি-শপনি পাৰে। মাৰপিট কৰে। শেষত তাই আধাপাগল হৈ নিজৰ পেটৰ সন্তানটোকেই হত্যা কৰি জেললৈ আহে। পাছলৈ পাগলামি বৃদ্ধি পোৱাত তেজপুৰৰ মানসিক চিকিৎসালয়লৈ পঠিওৱা হয়।

যোৰহাট জেলত মোৰ মনত ৰেখাপাত কৰা এগৰাকী মহিলা অপৰাধী আছিল ৰূপা ফুকন। ৰূপাক মই জেলত দুবছৰমানৰ বাবেহে লগ পাইছিলো। তাৰ পিছতেই তাই খালাচ হৈ গ'ল। যদিও যাবজ্জীৱন খাটিছিল, ৰূপাৰ বয়স জেলৰ পৰা ওলাই যাবৰ সময়ত বত্রিছ-পয়ত্রিছৰ ভিতৰতে আছিল। কম বয়সতে ৰূপাৰ বিয়া হৈছিল।

স্কুল পণ্ডিতৰ জীয়েক ৰূপা সৰুৰে পৰাই বৰ কষ্টত ডাঙৰ দী[illegible]ল হোৱা। ৰূপা শিক্ষিতা আৰু গুণী আছিল। ৰাংঢালী ৰূপাই সদায় হাঁহি [illegible]কবলৈকে বিচাৰিছিল। কাৰো লগতে দন্দ হাইকাজিয়া কৰিবলৈ ভাল নাপাই[illegible]ল। এইবোৰ গুণৰ কাৰণে বিয়াৰ পিছত ৰূপা ঘৰৰ মানুহৰে হওক বা ওচৰ-চুবুৰীয়াৰে হওক— সকলোৰে প্ৰিয় হ'ব পাৰিছিল। কিন্তু বিয়াৰ পিছত লাহে লাহে ৰূপা সলনি হ'ল। পৰিস্থিতিয়ে ৰূপাক সলনি হ'বলৈ বাধ্য কৰালে। ৰূপাই হীনমন্যতাত

ভুগিবলৈ ধৰিলে আৰু হতাশাত জুৰুলা হৈ ক্ষন্তেক উত্তেজনাতে নকৰিবলগীয়া অপৰাধ কৰি যাবজ্জীৱন কাৰাদণ্ড খাটিব লগা হ'ল।

ফিমেইল জেলৰ ভিতৰলৈ যাওঁতে ৰূপাৰ লগত মই প্ৰায়েই কথা পাতিছিলো। প্ৰথম অৱস্থাত অৰ্থাৎ চাকৰিত মই জইন কৰাৰ দুই-আঢ়ৈ বছৰমানলৈকে ফিমেইল ৱাৰ্ডৰ ভিতৰলৈ গ'লেও সকলো মহিলা কয়েদীৰ ওপৰত বিশেষ মনোযোগ দিয়া নাছিলো। ওপৰে ওপৰে তেওঁলোকৰ খা-খবৰ লোৱা, জেল খটাৰ কেছৰ ধাৰা সম্পৰ্কে দুই এটা কথা পাতিছিলো। তাৰ মাজতে অৱশ্যে দুই এজনী কয়েদীয়ে মোৰ লগত কথা-পাতি খুব ভাল পাইছিল আৰু মই জেলৰ ভিতৰলৈ গ'লে— 'বাইদেউ কিছু সময় ৰওকচোন, আপুনি থাকিলে আমাৰ বৰ ভাল লাগে, আপোনাৰ লগত কথা পাতি থাকিবৰ মন যায়, আপুনি মহিলা ফাটেকলৈ সদায় আহিব— ইত্যাদি আবেগিক কথাবোৰ কৈ মনৰ মাজত সোমাব পাৰিছিল। অৱশ্যে বহুতো নিম্নস্তৰৰ অশিক্ষিতা কয়েদীয়ে মোৰ পৰা আঁতৰি আছিল আৰু ময়ো কাষলৈ গৈ মৰমেৰে বা অন্য ধৰণেৰে খা-খবৰ লোৱা নাছিলো। পাছলৈ অৱশ্যে সকলো কয়েদীয়ে মোৰ ওচৰ চাপি আহিছিল।

পিছলৈ মই মহিলা কয়েদী, আচামীসকলক জেলৰ বন্ধ কুঠৰিত থাকিও কেনেকৈ বিভিন্ন সৰু-সুৰা উপায়েৰে আনন্দৰে আত্ম-সন্তুষ্টি লৈ জেলৰ নিয়মৰ মাজতো ব্যস্ত হৈ থাকিব পাৰে তাৰ বাবে সামান্যকৈ হ'লেও যত্ন কৰিছিলো। তেতিয়া অৱশ্যে মোৰ মন আজিৰ দৰে অভিজ্ঞতাপুষ্ট নাছিল। তেতিয়াও মই মহিলা কয়েদীসকলক তেওঁলোকৰ মাজতে সাধুকথা, মনোৰঞ্জক গল্প ক'বলৈ বা গান, নাম-গুণ গাই ৰঙ ৰহইচ কৰিবলৈ কৈছিলো। স্ফূৰ্তিবাজ কেইজনীমান মহিলাই হাঁহি উঠা কথা কৈ মাজে মাজে স্ফূৰ্তি তামাচাও কৰিছিল।

যোৰহাট জেলৰ মহিলা ফাটেকৰ ভিতৰত বেৰেকটোৰ সন্মুখত অৰ্থাৎ মাজ চোতালত থকা বুঢ়া কৃষ্ণচূড়াৰ ফুলবোৰ ৰাঙলী হৈ সৰি থাকে। মই সিহঁতক ফুলবোৰ গোটাই চোতালখন সাৰি-মচি পৰিষ্কাৰ কৰি এভাৱেৰে বিভিন্ন নক্সাৰ আলপনা আঁকি ফুলেৰে আৰু ছিৰিলি ছিৰিলি পাতেৰে আলপনা ভৰাই দিবলৈ কৈছিলো। ৰাঙলৰ কাষত চৰায়ে পেলোৱা গুটিৰ পৰা গজা পূৰৈ শাকৰ পকা গুটিৰ পৰা ৰঙ উলিয়াই টুকুৰা বা ফটা কাগজত ছবি আঁকিবলৈকো কৈছিলো। কেতিয়াবা মই জেলৰ অফিচৰ পৰা ৰঙা আৰু ক'লা চিয়াঁহী দি পঠাইছিলো। টাইপ কৰি বৈ যোৱা চিঠিৰ তলৰ সৰু সৰু কাগজৰ টুকুৰাবোৰ গোটাই সিহঁতলৈ দি পঠাইছিলো। তাৰে কাগজৰ নাও, মালা, ফুল আদি কেইজনীমান কয়েদীয়ে সাজিছিল। কেইজনীমানে পুৰণা কাৰ্বন পেপাৰ খুজি

পঠিয়াই খৰিকাৰ বা চুলিৰ কিলিপেৰে ৰুমালৰ ফুল আঁকিছিল।

পুৰুষ ফাটেকৰ দৰে ক্ষুদ্ৰ বা মজলীয়া ধৰণৰ শিল্প উদ্যোগ সেই সময়ত মহিলা ফাটেকৰ ভিতৰত নাছিল। ছ'চিয়েল ৱেলফেয়াৰ ডিপাৰ্টমেণ্টৰ লগত জেলৰ সম্বন্ধ আছে যদিও মহিলাসকলৰ বাবে একো কৰা দেখা পোৱা নাছিলো। জেলৰ অফিচত কয়েদীসকলৰ বাবে বাদ্য-যন্ত্ৰ, সৰু সৰু ঘৰৰ ভিতৰত খেলা খেলৰ সঁজুলি আছিল যদিও মহিলা ফাটেকৰ কয়েদীসকলে ব্যৱহাৰ কৰিবলৈ তেনেকৈ যোগান ধৰা নাছিল। দিনৰ পিছত দিন ফাটেকৰ ভিতৰত কাম-বন নোহোৱাকৈ থাকি একেখিনি মানুহৰ লগতে চৌবিশ ঘণ্টাই থকাটো কেনে ধৰণৰ হ'ব চিন্তা কৰোতাইহে উপলব্ধি বা অনুধাবন কৰিব পাৰিব।

ইজনীয়ে সিজনীয়ে ওকণি চোৱা, বেণী গঁথা, খোপা বন্ধা, গা ধোৱাত পিঠি ঘঁহি দিয়া, অসুখ হ'লে চোৱাচিতা কৰা— এইবোৰ মহিলা ফাটেকত আছে। এই কাজিয়া লাগিল, এই সনাপিঠা হ'ল। ইজনীয়ে সিজনীৰ কাৰণে নিজৰ দুখ পাহৰি চকুপানী টোকে— সান্ত্বনা দিয়ে। তদুপৰি নামগুণ গোৱা, গা পা ধুই ভগৱানক ভবা, পৰিষ্কাৰ হৈ থকা— ইত্যাদি কাম বিলাক প্ৰায় ভাগেই কৰিছিল।

কেইজনীমান কয়েদীয়ে জেলৰ সাজযোৰৰ এবেগেত বগাৰ মাজে মাজে থকা ডাঠনীলা ৰঙৰ সূতা কেইডাল উলিয়াই একেবাৰে উকা কৰি পিন্ধে, আকৌ মোটা কপাহী সাজযোৰ ঢকঢককৈ ধুই গাৰুৰ তলত থৈ ইস্ত্ৰিৰ দৰে ভাজকৰি পিন্ধে, হেড্ ৱাৰ্ডাৰক ফুচুলাই গামোচাৰ জোখৰ দুই এখন কাপোৰ খুজি গাৰুৰ গিলিপ চিলাই লয়। কাপোৰৰ আউঠিবোৰ চিলাই নাৰ্ছৰ দৰে দেখিবলৈ শুৱনি হৈ থাকে।

... ৰূপা ফুকন পৰিষ্কাৰ পৰিছন্ন হৈ থকা এনেকুৱা এজনী কয়েদী আছিল। তাইৰ যাবজ্জীৱন সশ্ৰম কাৰাদণ্ডৰ সময় প্ৰায় উকলিছিল। গতিকে তাই মহিলা ফাটেকৰ মেট আছিল আৰু মাষ্টৰণীয়েই বুলিব পাৰি। পকাত ঘঁহাই নখ চাফা কৰা, এণ্ডাৰেৰে দাঁত ঘঁহা, বিছনা সামৰা— এইবোৰ কামৰ তাই মাষ্টৰনী।

গতিকে মই প্ৰথম দিনা মহিলা ফাটেকলৈ যাওঁতে তাই সকলোৰে হৈ মোক উলাহেৰে অভিনন্দন জনাইছিল— 'বাইদেউ, মাইকী মানুহ জেইলাৰ যোৰহাট জেললৈ আহিব বুলি শুনি ইমান ভাল লাগিছে! হওক তেওঁ, আমি আপোনাক দুখ কষ্টৰ কথা জনাব পাৰিম।

ৰূপা ৰিলিজ হৈ যোৱালৈকে মই যিমানবাৰ মহিলা ৱাৰ্ডলৈ গৈছিলো তাই সদা হাস্য মুখেৰে সৰু সৰু হাঁহি উঠা কথাবোৰহে কৈছিল। সেই কাৰণে

মই তাইক এদিনো তাইৰ এৰি অহা জীৱনটোৰ বিষয়ে সোধা নাছিলো। কিজানি ক'বলৈ বেয়া পায়! খালাচ হৈ যোৱাৰ আগে আগে তাই অৱশ্যে মোক সুধিবলৈ নিজেই সুযোগ দিলে।

ঃ বাইদেউ, কেইমাহমানৰ পিছত মোৰ ম্যাদ শেষ হ'ব। জেলৰ পৰা মুক্ত পৃথিৱীলৈ ওলাই যাম। জেলৰ ভিতৰত থাকোতে ভাবনা চিন্তা একো নাছিল, এতিয়া বাহিৰলৈ গৈ কি কৰিম ভাবিয়েই পোৱা নাই।

ঃ তুমিনো কিহৰ কাৰণে মাৰ্ডাৰ কৰি জেললৈ আহিব লগা হ'ল?

— হঠাৎ ৰূপাৰ চেহেৰাটো মলিন হৈ পৰিল। মই আকৌ সুধিলো—

ঃ মাৰ্ডাৰ কেছত তোমাৰ লাইফ ইমপ্ৰিজনমেণ্ট হোৱা বুলি জানো। অলপ দিনৰ পিছতে ৰিলিজ হ'বা তাকো জানো। কিন্তু কিয় তুমি—

ঃ বুজিছোঁ বাইদেউ, আপুনি মোক ভাল পাইছে সেই কাৰণে মোৰ বিষয়ে জানিবলৈ বিচাৰিছে। মোৰ জীৱনৰ কথাখিনি ক'বলৈ হ'লে এখন মহাভাৰত হ'ব। আপুনি মোক সুধিছে যেতিয়া যিমানখিনি পাৰো চমুৱাই কওঁ—

... ৰূপাই কলেজত নাম লগোৱাৰ পিছত ছাপ্লাই ইনস্‌পেক্টৰ এজনৰ লগত বিয়া হৈ যায়। বিয়াৰ আগতে চিনা পৰিচয় নাছিল যদিও বিয়াৰ পিছত কিছুদিনলৈ তাইক গিৰিয়েকে নোপোৱাই পোৱাদি পাইছিল। তায়ো গিৰিয়েকৰ মৰমখিনি নিৰ্ভাজ বুলি ভাবি নিজৰ সংসাৰখন সুখৰ হ'ল বুলিয়েই ভাবিছিল। পিছে বেছি দিনলৈ তাইৰ সুখ শান্তি নিটিকিল।

লাহে লাহে গিৰিয়েকৰ আচল চৰিত্ৰ ধৰা পৰিল। মানুহটোৱে বেছিকৈয়ে ড্ৰিংকছ কৰিছিল যদিও তাই সিমান বেয়া চকুৰে চোৱা নাছিল। লাহে লাহে গিৰিয়েকৰ এই বদ গুণটো নাইকিয়া বা কমাব পাৰিব বুলি ভাবিছিল। কিন্তু অন্য এটা কথাই তাইক নিৰুপায় কৰি তুলিছিল। মানুহটোৰ চৰিত্ৰৰ দোষ আছিল। সময় যোৱাত ৰূপাৰ প্ৰতি আকৰ্ষণ কমি গৈছিল আৰু অন্য তিৰোতা বা ছোৱালীৰ প্ৰতি আসক্তি বাঢ়িছিল।

গিৰিয়েক প্ৰায়ে ৰাতি দেৰিকৈ আহিবলৈ ধৰিলে। প্ৰতিবাদ কৰিলে টান কথা কৈ তাইৰ মুখ বন্ধ কৰিছিল।

চাকৰিৰ সংক্ৰান্তত শিলঙত থাকোতে এজনী খাছিয়া তিৰোতাৰ লগত দৈহিক সম্বন্ধ আছিল। খাছিয়া তিৰোতাজনীৰ লগত শেষত এনেকুৱা হৈছিলগৈ যে তাই ঘৈণীয়েক হিচাপে ৰূপাৰ লগত সদায় থাকিবলৈকে আহিছিল। পিছত বহুতো টকা পইচা দি তাইক শিলঙত এৰি যোৰহাটলৈ আকৌ বদলি হৈ আহিল।

নহ'লে খাছিয়ানীক এক্কেবাৰে পৰা নগলহেঁতেন।

ইয়ালৈ আহি ৰূপা সুখৰে থাকিব নোৱাৰিলে। ইয়াতো কেইবাজনী ছোৱালী গিৰিয়েকে ভোগ কৰিছে বুলি জানিব পাৰি ৰূপাৰ মনে হাহাকাৰ কৰি উঠিল। চুবুৰীয়া ৰাইজে বুবু-বাবা কৰিবলৈ ধৰিলে আৰু সিহঁতৰ ঘৰলৈ অহাটো প্ৰায়ে নাইকিয়া হ'ল। যিখিনি চুবুৰীয়াৰ লগত ইতিমধ্যে ৰূপা— তাইৰ খোলা আৰু ৰাংঢালী স্বভাবৰ কাৰণে প্ৰিয়পাত্ৰ হৈ পৰিছিল সেইখিনি চুবুৰীয়াই তাইৰ দুৰৱস্থা দেখি পুতৌ কৰিবলৈ ধৰিলে। লাজত তাই বাহিৰলৈ নোলোৱা হ'ল।

ইতিমধ্যে ৰূপাৰ এটি ল'ৰা জন্ম হ'ল। তাই ভাবিলে ল'ৰাটোৰ জন্মৰ পিছত গিৰিয়েকৰ হয়তো ল'ৰাটোৰ মুখলৈ চাই অসৎ স্বভাবটো সলনি হ'ব, কিন্তু নাই নহ'ল। আৰু বহুতৰ লগত যৌন সম্পৰ্ক বাঢ়িহে গ'ল।

ৰূপাৰ গিৰিয়েকৰ ওপৰত ঘৃণা আৰু প্ৰতিশোধৰ ভাবে চূড়ান্ত ৰূপ ল'লে। কিন্তু কেঁচুৱাটোৰ মুখলৈ চাই তাই সহি সামৰি থাকিল। এনেকুৱা এজন বিকৃত ৰুচিৰ মানুহৰ লগত তাই জীৱনটো কেনেকৈ কটাব? তাই সিয়ঁৰি উঠিল। নিৰুপায় হৈ ৰূপাই কেতিয়াবা বেৰত নিজৰ মূৰটো মাৰি চূৰমাৰ কৰি দিবৰ মন যায়। এনেকৈ ঘোৰ অন্যায়ক প্ৰশ্ৰয় দি থাকোতে এদিন অঘটনটো ঘটিল।

(২)

ৰূপা ফুকনে গিৰিয়েকৰ স্বভাৱ চৰিত্ৰত অতিষ্ঠ হৈ হতাশাত ভাগি পৰিল। শোৱনি কোঠাত সযতনে সজাই থোৱা শিব-পাৰ্বতীৰ যুগল মূৰ্তিজনাৰ ওচৰত মূৰ দোৱাই মৌনতাৰে প্ৰশ্ন কৰিলে—

ঃ হে প্ৰভু, তুমি কিমান দূৰৈত আছা? তোমাৰ দৃষ্টিয়ে মোক কিয় ঢুকি পোৱা নাই? সকৰে পৰাই মোৰ হৃদয়ত তোমাক থাপি থৈছো, মইনো কি দোষ কৰিলো? মইতো তোমাৰ পৰা একো বিচৰা নাছিলো, মোক যি দিলা তাকো কিয় মোৰ পৰা কাঢ়ি নিছা?

ৰূপাই চকুপানী টুকি টুকি আলমাৰিটো খুলি দেউতাকৰ ফটোখন উলিয়াই একেথৰে চাই থাকিল। দেউতাক জীয়াই থাকোতে তাইক দিয়া উপদেশখিনি তাইৰ মনলৈ আহিল। স্কুল পণ্ডিত দেউতাকে তাইৰ বিয়াৰ পিছত জোৱায়েকৰ বিকৃত আচৰণ দেখা পাই জীয়েকক, সান্ত্বনা দিছিল—

ঃ আই অ', তই বেছিকৈ দুখ বেজাৰ কৰি নাথাকিবি! বেছিকৈ দুখ কৰিলে

তই নিজেই ভাগি পৰিবি। তই তোৰ কৰ্তব্য কৰি যাবি আৰু যিমান পাৰ সহ্য কৰিবি। ভগৱানে এদিন তোলৈ চকু মেলি চাব।

দেউতাকৰ ফটোখন তাইৰ নিজৰ মুখখনৰ সন্মুখত দাঙি ধৰি সুধিলে—

ঃ মই মোৰ কৰ্তব্যত কিবা ত্ৰুটী কৰিছোঁ নেকি?— মই আৰু কিমান সহ্য কৰিম?— লাজত মই মৰি গৈছো জীয়াই থাকিবলৈ মোৰ ইচ্ছা নোহোৱা হৈছে!

ৰূপাই অনুভৱ কৰিলে— বাপেকে যেন হাত এখন তাইৰ মূৰত ৰাখি ধৈৰ্য নেহেৰুৱাবলৈ ক'লে— 'এদিন তাইৰ ভাল হ'ব।'

কিন্তু ৰূপাৰ ভাল দিন জানো ঘূৰি আহিল? গিৰিয়েকৰ চৰিত্ৰ আৰু বেয়াৰ ফাললৈ যাবলৈ ধৰিলে।

এদিন ৰূপাই অন্তৰ উজাৰি আবেগেৰে গিৰিয়েকক ক'লে—

ঃ এনেকৈ জানো জীয়াই থাকিব পাৰি? তুমি মোৰ জীৱনটো কিয় ধ্বংস কৰিছা? তুমি অলপ সলনি হ'ব নোৱাৰানে?

ঃ কিয়? তোমাৰ আকৌ জীৱনটো মই কেনেকৈ ধ্বংস কৰিলো? তোমাকতো মই দিব লগীয়াখিনি ধন-সম্পত্তি, গাড়ী-বাৰী, সন্তান সকলো দিছো, তোমাক আৰু কি লাগে?

তাই সেমেকা হাঁহি মাৰি ক'লে—

ঃ মনৰ শান্তি নাথাকিলে এইবিলাক লৈ মানুহে শান্তি পাব পাৰে জানো?

ঃ মনৰ আকৌ শান্তিটো কি?

ঃ তোমাক বুজাই ক'ব লাগিবনেকি? মোৰ মনৰ শান্তি— টকা-পইচা, গহনা-গাঠৰি এইবোৰ নহয়। এইবিলাকে সুখ-শান্তি দিব নোৱাৰে। ই সুখ-শান্তি বঢ়ায় ঠিকেই, কিন্তু আমাৰ মানসিক শান্তি ক'ত? গতিকে এইবোৰ মোৰ মনত মূল্যহীন। তুমি চৰিত্ৰবান হোৱাটো মই বিচাৰো।

গিৰিয়েকে তাইক আওকাণ কৰি গুচি যাব খোজোতেই তাই কঠোৰ মাতেৰে ক'লে—

ঃ শুনি যোৱা, আৰু আছে। এগৰাকী বিবাহিতা তিৰোতাই প্ৰথমেই বিচাৰে এজন সজ চৰিত্ৰবান স্বামী আৰু সু-সন্তানৰ সৈতে এখন আটোম-টোকাৰি ঘৰ। টকা-পইচা, ধন-সম্পত্তি দ্বিতীয় কথা। গতিকে তুমি মাইকী-মদৰ প্ৰতি থকা লুভো স্বভাৱটো এৰা!

ঃ চুপ্ থাকা। মোৰ স্বাধীনতাত অযথা বাধা দিবলৈ তুমি কোন?

উম্মাৰে গিৰিয়েক গুচি যোৱাৰ পিছত ৰূপাই খণ্ডত থৰ্ থৰ্কৈ কঁপিবলৈ ধৰিলে।

... ৰূপাই সকৰে পৰাই এজন সৎ চৰিত্ৰবান স্বামী বিচাৰিছিল। কিন্তু কি হ'ল? তাইৰ দেউতাকৰতো সম্পত্তি, টকা-পইচা নাছিল। ইয়াৰ মাজতো সুখ শান্তিৰেই আছিল। মাকেতো গোটেই জীৱনটো বাপেকৰ গুণ গায়েই গৌৰৱ অনুভৱ কৰিছিল।

কথাবোৰ ভাবি তাই উৱাদিহ নোপোৱা হ'ল। সংসাৰৰ এই তিক্ত অভিজ্ঞতাই তাইক অস্থিৰ কৰি তুলিলে।

ৰূপাই ভাবিলে তাই মাকৰ ঘৰলৈকে একেবাৰে গুচি যাবনেকি? কিন্তু গিৰিয়েক থাকোতে এইখন সমাজত পতিগৃহৰ পৰা গুচি গৈ আই বোপাইৰ ঘৰত থাকিবলৈ জানো শান্তি পাব? অকলে থাকিবলৈকো চাকৰি এটাৰ যোগাৰ কৰাটো সম্ভৱ নহয়। গিৰিয়েকৰ এই অন্যায় অত্যাচাৰ সহ্য কৰি থকাটো উচিত নহ'ব বুলি তাই ভাবিলে।

কি কৰো কি নকৰো এই ভাৱত থাকোতেই তাই নিৰ্মম কাণ্ডটো কৰি পেলালে।

... ৰূপাইতৰ ঘৰত এজনী বনকৰা ছোৱালী আছিল। তাই গাভৰু হৈছিল। ৰূপাৰ মনত আছে সেইদিনা কেঁচুৱাটোৰ পানীলগা অসুখ হৈছিল। বৰষুণৰ বতৰ। গতিকে ৰূপা শোৱনি কোঠাৰ পৰা বাহিৰলৈ ওলোৱা নাছিল। সন্ধিয়াৰ পৰত বনকৰা ছোৱালীজনীক গৰম পানী কৰি দিবলৈ চিঞৰি মতাত তাইৰ মাতবোল নেপাই নিজে উঠি গৈ শুনিবলৈ পালে পাছফালৰ ঢেঁকীঘৰত ফুচফুচকৈ কোনোবাই কথা পাতিছে। ঢেঁকীঘৰৰ ভিতৰখন প্ৰায় অন্ধকাৰ আছিল। ৰূপাই মনে মনে গৈ দেখে যে তাইৰ গিৰিয়েক আৰু বনকৰা ছোৱালীজনী অসৎ কাৰ্যত লিপ্ত হৈ আছে। অফিচৰ পৰা গিৰিয়েক কেতিয়ানো আহিলে তাই গমকে পোৱা নাই।

বীভৎস দৃশ্যটোৱে ৰূপাৰ চকুলৈ অন্ধকাৰ নমাই আনিলে। তাইৰ মূৰটো ঘূৰাবলৈ ধৰিলে। বনকৰা ছোৱালীজনীয়ে তাইলৈ চাই দাঁত নিকটাই হঁহা লাজকুৰীয়া হাঁহিটোৱে ৰূপাক যেন বিদ্ৰূপ কৰিলে। ৰূপাৰ অন্তৰত পুঞ্জীভূত হৈ থকা খঙ, হতাশা, ক্ষোভবোৰৰ কেন্দ্ৰ বিন্দু বনকৰা ছোৱালীজনীয়েই হৈ পৰিল।

হিতাহিত জ্ঞানশূন্য হৈ ৰূপাই দুৱাৰৰ দাঁতিত আওজাই থোৱা ঢেঁকী থোৰাটোৰে বনকৰা ছোৱালীজনীৰ মূৰত মাৰ সোধাই দিলে। গিৰিয়েক ইতিমধ্যে পলাইছিল। ৰূপাই ছোৱালীজনীক কিমানটা কোব দিছিল ক'ব নোৱাৰে। সেইফালেই তাইৰ হাড়মূৰ ভাগি জীৱটো ওলাই গ'ল।

তাৰ পিছত তাইৰ কি হ'ল ক'ব নোৱাৰে। সেই সময়ত তাইৰ কেঁচুৱাটোৰ কথাও মনত নাছিল, তাৰ জ্বৰৰ কথাও এৰো মনত নপৰিল।

জেলৰ ভিতৰত কেঁচুৱাটোক গাখীৰ খুৱাবলৈ নেপাই তাইৰ যেতিয়া বুকুত পিয়াহ সিৰা আৰম্ভ হ'ল তেতিয়া তাইৰ কেঁচুৱাটোৰ কথা মনত পৰি পাগলী হোৱাৰ দৰে হৈছিল। সকলো সময়তে মনত পৰি ৰূপাৰ মন হাহাকাৰ কৰি উঠিল।

সেই সময়ত ৰূপাৰ মন গিৰিয়েকৰ প্ৰতি আক্ৰোশত ফাটেকৰ ভিতৰতে চট্‌ফটাই আছিল। স্বাস্থ্যবান, ধুনীয়া চেহেৰাৰ গিৰিয়েকৰ মুখখনৰ অন্তৰালত থকা কুৎসিত, বীভৎস ৰূপটো তাইৰ চকুৰ আগত প্ৰকট হৈ আহিবলৈ ধৰিলে। তাই আপচোচ কৰিবলৈ ধৰিলে। ফাটেকৰ চোতালখনত বেৰৰ ইটো মূৰৰ পৰা সিটো মূৰলৈ চট্‌ফটাই ঘূৰি ফুৰিবলৈ ধৰিলে। নিশাও তাইৰ টোপনি নহা হ'ল। উজাগৰে বহি বহি অন্ধকাৰৰ মাজত তাইৰ অন্তৰৰ আক্ৰোশৰ জুইকুৰা দপ্‌দপাই জ্বলিবলৈ ধৰিলে। হোজা বনকৰা ছোৱালীটিক নেমাৰি গিৰিয়েকক হত্যা কৰা হ'লে তাই পৰম তৃপ্তি পালেহেঁতেন।

... কেইবছৰ মানৰ পিছত ফাটেকৰ ভিতৰৰ পৰিবেশৰ লগত থাকি থাকি তাইৰ মনটো সলনি হ'বলৈ ধৰিলে। নিজকে চম্ভালি ল'লে। তাইৰ বেদনাখিনিক অন্তৰৰ কোনোবা এটা চুকত ঢাকি ৰাখি তাইৰ পুৰণি সেই ৰাংঢালী ৰূপটো যেন ঘূৰাই আনিলে। তাইৰ হতাশভাবটো নাইকিয়া হ'ল। হাঁহি হাঁহি কাৰাগাৰৰ খাটনিৰ মাজেতে দিনবোৰ পাৰ কৰিবলৈ ধৰিলে।

মাজে মাজে কাৰাগাৰত তাইক দেখা কৰিবলৈ মাক-ভায়েকহঁত আহে। গিৰিয়েক কিন্তু এদিনো তাইৰ ওচৰলৈ অহা নাই। সি ইমানেই নিষ্ঠুৰ আৰু দুঃশ্চৰিত্ৰ যে তাৰ স্বভাৱৰ কোনো সলনি হোৱা নাই বুলি তাই ধৰি ল'লে। মাকৰ মুখৰ পৰা গিৰিয়েকে এই ঠাই এৰি ক'ৰবালৈ বদলি হৈ যোৱাৰ খবৰটো পালে। মাকৰ ঘৰৰ লগতো গিৰিয়েকে সম্পৰ্ক ৰখা নাই।

এটা কথাই কিন্তু তাইৰ মনটো শাঁত পেলাইছে। ল'ৰাটো হেনো জীয়াই আছে। বাপেকে তাক ভাল বোৰ্ডিং স্কুলত থৈ পঢুৱাইছে। ৰূপাক দেখুৱাবলৈ

ল'ৰাটোক বাপেকে এদিনো অনা নাই— তাক হয়তো মাক মৰিল বুলি কৈছে!

.. ৰূপাৰ কাৰাগাৰৰ ম্যাদ শেষ হৈ আহিবলৈ ধৰিলে। খালাচৰ দিনা তাইক কোনোবাই নিবলৈ আহিব বুলি মাকৰ ঘৰৰ পৰা খবৰ পালে। উগুল-থুগুল মনেৰে তাই ফাটেকৰ পৰা ওলাই যাবলৈ প্ৰস্তুত হ'বলৈ ধৰিলে। মনটো কিন্তু আনন্দৰ পৰিবৰ্তে হতাশা আৰু শোকে আবৰি পেলালে।

মই লক্ষ্য কৰিছোঁ কাৰাগাৰৰ পৰা মুক্তি পাবলৈ কয়েদী আচামী সকলে অবীৰ আগ্ৰহেৰে শেষৰ দিনটোলৈ বাট চাই থাকে যদিও সেই দিনটো অহাৰ লগে লগে প্ৰায়বিলাকৰ মনটো সেমেকি উঠা দেখা যায়। কি আচৰিত কথা— কাৰাগাৰলৈ সোমাওতেও দুখ আৰু ওলাবৰ সময়তো দুখকেই দেখা যায়। কাৰণ একেখন সমাজলৈ উভতি যাব যদিও নতুনকৈ খাপ খুৱাবলৈ যিখিনি মানসিক প্ৰস্তুতিৰ আৱশ্যক সেই দ্বন্দ্বতেই হয়তো অস্থিৰ হৈ পৰে।

ৰূপাৰ ক্ষেত্ৰতো তেনেকুৱা মানসিকতাই দেখা পালো। তাই কাৰাগাৰৰ ভিতৰতো অৰ্থাৎ চাৰিবেৰৰ বেষ্টনীৰ মাজতো উলাহৰ যি মানসিকতা গঢ়ি তুলিছিল সেইটো জানো বাহিৰলৈ গৈ পাবগৈ। যোৱাৰ আগদিনা মোৰ আগত তাই চকুপানী টুকি টুকি সেই কথাই কৈছিল।

ঃ কাৰাগাৰৰ ভিতৰতে মই গোটেই জীৱনটো কটাব পৰা হ'লে। বাইদেউ, বাহিৰত গৈ মই কি পামগৈ? মোকতো সহজভাৱে সমাজে গ্ৰহণ নকৰিব। নিজৰ ল'ৰাটোৱেও মাক বুলি চিনি নাপাব। সি চাগে এতিয়া চৈধ্য-পোন্ধৰ বছৰীয়া হ'ব...।

খালাচৰ দিনা খবৰ আহিল— ৰূপাক নিবলৈ ঘৰৰ পৰা কোনোবা আহিছে। মহিলা ফাটেকত খদম্ দম্ লাগিল। সকলো মহিলা কয়েদী আচামীয়েই প্ৰিয় বন্ধুক বিদায় দিবলৈ তৎপৰ হৈ উঠিল। প্ৰায়ভাগৰে মনবোৰ সেমেকা, মহিলা প্ৰহৰী গৰাকীয়ে ৰূপাই কাৰাগাৰলৈ প্ৰথম আহোতে পিন্ধি অহা সাজযোৰ আৰু সামান্য অলংকাৰ খিনি গুদাম ঘৰৰ পৰা আনি পিন্ধাই দিলে। কোনোবাই ৰূপাৰ চুলিখিনি পৰিপাটিকৈ আচুৰি খোপা বান্ধি দিলে। কোনোজনীয়ে খোপাত ফুল এপাহ গুজি দিলে— যেন ন-কইনাক পতিগৃহলৈ পঠিয়াবলৈহে যা-যোগাৰ কৰিছে। সকলোৰে মৰম-চেনেহৰ অত্যাচাৰত ৰূপাই চকুপানী ধৰি ৰাখিব নোৱাৰিলে। তাই হুকহুকাই কান্দি উঠিল। মহিলা প্ৰহৰী গৰাকীকে ধৰি সকলোৰে চকু চলচলীয়া হ'ল। লাহে লাহে আহি তাই মোৰ টেবুলৰ ওচৰত থিয় হ'ল।

ঃ বাইদেউ, যাওঁচো! কিবা যদি দায়-দোষ কৰিলো বেয়া নাপাব।

তাই হাতযোৰ কৰি মোক সেৱা এটি কৰিব খোজোঁতেই মই থিয় হৈ তাইক বাধা দিলো। ৰূপাই অফিচৰ সকলোকে নমস্কাৰ কৰি বাহিৰৰ দুৱাৰৰ ফালে আগবাঢ়ি গ'ল। মই গৈ খিৰিকীৰ ওচৰত বৈ বাহিৰলৈ ভুমুকি মাৰিলো।

মই ভাবিছিলো ৰূপাৰ মাক আৰু ভায়েকহঁত বাহিৰত বৈ আছে! কিন্তু ক'তা? মইতো তেওঁলোকক দেখা নাপালো।

তেনেকুৱাতে মুখ্য প্ৰহৰীজনৰ চিঞৰ মোৰ কাণত পৰিল—

ঃ ঘৰৰ মানুহ কোন আহিছে? ৰূপা ফুকনক চমজি ল'ব লাগে।

কিছু দূৰৈত অৰ্জ্জুন গছজোপাৰ তলত বৈ থকা এম্বেচাদৰ গাড়ীখনৰ পৰা চছ্‌মা পিন্ধা এজন ক্ষীণকায় মানুহ লগত চৈধ্য-পোন্ধৰ বছৰীয়া ল'ৰাৰ সৈতে নামি ৰূপাৰ ফালে কেইখোজমান আগুৱাই আহি বৈ গ'ল। কেইখোজমান আগবাঢ়ি যোৱা ৰূপাও বৈ গ'ল।

— এইয়া কি? মাক ভায়েকহঁতৰ পৰিবৰ্তে এইয়া কোন? এনেতে মানুহজনে ল'ৰাটোৰ ফালে চাই কিবা এটা ক'লে। ল'ৰাটোৰ মুখৰ পৰা ওলাল 'মা' বোলা শব্দটো। ৰূপাৰ কাণত পৰিল। ৰূপাই খকমককৈ আগবাঢ়ি আকৌ বৈ দিলে। মানুহজন ৰূপাৰ ওচৰ চাপি আহি আধাফুটা মাতেৰে ক'লে—

ঃ মই তোমাক বহুত কষ্ট দিলো। মোৰ কাৰণে তুমি অযথা শাস্তি পাবলগীয়া হ'ল। মই জানো— মই ক্ষমাৰ যোগ্য নহয়! তোমাক ক্ষমা খোজাৰ সাহসো মই হেৰুৱালো— ল'ৰাটো তোমাক গতালো।

ৰূপাই চকুকেইটা ডাঙৰকৈ মেলি চালে। নেদেখা বস্তু এটা দেখাৰ দৰে লাগিল। ল'ৰাটোৰ আকৌ 'মা' শব্দত ৰূপাই এইবাৰ ৰ'ব নোৱাৰি ল'ৰাটোক সাৱটি ধৰি হুকহুককৈ কান্দি দিলে। ল'ৰাটোৱে এখন হাতেৰে মাকক আৰু এখন হাতেৰে বাপেকৰ হাতত ধৰি গাড়ীত উঠিল।

গাড়ীত উঠি ৰূপাই কাৰাগাৰৰ ফালে ঘূৰি চালে। দৰজাৰ কাষত বৈ থকা মুখ্য প্ৰহৰী আৰু মহিলা প্ৰহৰী গৰাকীয়ে হাত জোকাৰি বিদায় দিলে। ☐☐

# পিতাকৰ হত্যাকাৰীক বিচাৰি পোনাকণ

(১)



যোৰহাট জিলা কাৰাগাৰৰ পৰা 'জেইল ৰোডেদি' বা কুশল কোঁৱৰ পথেদি ডেৰ মাইলমান নগৰৰফালে আহিলে কৈঁকুৰিটো পায়। কৈঁকুৰিটোৰ চকতে পণ্ডিত প্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈদেৱৰ বাসভৱন। সোঁ-ফালেদি ঘূৰি বাওঁফালেদি গ'লে ৰাজপথটো। সোঁফালেদি চিধা আবৰ্ত ভৱনৰ সন্মুখৰ পথেদি গ'লে আৰক্ষী অধীক্ষকৰ বঙলা পাৰ হয়েই খেল পথাৰৰ পথটো এৰি থৈ 'দ'চ এণ্ড কোঃ' চাৰিআলি বা থানা চাৰিআলি পায়। দ'চ এণ্ড কোঃ পাৰ হৈ বাওঁফালে ৰাস্তাৰ কিনাৰতে তমাল মিস্ত্ৰীৰ স্কুটাৰ ভাল কৰা গেৰেজ।

সেই সময়ত যোৰহাটত যিকেইটা স্কুটাৰৰ গেৰেজ্ আছিল, তাৰ ভিতৰত তমাল মেকানিকৰ গেৰেজ্‌টো ভালেকেইটাৰ ভিতৰৰে এটা আছিল। গেৰেজটো আহল-বহল, ডাঙৰ। পুৱাৰ পৰা ৰাতি এডোখৰলৈকে তমালৰ গেৰেজত কাম চলি থাকে। তমাল যেনেকৈ ভাল মেকানিক বুলি বিখ্যাত তেনেকৈ কথাচহকী, ৰসজ্ঞ ব্যক্তি হিচাপেও নাম আছে।

কাৰাগাৰৰ কম্পাউণ্ডাৰ্ বাবুৱে পুৰণা লেমব্ৰেটা স্কুটাৰখনেৰে আহি গেৰেজৰ সন্মুখত ৰখাই তমালক চিঞৰিলে—

ঃ চাচোন, স্কুটাৰখনৰ কিনো বিজুতি ঘটিছে। ষ্টাৰ্ট নহয়হে নহয়। পেডেল্ মাৰোতে মাৰোতে আঠুত মোৰ বিষ উঠিছে। কথ্‌মপি ষ্টাৰ্ট কৰি ইয়ালৈ লৈ আনিছোঁ।

তমালে চাইচিতি কাৰবেটৰৰ দোষ বুলি ক'লে—

ঃ চাফা কৰিব লাগিব, অলপ টাইম ল'ব।

সেইবুলি তাৰ সহকাৰী এটাক মাতিলে—

ঃ ঐ বয়, তই সেইটো কাম বাদ দি ককাইদেউৰ কাৰবেটৰটো খোলচোন।

কম্পাউণ্ডাৰে থোলোকা ল'ৰাটোলৈ চাই ক'লে—

ঃ কামটো তুমি কৰা হ'লেহে ভাল আছিল, সি জানো পাৰিব?

ঃ আপুনি সেইটো ভাবিব নালাগে ককাইদেউ। ই নতুন যদিও ভাল কামেই কৰে। এই খোল—

বয়ে ৰেঞ্চপাতি লৈ কাম আৰম্ভ কৰি দিলে। ওচৰতে টুল এখনত বহি কম্পাউণ্ডৰে চাই থাকিল, ল'ৰাটোৰ কাম কাজ দেখি তেওঁ বৰ সন্তুষ্ট হ'ল। কাৰণ কাৰবেটৰটো পৰিষ্কাৰ কৰাৰ উপৰি ধূলি-বালি গুচাই স্কুটাৰখন চিক্‌চিকাই থকাকৈ মচি দিলে। স্কুটাৰখন এটা কিক্ মাৰি এককোবেই ষ্টাৰ্ট কৰি দেখুৱালে।

ঃ বাঃ, ই দেখিছো একেবাৰে ওস্তাদ। এইটো বৰ ভাল ল'ৰা পালাহে তমাল। পিছে ইয়াৰ নামটোনো 'বয়' কোনে দিলে?

ঃ মঁয়েই দিছো।

ঃ কিয়?

ঃ দেখিবলৈ বগা-চগাৰ উপৰি দুই এটা ইংৰাজী শব্দও কয়। সেই কাৰণে ল'ৰাৰ সলনি ইংৰাজীতে 'বয়' বুলি মাতো।

ঃ বেচ্ বেচ্ ভাল কথা— সেই বুলি তমালক দিবলগীয়া টকা কেইটা দি বয়কো টকা দুটা বকচ্চিচ দিব খুজিলে।

ঃ হো ল, চাহপানী খাবি।

বয়ে লওঁ নলওঁকৈ হাতখন মেলি টকা দুটা ল'লে আৰু কম্পাউণ্ডাৰ বাবুক কিবা এটা সুধিম বুলি ভাবোতেই তেওঁ স্কুটাৰখন ষ্টাৰ্ট দি গুচি গ'ল।

ইয়াৰ কেইদিনমানৰ পিছত এদিন দেওবাৰে কম্পাউণ্ডৰে নিজৰ আবাসগৃহৰ সন্মুখৰ কবি খেতিডৰাত ইফাল-সিফাল কৰি পোক পৰুৱাই ধৰিছেনেকি চাই আছিল। এনেতে হঠাৎ ৰাস্তাৰ ফালে চকু পৰিলত দেখে বয়ে মুখত বনগুটি এডালৰ গুৰিটো কামুৰি কামুৰি তেওঁলৈকে চাই চাই যাওঁ নাযাওঁকৈ পাৰ হৈ যাব খুজিলে। কম্পাউণ্ডাৰে তাক মাতিলে—

ঃ আৰে? তোৰ নামটো কি আছিল? বয়। ক'লৈ যাব? তোৰ ঘৰ এইফালেই নেকি?

ঃ নহয়। এনেয়েহে আহিছোঁ।

ঃ অ', তাৰ মানে ফুৰিবলৈ আহিছ? আহচোন আহ ভিতৰলৈ আহ। মোৰ ঘৰ এইটোৱেই বুজিছ?

ঃ জানো। মই আগতেওঁ এইফালে আহিছোঁ। মই আগৰে পৰা আপোনাক চিনি পাওঁ।

ঃ হয়নেকি? ভালেই হ'ল দে। মোৰ স্কুটাৰখন চাফা কৰি দিব পাৰিবি?

ঃ পাৰিম।

কম্পাউণ্ডাৰে স্কুটাৰখন উলিয়াই দিলে। সি পৰিষ্কাৰ কৰাত লাগিল। ভিতৰলৈ চাই পৰিবাৰক ক'লে—

ঃ হেৰা, ইয়াক চাহ-অকণমান দিবাহে।— তই স্কুটাৰখন চাফা কৰি থাক, মই জেলৰ হস্পিতালৰ পৰা আহোঁগে।

স্কুটাৰখন সুন্দৰকৈ পৰিষ্কাৰ কৰি চাহ জলপান খাই বয় যাবলৈ ওলাল। কম্পাউণ্ডাৰণীয়ে তাক পইচা দিব খোজোতে সি নালাগে বুলি কৈ গুচি গ'ল।

অন্য এদিন কম্পাউণ্ডাৰ বাবুৱে হস্পিতালৰ পৰা ওলাই আহিব খুজি মূল দুৱাৰখন পাওঁতে দেখিলে বয়ে ৰাস্তাইদি কাৰাগাৰৰ ইটো মূৰৰ পৰা সিটো মূৰলৈ পাক দি আছে। আগবেলা প্ৰায় চাৰে এঘাৰমান বজালৈকে কাৰাগাৰৰ

সন্মুখৰ ভাগ বৰ হুলস্থূল হৈ থাকে। বিচাৰৰ বাবে আদালতলৈ আচামী নিবলৈ অহা নীলা ৰঙৰ ভানখন বৈ থাকে। কাৰাগাৰৰ ওচৰতে থকা 'পুলিচ ৰিজাৰ্ভ'ৰ চিপাহীও কামে কাজে যাবলৈ আৰু আচামী নিবলৈ গোট খায়হি। পুৱা সাত বজাতে ভাগে ভাগে কামলৈ লৈ যোৱা কয়েদীৰ 'চালি' বিলাক খোৱাবোৱা কৰিবলৈ ওভোতাই ভিতৰ সুমুৱায়হি। কাৰাগাৰৰ বিষয়া কৰ্মচাৰীসকলৰ এইখিনি সময়ত উশাহ সলাবলৈকে সময় নোহোৱাৰ দৰে হৈ পৰে। তাৰ মাজতে কোনোবা কয়েদী ঘৰৰ মানুহে দেখা সাক্ষাৎ কৰিবলৈ কাৰাগাৰৰ মূল দুৱাৰ আৰু খিৰিকী কেইখনৰ ওচৰত ভিৰ কৰোহি।

এনেকুৱা এটা পৰিবেশত পুলংপালাংকৈ ল'ৰাটোৱে ইফালৰ পৰা সিফাললৈ ঘূৰি ফুৰা দেখি কম্পাউণ্ডাৰ বাবু আচৰিতেই হ'ল। তেওঁ লাহে লাহে তাক নিৰীক্ষণ কৰি বাহিৰলৈ ওলাই আহি তাক কাষলৈ মাতিলে।

ঃ আজি তোৰ গেৰেজ্‌ৰ কাম নাইনেকি? এই সময়ত ইয়াত যে ঘূৰি ফুৰিছ?

আজি সি ছুটী লৈছে বুলি কোৱাত কম্পাউণ্ডাৰ বাবুয়ে তাৰ মুখখনলৈ ভালকৈ চাই ভাবিলে— ইয়াত বয়ে কি কৰিছে? প্ৰায়ে ই ইয়ালৈ আহি কি কৰে? তাৰ সুগঢ়িত মুখখনলৈ চাই দেখিলে— কিবা এটা যেন ক্ষোভ তাৰ মুখখনত লুকাই আছে। চকুকেইটায়েও যেন কিবা এটা বিচাৰি আছে। কিয় জানো কম্পাউণ্ডাৰৰ তালৈ মৰম উপজিল। হাতখন তাৰ চুলিকেইডালত বুলাই ক'লে—

ঃ কচোন তই, ইয়াত তোৰ কি কাম আছে?

সি মুখেৰে নেমাতি তললৈ মূৰ কৰিলে। কিবা কম বুলি ভাবিও সি যেন সাহস গোটাব নোৱাৰিলে।

ঃ ব'ল, আমাৰ ঘৰলৈ যাওঁ।

ঃ কিয়? স্কুটাৰখন চাফা কৰি দিব লাগেনেকি?

ঃ নালাগে। আজি ছুটীৰ দিনত তই একো কাম কৰিব নালাগে। তই মোৰে সৈতে ভাত খাব লাগিব।

ঃ ল'ৰাটোক ভাতপানী খুৱাই, মৰম সাদৰ কৰি তাৰ ঘৰত কোন আছে, ঘৰ ক'ত ইত্যাদিবোৰ প্ৰশ্ন কম্পাউণ্ডাৰ আৰু পৰিবাৰে সুধিলে। উত্তৰত সি তাৰ মাক আৰু ককায়েক আছে বুলি ক'লে। মাকে ইঘৰ সিঘৰত কাম কৰে আৰু খেতিবাতি যি সামান্য আছে তাক চোৱাচিতা কৰে। ককায়েকে চৰকাৰী অফিচত

পিয়নৰ চাকৰি কৰে। বাপেক নাই বুলি কৈ চকুকেইটা সি ঢুলঢুলীয়া কৰি পেলালে। প্ৰসংগ সলনি কৰি কম্পাউণ্ডাৰ আকৌ সুধিলে—

ঃ স্কুলত নপঢ়িলি কিয়?

ঃ পঢ়িছিলো। এৰি দিলো।

ঃ কিয় এৰি দিলি?

সি মুখেৰে নেমাতিলে। কম্পাউণ্ডাৰে জোৰকৈয়ে তাক সুধিলে—

ঃ তই বাৰু ইয়ালৈ কিহৰ কাৰণে আহ, ক'চোন বাৰু।

— সি তলমূৰ কৰি থাকিল। যিষাৰ কথা সি ক'ম ক'ম বুলি সদায় ভাবে, সুবিধা পায়ো ক'ব নোৱাৰি মাথোন সেপ ঢুকি থাকে। আজি কিন্তু সি এই মৰমিয়াল লোকজনৰ পৰা অভয় পাই কৈ পেলালে যে— জেল খাটি থকা দীনেশ শৰ্মা নামৰ কয়েদীজনক সি দেখা কৰিবলৈ বিচাৰে।

ঃ অ' সেইটো কথা। সেই কাৰণে তই ইমান দিনে ইয়ালৈ আহি আছ? হ'ব বাৰু। মই তোক লগ কৰাই দিম। কিন্তু...?

কম্পাউণ্ডাৰে চিন্তা কৰি আকৌ ক'লে—

ঃ দীনেশ শৰ্মা নামৰ খুনী কয়েদীজনৰ লগত তোৰ সম্বন্ধ কি? তোৰনো কি হয়?

ল'ৰাটোৱে ক'লে—

ঃ মোৰ দাদা হয়!

আচলতে দীনেশ নামৰ কয়েদীটো তাৰ একোৱেই নহয়। এই কেইদিন সি অহাযোৱা কৰি এটা কথা গম পাইছিল যে আত্মীয় নহ'লে কোনো কয়েদীক বাহিৰৰ মানুহৰ লগত দেখা কৰিবলৈ দিয়া নহয়। সেই কাৰণে সি মিছা কথাষাৰ ক'লে।

ঃ বাৰু হ'ব। তোক মই লগ কৰাই দিম। তই দৰখাস্ত নিদিলেও হ'ব।

কিন্তু কম্পাউণ্ডাৰে ভাবিলে— দীনেশ শৰ্মা, ইয়াৰ কেনেকুৱা দাদা হ'ব পাৰে? সিটো এটা 'ৰিপালচিভ' অৰ্থাৎ বিকৃচিনা লগা অপৰাধী। অভিব্যক্তিহীন, ঢেলা ডাঙৰ ডাঙৰ চকুৰ এই কাঠচিতীয়া খুনী কয়েদীটোক কাৰাগাৰৰ ভিতৰৰ কোনো কয়েদীয়েই সহ্য কৰিব নোৱাৰে। সদায় সিহঁতৰ লগত দলবদ্ধভাৱে কাম কৰোতে সি কিবা নহয় কিবা এটা গণ্ডগোল কৰিবই। দীনেশ শৰ্মাক সেই কাৰণে

এককভাবে কৰা কামবোৰহে কৰিবলৈ দিয়া হয়। সি কিন্তু ভাল টাইপিষ্ট। কাৰগাৰত কেতিয়াবা গোপনীয় নোহোৱা কিবা কাম থাকিলে দীনেশ শৰ্মাকে টাইপ কৰিবলৈ দিয়া হয়। কাৰণ আগতে সি যোৰহাটৰ জনস্বাস্থ্য বিভাগৰ টাইপিষ্ট হিচাপে কাম কৰিছিল।

এইবোৰ কথা ভাবিচিন্তি ল'ৰাটোক লগত লৈ কম্পাউণ্ডাৰ কাৰাগাৰৰ দুৱাৰমুখ পালেহি। তাক বাহিৰতে ৰ'বলৈ কৈ ভিতৰ সোমাই দুপৰীয়াৰ কৰ্তব্যৰত অবস্থাত থকা সহঃ কাৰাধ্যক্ষজনৰ লগত কথাপাতি ল'ৰাটোক ভিতৰ সুমুৱাই লৈ গ'ল। সহঃ কাৰাধ্যক্ষজনে লৰাটোলৈ চাই দীনেশ শৰ্মানো তাৰ কি হয় সুধিলে। সি ভয় খোৱাৰ দৰে হ'ল। কম্পাউণ্ডাৰে ক'লে—

ঃ কি হয় নকৱ কিয়?

ঃ দাদা হয়। — সি সেপ ঢুকি ক'লে।

সহঃ কাৰাধ্যক্ষজনে দীনেশ শৰ্মাক কাৰ্যালয়লৈ মাতি আনিবলৈ প্ৰহৰী এজনক ক'লে।

সেই সময়ত দীনেশ নামৰ কয়েদীজনে কাৰ্যালয়ৰ ওচৰতে থকা নথিপত্ৰ থকা ষ্টোৰ ৰুমটোৰ এটা চুকত টাইপ কৰি আছিল। প্ৰহৰীজনে তাক মাতিলত সি কাৰ্যালয়লৈ ওলাই আহিল।

কম্পাউণ্ডাৰে দীনেশক ক'লে—

ঃ তোক ভায়েৰাই লগ কৰিবলৈ আহিছে।

দীনেশে ল'ৰাটোৰ ফালে অচিনাকিৰ ভাবত চালে।

ঃ কি হ'ল চিনিপোৱা নাইনেকি ইয়াক?

সহঃ কাৰাধ্যক্ষজনৰ প্ৰশ্নত দীনেশে নাই পোৱা বুলি মূৰ জোকাৰিব খোজোতেই ল'ৰাটোৱে ওচৰতে থকা টেবুলখনৰ পৰা গধুৰ পত্ৰভাৰ এটা লৈ দীনেশৰ গালে দলিয়াই দিলে আৰু লগে লগেই চোঁচা লৈ দীনেশৰ বুকুৰ চোলাটোত খামুচি ধৰি চিঞৰি ক'বলৈ ধৰিলে—

ঃ তই কিয় মোৰ পিতাইক মাৰিলি? পিতায়ে তোক কি কৰিছিল? তোক এতিয়া মই মাৰি পেলাম— বুলি তাক ভুকুৱাবলৈ ধৰিলে।

সকলো হতভম্ব হ'ল। প্ৰহৰীজনে থাপ মাৰি ধৰি জোৰকৈ ল'ৰাটোক আঁতৰাই আনিলে। ল'ৰাটোৱে কিন্তু ক'বলৈ ধৰিলে—

ঃ ইয়াক মই মাৰি পেলাম, ইয়াক মই খাই পেলাম— ই মোৰ পিতাইক মাৰি পেলালে!

সহঃ কাৰাধ্যক্ষজনে দীনেশক ভিতৰলৈ যাবলৈ ক'লে। ল'ৰাটোৱে আৰু ডাঙৰ ডাঙৰকৈ চিঞৰিবলৈ ধৰিলে।

ঃ তাক যাবলৈ নিদিবা। তাক মোক দিয়া। মই তাক মাৰি পেলাম!

প্ৰহৰীজনে উপাই নেপায় লৰাটোক ঠাচ কৰে চৰ এটা মাৰি দিলে। চৰটো খাই সি ইমান হিয়ালি জিয়ালিকৈ কান্দিবলৈ ধৰিলে যে সহঃ কাৰাধ্যক্ষ, কম্পাউণ্ডাৰ, প্ৰহৰী সকলোৰে অন্তৰ চুই গ'ল। তাৰ অৱস্থাটো দেখি বৰ দুখ পালে। কম্পাউণ্ডাৰে বুজনি দি ল'ৰাটোক তেখেতৰ ঘৰলৈ লৈ আহিল।

সেইদিনা কম্পাউণ্ডাৰ আৰু পৰিয়ালে খুৱাই-বুৱাই আদৰ সাদৰ কৰি ল'ৰাটোক নিজৰ ঘৰতে ৰাখিলে। পিছদিনা ৰাতিপুৱাই কম্পাউণ্ডাৰে স্কুটাৰত উঠাই তাক তাৰ ঘৰলৈ লৈ গ'ল।

আটোম-টোকাৰি বাৰীখনৰ সৈতে, গোবৰ ৰঙামাটিৰে ফৰকালকৈ মুচিকাচি থোৱা চোতাল আৰু পিৰালি জিলিকি থকা, আধা টিঙৰ আধা খেৰী ঘৰটো। স্কুটাৰখন পদূলি মুখত ৰোৱাৰ শব্দ শুনি ভিতৰৰ পৰা আদহীয়া, ওখ-পাখ, সাধাৰণ বোৱা অথচ ধকধকীয়া বগা কাপোৰ পিন্ধা মানুহ এগৰাকী দৌৰি অহাৰ দৰে ভিতৰৰ পৰা ওলাই আহি নঙলাডাল খুলি 'পোনাকণ আহিলি' বুলি ল'ৰাটোক সাৱটি ধৰিলেহি।

ঃ কালি ৰাতি তই ক'ত আছিলি? মোৰ জীৱটো যায় যায় যেন পালো। এনেকৈনো নোকোৱা নোবোলাকৈ গোটেই নিশাটো তই নাইকিয়া হ'ব লাগেনে?

ঃ কালি ৰাতিটো ময়ে তাক ৰাখিলো।

অচিনাকি মানুহজনৰ উত্তৰটো শুনি মানুহজনীয়ে সন্দেহলগা দৃষ্টিৰে কম্পাউণ্ডাৰলৈ চালে। কম্পাউণ্ডাৰে ক'লে—

ঃ মই জেলৰ হস্পিতালত কাম কৰো। মোৰ নাম...।

পোনকণে মাত লগালে—

ঃ বৌটি, মই ছাৰক আগৰে পৰা চিনি পাওঁ। এখেতে মোক কালি পিতাইৰ..' বুলি চকুকেইটা চলচলীয়া কৰি বৈ গ'ল। শোকত তাৰ ডিঙিৰ পৰা কথাখিনি নোলাল। কম্পাউণ্ডাৰে মাত লগালে—

ঃ মোক ভিতৰলৈ নেমাতে নেকি?

ঃ আহক দেউতা— বুলি আথেবেথে মাতি নি মানুহগৰাকীয়ে কম্পাউণ্ডাৰক ভিতৰত বহুৱালেগৈ।

কম্পাউণ্ডাৰে সকলো কথা পোনাকণৰ মাকক বিৱৰি ক'লে। তাক এতিয়াই ইটো সিটো কাম কৰিবলৈ দিয়াতকৈ স্কুলত পঢ়ুৱাহে ভাল আছিল বুলি ক'লে।

ঃ কি কৰিম দেউতা ঈশ্বৰ। সি মোৰ আৰু ককায়েকৰ কথা একেবাৰে নমনা হ'ল। আজি কিছুদিনৰ পৰা তাৰ এটা কথাই মুখত বেয়াকৈ সোমাল। বাপেকৰ হত্যাকাৰীক সি মাৰিব আৰু নিজেও মৰি হেনো বাপেকৰ ওচৰলৈ গুচি যাব। সেইবুলি সি স্কুলো এৰিলে আৰু ঘৰো প্ৰায় এৰিছে বুলিয়েই ক'ব পাৰি। ইয়াক লৈ আমি বিবুধিত পৰিছোঁ। আপনি দিহা-পৰামৰ্শ দি ইয়াক যদি কিবা এটা গত লগাব পাৰে মই আপোনাৰ নিকিনা গোলাম হৈ থাকিম— মাকে চকুপানী টুকিলে।

কম্পাউণ্ডাৰক চাহ জলপান খুৱাই পোনাকণৰ মাকে আকৌ ক'লে—

ঃ বাপেক নাইকিয়া হওঁতে তাৰ বয়স আছিল সাত বছৰ আৰু ডাঙৰটোৰ বয়স বুজনেই আছিল। ঘটনাটো ঘটাৰ পিছত সিহঁত দুটা বাপেকৰ অবিহনে এনেদৰে শোকত ভাগি পৰিছিল যে মই তাহাঁতক চম্ভালোতে কান্দিবলৈকো পাহৰিছিলো। চকুৰ চকুপানী চকুতে শুকাইছিল। তাৰ পিছত ওচৰ চুবুৰীয়া ৰাইজ আৰু সকলোৰে মৰমৰ বুজনিত ডাঙৰটো কিছু শান্ত হ'ল। সি বাপেকৰ চাকৰিটোও পালে। সৰুটোৱেহে বুজনি নামানিলে। পঢ়াত ভাল আছিল যদিও স্কুল এৰিলে। দিনে ৰাতিয়ে কেৱল সেই নৰাধমটোৰ কথা চিন্তা কৰি তাৰ মুখটো একেবাৰে বেয়া হ'ল। বাপেককো প্ৰায়ে সপোনত দেখে। সপোন দেখি সাৰ পোৱাৰ পিছত কান্দিবলৈ ধৰে। বাইক মিস্ত্ৰী তমালে বুজাই বঢ়াই তাৰ লগতে ৰাখি কাম শিকাম বুলি লৈ গৈছিল। সি যে গৈ আপোনালোকৰ তাত এইখন কাণ্ড কৰিব সেইটোনো আমি ভাবিব পাৰোনে? আপুনি নহৈ অন্য মানুহ হোৱা হ'লে এনে কাণ্ডত সি বিপদত পৰিলেহেঁতেন? আপোনাকেই গতালো দেউতা! যি কৰে কৰক!

ল'ৰাটোৰ মৰ্মান্তিক আঘাতৰ উমান পাই কম্পাউণ্ডাৰৰ মনতো বাৰুকৈয়ে দুখ লাগিল। তেওঁ এটা আবেগিক দায়িত্ববোধ অনুভৱ কৰিলে।

## (২)

নিষ্ঠুৰ নৃশংস হত্যাকাৰী দীনেশ শৰ্মাক দেখি পোনাকণ নামৰ ল'ৰাটো পাগল হৈ পৰিছিল। সি পিতাকৰ হত্যাৰ প্ৰতিশোধ ল'বলৈ তাৰ অন্তৰত উমি উমি জ্বলি থকা জুইকুৰাৰ যেন বহিঃ প্ৰকাশ ঘটিছিল। সেই নিষ্পাপ মৰমলগা ল'ৰাটোৰ ক্ৰোধ উন্মাদনা দেখি কাৰাগাৰৰ কাৰ্যালয়ত উপস্থিত থকা প্ৰহৰী, কৰ্মচাৰী, বিষয়াসকল হতবাক্ হ'ল। আনহাতে নিষ্ফল আক্ৰোশৰ প্ৰতিশোধৰ জ্বালাত ভাগি পৰা তাৰ অন্তৰখনৰ মৰ্ম বেদনা উপলব্ধি কৰি সকলোৰে অন্তৰবোৰ দুখত ভৰি পৰাই নহয়, 'কথ্‌লেচ্ মাৰ্ডাৰাৰ' দীনেশ শৰ্মাৰ প্ৰতি সকলোৰে ঘৃণাৰ ভাব উদ্ৰেক হ'ল।

.... বিহুলৈ আৰু কেইদিনমানহে আছে। বেংকত টকা ল'বলৈ অহা মানুহৰ ভিৰ বাঢ়িছে। এইবাৰ বিহুত ৰাজ্য চৰকাৰৰ কৰ্মচাৰীসকলে পাবলগীয়া মৰগীয়া ভাট্টাৰ অৱশিষ্ট টকাখিনি চৰকাৰে মোকলাই দিছে। সেই কাৰণে যো হাটৰ বিভিন্ন চৰকাৰী কাৰ্যালয় বিলাকত কোষাগাৰ আৰু বেংকৰ লগত লেনদেন কৰা পিয়ন, কৰ্মচাৰীসকলৰ ব্যস্ততাৰ অন্ত নাই। এবাৰ কোষাগাৰলৈ, এবাৰ বেংকলৈ অহাযোৱা কৰি খৰখেদাকৈ সোনকালে টকাখিনি উলিয়াব পাৰিলেই ৰক্ষা।

চ'তৰ শেহৰ চিপ্‌চিপিয়া বৰষুণ। চেগা-চোৰোকাকৈ আগতে দুই এজাক বৰষুণ আহিছিল, বৰষুণে যদিও ধূলিবালি গছলতিকাৰ পৰা ধুই বসন্তৰ আগমনিক অধিক চাফচিকুণ কৰি তুলিছিল, এইজাক বৰষুণত যেন বেলেগ অনুভূতি আছিল। শুকান পাহাৰৰ চিলচিলীয়া ন-পানীত পুথি ডঁৰিকনাৰ গাত সম্মোহনী আনন্দই নধৰা হোৱাৰ দৰে যেন মানুহৰ মনতো এক অবুজ সিহঁৰণ জগাইছিল। ব্যস্ততাপূৰ্ণ নগৰখনেও ষোড়শীৰ পোছাক পৰিধান কৰিছিল। গাওঁভূঁইত মানুহৰ মন বিহ্বলীয়া হৈ পৰিছিল। নগৰতো দূৰৈৰ পৰা সকলো সময়তে ভাঁহি অহা হুঁচৰি আখৰাৰ ঢোল পেপাৰ মাতে মানুহক অধিক সচেতন কৰি তুলিছিল। কাহানিবাতে কুলি-কেতেকীয়ে বসন্তৰ আগমনি জনোৱা, মন ৰঙাই তোলা বিহুটি যেন সমাগত।

যোৰহাটৰ ষ্টেটবেংকৰ চৰকাৰী শাখাত পাৰি থোৱা বেঞ্চ এখনত অন্যসকলৰ সৈতে জনস্বাস্থ্য বিভাগৰ পিয়ন ৰোপাৰামে অভিযান্ত্ৰিক মহাবিদ্যালয়ৰ পিয়ন মালিৰামৰ সৈতে বহি সিহঁতে উপস্থাপিত কৰা বেতন পত্ৰৰ টকা ল'বৰ বাবে প্ৰতীকটো মতাৰ অপেক্ষাত বৈ আছে। দুয়ো নিজৰ নিজৰ ভাগৰ

টকাখিনিৰে বিহুৰ কাৰণে ঘৰলৈ কি কি নিব, কাক কি কি দিব আদি কথাবোৰ পাতি আছে। বোপাৰামে ক'লে—

ঃ বুজিছ্ মালি, যিকেইটা টকা পাম, সেইকেইটাই মোক নুকুলাবগৈ যেন পাইছোঁ। ল'ৰা দুটাক চোলাপেন্ট দিয়াৰ উপৰি একোযোৰকৈ জোতাও দিব লাগিব। আগৰবোৰ ফাটি-ছিটি গ'ল। মানুহজনীয়েও এইবাৰ এজোৰ ভাল ৰিহা মেখেলা বিচাৰিছে। দিব লাগিব বুজিছ্। বহুত দিন একো দিয়াই নাই। এইবাৰ টকাকেইটা পাওঁতেই যদি দিব নোৱাৰো তেনেহ'লে বৰবাবুৰ পৰা এশমান টকা ধাৰলৈ ল'ব লাগিব।

এনেতে 'টোকেন নাম্বাৰ থাৰ্টি টু' বুলি কাউণ্টাৰৰ ভিতৰৰ পৰা চিঞৰিলে। কথাপাতি থকাৰ কাৰণে বোপাৰামে পোনতে শুনা নাছিল। দুই তিনিবাৰ চিঞৰাৰ পিছত মালিৰামে বোপাৰামক ক'লে—

ঃ থাৰ্টি টু টোকেন নাম্বাৰ তোমাৰনেকি চোৱাচোন।

বোপাৰামে টোকেনটো চাই 'এ হয়। আছো আছো' বুলি সন্মুখলৈ মানুহ ফালি আগবাঢ়ি গ'ল।

কাউণ্টাৰৰ ভিতৰত বত্ৰিশ নম্বৰৰ টোকেনটো সুমুৱাই দি বোপাৰামে ক'লে—

ঃ মোৰ কিন্তু দুখন বিল আছিল। বত্ৰিশ আৰু তেত্ৰিশ।

ভিতৰৰ পৰা ক'লে—

ঃ থাৰ্টি টু খনৰ লোৱা। ইখন পিছত হ'ব। এতিয়াও ট্ৰেজাৰীৰ পৰা আহি পোৱা নাই।

বোপাৰামে টকাখিনি লৈ কান্ধত ওলোমাই লোৱা বেগটোত ভালকৈ সুমুৱাই ওলাই আহি মালিৰামক ক'লেহি—

ঃ ডাঙৰ বিলখন পালো, তাকৰীয়াখন থাকিল। সেইখন কাইলৈ লম। এতিয়া চাৰি বাজিবৰে হ'ল। সোনকালে অফিচ পাবগৈ লাগিব। টকা ল'বলৈ সকলো বৈ আছে চাগৈ।

— কোবাকুবিকৈ বোপাৰাম নিজ অফিচৰ পিনে আগবাঢ়িল।

বোপাৰামে টকা-পইচাখিনি কাৰ্যালয়ত জমা দিলে ঠিকেই। নিজৰো পাবলগীয়া খিনি লৈ খৰখেদাকৈ ঘৰ অভিমুখে আগবাঢ়িল। কিন্তু আচৰিত কথা সি ঘৰ নোপালেগৈ।

পিতাকৰ হত্যাকাৰীক বিচাৰি পোনাকণ

বোপাৰাম আগদিনাৰ পৰা অন্তৰ্দ্ধান হোৱাৰ কথাটো পিছদিনা দুপৰীয়া ঘুনুক ঘানাককৈ ইকাণ সিকাণ বাগৰিল। কালি পুৱা কামলৈ ঘৰৰ পৰা ওলাই অহাৰ পিছৰে পৰা এই পৰ্যন্ত ঘৰলৈ উভতি যোৱা নাই। অফিচ ছুটীৰ পিছৰে পৰা তাৰ কোনো সম্ভেদ পোৱা নাই। ঘৈণীয়েকে বিচাৰ খোচাৰ কৰি ক'তো নাপাই কাৰ্যালয়ত খবৰটো দিলে। সকলো আচৰিত হ'ল। প্ৰথমতে কাৰ্যালয়ৰ টকা পইচা লৈ উধাও হৈছে বুলি দুই একে সন্দেহ কৰিছিল। কাৰণ সি কালি কাৰ্যালয়ত এখন বিলৰ টকাহে জমা দিছিল। আনখন বিলৰ টকা পোৱা নাই বুলি কৈ কিজানি পলালেই। পিছে, বেংকত খবৰ লৈ গম পালে সি সেই কাম কৰা নাই। কালি সি কাৰ্যালয়ৰ পৰা ওলাই যাওঁতে পাবলগীয়া টকা সাতশহে লৈ গৈছিল।

বোপাৰামৰ ঘৈণীয়েক কান্দি বাউলী হ'ল। কাৰ্যালয়ৰ পৰা কথাটো আৰক্ষীক জনোৱা হ'ল' যদিও আৰক্ষীয়ে একো শুং-সূত্ৰ নেপালে। এনেকৈ তিনি চাৰি দিন পাৰ হৈ গ'ল।

এদিন ৰাতিপুৱা তৰাজানৰ পূজা মন্দিৰৰ ওচৰৰ পুৰাতনীয়া মানুহ এঘৰৰ গৃহস্থ বৰঠাকুৰে দুই মহলাৰ কৰিদ'ৰত ব্ৰাচডালেৰে দাত ঘঁহি ঘঁহি ইফালে সিফালে অহা-যোৱা কৰি আছিল। এনেতে হঠাৎ তেখেতসকলৰ ভাড়া দিয়া কোঠা কেইটাৰ একাষে সমান হৈ থকা চোতালখনত কোনোবাই তুলসীৰ পুলি এটা ৰুই থোৱা দেখিলে। তুলসী পুলিটো হয়তো তেখেতৰ চকুত নপৰিলেহেঁতেন, কিন্তু কথা হ'ল পুলিটো ৰুই থোৱা বহুতখিনি ঠাই ওখ হৈ আছে। তেখেতে কিবা এটা ভাবি তললৈ নামি আহি ঠাইটুকুৰা ভালকৈ নিৰীক্ষণ কৰিলে আৰু পিছত ভিতৰলৈ আহি ঘৰৰ মানুহক সুধিলে তুলসী পুলিটো সেইখিনি ঠাইত কোনে ৰুইছিল? পৰিবাৰ আৰু ল'ৰা-ছোৱালীয়ে একো নাজানে বুলি ক'লে। তেনেতে মাক ওলাই আহি ক'লে—

ঃ তইঁতে ওলাই গৈছিলি, দুদিনৰ আগতে আমাৰ ভাড়াঘৰত থকা দীনেশ শৰ্মাই বুঢী কোৰখন মোক খুজি লৈ গৈছিল। সি হেনো কৰবাৰ পৰা তুলসী পুলি এটা আনিছিল। ৰাতিপুৱা কামলৈ ওলাই যাওঁতে মুৰ দোৱাবলৈ হেনো তাক তুলসীৰ পুলিটো লাগে।

বৰঠাকুৰৰ মনটোত কিবা এটা সন্দেহ হ'ল। পুনৰবাৰ আহি আকৌ ঠাইখিনি চালেহি। এটা তুলসীৰ পুলি ৰুবলৈ ইমানখিনি ঠাই খন্দাৰ কি প্ৰয়োজন হ'ব পাৰে? কাকো একো নকৈ তেখেত থানা পালেগৈ। থানাৰ দাৰোগাই সকলো

কথা শুনি বৰঠাকুৰৰ সন্দেহক গুৰুত্ব দি দলবল লৈ বৰঠাকুৰৰ ঘৰ পালেগৈ। তুলসী পুলিৰে সৈতে ঠাইটুকুৰা ভালকৈ চাইচিতি খান্দিবলৈ হুকুম দিলে। অলপ খন্দাৰ পিছতে বৰঠাকুৰৰ সন্দেহ সঠিক প্ৰমাণিত হ'ল। বীভৎস মৃতদেহ এটা ওলাই পৰিল। সকলোৰে গাৰ নোম সিয়ঁৰি উঠিল। কাপোৰ কানিয়ে মৃতদেহৰ লগতে মোনা, ছাতি, পৰ্যন্ত সকলো ওলাই পৰিল। মাত্ৰ মোনাটোৰ ভিতৰত থকা টকাখিনি নাই। সন্ধানহীন হৈ থকা বোপাৰামৰ মৃতদেহ বুলি তাক চিনি পোৱা সকলো মানুহেই একমুখে 'হয়' বুলি কৈ উঠিল।

কিন্তু সকলো মানুহেই আচৰিত হ'ল— এই নিৰ্জু, সৎ প্ৰকৃতিৰ গৰীৱ পিয়নজনক কোনে কি আখেজত এনে জঘন্য ভাবে হত্যা কৰিলে? গোটেই যোৰহাট নগৰ ম্ৰিয়মান হৈ পৰিল। হত্যাকাৰী কোন হ'ব পাৰে সকলোৰে মনবোৰত নানা ধৰণৰ বিতৰ্কৰ সৃষ্টি হ'ল। শেষত বৰঠাকুৰৰ মাকৰ ভাষ্য অনুসৰি তুলসী পুলি ৰোওতা বোপাৰামৰ সৈতে একে বিভাগতে কাম কৰা নিম্ন বৰ্গৰ সহায়ক দীনেশ শৰ্মাই হত্যাকাৰী বুলি ভাবিবলৈ বাধ্য হ'ল।

সেইদিনা দীনেশ শৰ্মা ভাড়াঘৰত নাছিল। গাৱঁৰ ঘৰত শুই থকাৰ পৰা আৰক্ষীয়ে তাক গ্ৰেপ্তাৰ কৰি লৈ আহিল। জটিল চৰিত্ৰৰ নিষ্ঠুৰ এই হত্যাকাৰী জনে প্ৰথম দুই তিনি দিনলৈ মুখেই খোলা নাছিল। আৰক্ষীৰ জিম্মাত ৰখাৰ পিছতহে পুলিচে কথা বাহিৰ কৰিবলৈ প্ৰয়োগ কৰা কৌশলৰ জোৰত সিয়েই হত্যাকাৰী বুলি স্বীকাৰ কৰিবলৈ বাধ্য হ'ল। যোৰহাটৰ জনমভূমি কাকতত ডাঙৰ ডাঙৰ হৰফেৰে লেখা এই লোমহৰ্ষক হত্যাকাণ্ডৰ বাতৰি চাৰিওফালে বিয়পি পৰিল।

.... ঘটনাৰ দিনা নিজৰ টকাকেইটা লৈ বোপাৰাম কাৰ্যালয়ৰ পৰা ওলাই আহোঁতে সন্ধ্যা লাগো লাগো হ'ল। বৰষুণজাক ডাঙৰেই হৈছিল। ছাতিটো মেলি লৈ খৰখোজেৰে আহি থাকোতে বৰুৱা ৰেষ্টুৰেণ্টৰ বাৰান্দাৰ পৰা দীনেশ শৰ্মাই বোপাৰামক মাত লগালে। কাৰ্যালয়ৰ পৰা বোপাৰামতকৈ দীনেশ শৰ্মা আগতে ওলাই আহিছিল।

ঃ ৰ'বাচোন বোপাৰাম, তোমাৰ ছাতিটোতে সোমাই মযো যাওঁ।

একেটা ছাতিটো দুয়োজন সোমালে তিতিব বুলি জানিও বোপাৰামে বিমুখ নকৰিলে। ভাবিলে শৰ্মা বাবুতো তৰাজানৰ পূজা মন্দিৰৰ ওচৰলৈহে যাব। গতিকে দুয়ো আগবাঢ়িল। পূজা মন্দিৰটো পাৰ হৈয়েই দীনেশ শৰ্মাই নিজৰ ঘৰটোৰ ওচৰ পাওঁতেই বোপাৰামকো তেওঁৰ ঘৰত সোমাই চাহ একাপ খাই যাবলৈ

ৰকৈ জোৰ কৰিলে। চাহ একাপ খাবলৈ বোপাৰামৰো ইচ্ছা নথকা নহয়। কিন্তু এই বতৰত তাতে গধূলি হোৱাৰ কাৰণে চাহ নাখাওঁ বুলি কৈছিল যদিও দীনেশ শৰ্মাই জোৰকৈ ধৰাত যাবলৈ বাধ্য হ'ল।

বৰঠাকুৰৰ ভাড়াঘৰত দীনেশ শৰ্মা থাকে। আসাম টাইপৰ চাপৰকৈ সজা ৬ টা কোঠাৰ এটা দীঘলীয়া ঘৰ। প্ৰতিটো কোঠাৰ লগত সৰুকৈ একোটা পাকঘৰ। প্ৰতিটো কোঠাতে বেলেগে বেলেগে একোজনে ভাড়া লৈ আছে। সেইদিনা বাকী কেইটা কোঠাত তলা লগোৱা। বিহুৰ বাবে সকলো ঘৰলৈ গৈছে। মালিকৰ দুই মহলীয়া বঙলাটো কাষতে।

দীনেশ শৰ্মাই দুৱাৰৰ তলা খুলি ভিতৰ সোমাই কম পোহৰৰ লাইটটো জ্বলালে। বিছনাৰ তলৰপৰা মূঢ়া এটা উলিয়াই বিছনাখনৰ কাষতে বোপাৰামক বহিবলৈ দি চাহ বনাবলৈ গ'ল। বাহিৰত দপদপীয়া বৰষুণ।

ঃ চেহ্, বৰষুণজাকে আজি মোক ঘৰ পোৱাত দেৰি কৰাব যেন পাইছোঁ।

ঃ বহাচোন বহা। চাহ একাপ খাই লোৱা।

—পাকঘৰৰ পৰাই দীনেশ শৰ্মাই মাত লগালে।

উপায় নাপাই ভাগৰৰ হুমুনিয়াহ এটা কাঢ়ি বোপাৰাম মূঢ়াটোত বহি পৰিল। কিছু সময়ৰ পিছত দীনেশ শৰ্মাই একাপ চাহ আৰু অলপ চিৰা আনি বোপাৰামক  খাবলৈ দিলে। তাৰ পিছত দুৱাৰখন সামান্য খুলি বাহিৰলৈ ভুমুকি মাৰিলে। বৰষুণৰ মাজেদি ৰাস্তাৰ লাইটৰ পোহৰ দেখা গৈছিল যদিও ঘৰৰ আগৰ চোতালখন ঘিট্মিটীয়া আন্ধাৰ। মালিকৰ ঘৰৰ তল আৰু ওপৰ মহলাৰ সকলো দুৱাৰ খিৰিকী বন্ধ। ভিতৰত মানুহ আছে যদিও বাহিৰৰ পৰা একো উমঘাম নেপায়। ওপৰ মহলাৰ কৰিদ'ৰত এটা কম পোহৰৰ লাইট জ্বলি আছে।

বাহিৰৰ পৰা বৰষুণৰ চিটিকনি আহিছে বুলি কৈ দীনেশ শৰ্মাই দুৱাৰখন জপাই চিট্কানিটো লগাই দিলে। 'ৰ'বা, মোৰ চাহকাপ আনো বুলি পাকঘৰলৈ গ'ল। ক্ষন্তেক পাছতে এখন হাতত চাহকাপ দেখুৱাই এখন হাতত মাছকটা মৈদাখন লুকুৱাই লৈ ওলাই আহিল। বোপাৰামে একান্তমনে চিৰা আৰু চাহকাপ খাই আছিল। মুহূৰ্ততে চাহকাপ থৈ দুয়োখন হাতেৰে মৈদাখন ধৰি দীনেশে শৰ্মাই বোপাৰামৰ মাজ তালুতে ঘাপ মাৰি দিলে। বোপাৰামে 'কেট' বুলি শব্দটো কৰিবলৈকে সময় নেপালে। মূৰটো থিতাতে দুফাল হৈ গ'ল। তেজৰ চিটিকনি চাৰিওফালে পৰিল।

দীনেশ শৰ্মাই বোপাৰাম মৰিল বুলি নিশ্চিন্ত হোৱাৰ পিছত বোপাৰামে বাউসীত ওলোমাই লৈ ফুৰা মোনাটো একেটানে আজুৰি আনিলে আৰু খৰখেদাকৈ হাত দি মোনাটোৰ ভিতৰত থকা টকাখিনি— সৰ্বমুঠ সাতশ ত্ৰিশ টকা উলিয়াই আনি লেখি লৈ তাৰ নিজৰ জেপত ভৰালে। এনেতে বৰষুণৰ মাজতে কোনোবাই সুহুঁৰিয়াই সুহুঁৰিয়াই অহা যেন পালে। সি লাইটটো নুমুৱাই দিলে। তাক কোনোবাই 'দীনেশ, দীনেশ' বুলি মতা শুনিলে।

ঃ কি হ'ল দীনেশ, তোৰ দেখোন লাইটটো নুমুৱাই পেলালি?

দীনেশে মাত লগালে—

ঃ কোন অ'? শিৱ নেকি? তই ঠিক সময়তে আহিছ। ছাতি আছেনে?

ঃ আছে।

—হোচোন এই পইচা কেইটা ল'।— সেইবুলি দৰজাখন সামান্য খুলি পইচাকেইটা তাৰ হাতত গুজি দি ক'লে—

ঃ মম দুডাল আনি দেচোন। লাইটৰ বাল্বটো ফিউজ হৈ থাকিল।

শিৱই ক'লে—

ঃ এইখিনিততো দোকান নাই। সকলোৱে দোকান বন্ধ কৰিলে। একেবাৰে বৰুৱা চাৰিআলি পাবগৈ লাগিব।

ঃ যাচোন যা। অকণমান কষ্ট কৰি দে।

-- এইবুলি ঠেলিহেঁচি তাক পঠিয়াই দিলে। সি যোৱাৰ পিছত খৰধৰকৈ দীনেশে সৰু মম এডাল জ্বলাই লাইটৰ বাল্বটো খুলি পেলালে। বিছনাৰ তলৰ পৰা মস্ত থৈলা এটা উলিয়াই একো চিনমোকাম নথকাকৈ লাচটো তাত ভৰালে। তাৰ পিছত চিটিকি পৰা তেজখিনি মুচি পানী ঢালি আকৌ লৰালৰিকৈ মুচি পেলালে। বস্তাটো বিছনাৰ তললৈ ঠেলি দি বিছনা চাদৰ খন টানি তললৈ বেছিকৈ ওলোমাই দিলে।

শিৱই মম লৈ উভতি আহি দীনেশ শৰ্মাৰ হাতত দি দুআষাৰ কথা পাতি গুচি গ'ল। পিছদিনা ৰাতিপুৱা সোনকালে উঠি কোঠাটো তলা মাৰি ছয় বজাৰ বাছত উঠি সি ঘৰ পালেগৈ। ঘৰত এদিন থাকি পিছদিনা কাণিমুনি বেলিকা হাতত তুলসীৰ পুলি এটা লৈ ভাড়াকোঠাটোলৈ ঘূৰি আহিল।

বৰঠাকুৰৰ ঘৰত কোন আছে আলেঙে আলেঙে উমান ল'লে। সেই

সময়ত বৰঠাকুৰৰ মাকৰ বাহিৰে কোনো নাছিল। মাকে আকৌ গধূলিৰ সময়ত চকুৰে ভালকৈ নমনে। সি তেখেতৰ পৰা ধুঁতী কোৰখন বিচাৰিলে। তেখেতে সোধাত সি তুলসীৰ পুলি এটা ৰুবলৈ লাগে বুলি ক'লে। কোৰখন লৈ গাতটো খান্দি লাচ থকা বস্তাটো আনি পুতি তুলসীৰ পুলিটো ৰুই দিলে।

এনে এটা নিষ্ঠুৰ হত্যাকাণ্ড ঘটোৱা অপৰাধীৰ ফাঁচি হোৱাটো সকলোৱেই কামনা কৰিছিল। কিন্তু চাক্ষুস প্ৰমাণ নথকাৰ কাৰণেই বোধকৰো তাৰ ফাঁচি নহৈ যাবজ্জীৱন কাৰাদণ্ড হ'ল।

... ঘৰলৈ ঘূৰি আহি কম্পাউণ্ডাৰে তেওঁৰ পৰিবাৰৰ লগত পোনাকণহঁতৰ কথা আলোচনা কৰিবলৈ ধৰিলে। ঘৈণীয়েকে ক'লে—

ঃ আমাৰতো বিয়া হোৱাৰ বহুত বছৰ হ'ল। ভগৱানেতো আজিলৈকে আমাক ল'ৰা-ছোৱালীৰ মুখ নেদেখুৱালে। যদি মাকে দিয়ে পোনাকণকে তুলিতালি ল'লে কেনেকুৱা হয়?

কম্পাউণ্ডাৰৰ চিন্তাক্লিষ্ট মুখখন উজ্জ্বল হৈ উঠিল। ৰাতিপুৱাই চাহ নোখোৱাকৈ স্কুটাৰখনত উঠি পোনাকণৰ ঘৰ পালেগৈ। ❑❑

## বুকুত জীয়াজুই লৈ ফুৰা পাগলীজনী



কাৰাগাৰৰ মহিলা ফাটেকৰ এক নম্বৰ কক্ষৰ বাৰান্দাখনৰ খট্‌খটী এটাত আমনজিমনকৈ মানুহজনী বহি আছিল। সোঁহাতখনৰ কিলাকুটিৰে সোঁ ভৰিটোত ভেঁজা দি হাতৰ তলুৱাখনেৰে গালখনত ভৰ ৰাখি মূৰটো ওলোমাই ৰাখিছিল। চকুত উদাস চাৱনি। পিন্ধনত এখন তাঁতৰ নীলা পাৰি থকা বগা শাড়ী। চুলিখিনি পৰিপাটিকৈ আঁচুৰি গলধনত পিচলাই বন্ধা এটা আলফুলীয়া খোপা।

মানুহজনীৰ কাষত এলুমনিয়ামৰ থালবাতি এজোৰা থৈ দিয়া আছিল। মহিলা কয়েদীসকলক দিনৰ ভাত খাবলৈ দিয়াৰ নির্দ্ধাৰিত সময়ত মই

সদায় নহ'লেও এদিন এৰি এদিন মহিলা ফাটেকলৈ যাওঁ।

থাল-বাতিযোৰা ৰূপালী বৰণ উলিয়াই চিক্‌চিকাই ধুই মহিলা কয়েদী, হাজোতীসকলে শাৰী পাতি থিয় হৈ ক্ৰমান্বয়ে ভাত লয়। তাৰ মাজত দুই এজনীয়ে ভাত দিবলৈ অহা পুৰুষ কয়েদী কেইটাৰ লগত হাঁহি মাতি বা চুপতি কৰি ভাত বা তৰকাৰি অকণমান বেছিকৈ লয়। কেতিয়াবা টিপতে কোনোবাটো কয়েদীয়ে চৌকাত আলু পুৰি আনি দুই এজনী কয়েদীক দিয়েহি। মুখ্য প্ৰহৰীজনে দেখা পায় যদিও নেদেখাৰ ভাওঁ জোৰে।

মানসিক বিকাৰগ্ৰস্ত ৰোগীসকলে অৱশ্যে ভাত খাওঁতে সঠিক নিয়ম নামানে। আপোন-বিভোৰ হৈ অ'ত ত'ত বহি থাকে বা ইটো সিটো কৰি থাকে। ভাত কেইটাও নিজে গোটাই চপাই আনি নলয়।

কয়েদী মেট-গৰাকীয়ে ভোৰ-ভোৰাই তদাৰক কৰে আৰু ধমক দি দি য'তেই সিহঁতে বহি থাকে তাতেই ভাতৰ থালখন গুজি দি আহে। সিহঁতে খায় নে পেলাই তেনেকৈ চাওঁতা কোনো নাই।

খট্‌খটীত বহি থকা মানুহজনীয়ে ভাত ল'বলৈ উঠি অহাৰ লক্ষণ নেদেখি মই আগবাঢ়ি গৈ সুধিলো—

ঃ ভাত ল'বলৈ উঠি নোযোৱা কিয়?

তাই মুখেৰে নামাতিলে। এবাৰ মোৰ মুখলৈ চাই আকৌ ভাত লৈ থকা কয়েদীৰ শাৰীটোলৈ চাই থাকিল।

এইবাৰ মহিলা প্ৰহৰী গৰাকী আগবাঢ়ি আহি ঘোপা চাৱনি আৰু কঠুৱা মাতেৰে ক'লে—

ঃ ভাত ল'বলৈ নেযাঅ' কিয়? তোৰ কাৰণে কোনোবা ৰৈ থাকিব নেকি?

ঃ ভাত নাখাওঁ— মন যোৱা নাই।

ঃ আদৰ ধৰিব নালাগে। উঠি আহ।

ইতিমধ্যে ভাত দাইল কঢ়িয়াই অনা পুৰুষ কয়েদী কেইজনে ডাঙৰ চচপেন কেইটাত হেতা কেইখন টুকুৰিয়াইছিল। মুখ্য প্ৰহৰীজনে চিঞৰিলে—

ঃ কোনোবাই ভাত ল'বলৈ থাকিলেনেকি?

কয়েদী মেটজনীয়ে টিক্‌চি-বিক্‌চি কোবেৰে আহি ভাত ল'বলৈ উঠি নোযোৱা মানুহজনীক ক'লে—

ঃ ভাত ল'বলৈ উঠি যা। ৰাণীৰ দৰে বহি থাকিলে কোনে আনি তোক সজাই পৰাই ভাত দিবহি। তইতো পৰিস্ৰবা বেমাৰী নহয়। লঘোণে মৰিবি।

অসন্তুষ্ট মুখেৰে মানুহজনী উঠি আহিল। ধূলি-মাকতি আছে নেকি— থালবাতি যোৱা ফুঁ মাৰি আৰু হাতেৰে মোহাৰি চাই ভাত দিবলৈ থালখন কয়েদীকেইটাৰ ওচৰত ধৰি থাকিল। ভাতৰ মাজত দিয়া দাইলৰ পানীখিনি ভাতৰ পাৰ ভাঙি বৈ গ'ল। কাষতে অকণমান শেলশেলীয়া তৰকাৰি। দাইলৰ ছিটিকনি তাইৰ বগা শাৰীখনত আৰু মুখতো পৰিল। বিতৃষ্ণাৰে নাক সিকটাই ভাত কেইটালৈ চাই চাই তাই আগতে বহা ঠাই ডোখৰলৈ গৈ খাওঁ নেখাওঁকৈ ভাত খাবলৈ ধৰিলে।

মানুহজনীক দেখিলে যদিও সুস্থ যেনেই লাগে প্ৰকৃততে কিন্তু মানসিক বিকাৰগ্ৰস্ত ৰোগী হিচাপেই কেইদিনমানৰ আগতে কাৰাগাৰলৈ আহিছে। কথা-বতৰা, খোজ-কাটল— হাঁহি সকলো সুস্থ যেনেই লাগে। মানুহজনী ভাল মানুহৰ ঘৰৰ যেনেই অনুমান কৰিব পাৰি। কি কাৰণেনো কাৰাগাৰত বন্দী কৰি থ'ব লগা হ'ল— জানিবৰো মন গ'ল। নতুনতে তাই চাগে মোক তাইৰ নিজৰ কথাবোৰ ক'ত ক'ব— সেই বুলি ভাবি কিছুদিন মই মানুহজনীৰ লগত একো ঘৰুৱা কথা নাপাতিলো।

এদিন এজন মানুহ কাৰাগাৰৰ কাৰ্যালয়লৈ আহি ক'লেহি তেখেতৰ পৰিবাৰ বন্দনা নামৰ মানুহ গৰাকী মানসিক ৰোগী হিচাপে ইয়াত আছে। তেখেতৰ কথাৰ পৰা গম পালো যে আগতে উনুকিয়াই অহা মানুহজনীয়েই তেখেতৰ পৰিবাৰ। তেজপুৰৰ মানসিক চিকিৎসালয়লৈ পঠিওৱাৰ ব্যৱস্থা আমাৰ ফালৰ পৰা কৰা হৈছে নেকি সেই কথা সুধিলে। আমি জানিবলৈ দিলো যে ইমান সোনকালে তেজপুৰলৈ পঠিওৱা সম্ভৱপৰ নহয়। কাৰণ তেওঁতকৈ বহুত দিনৰ আগতে অহা বহুতো এনে ৰোগী কাৰাগাৰত আবদ্ধ হৈ আছে। গতিকে তেখেতে জোৰ কৰিলেও লাভ নাই।

মানুহজন বিনয়ী আৰু ভদ্ৰলোক। তেখেতে বাৰেপতি ঘৈণীয়েকক অতি সোনকালে তেজপুৰৰ মানসিক চিকিৎসালয়লৈ পঠিয়াবলৈ আমাক অনুৰোধ জনালে। মানুহজনে ঘৈণীয়েকক দেখা নকৰাকৈ যাবলৈ ওলোৱা দেখি আমি কিয় চাই নেযায় বুলি সোধাত বৰ দুখেৰে ক'লে যে তেওঁক দেখা পালে ঘৈণীয়েকৰ জক্ উঠি উৎপাত আৰম্ভ কৰি দিব পাৰে।

এদিন সময় উলিয়াই মহিলা ফাটেকলৈ গৈ ভালেমান পৰ থাকি মানসিক

বুকুত জীয়াজুই লৈ ফুৰা পাগলীজনী

ৰোগী গৰাকীৰ লগত কথা পাতিম বুলি ভাবিলো। ভিতৰ সোমায়েই মানুহজনীক দেখা পাওঁনেকি চালো। তেনেতে কোঠা এটিৰ ভিতৰৰ পৰা নিচুকনি গীত এটি ভাঁহি আহিল—

"আমাৰে মইনা শুব এ—

বাৰীতে বগৰী কৰ এ..."।

মই ভিতৰলৈ সোমাই গৈ দেখিলো— মই কথা পাতিব খোজা মানুহজনীয়ে কম্বল এখন পকাত পাৰি লেপেটা কাঢ়ি বহি লৈ কাপোৰৰ টোপোলা এটা বুকুৰ মাজত সাবটি ধৰি আপোন মনেৰে আবেগিক হৈ নিচুকনি গীতটি গাই আছে। ওচৰতে কয়েদী কেইবাজনীও বৈ তাইলৈ চাই আছে। দুই এজনীৰ চকু চল্‌চলীয়া হৈছে— দুই এজনীয়ে মুখ টিপি হাঁহিছে। মানুহজনীয়ে কিন্তু কালৈকো মূৰ তুলি চোৱা নাই। মাজে মাজে টোপোলাটোত চুমা খাইছে আৰু গাখীৰ খুৱাবলৈ বুকুত হেঁচা মাৰি ধৰিছে।

মোৰ মনটো বৰ বেয়া লাগিল। মানুহজনীৰ সন্তান দাগে ঘৰত আছে নাইবা মৰিছে— তেনেকুৱাই হ'ব বুলি ভাবিলো।

কয়েদী মেটজনী আগবাঢ়ি আহি ফুচফুচাই ক'লে—

ঃ বাইদেউ একেবাৰে পাগলী যেন নালাগে, কিন্তু কেতিয়াবা মাজনিশা টোপনিৰ পৰা উঠি উচুপি উচুপি কান্দে আৰু কেতিয়াবা বিৰবিৰকৈ মুখৰ ভিতৰতে কিবা কৈ মিচিক্ মাচাক হাঁহে। কেতিয়াবা আকৌ কেঁচুৱাৰ লগত কথা পতাৰ দৰে কথাপাতি থাকে। অন্য হৈ-হাল্লা নাই।

মই মানুহজনীক মাত নলগোৱাকৈ উভতি আহিলো।

পাছলৈ লাহে লাহে মানুহজনী মোৰ লগত সহজ হৈ কথা পাতিবলৈ ধৰিলে আৰু মই তাইৰ সংঘাতপূৰ্ণ কথাবোৰ জানিব পাৰি বিস্ময়াভিভূত হৈ পৰিলো। আপোনজনেই যে ইমান নিৰ্দয় হ'ব পাৰে আৰু কাৰোবাৰ ঈৰ্ষাৰ বলি হৈ তিল্ তিলকৈ এটি জীৱন ধ্বংসৰ ফালে ঠেলি দিব পাৰে ভাবিলেই আচৰিত লাগে।

... তৰুণ নাথ আৰু বন্দনাৰ মাজত কলেজত পঢ়াৰ দিনৰ পৰাই প্ৰেম আছিল। দুয়োটাৰে মন দুটা দেখাত বিপৰীতধৰ্মী আছিল যদিও ইটোৱে সিটোক নেদেখিলে থাকিব নোৱাৰিছিল। একেলগে বহি থাকিলে দুয়োৰে মাজত কথাৰ কটাকাটি হৈছিল যদিও প্ৰত্যেক দিনাখনেই সিহঁতে লগ হৈছিল।

তৰুণ নাথ চেলেপু আৰু চঞ্চল প্ৰকৃতিৰ ল'ৰা আছিল। ছোৱালীক মিঠা মিঠাকৈ জুতি লগা কথা কৈ আকৰ্ষিত কৰে। অন্যহাতেদি বন্দনা কিছু গহীন— প্ৰতিটো কথা জুখি মাখিহে কয়। তৰুণ নাথে বন্দনাৰ লগত প্ৰেম কৰিছিল যদিও একাধিক ছোৱালীৰ লগত বন্ধুত্ব আছিল। বন্দনাই খঙ, অভিমান কৰিলে সি এনেকুৱা ধৰণেৰে মৰম সনা কথাৰে আবেগ-বিহ্বল হৈ তাইক একান্তই ভালপোৱাৰ অভিনয় কৰিছিল যে সেই সময়ত তাই তাক অনাহকত দোষাৰোপ কৰা যেন লাগিছিল— আৰু তাক ভুল বুজাৰ কাৰণে নিজকে ধিক্কাৰ দি দুগুণে তাৰ মৰমত উথলি উঠিছিল।

বন্দনাইতৰ ঘৰৰ মানুহে তৰুণ নাথক মুঠেই ভাল নাপাইছিল। তাৰ লগত বন্দনাই মিলামিচা কৰাৰ কাৰণে তাই ঘৰৰ পৰা কটু কথা শুনিব লগাত পৰিছিল। কিন্তু পঢ়ি শুনি উঠাৰ পিছত তৰুণ নাথে বেংকৰ চাকৰি এটা পোৱাত আৰু বন্দনাৰ আকোৰগোজ সিদ্ধান্তত সেও মানি তৰুণ নাথলৈকে তাইক বিয়া দিলে।

বিয়াৰ পিছত পাঁচ বছৰমানলৈ বন্দনাৰ সংসাৰ সুখৰেই আছিল। বন্দনাৰ ল'ৰা এটা জন্ম হৈ তিনিবছৰীয়ামান হৈছিল। কিন্তু সেই সুখ বেছি দিন নিটিকিল। ঘৰৰ সন্মুখৰ ৰাস্তাত উমলি জামলি থাকোতে গাড়ী এখনে খুন্দা মৰাত ল'ৰাটোৰ থিতাতে মৃত্যু হ'ল। বন্দনা কান্দি কান্দি বাউলী হ'ল। গিৰিয়েকে তাইক বুজাই বঢ়াই আদৰ কৰি ৰাখিলে।

বুকুত দগ্‌মগাই জ্বলি থকা শোকৰ জুইকুৰা নৌ নুমাওঁতেই অন্য এটা ঘটনাই তাইক বোবা কৰি পেলালে।

অপমানত তাই অপ্ৰকৃতিস্থিতা হৈ পৰিল। নিজৰ চুলি টানি আজুৰি ছিঙি পেলাবৰ মন গ'ল। বুকুত চপৰিয়াই কান্দি কান্দি বাউলী হ'বৰ মন গ'ল।

কিন্তু তাই চুলিও নিছিঙিলে, চকুত এক টোপাল চকুপানীও নিবিৰিঙিল। মাত্ৰ মুকবধিৰ লোকৰদৰে চাই থাকি ধপহকৈ চকী এখনত বহি পৰিল।

সন্মুখত থিয় দি থকা অচিনাকি মানুহজনীৰ পিছৰ কথাখিনি কাণত নোসোমাল— চকুৰেও অস্পষ্ট দেখিলে। কিবাকিবি কৈ কৈ মানুহজনী এটা সময়ত তাইৰ ওচৰৰ পৰা আঁতৰি গ'ল।

ল'ৰাটোৱে তাইৰ বুকুখন সুদা কৰি শেষ হৈ যাওঁতে তাই আঘাত সহ্য কৰিব নোৱাৰি চৰম হতাশাত ভাগি পৰা দেখি গিৰিয়েকে মৰম কৰি কৈছিল— 'সকলোতো শেষ হৈ যোৱা নাই— সুখ সম্পদ, সন্তান সকলো হ'ব। কিন্তু সেই

সুখৰ সপদুলি মুখত ভৰি দিয়াৰ আগতেই তাইৰ সকলো চূৰ্ণাকৃত হৈ গ'ল।

কাণত যেন ভাঁহিবলৈ ধৰিলে অচিনাকি মানুহজনীৰ সেই নিষ্ঠুৰ কথাষাৰ 'মই আপোনাৰ স্বামীৰ সন্তানৰ মাক হ'বলৈ ওলাইছোঁ...। মোক, তেওঁ এগৰাকী পত্নীৰ সমানেই আসন দিছে...'।

আৰু তাই নুশুনিলে। স্পষ্ট অস্পষ্ট কিছুমান ক্ষুদ্ৰকায় তঁৰা তাইৰ চকুৰ আগত ভাঁহি ফুৰিলে। এতিয়াহে যেন তাইৰ ইচ্ছা, আকাংক্ষা আৰু কল্পনাৰ স্বাভাৱিক প্ৰৱাহ প্ৰতিহত হ'ল। সেই আঘাত সহজভাবে মানি লোৱাৰ শক্তি হ্ৰাস পালে।

লাহে লাহে তাই স্বাভাৱিক হ'বলৈ যত্ন কৰিলে।

তৰুণ নাথে বাহিৰৰ ধুমুহাজাকৰ উমান পাই নিজৰ বুকুৰ ধুমুহাজাক আয়ত্তলৈ আনি যিমান পাৰে স্থিৰ আৰু শীতল মস্তিষ্কেৰে সন্ধিয়া ঘৰ সোমালেহি।

চোফাখনৰ পৰা অৰ্দ্ধ চেতন ঘৈণীয়েকক আলফুলে দাঙি নি বিছনাত শুৱাই দিলেগৈ। তেল গৰম কৰি ভৰি হাত মালিচ কৰিলে। কপালত হাত দি জ্বৰ চালে আৰু ওচৰৰ ডাক্তৰকো মাতি আনি দেখুৱালে। ডাক্তৰে ক'লে—

ঃ অত্যন্ত দুৰ্বল আৰু তীব্ৰ আঘাতৰ কাৰণে এনে হৈছে, দৰৱ, পথ্যপাতি খুৱালে ঠিক হৈ যাব।

গিৰিয়েকে মৃত ল'ৰাটোৰ কাৰণে এনে হৈছে বুলি ডাক্তৰক জানিবলৈ দিলে। গোটেই ৰাতিটো বন্দনাৰ চুলিত হাত বুলাই কম্পিত মাতেৰে গিৰিয়েকে তাইক বুজনি দিলে। অজানিতে সি মাৰাত্মক ভুল কৰি পেলোৱাৰ কাৰণে তাইৰ যি ইচ্ছা শাস্তি দিবলৈ ক'লে। মানুহ মাত্ৰেই ভুল হয়। তাইৰ উদাৰ অন্তৰে গিৰিয়েকক ইচ্ছা কৰিলে ক্ষমা কৰি দিব পাৰে—যদি নিদিয়ে সি তিলতিলকৈ মৰিব ইত্যাদি ইত্যাদি।

তাইৰ ব্যাধি শাৰীৰিকৰ পৰা মানসিক ব্যাধিলৈ জখলা বগাইছিল। তথাপি তাই গিৰিয়েকৰ বাণীবোৰ বলিয়াৰ বলিয়ালি বুলি ভাবিলে। কাৰণ তৰুণ নাথ এনে এজন মানুহ যি মিছা কথা এটাকো সজাই পৰাই ব্ৰহ্মসত্যৰ দৰে যিকোনো মানুহৰে গ্ৰহণযোগ্য কৰি দিব পাৰে। এই কথা তাই মৰ্মে মৰ্মে উপলব্ধি কৰিলে।

গিৰিয়েকক তাই খঙো নকৰিলে, ক্ষমাও নকৰিলে।

অভাৱনীয় প্ৰবঞ্চনাই তাইক খুলি খুলি খাবলৈ ধৰিলে, তথাপি তাই গিৰিয়েকক অশ্লীল বা অশ্ৰাব্য কথাৰে গালি শপনি নাপাৰিলে, অভিমান নকৰিলে, অসন্তুষ্টিৰ ভাবো নেদেখুৱালে। শুলে শুইয়েই থাকে, বহিলে বহিয়েই থাকে,

খোৱা-বোৱাৰ লাগ-বান্ধ নোহোৱা হ'ল। মাথোন অৰ্ধমৃত অৱস্থাৰে জীৱন্ত ভগুমি, প্ৰতাৰণাৰ জুইকুৰাৰ উত্তাপত দেইপুৰি যাবলৈ ধৰিলে।

বন্দনালৈ গিৰিয়েকৰ মৰমৰ জোৱাৰ ভাটা আহিল। এই পাৰ ওপচাই পেলায় এই সংযমী হয়। এনেকুৱা মৰমৰ জোৱাৰতে এদিন গিৰিয়েকে কোমলকৈ সৰু সৰু মাতেৰে ক'লে—

ঃ ছোৱালী এজনী জন্ম হৈছে! যিয়েই নহওক— নিজৰেইতো। আমাৰ ল'ৰা-ছোৱালী নাই। ইয়ালৈকে আহিব খুজিছে।

ঃ কি??

তাই জিকাৰ খাই উঠিল। মুখৰ মাত ওলাল—

ঃ তোমাৰ মস্তিষ্কৰ বিকৃতি ঘটিছে নেকি? তোমাৰ কোনো লাজ, মান, শংকা নাই?

এইবাৰহে তাই জীৱনৰ আগন্তুক বিপদৰ নিকট আলিঙ্গন অনুভৱ কৰিলে। ওচৰত যি বস্তু পালে গিৰিয়েকৰ গালৈ দলিয়াবলৈ ধৰিলে। মুখত কি কথাৰ আখৈ ফুটিছে তাই ক'ব নোৱাৰিলে।

গিৰিয়েকৰ বিশ্বাসঘাটকতা আৰু প্ৰৱঞ্চনাই তাইৰ মগজুত ক্ৰিয়া আৰম্ভ কৰি দিলে।

ঃ পাগল হ'লা নেকি? কৰি থাকা পাগলামী।

গিৰিয়েকে তাইক উপেক্ষা কৰি কোঁ-কোৱাই ওলাই গ'ল।

বন্দনাই হুৰাওবাৰে কান্দিবলৈ ধৰিলে। সেইসময়ত তাইৰ কান্দোনত অকণমান সান্ত্বনা দিবলৈ ওচৰত কোনো নাছিল।

বন্দনাৰ গোটেই দেহাটো যেন জঠৰ হৈ পৰিল। গিৰিয়েকৰ এই উপেক্ষাত তাইৰ মনটো ঘৃণাৰে ভৰি পৰিল। অৱচেতন মনত অসলগ্নতাই দেখা দি সকলো কৰ্ম বৰ্জিত আৰু বিমুখ কৰি পেলালে। তাই একো প্ৰতিশোধো ল'ব নোৱাৰিলে। কোঙা মন এটি লৈ নিজেই চট্‌ফটাই থাকিল।

এদিন সঁচাকৈয়ে এটা চুটকেচ, বেবীৰ কাপোৰ ভৰোৱা এটা বাচ্‌কেট লৈ উপপত্নী আৰু জীয়েকৰ সৈতে তৰুণ নাথ ঘৰ সোমালেহি। গিৰিয়েকে বন্দনাৰ ফালে ক্ষীণ হাঁহি এটা মাৰি নবাগতক এটি কোঠালৈ আগবঢ়াই লৈ গ'ল।

বন্দনা বজ্ৰপাত পৰা মানুহৰ দৰে একে ঠাইতে ঠিয় হৈ ৰ'ল।

## (২)

বন্দনাৰ বুকুত শোকৰ জুইকুৰা অহৰ্নিশে জ্বলি থাকে। মাজে মাজে খাণ্ডৱ দাহৰ অনল দপ্ দপাই উঠে। কিন্তু তাৰ উত্তাপে বাহিৰৰ কাকো দহিব নোৱাৰে। সেই অসহ্য উত্তাপত নিজেই তাই পুৰি ক্ৰমান্বয়ে শেষ হৈ যাবলৈ ধৰিলে।

গিৰিয়েকে চপাই অনা বন্দনাৰ সতিনীজনীয়ে— নামটো ৰমা, লাহে লাহে বন্দনাৰ অধিকাৰ খৰ্ব কৰি মুখ্য পত্নীৰ ভূমিকালৈ উঠি গৈছে আৰু তাই এলাগী হৈ উপপত্নীৰ স্থানলৈ নামি আহিছে।

গিৰিয়েক তৰুণ নাথৰ লগত তাইৰ ভালেকেইদিন মাতবোল নাই। মূৰৰ চুলিৰ পৰা ভৰিৰ তলুৱালৈকে বন্দনাৰ চকুৰ নজৰত থকা মানুহটো অচিনাকি হৈ পৰিছে। নিজৰ অন্তৰৰ মাজত তাৰ অন্তৰখন আথে-বেথে সুমুৱাই থোৱা ঠাইখিনিৰ পৰা অপসাৰিত হৈ উকা হৈ পৰিছে। তাৰ ঠাইত কিছুমান কলংকিত ক'লা ৰেখাৰ সাঁচ বহিছে— প্ৰতাৰণাৰ। দোৰ্ঘোৰ প্ৰতাৰণাৰ।

বন্দনাৰ নিজে পতা সংসাৰখনৰ দুহাতেৰে সজোৱা প্ৰত্যেকটো বস্তুৰ ওচৰত তাই অপৰিচিত হৈ পৰিবলৈ ধৰিলে।

কিছুদিন ঘৰখন নিমাও মাও হৈ থাকিল। মাথোন কেঁচুৱাৰ কান্দোন মাজে মধ্যে শুনা গ'ল।

কিন্তু কিমান দিনলৈ? লাহে লাহে কথা-বতৰা. হাঁহি তামাচ্ছা, মান অভিমান, বজাৰ সমাৰৰ তাগিদা— অৰ্থাৎ পূৰ্ণ সংসাৰৰ সকলো কাৰ্য কেঁচুৱাটোক কেন্দ্ৰ কৰিয়েই হ'বলৈ ধৰিলে।

কেঁচুৱাটোৱেই ঘৰখনলৈ প্ৰাণ আনিলে। মাথোন প্ৰাণ নাইকিয়া হৈ এচুকত অকলশৰে থাকি গ'ল বন্দনা।

তৰুণ নাথে ৰমাক বজাৰৰ বস্তু অনাৰ দৰে লৈ অহাৰ পিছৰে পৰা কেইদিনমান ভয় বা লাজতে বন্দনাৰ কাষ চপা নাছিল বা সন্মুখা-সন্মুখি হোৱা নাছিল। পিছলৈ বন্দনাৰ ওচৰলৈ আহিবলৈ সুৰুঙা বিচাৰিলে যদিও ৰমাৰ চোকা দৃষ্টিত দুৰতে থাকিবলৈ ধৰিলে। কেতিয়াবা— 'বন্দনা, কি কৰিছা?, 'তোমাৰ গাটো বেয়ানেকি?' বা 'খোৱা বোৱা কৰা নাইনেকি?'— বুলি দুই এটা সৰু প্ৰশ্নৰে তাইৰ কোঠাত ভুমুকি মাৰিব খোজোতেই ৰমাই টানকৈ কয়—

ঃ হেৰা, ক'ত গ'লা? মাইনাই কেনেকৈ খেলিছে চোৱাহিচোন।

ঃ হেৰা, আজি মাইনালৈ বেবী ফুড, বেবী চ'প, মুইট্ আৰু বেবী টাৱেল

আনিবা। মোলৈ.... ইত্যাদি কথাৰে তৰুণ নাথক বন্দনাৰ ওচৰৰ পৰা আতৰাই লৈ যাব। আকৌ ৰমাই উখাতু খাই এনেকৈ চিঞৰিব যে— তাইৰ পৃথিৱীখন যেন ৰসাতললৈহে গ'ল!

গধূলি বেংকৰ পৰা তৰুণ নাথ ঘৰলৈ আহিলে গেটৰ মুখৰ পৰা ৰমাই লচক্ পচক্কৈ আদৰি আনি তাৰ দুহাতৰ টোপোলা নিজৰ হাতলৈ লৈ বন্দনাই শুনাকৈ লেনিয়াই আদৰ কৰি ক'ব—

ঃ ইচ্ এই পৰলৈকে বেংকত গেবাৰি খাটন দিব লাগেনে? বাদ দিবাচোন ইমান কাম। ক'লা ম'লা পৰি গৈছা! মাইনাই ডিঙি মেলি মেলি তোমালৈ কিমান চাই আছে! যোৱা— ফ্রেচ হৈ আহা। মই খাবলৈ দিওঁ।

বন্দনাই ভাবিলে— তাইতকৈ বাৰু ৰ'মাই গিৰিয়েকক বেছি মৰম কৰে নেকি? বেছি যত্ন লৈছে নেকি?— ক'তা? ৰমাৰ মৰমত কৃত্রিমতা আছে। কিন্তু তাইৰ মৰমত জানো কৃত্রিমতা আছিল। বেংকৰ কাম মনোযোগেৰে গিৰিয়েকক কৰিবলৈ কৈ লগতে বেঙ্কিং পৰীক্ষা বিলাক দিবলৈ খাটনি ধৰিছিল—জন্মদাতা বাপেক মাকৰ হিত বচন নুশুনি অমতত বিয়া হৈ তাক দেৱতুল্যৰ দৰে উচ্চ আসন দি তাৰ লগলৈ গুচি আহিছিল...।

আগফালৰ বাৰান্দাত গিৰিয়েকে ৰ'মা আৰু মাইনাক লৈ স্ফুৰ্তি-ফাৰ্তা কৰি থাকোতে বন্দনাই বিছনাত শুই শুই আকাশ-পাতাল ভাবি থাকে।

লাজত নাকটো কাটি বন্দনা এদিন তৰুণ নাথ কামলৈ যোৱাৰ পিছত বনকৰা মানুহজনীক— 'এসপ্তাহমানৰ কাৰণে মাৰ ঘৰলৈ যাওঁ'— বুলি কৈ ওলাই গ'ল।

বন্দনাৰ এনে অৱস্থা দেখি মাকৰ ঘৰৰ সকলোৱে তৰুণ নাথৰ ওপৰত খং উঠিল। তাইক সেইখন ঘৰলৈ উভতি যাবলৈ হাক দিলে। আইনৰ সহায় ল'ম বুলি ক'লে। ঠন ধৰি উঠা মহিলা সংস্থা, সমিতি বিলাকৰো দৃষ্টি গোচৰ কৰি পৰামৰ্শ বিচাৰিবলৈ ক'লে।

ঘৰৰ মানুহে উকীলৰ জৰিয়তে ব্যৱস্থা ল'বলৈ ওলোৱাত বন্দনাই সন্মতি নিদিলে। 'মূৰ্খ' বুলি তাইক সকলোৱে দকচিলে। তাই নিজৰ কপালৰ কথা কৈ 'যি হয় হ'ব' বুলি মনে মনে থাকিল।

এমাহমানৰ মূৰত কাৰো কথা নুশুনি, মাক বাপেকৰ চকুপানী আওকাণ কৰি, বুকুত জীয়া জুইকুৰা লৈ বন্দনা তৰুণ নাথৰ ঘৰলৈ ঘূৰি আহিল।

এটি ক্ষীণ আশা মনত আলফুলকৈ বান্ধি থৈছিল— কেতিয়াবা তৰুণ

নাথৰ নিশ্চয় মোহভঙ্গ হ'ব, আৰু তাইৰ ওচৰলৈ উভতি আহিব। তেতিয়া বাৰু তাই গিৰিয়েককক আগৰ দৰে ভাল পাব পাৰিবনে?— পুৰুষ আৰু নাৰীৰ মাজত ভালেখিনি তফাৎ আছে। যিমানেই হওক, তাইৰ প্ৰথম প্ৰেমৰ মানুহটো আৰু গিৰিয়েক যেতিয়া....।

গেটখন খোলোতেই বন্দনাই ঘৰৰ ভিতৰত বহুত মানুহ থকাৰ উমান পালে। নিজৰ ঘৰখনলৈ সোমাবলৈ সংকোচ লাগিল— পৰ যেন লাগিল।

একেবাৰে খঁৰা হাত-কটা আৰু এহাত মান পেট উলিওৱা ব্লাউজ আৰু ৰঙীন শাড়ী পিন্ধা এজনী বয়োজ্যেষ্ঠ তিৰোতা ভিতৰৰ পৰা ওলাই আহি বন্দনালৈ আৰু হাতৰ বাকচটোলৈ চাই চিঞৰি মাতিলে—

ঃ ব'মা, চাহিচোন কোনোবা আলহী আহিছে।

বন্দনাই বিচুৰ্তি খালে।

খুব ব্যস্ততাৰে শাড়ীখনৰ থোৰটো কঁকালত ওখকৈ খুচি শাড়ীৰ আঁচলটোৰে মুখখন মচি মচি বমা ভিতৰৰ পৰা চিঞৰি আহিছে—

ঃ মা, কোন আহিছেনো?

বন্দনাক হঠাতে দেখি অপ্ৰস্তুত হৈ কপালৰ ৰেখা কেইডাল কোঁচ খুৱাই ব'মাই সৰুকৈ ক'লে—

ঃ মা, ভিতৰলৈ আহাচোন—

দুয়ো ভিতৰ সোমোৱাৰ পিছত বন্দনাই বাৰান্দাৰ ষ্টেপত ভৰি দিয়াৰ আগতে ক্ষন্তেক টলকা মাৰি ৰৈ এখোজ দুখোজকৈ সন্তৰ্পণে নিজৰ শোৱনি কোঠাৰ ফালে আগবাঢ়ি গ'ল।

বিস্ময়ত নিজৰ চকুকে বিশ্বাস কৰিব নোৱাৰি বন্দনা শোৱনি কোঠাৰ দুৱাৰ মুখতে ৰৈ গ'ল। তাইৰ কোঠাৰ সকলো আচবাব দখল কৰি তাই শোৱা ডাঙৰ পালেংখনত কেঁচুৱাজনীক শুৱাই থোৱা আছে আৰু এজন মতামানুহ, এজনী ছোৱালী বহি আছে। কাষত বমা আৰু মাকজনী থিয় হৈ আছে। আলনা-দালত জাপিকুচি থৈ যোৱা বন্দনাৰ কাপোৰবোৰৰ পৰিবৰ্তে ব'মাৰ শাড়ী কাপোৰ! য'ত ত'ত বেবীৰ নেপকিন্ টাবেল মেলি থোৱা আছে।

বন্দনাক সন্মুখত দেখি সকলো নিশ্চল হৈ গ'ল। সকলোৰে ব্যঙ্গ চাৱনিত তাই আকৌ সন্তৰ্পণে শোৱনি কোঠাৰ দুৱাৰ মুখৰ পৰা ওলাই আহি ড্ৰইং ৰুমত কি কৰো কি নকৰো বুলি ভাবি ক্ষন্তেক ৰ'ল। বাকচটো এচুকত থৈ চোফা এখনত বহি পৰিল। ওষ্ঠ-কণ্ঠ শুকাই গৈছিল। বনকৰা মানুহজনীকো নেদেখিলে। নিজে

গৈ নিজৰ ৰান্ধনি ঘৰত সোমাই পানী এগিলাচ খাবলৈকো সাহসে নুকুলালে।

বন্দনা বিবুদ্ধি হৈ চুবুৰীৰ বেজবৰুৱাৰ ঘৰলৈ বুলি খোজ ল'লে।

আবেলি হ'লেই লগে ভাগে কটোৱা, উল গোঁঠা, চিলাই কৰা, চিনেমা চাবলৈ, বজাৰলৈ যোৱা কলিতা, শইকীয়া, লাহন, মেধিৰ পৰিবাৰসকলৰ বন্ধুত্বৰ পৰাও আজিকালি বন্দনা ভালেমান দূৰত্বলৈ আঁতৰি গ'ল। তাই জানে— ওচৰ চুবুৰীয়া তাইৰ দুখত সকলো ম্ৰিয়মান। তেওঁলোকৰ মাজত আলোচনা-বিলোচনাৰে তাইক পুতৌ কৰক— তাইৰ আপত্তি নাই, কিন্তু তাইক সন্মুখত বহুৱাই লৈ ইচ্-আস্ কৈ কোৱা কথাবোৰ আৰু দুখৰ চাৱনি তাই সহ্য কৰিব নোৱাৰিব বুলি ভাবিয়েই সতিনীয়েক অহাৰ দিন ধৰি বাজলৈ ওলোৱা নাই। কোনোবা আহি বিচাৰিলেও তাইৰ অসুখ বুলি বুকুখনত গাৰুটো হেঁচা মাৰি বিছনাত চেপেটা লাগি পৰি থাকে। তদুপৰি, গিৰিয়েকক সকলোৱে দোষাৰোপ কৰিব— সেইটোও তাইৰ কিবা এটা ভাল নালাগে।

পানীত কক্‌বকাই থকা মানুহৰ খেৰকুটা এদালেই ৰক্ষক বুলি ভাবি তাই ঢলং পলকৈ নিলাজ মনেৰে বেজবৰুৱাৰ ঘৰৰ গেট খুলিলেগৈ। ডিঙিত মৰুভূমিৰ ৰুঢ়তা, বুকুত জুইকুৰা, মগজুত অসলগ্ন গুণাগঁথা।

বন্দনাক খিৰিকীৰে বেজবৰুৱানীয়ে দেখি উধাতু খাই দৌৰি আহি তাইক আথেবেথে আগবঢ়াই নিলে। যিমান পাৰে বন্দনাই সংযম ৰক্ষা কৰিবলৈ যত্ন কৰিলে। ড্ৰইং ৰুমৰ চোফাখনত গাটো ধুপুচকৈ পেলাই দি মূৰটো আওজাই চকুদুটা মুদি দিলে। মাথোন মুখৰ পৰা ওলাল— 'পানী'।

বেজবৰুৱানীয়ে বন্দনাক পানী খুৱাই তাইৰ গা-মূৰ মোহাৰি দি মুখলৈ চাই ৰ'ল। কি সুধিব— কেনেকৈ কথা আৰম্ভ কৰিব তৎ হেৰাল। বন্দনাই বাধা দিয়া সত্ত্বেও গৰম চাহ একাপ আৰু কিবা অলপ জোৰকৈ বেজবৰুৱানীয়ে খুৱালে।

এইবাৰ বন্দনা শোকত ফাটি পৰিল। বেজবৰুৱানীৰ হাত এখন টানি আনি নিজৰ শুকান গালত হেঁচি ধৰি বহুত সময় কান্দিলে। ইতিমধ্যে ওচৰৰ কেইবাজনীও মানুহ গোট খাইছিল। সকলোৱে দুখ আৰু খঙত গৰজি উঠিল। গিৰিয়েকহঁত কামৰ পৰা আহি পালেই চয়-নিচয় কিবা এটা কৰিব লাগিব বুলি ক'লে। সকলোৱে নিজৰ নিজৰ ঘৰত কিছুদিনলৈ বন্দনাক ৰাখিবলৈ ওলাল।

বন্দনা শান্ত হৈ একো ব্যৱস্থা নলবলৈ সকলোকে অনুৰোধ জনালে। তৰুণ নাথৰ চাকৰিৰ বিঘিনি ঘটিব বুলি ভয় খালে। বন্দনাৰ মূৰ্খামি দেখি আটাই কেইজনীয়ে অবাক হৈ তাইলৈ চাই থাকিল। সন্ধিয়া ভগাৰ পিছত তৰুণ নাথ

বেংকৰ পৰা অহাৰ অনুমান কৰি বন্দনাই ঘৰলৈ খোজ দিলে।

কেঁচুৱাজনী নিচুকাই তৰুণ নাথ বাৰান্দাতে আছিল। বন্দনাক দেখি ক'লে—

ঃ বন্দনা আহিলা। বহুত দিন কৰিলা?

—তাইৰ লগে লগে সিও ড্ৰইং ৰুমত বহিলহি। মানুহটোৱে কিবা এটা ক'ব নোৱাৰি উচ্ পিচ্ কৰি থকা যেন লাগিল। ৰমাই এবাৰ ভুমুকি মাৰি গ'লহি। সেপ ঢুকি তৰুণ নাথে ক'লে—

বন্দনা, আজি ৰাতিটো তুমি ইয়াৰ ডিভানখনতে শুই থাকা।— আজি ঘৰত বহুত মানুহ আছেতো...।

ভিতৰৰ পৰা ৰমাৰ কঠুৱা কণ্ঠস্বৰ—

ঃ আৰু কৈ নিদিয়া কিয়— শোৱনি কোঠাটো আমি লৈছো বুলি— সৰু চেঁচুকীয়া কোঠাটোত মাইনাৰ অসুখ হয় বুলি।

গুজুককৈ আকৌ ক'লে—

ঃ অকলশৰীয়া মানুহ থাকিব পাৰিব। — যেনেকৈ কাপোৰ কানি লৈ ওলাই গৈছিল নাহিব বুলিয়েই ভাবিছিলো।

ঃ ৰমা—

তৰুণ নাথে বিৰক্ত হৈ চিএওৰি বৈ গ'ল। অৱশ্যে শুনিবলৈ ওচৰত ৰমা নাছিল। ভিতৰ ফালে কিবা ভোৰভোৰাইছিলগৈ।

তৰুণ নাথে আৰু কি ক'ব? সি সিমানৰে মানুহ। তিৰোতা সেৰুৱা! ৰমাই হাতৰ মুঠিত ৰাখিছে।

বন্দনাই তাক হাতৰ মুঠিত ৰাখিব নোৱাৰিলে কিয়? গিৰিয়েকৰ স্বাধীনতাতকৈ নিজৰ স্বাধীনতাক তুচ্চ বুলি ভাবিলে কিয়?

বন্দনা বোবা হৈ গৈছিল। মুখেৰে একো নামাতিলে। চোফাৰ হেণ্ডেলত লাগি থকা ধূলি বিলাক আঙুলি এটাৰে তলমূৰকৈ লিৰিকি বিদাৰি থাকিল। মাইনাই আমনি কৰাত তৰুণ নাথে ভালেই পালে। 'ৰ'বা' বুলি কৈ উঠি গ'ল।

দুৱাৰখন জপাই সৰু কুচন এটা মূৰত লৈ শাড়ীৰ আচলটোৰে মুখখন ঢাকি বন্দনা শুই পৰিল। ডিভানখন অ'ত ত'ত তিতা। অকটা মূতৰ গোন্ধ। যেতিয়াই তেতিয়াই কেঁচুৱা শুৱাই চাগৈ।

ড্ৰইং ৰুমটোৰ কুচন-কাপোৰ ৰ'দাই ধূপ-ধূনা দি, সতেজ ফুল ফুলদানিত থৈ আগতে বন্দনাই কেনেকৈ পবিত্ৰকৈ ৰাখিছিল। ড্ৰইং ৰুমত সজাবলৈ মূৰ্তি

এটা বা ভাল বস্তু এপদ আনিবলৈ কিমান দিনৰ পৰা তাই গিৰিয়েকক কোকালিছিল...।

ৰাতি কোনোবাই তাইক ভাত খাবলৈ মতা যেন লাগিল। হয়তো সৰু সৰুকৈ তৰুণ নাথেই। তাই কাটিকুটা নকৰিলে।

এনেদৰেই বন্দনা অন্ধকাৰ গহ্বৰলৈ সোমাই গ'ল।

বন্দনাৰ শিক্ষা-দীক্ষা একো নাছিলনেকি? তাই নিজৰ অধিকাৰখিনি কাঢ়ি ল'ব নোৱাৰিলে কিয়? তাই প্ৰতিবাদ কৰিব নোৱাৰে? মুখ খুলি কথা ক'ব নোৱাৰে? আবেগ অনুভূতি, খণ্ড-ৰাগেৰে গিৰিয়েকক শুভোতাই আনিব নোৱাৰিলে?

বন্দনা কাচিং ড্ৰইং ৰুমত বহিলে ৰমাই কেতিয়াবা মাইনাক ডিভানখনত শুৱাই থৈ যায়হি। তাই কল্‌কলাই বন্দনাৰ ফালে চাই ফেলেক্ ফেলেক্ হাঁহি থাকে আৰু হাত ভৰি জোকাৰি বন্দনাক মাতি থাকে।

বন্দনাই লুকাই চুৰকৈ চায়। মাইনা বাপেকৰ নিচিনা হ'ল নেকি বাৰু? বন্দনাৰ মৰম কৰিবৰ মন যায়— চুমা খাবৰ মন যায়। লাজ লাগে। সাহসো নহয়। ৰ'মাই বা কি কয়?

এদিন মাইনাই বাগৰ সলাই পৰো পৰো অৱস্থা। বন্দনাই ৰ'ব নোৱাৰিলে। আলফুলে তাইক কোলাত লৈ মৰম কৰিবলৈ ধৰিলে। ৰমাই অৱশ্যে পৰ্দাৰ আঁৰৰ পৰা চাই আছিল। ভালেই পালে। লাহে লাহে মাইনাক বন্দনাৰ ওচৰত থবলৈ ধৰিলে।

তৰুণ নাথেও সুবিধা পালে। বন্দনাৰ ওচৰত ক্ষন্তেক বহি দুই এটা কথা কোৱা হ'ল— কেঁচুৱাজনীক কেন্দ্ৰ কৰিয়েই। বন্দনাই মুখেৰে নামাতে। মনে মনে থাকে। ৰমাৰ অনুপস্থিতিত বন্দনাক অকণমান মৰম কৰাৰ সুযোগো বিচাৰিবলৈ ধৰিলে।

এদিন বন্ধৰ দিনত গিৰিয়েকৰ ওচৰত মাইনাক থৈ ৰমা কৰবালৈ ওলাই গ'ল। সেই দিনা জীয়েকক লৈ তৰুণ নাথে বন্দনাৰ সৰু কোঠালিটোত সোমাই বহুত কথাই ক'লে। বন্দনাৰ ওচৰত সি কিমান অপৰাধী তাকো ক'লে, ৰ'মাৰ ককায়েকটো বৰ ভয়ানক আৰু দালাল। তালৈ তৰুণ নাথে ভয় কৰে। সি যে ভাল মানুহ নহয় পিছতহে গম পাইছিল। প্ৰথম অৱস্থাত বেংকৰ ঋণ দিয়াৰ সংক্ৰান্তত ক্ষেত্ৰ বিষয়া হিচাপে তাৰ লগত চিনাকি হৈ আৰু তাৰ ঘৰলৈ যাবলগীয়া হোৱাত অঘটনটো ঘটিবলৈ পালে।

তৰুণ নাথৰ ছোৱালীৰ প্ৰতি দুৰ্বলতা আছেই। এনে মুহূৰ্তত ভনীয়েক ৰমাই তাক হাত কৰি পেলালে। সি দুৰ্বল হৈ গ'ল। তাই সকলো অকপটে

সঁপি দিয়াত এনে কাণ্ড ঘটিবলৈ পালে। ককায়েকটোৱে ভাবুকি দি ৰমাক তাৰ ঘৰলৈ আনিবলৈ বাধ্য কৰি পেলালে।

সিহঁতে এনেকুৱা চোকা হাতোশৰে তৰুণ নাথক চেপি আছে— তাৰ নিজস্বতা বোলা কোনো বস্তু নাইকিয়া হৈছে।

এই ভীৰু মানুহটোৰ প্ৰতি কৰুণাৰ ভাব তাইৰ অন্তৰৰ কোনোবাখিনিত আছে নেকি বন্দনাই ভাবি চালে।

নিজে নিজেই ক'লে— মোতকৈনো ৰমা কিহত শ্ৰেষ্ঠ? মইনো কি দিয়া নাছিলো?— বন্দনাৰ মনটো সেমেকি উঠিল।

এনেতে ৰমা আহি ওলালহি। কি হ'ল জানো— বন্দনাৰ কোঠাত গিৰিয়েকক দেখি ৰমাই মাইনাক আজুৰি আনি বলকিবলৈ ধৰিলে—

ঃ এখন্তেক নাথাকোতে সনাপিঠা হ'বলৈ ধৰিলে। নিমাতী দেখুৱাইছিল—

গিৰিয়েককো গালি পাৰিলে। সেই দিনাৰে পৰা মাইনাক বন্দনাক চুবলৈ নিদিয়া হ'ল। তাইক দেখিলে উচাৎ মাৰি যোৱা হ'ল। তৰুণ নাথক কঠোৰ শাসন কৰিলে।

বন্দনা আকৌ বিছনাত চেপেটা লাগিল।

(৩)

এইবাৰ বন্দনাৰ মগজুত কিছুমান হেঁপাহ আৰু ভাবনাই ক্ৰিয়া কৰিবলৈ ধৰিলে। সচেতন মনতকৈ অবচেতন মনটোত জীৱনৰ অপূৰ্ণতাখিনিয়ে দোলাদি থাকিবলৈ ধৰিলে।

এদিন তাই ৰমাৰ উপস্থিতিতেই গিৰিয়েকক নিজৰ কোঠালিলৈ মাতি লৈ আহিল আৰু ক'লে—

ঃ বহা, তোমাৰ লগত কথা আছে!

ৰমা থৰ লাগিল। বন্দনাই ক'লে—

ঃ এনেকৈ মই জানো জীয়াই থাকিব পাৰিম? আকৌ মই মা হ'বলৈ বিচাৰিছোঁ। মোকো সন্তান লাগে। ময়ো তোমাৰ পত্নী! পোণাটো জীয়াই থকা হ'লে তোমাক মই কেতিয়াও সন্তান নিবিচাৰিলোহেঁতেন!

এইবাৰ বন্দনা শোকত ভাগি পৰিল। তাই হিয়া ঢাকুৰি কান্দিবলৈ ধৰিলে।

তৰুণ নাথ বিবুদ্ধি হৈ পৰিল। তাৰো চকুপানী ওলাল। কান্দি থকা বন্দনাক এৰি সি ওলাই আহিল।

ৰমাৰ গা বাজিল। তাইৰ শেনচকু গিৰিয়েকৰ ওপৰত অনবৰতে থাকিল। কথা বিষম ভাবি তাইৰ মন ক্ৰুৰতাৰে ভৰি পৰিল। নাৰী হৈ ৰমা পাষাণ হ'ল।— এজনী নাৰীয়ে এজনী নাৰীক অৱজ্ঞা কৰিলে।

বন্দনাই সদায় ভাবিবলৈ ধৰিলে গিৰিয়েকে তাইৰ এই অকপট আকুতিক নেওঁচা নিদি সহাঁৰি জনাব। কিন্তু ক'তা? বন্দনাৰ উজাগৰী নিশা বাঢ়িবলৈ ধৰিলে। তাইৰ সকলো উদং হৈয়ে থাকিল।

বিশেষ সময়ত বন্দনাৰ উন্মত্ততা প্ৰকাশ পালে। ৰাতি বিছনাত চট্ ফটাই থাকিল।

কেতিয়াবা শান্ত আৰু আত্মনিমগ্ন হৈ পৰে যদিও কেতিয়াবা দুৰ্দান্ত স্বভাৱে গঢ় ল'বলৈ ধৰিলে। ৰমাই কেঁচুৱাটোক গাখীৰ খুৱাই মৰম কৰি থকা দেখিলে তাই খিলখিলকৈ হাঁহিবলৈ ধৰে, কান্দিবলৈ ধৰে। কেতিয়াবা আশ্ৰয়হীনা উন্মাদ নাৰীৰ দৰে ঘৰবাৰী এৰি বাটে পথে ঘূৰি ফুৰিবৰ মন গ'ল। কেতিয়াবা আকৌ ধীৰ স্থিৰ হৈ বিছনাত কেইবাদিনলৈকো পৰি থাকে।

ৰমাই অনবৰতে বন্দনাক 'পাগলী' বুলি ক'বলৈ ধৰিলে। পিছলৈ বন্দনাৰ মনলৈ ভাব আহিল যে— হয়, তাই সঁচাকৈয়ে পাগল হৈছে। লাহে লাহে বন্দনা জ্ঞান নথকাৰ দৰেই হৈ পৰিল।

অতৃপ্ত, অদমিত তাইৰ যি কামনা, যি আসক্তিৰ কাৰণে উদ্বাউল হৈ আছিল— গিৰিয়েকৰ চৰম উদাসীনতাত তাইৰ বুকুৰ জুইকুৰা দপ্ দপাই জ্বলিল, ফলত বিকৃতি মনোভাব জাগৃত হ'ল।

গিৰিয়েক কামৰ পৰা অহাৰ লগে লগে ৰমাই এগুণক দহগুণ কৰি বন্দনাৰ কথা লগাবলৈ ধৰিলে। কেঁচুৱাজনীৰ যে নিৰাপত্তা একেবাৰে নাই তাকো ক'লে। বন্দনাক তেজপুৰৰ মানসিক চিকিৎসালয়লৈ পঠিয়াবলৈ সদায় খাটনি ধৰিলে।

প্ৰথমে তৰুণ নাথে কথাবোৰত ইমান গুৰুত্ব দিয়া নাছিল। কিন্তু এদিন ৰমাৰ কথাবোৰত অতিষ্ঠ হৈ বন্দনাক খঙেৰে সুধিলে—

ঃ তুমি পাগলামী কৰিছা কিয়। দিনে দিনে তোমাৰ উত্তওালি বাঢ়ি গৈছে।

তৰুণ নাথে যেন জ্বলা জুইত ঘিউহে ঢালিলে।

নিমাতী বন্দনায়ো বেয়া কথাৰে চিঞৰি গালি পৰাত গিৰিয়েকে তাইৰ ওপৰত হাত তুলিলে। বাহিৰৰ পৰা তাইক তলাবন্ধ কৰি থৈ দিলে।

বুকুত জীয়াজুই লৈ ফুৰা পাগলীজনী

বন্দনাৰ জীৱনলৈ নামি আহিল বঞ্চনা, পীড়ন, নির্যাতন। ফলত তাইৰ ভাল হোৱাৰ পৰিবর্তে বলিয়ালী বৃদ্ধি পাবলৈ ধৰিলে।

বন্দনা বিপৰ্যস্ত হ'ল। নিঃশেষিত হ'ল।

ওচৰ চুবুৰীয়া মানুহৰ মাজত গুঞ্জন আৰম্ভ হ'ল। সঁচাকৈয়ে বন্দনাৰ মূৰৰ বিকৃতি ঘটিছেনে?

অন্যান্য পাগলীৰ দৰে তাই আচৰণ নকৰিলে। এদিনো উলঙ্গ নহ'ল। গাৰ কাপোৰ-কানি টানিটুনি আঁটি পিটিকৈ ৰাখিলে। দিনত যদিও পাগল বুলি ক'ব পৰা লক্ষণবোৰ ফুটি উঠাত তাই উতপ্ত হৈ পৰে, ৰাতি নিতাল মাৰিবলৈ ধৰিলে। দিনত খঙৰ কোবত কৰা হুলস্থূলৰ কাৰণে ৰাতি অনুশোচনা আহে। সুস্থ ভাব আহিলেই তাই ভাবিবলৈ ধৰে ৰমাইহে আচলতে তাইক উত্তেজিত কৰে।

তৰুণ নাথে চেষ্টা কৰি বন্দনাক তেজপুৰৰ মানসিক চিকিৎসালয়ত থোৱাৰ ব্যৱস্থা কৰিলে।

ৰমাৰ কথাৰ পৰা বন্দনাই গম পালে যে তাইক তেজপুৰলৈ পঠিয়াব। এদিন তৰুণ নাথক অকলশৰে পাই স্থিৰ ভাবেই তাই সুধিলে— সঁচাকৈ তাই পগলা হৈছে নেকি? তৰুণ নাথে মাথোন কৈ থ'লে—

ঃ চিকিৎসা পালে তুমি ভাল হৈ উঠিবা।

তেজপুৰৰ মানসিক চিকিৎসালয়লৈ গৈ বন্দনাৰ ভালেই লাগিল। তাইৰ ভাবিব পৰা ক্ষমতাবোৰ আকৌ সজীৱ হৈ আহিল। অন্য পাগল বিলাকৰ লক্ষণ বিলাক দেখি তাই ভাবিবলৈ ধৰিলে— তাইতো এনেকুৱা পাগল নাছিল, তাইক ঘৰৰ পৰা আঁতৰোৱাৰ বুদ্ধি কৰিছিল চাগে।

মানসিক চিকিৎসালয়ত বন্দনাৰ জক্ এদিনো নুঠিল। সম্পূর্ণ সুস্থ কথা বতৰা, ব্যৱহাৰ-পাতিও সাধাৰণ মানুহৰ দৰে হ'ল।

বন্দনা এবছৰৰ পিছতে খালাচ হৈ ঘৰলৈ ঘূৰি আহিল।

মাইনা খোজ কাঢ়িব পৰা হৈছিল। বন্দনাৰ লগ লোৱা হ'ল।

ৰমাৰ মনত কি খেলাইছিল বুজা টান। বন্দনাই ভাবিলে তাই জীয়াই থকাৰ দিন কেইটা কিতাপ-পঢ়ি আৰু কিবাকিবি লেখা মেলা কৰি কটাই দিব।

তৰুণ নাথে ঠিক কৰিলে— দুই পত্নী আৰু কন্যা সহ পুৰী আৰু কলিকতালৈ ফুৰিবলৈ যাব। আচলতে বন্দনাৰ স্বাস্থ্যৰ কাৰণে আৰু মানসিক উন্নতিৰ কাৰণেহে ফুৰাৰ পৰিকল্পনা। প্ৰথম অৱস্থাত ৰমাই বন্দনাক লৈ ফুৰিবলৈ

যোৱাটো বিচৰা নাছিল। কিবা ভাবি পিছত অৱশেষত মান্তি হ'ল।

বন্দনাই যেন নতুন প্ৰাণ পাইছে। ৰেলৰ খিৰিকীৰ কাষত বহি বাহিৰৰ দৃশ্যবোৰ চাই চাই অন্তৰখন শাঁত পেলাবলৈ যত্ন কৰিছে।

পুৰীৰ জগন্নাথ মন্দিৰৰ আশে পাশে ঘূৰি মন্দিৰত প্ৰৱেশ কৰি বন্দনাৰ মনটো ফৰকাল লাগিল। তথাপি বন্দনা যেন মুকলি হ'ব পৰা নাই। সংকোচ ভাব এটা অনবৰতে লাগি থাকে। চিনাকি ৰেলেগ পৰিৱেশ এটাৰ লগতহে যেন ফুৰিবলৈ আহিছে— এটা দূৰত্বৰ ব্যৱধানত তাই চলিছে।

আবেলি সাগৰৰ পাৰত বহোতে তাইৰ উঠি আহিবৰে মন নাযায়। ৰমাই সাগৰৰ পানীত গা ধুবলৈ কেইবাবাৰো মাতিলে— তাই উঠি নগল। তৃতীয় দিনা বন্দনা আৰু ৰ'ব নোৱাৰিলে। ছোৱালীজনী কোলাত লৈ তৰুণ নাথ পাৰত ৰৈ থাকিল।

ৰমাৰ লগত ভালেখিনি সাগৰলৈ আগুৱাই গৈ ৰমা আৰু বন্দনাই গা-ধুবলৈ লাগিল। কিছুসময়ৰ পিছত দুয়োজনীৰ জোটাপোটা লাগিল। বন্দনাই যিমানেই ঢৌৰ কবলৰ পৰা ওপৰলৈ ওলাবলৈ যত্ন কৰিলে সিমানেই যেন ৰমাই তাইৰ মূৰটো বালিত হেঁচি ধৰিলে। বন্দনাৰ চকুৱে মুখে বালি-পানী সোমাল। একোবত ঢৌৱে বন্দনাক উটাই লৈ গ'ল, বন্দনাই ক'ব নোৱাৰিলে।

তৰুণ নাথে দেখিলে ঢৌৰ মাজৰ পৰা ৰমা অকলে পাৰলৈ উঠি আহিছে। বন্দনা নাই। সি থৰ্ থৰ্কৈ কঁপিবলৈ ধৰিলে। ঢৌৰ গৰ্জনত ৰমাই কি ক'লে তাৰ কাণত নোসোমাল।

অসহ্য বিষৰ মাজতে যেতিয়া বন্দনাই জ্ঞান পায়— সন্মুখত সকলো অচিনাকি মুখ। খেৰৰ জুপৰি ঘৰ, মাছৰ কেচেমা-কেচেম গোন্ধ। ছোৱালী এজনীয়ে তাইৰ মূৰটো ফনিয়াই আছিল। বঙালী-অসমীয়াৰ সংমিশ্ৰণ যেন লগা উড়ীয়া ভাষাত পতা কথা বন্দনাই বুজি পালে। তাই একসপ্তাহ মানৰ আগতে পুৰীৰ সাগৰৰ মাছমৰীয়া সকলৰ এলেকাত অজ্ঞান হৈ পৰি আছিল। সাগৰৰ ঢৌৱে কোনোবা ফালৰ পৰা উটুৱাই আনি পাৰত পেলাইছে। জগন্নাথ বাবাই তাইক বচালে।

বন্দনাই পাছফালৰ মূৰটো হাতেৰে চুই চালে। অসহ্য বিষ। নাক আৰু চকুত বালিৰ আচোৰ লাগি ঘাব দৰে হৈ আছে। মাছমৰীয়া সকলোই তাইক জীৱন দান দিলে।

এমাহমানৰ মূৰত বন্দনা আহি আকৌ তৰুণ নাথৰ ঘৰ ওলালহি।

ভূত দেখা মানুহৰ দৰে ৰমা আতংকিত হৈ ৰৈ থাকিল। বন্দনা উত্তপ্ত

অহা দেখি তৰুণ নাথো আচৰিত হ'ল। ওচৰ চুবুৰীয়া মানুহেৰে ঘৰ ভৰি পৰিল। সকলোৰে কথাৰ পৰা বুজা গ'ল যে পগলা জক্ উঠি বন্দনা মাজ সাগৰৰ ফালে গুচি গৈছিল।

বন্দনাই একো নক'লে যদিও এদিন তৰুণ নাথক আচল ৰহস্যৰ কথা ক'লে। ৰমাই যে তাইক হত্যা কৰিব খুজিছিল সেই কথা শুনি তৰুণ নাথ হতবাক হ'ল।

কথা বিষম ভাবি ৰমাই ককায়েকহঁতক মাতি আনিলে। মিছাকৈ বন্দনাই অপবাদ দিয়া বুলি তাইক গালি শপনি পাৰিলে। ঘৰৰ পৰা উলিয়াই দিব খুজিলে।

ৰমাই ব্যাপকভাবে প্ৰচাৰ কৰি দিলে যে বন্দনা আকৌ দোৰ্ঘোৰ পাগল হৈছে। বন্দনাক মাৰধৰ কৰিলে। খোৱাবোৱাও কমাই দিলে। কোনো মানুহকে দেখা কৰিবলৈ নিদিলে।

তৰুন নাথে প্ৰতিবাদ নকৰা নহয়। কিন্তু ৰমা আৰু ৰমাৰ মাকৰ ঘৰৰ মানুহৰ আগত তাৰ কথা মূল্যহীন হৈ পৰিল।

বন্দনাৰ মনটোত পুনৰ খেলি মেলি লাগিল। এটা জীৱনৰ ওপৰত ইমান অত্যাচাৰ— ঠন ধৰি উঠা এজোপা গছৰ গুৰি কাটি দিয়াৰ দৰে তাই ঢলি পৰিল।

চৌবিশ ঘণ্টাই তাইক পাগল পাগল বুলি কোৱা হ'ল। বাহিৰৰ পৰা দুৱাৰত তলা লগাই থোৱা হ'ল। সকলো মানুহে বন্দনাক পাগলী বুলিয়েই ভাবি ল'লে।

ঈৰ্ষা আৰু আক্ৰোশে ৰমাক ইমান যে তললৈ নমাই নি ভয়ঙ্কৰ কৰি তুলিব পাৰে এই কথা তৰুণ নাথৰ কল্পনাৰো অতীত আছিল।

তৰুণ নাথ উপায়হীন হ'ল। কোনফালে যাব— কি কৰিব একো বাট বিচাৰি নোপোৱা হ'ল। হতাশাই মনটো আৰু দুৰ্বল কৰি পেলালে। তাৰ সোপাটিলা চৰিত্ৰৰ কাৰণেই যে সংসাৰখন এনেকুৱা হ'ল এই কথা বাৰুকৈয়ে অনুভৱ কৰিব পাৰিলে।

বন্দনাৰ নিচিনা সহজ-সৰল, নিষ্পাপ মানুহজনীক উদ্ধাৰ কৰা যায় কেনেকৈ? এই কথাই তৰুণ নাথক খুলি খুলি খাবলৈ ধৰিলে।

অত্যাচাৰত অতিষ্ঠ কৰি মিছা পাগল সজোৱা বন্দনা এইবাৰ সঁচাকৈয়ে পাগল হ'ল। তৰুণ নাথে একো সিদ্ধান্তত উপনীত হ'ব নোৱাৰিলে। শেষত এটা সিদ্ধান্তলৈ আহিল যে বন্দনাক বৰ্তমান তেজপুৰৰ পগলা চিকিৎসালয়ত আকৌ ৰাখি তাইৰ উন্মাদনাৰ চিকিৎসা কৰাব। ভাল হ'লে এইবাৰ বন্দনাক বেলেগে সযতনে ৰাখি বাকীছোৱা জীৱন সুখৰ কৰিবলৈ যত্ন কৰিব।

তেজপুৰৰ মানসিক চিকিৎসালয়ত তৰুণ নাথে যোগাযোগ কৰিলে যদিও এইবাৰ বন্দনাৰ কাৰণে ঠাই নাপালে।

বন্দনাৰ যন্ত্ৰণা তাৰ সহ্য নোহোৱা হৈ আহিছিল।

উপায় নাপাই পুলিচক বিষয়টো বিবৰি কৈ সদ্যহতে কাৰাগাৰৰ অভিৰক্ষাত (custody) ৰাখিবলৈ ব্যৱস্থা কৰিলে।

পুলিচক গতাই দিবৰ দিনা তৰুণ নাথে বন্দনাক ভালকৈ ধুৱাই-পখলাই নতুন কাপোৰ পিন্ধাই চুলি আচুৰি দিলে। কেইবাখনো নতুন শাড়ী আৰু যাবতীয় বয়-বস্তু কিনিকুটি দি উলিয়াই পঠিয়ালে।

বন্দনাক আনি কাৰাগাৰৰ মহিলা কক্ষৰ ভিতৰত থলেহি। নতুন পৰিবেশ পাই বন্দনা মৌন হৈ পৰিল। ৰমাৰ কবলৰ পৰা আহি যেন অকণমান শান্তি বিচাৰি পালে।

বুকুত উমি উমি জ্বলি থকা জুইকুৰা মাজে মাজে দাও দাওকৈ নজ্বলা নহয়। তাই মনতে পাঙিলে কাৰাগাৰৰ ভিতৰত তাই কেতিয়াও উন্মাদ নহয়। মনটো বান্ধি ৰাখিব।

অৱচেতন তাইৰ মনটো একেবাৰে জানো বান্ধি ৰাখিব পাৰিছে?

প্ৰতি ক্ষণে ক্ষণে তাইক চকুৰ আগলৈ ভাঁহি আহে কেঁচুৱাৰ মুখখন! মাইনাৰ মুখখন, মাইনা যেন ৰমাৰ ছোৱালী নহয়— তাইৰ আৰু তৰুণ নাথৰ ছোৱালী!

পলকতে আকৌ বন্দনাৰ মৃত লৰাটোলৈ মনত পৰে। তাৰ একেবাৰে কেঁচুৱা কাললৈ। জীৱন্ত হৈ কেঁচুৱাটো বন্দনাৰ কাষলৈ আহে আশ্ৰয় বিচাৰি। বন্দনাই তাক খুৱাই বুৱাই নিচুকনি গীতেৰে শুৱাই থয়....।

অৱচেতন মনত তৰুণ নাথে তাইক মৰম কৰে! তাইৰ কোলাত তুলি দিয়া কেঁচুৱাটোৰ সৈতে দুয়োকে।

অন্য মানুহে এতিয়া দেখিলে ক'ব নোৱাৰে বন্দনা পাগলী বুলি। কাৰাগাৰৰ ভিতৰত গিৰিয়েকে কিনি দিয়া কাপোৰকানি সুন্দৰকৈ পিন্ধি লৈ দিনটো সম্ভ্ৰান্ত ঘৰৰ মহিলাৰ দৰে বহি থাকে। আনৰ লগত খুব কম কথা পাতে।

মাজে মাজে অৱচেতন মনত কেঁচুৱাৰ মাক হৈ তৰুণ নাথৰ সুখৰ সংসাৰ খনলৈ ঘুৰি যায়।

বুকুত জীয়া জুইকুৰা কিন্তু থাকেই। ☐☐

# স্মাগ্‌লাৰ



ঃ মেডাম্ চিট্‌ঠি আয়া? মেৰি বেটী কী চিট্‌ঠি?

মই নাই অহা বুলি বুজাবলৈ মূৰ জোকাৰিলো।

প্ৰায়ে আদালতলৈ বিচাৰৰ বাবে আচামীবিলাকক পঠিওৱাৰ পিছত, কাৰ্যালয়ৰ কামকাজ পাতল হোৱা যেন অনুমান কৰি কয়েদীজনে চেগ চাই প্ৰহৰী এজনক লৈ মোৰ ওচৰ পাইহি। আহিয়েই তেওঁৰ গহীন মুখখনত পাতলকৈ এটি হাঁহি বিৰিঙাই মোক একেটাই প্ৰশ্ন সোধে 'চিট্‌ঠি আয়া? মেৰি বেটী কী চিট্‌ঠি?

মোৰ পৰা 'নাই অহা' বুলি উত্তৰটো পালেই মুখখন বিমৰ্ষ কৰি এটাও কথা নোকোৱাকৈ কয়েদীজন ভিতৰলৈ যায়গৈ।

মানুহজন কয়েদী হিচাপে মই চাকৰিত সোমোৱাৰ বহুত দিনৰ আগৰে পৰাই কাৰাগাৰত আছে। প্ৰায় এবছৰেই মই একেটা প্ৰশ্নই তেওঁৰ পৰা শুনি আহিছোঁ। প্ৰথমতে আথেবেথে সদায় চিঠিৰ দ'মটোৰ মাজত তেওঁৰ নামৰ কিবা চিঠি আছেনেকি তন্নতন্নকৈ চাই লওঁ। কাৰণ কয়েদীজনে মোক সুধিবলৈ আহিলেই যাতে চিঠি পালে মই দিব পাৰো। কিন্তু তেওঁৰ নামত এদিনো এখন চিঠি অহা নেদেখিলো।

পাছলৈ সদায় একেটা প্ৰশ্নকে সুধি থকা দেখি মোৰ বিৰক্তিৰ ভাবো নোহোৱা নহয়। কেতিয়াবা কিবাকিবি কৈ দিবৰো মন যায়। কিন্তু কিবা ক'বলৈ মুখখনলৈ চাওঁতেই তেওঁৰ চকুমুখত আকুল আকূতি দেখি ৰৈ যাওঁ। একো ক'ব নোৱাৰো। বেয়া লাগে।

আজিকালি কয়েদীজনক দূৰতে দেখিলেই 'নাই' বুলি মই মুখেৰে একো উচ্চাৰণ নকৰি মূৰটো সামান্য লৰাই দিলেই তেওঁ বিষাদ মনেৰে উভতি যায়। সেই সময়ত মোৰ মনটো বৰ বেয়া লাগে। মই নেদেখা তেওঁৰ বেটীজনীৰ ওপৰত খঙো উঠে। ইমান নিষ্ঠুৰ হ'ব লাগেনে, বাপেকটো জেলত আছে, মনত বাৰু নপৰেনে?

নাই নপৰে। চিঠি এদিনো নাহে। কয়েদীজনে কিন্তু জীয়েকলৈ একোখনকৈ চিঠি দিয়েই থাকে। উত্তৰৰ আশাত বাট চাই চাই তেওঁৱেই আকৌ জীয়েকলৈ লিখে।

এদিন মই কাৰ্যালয়ৰ কয়েদী মেটজনক সুধিলো—

ঃ চিঠিৰ কথা সুধি থকা কয়েদীজন কি গোচৰতনো আহিছিল? তেওঁৰ টিকট টো চাই দিয়াচোন।

ঃ বাইদেউ, তাৰ টিকটটো নাচালেও হ'ব। মই জানো। সি এটা ডাঙৰ স্মাগ্লাৰ্।

ঃ স্মাগ্লাৰ? মানুহজনৰ কথাবতৰা আৰু চেহেৰাটো দেখিলে দেখোন স্মাগ্লাৰ যেন নালাগে?

সি যি কি নহওক, স্মাগ্লাৰ শব্দটো শুনাৰ লগে লগে মোৰ মনত কয়েদীজনৰ প্ৰতি থকা সহানুভূতি বা ভাললগা ভাববোৰ ক্ষন্তেকতে নাইকিয়া হৈ গ'ল।

স্মাগ্লাৰ শব্দটো কেনেকুৱা ত্ৰাসৰ যেন লাগে! সমাজ বিৰোধী এইচাম মানুহে সাংঘাতিক কামবোৰ কৰে। কেনেকুৱা নিষ্ঠুৰ মনৰ হয় স্মাগ্লাৰ্‌বোৰ। সিহঁতে কোনা জঘন্য কাম কৰিবলৈকো কুণ্ঠাবোধ নকৰে।

স্মাগ্ লাৰ্ বিলাকৰ চেহেৰা-পাতিও জটিল ধৰণৰ হয়। বাহ্যিক চেহেৰাটোতকৈও অন্তৰখন কুৎসিত আৰু মমতাবিহীন হৈ পৰে। পৰিয়ালৰ কোনোৱেই বা জীয়েকে সেই কাৰণে চাগৈ কয়েদীজনলৈ চিঠিপত্ৰ নিদিয়ে। এইবাৰ মই মনতে ভাবিলো— কয়েদীজনে চিঠি বিচাৰি আহিলে মই টানকৈয়ে কম— সদায় সদায় চিঠি বিচাৰি সুধি থাকিব নালাগে, চিঠি আহিলে মই নিজেই দি পঠিয়াম।

কিন্তু মই ক'ব নোৱাৰিলো। স্মাগ্লিং গোচৰত অহা অনা-অসমীয়া কয়েদীজন মোৰ সমুখা-সমুখি হওঁতে মই তেওঁৰ প্ৰতি কঠোৰ হ'ব নোৱাৰিলো।

ওখ, পাতল, ৰঙা-বগা গঢ়িত মুখৰ মানুহজনৰ নাকটো জোঙা। চকুত শান্ত চাৱনি। কয়েদীজনক দেখিলে কিন্তু দয়ালু যেনেই লাগে। নীলা আঁচ থকা ধদুৱা কপাহী পোছ্‌কযোৰ তেওঁৰ শৰীৰত অস্বাভাৱিক যেন লাগে।

কয়েদীজনে যদিও চিঠিৰ কথা সুধিবলৈ বা চিঠি পোষ্ট কৰিবলৈ দিবলৈ সঘনাই মোৰ ওচৰলৈ আহিছিল, অন্য কথা কিন্তু পতা নাছিল। বেছি কথা নকয়।

মোৰ এনে লাগে, কয়েদীজনক যদি মই এখন চিঠি দিব পাৰিলোহেঁতেন! কয়েদী মেটজনে চিঠিবোৰ চাই ভাগে ভাগে চোৱাৰ পিছত ময়ো চিঠিখিনিৰ ওপৰত চকু ফুৰাও, কিজানি তেওঁৰ চিঠি এখন পাওঁৱেই।

এইদৰেই বহুত দিন গ'ল। এদিন সঁচাকৈয়ে তেওঁৰ নামত এখন চিঠি আহিল। মই যেন নিজৰ চকুকেইটাক বিশ্বাস কৰিব নোৱাৰা হ'লো এনে লাগিল, চিঠিখন কেইবাবাৰো লুটিয়াই বগৰাই চালো, হয়, আকুলতাৰে এখন চিঠিৰ বাবে বাট চাই থকা কয়েদীজনৰে চিঠি। বহু প্ৰত্যাশিত এখন বৰ আকাংক্ষিত চিঠি। মই উৎফুল্লিত হৈ কয়েদীজনক মোৰ ওচৰলৈ লৈ আনিবলৈ প্ৰহৰী এজনক ক'লো। কয়েদীজন উধাতু খাই দৌৰি আহিল। তেওঁ যেন বিশ্বাস কৰিব পৰা নাই— সঁচাকৈয়ে তেওঁলৈ এখন চিঠি আহিছে। জীয়েকৰ মৰমভৰা চিঠি!

মোৰ দৰে কয়েদীজনেও চিঠিখন লুটিয়াই বগৰাই চালে। এবাৰ চিঠিখনত চুমা এটা খালে। চিঠিখন মোৰ ওচৰতে খুলিবনে বেৰেকলৈ গৈ খুলিব এবাৰ চিন্তা কৰি অধৈৰ্য হৈ মোৰ ওচৰতে খুলি গো-গ্ৰাসে পঢ়িবলৈ ধৰিলে।

মই কয়েদীজনলৈ তধা লাগি চাই থাকিলো। হঠাতে কয়েদীজনৰ হাঁহি

থকা মুখখন ক'লা পৰি গ'ল। মুখৰ পৰা কেঁকনি এটা বাহিৰ হ'ল। তৎফালে কোনে লেখিছে চাই চিঞৰি ক'লে

ঃ মেৰা বেটী মৰ গিয়া। আ—

লগে লগেই কয়েদীজনে হুকহুকাই কান্দিবলৈ ধৰিলে। আকৌ এবাৰ মোৰ ফালে চাই ক'লে—

ঃ মেডাম্, মেৰা বেটী চল্লা গিয়া—

প্ৰহৰীজনে 'অন্দৰ চল' বুলি কান্দি থকা কয়েদীজনক লৈ গ'ল।

অত বছৰে আগ্ৰহেৰে বাট চাই থকা চিঠিখনে কয়েদীজনৰ মনলৈ গভীৰ শোকহে কঢ়িয়াই আনিলে,

স্মাগ্লাৰ— এই শব্দটোহে মানুহৰ মনত থাকে। স্মাগ্লাৰনো কেনেকুৱা,সেইটো মানুহৰ অগোচৰ বা আঁৰত থাকে। মই কয়েদীজনৰ সংক্ষেপে জীৱন ডাতা থকা কাৰাগাৰৰ টিকটটো উলিয়াই চালো।

ৰঞ্জিত শ্ৰীবাস্তৱ। ঘৰ সুদূৰ উত্তৰ প্ৰদেশৰ বুলন্ড চহৰ জিলাত। বয়স পয়ষষ্ঠি বছৰ। কাৰাগাৰৰ ম্যাদ পাঁচ বছৰ।

... যোৰহাটৰ এ-টি ৰোডৰ কাষতে থকা বিষ্ণুৰাম বৰুৱা হলৰ ওচৰৰ চাৰিআলিটোৰ সোঁ ফালৰ নিউ বালি বাটটোৰ পথটোৰেদি সোমাই গ'লে সোঁফালে খাতুন প্ৰেছ। বাওঁফালে সেই সময়ত পশু চিকিৎসালয় এখন আছিল। তাৰ কাষেদি সোমাই যোৱা পথটোৰেদি গ'লে শংকৰদেৱ চেমিনাৰি হাইস্কুলখন পায়। স্কুললৈ সোমাই যোৱা ৰাস্তাটোৰ কাষতে বৰদলৈৰ মটৰ গেৰেজ।

সেইদিনা শুকুৰবাৰ। স্কুলৰ টিফিনৰ সময়। সেইখিনি সময়তে গেৰেজৰ সন্মুখলৈ আগে পিছে পুলিচৰ ভানৰ সৈতে এখন বগা ৰঙৰ নতুন এম্বেচেদৰ গাড়ী আহি ৰ'ল। চাৰিওফালৰ পৰা মানুহ সেইখিনিত জুম বান্ধিলেহি। এম্বেচেডৰ গাড়ীখনত হেনো এজন স্মাগ্লাৰ আছে।

স্মাগ্লাৰ্ শব্দটোত যেন যাদুহে আছিল। ক'ৰ পৰানো মানুহবোৰ সেই নিৰ্জন পথটোত পৰুৱাৰ নিচিনাকৈ গোট খালেহি তাৰ একো উৱাদিহ পোৱা নগ'ল। মানুহবোৰৰ মুখত একেটাই শব্দ— 'স্মাগ্লাৰ'। দেখিবলৈ কেনেকুৱা? ক'ৰ মানুহ? কি কথা?— এইবোৰৰ ভুনভুননিয়ে ঠাইডোখৰত এটা ত্ৰাসৰ সৃষ্টি কৰিলে।

স্কুলৰ ল'ৰাবিলাকো চিঞৰি চিঞৰি গোট খালেহি। উপায় নাপাই পুলিচে লাঠিৰে বেষ্টনী দি মানুহবোৰক আঁতৰাই অহাত বাধা দিলে। তাৰ মাজেদি কষ্টতে

চাই দেখিলে— এম্বেচেডৰ গাড়ীখনৰ চীট্‌বোৰ আঁতৰাই বাহিৰত থোৱা হৈছে। পিছফালৰ চীট্‌ৰ আওজা বেক্‌ৰেচ্‌খন খুলি লৈ বৰদলৈ গেৰেজৰ মেকানিক্ বিলাকে কোনেও ধৰিব নোৱাৰাকৈ গাড়ীৰ বডীত বাকচৰ নিচিনাকৈ বনাই অনা টিণ্ডৰ জালাইবোৰ খুলি আছে। কিছু সময়ৰ পিছত বডীৰ লগত সংলগ্ন কৰি অনা বাকচটো খুলি তাৰ ভিতৰৰ পৰা এটা চামৰাৰ চ্যুট্‌কেচ বাহিৰ কৰিলে। পুলিচে চ্যুটকেচ্‌টো খুলিলত তাৰ ভিতৰত সজাই থোৱা কিছুমান সোণৰ বিস্কুট ওলাই পৰিল। কাপোৰেৰে বান্ধি অনা কেইটামান কানিৰ টোপালাও ওলাল।

ওখই ছয়ফুটমানৰ চুট্ টাই পিন্ধা এজন অনা অসমীয়া ভদ্ৰলোকলৈ সকলোৰে চকু পৰিল। মানুহজন নিৰ্বিকাৰ ভাবে থিয় হৈ আছে। যেন কি হৈছে একো গমেই পোৱা নাই। এই মানুহজনেই হেনো স্মাগ্‌লাৰ শ্ৰীবাস্তৱ। ডিব্ৰুগড়ৰ এজন বিখ্যাত স্মাগ্‌লাৰক হেনো চাপ্লাই দিবৰ কাৰণে সুদূৰ ইউ পিৰ পৰা আহি থাকোতে যোৰহাটত পুলিচৰ হাতত ধৰা পৰিল।

কৌতুহল দমন কৰিব নোৱাৰি ল'ৰাবিলাকে উত্তেজনাত সৰু সৰু শিলগুটি দুই এটা দলিয়ালে। পুলিচে চোৰাংমালখিনি আৰু গাড়ীখন জব্দ কৰিলে। মানুহজনক থানালৈ লৈ গ'ল। পুলিচে নানা কৌশল প্ৰয়োগ কৰিও ৰঞ্জিত শ্ৰীবাস্তৱৰ মুখৰ পৰা সঠিক শুংসূত্ৰ বাহিৰ কৰিব নোৱাৰিলে। স্মাগ্‌লাৰ বিলাক হেনো এনেকুৱাই। ধৰা পৰিলেও গোপন কথা কেতিয়াও ব্যক্ত নকৰে। আদালতত ৰঞ্জিত শ্ৰীবাস্তৱেই মূল অপৰাধী হিচাপে পৰিগণিত হ'ল। তেওঁৰ পাঁচবছৰ সশ্ৰম কাৰাদণ্ড হ'ল।

স্মাগ্‌লাৰৰ মোহৰ লগা এইজনেই ৰঞ্জিত শ্ৰীবাস্তৱ, যিজনে দীৰ্ঘদিন ধৰি কাৰাগাৰত জীয়েকৰ চিঠিৰ আপেক্ষাত আছিল, আৰু যিজনে মোক প্ৰায়ে আমনি কৰিছিল— 'চিট্‌ঠি আয়া? মেৰী বেটী কি চিট্‌ঠি?'

বহু অপেক্ষাৰ পিছত জীয়েকৰ বিয়োগৰ বতৰাত তেওঁৰ বিষাদগ্ৰস্ত আবেগিক অনুভূতি দেখি মোৰ মনটো দুখেৰে ভৰি পৰিল। স্মাগ্‌লাৰৰ প্ৰতি থকা মোৰ বিতুষ্টিৰ ভাব একেবাৰে নাইকিয়া হ'ল। তেওঁক এজন অতি দুখীয়া নিঃকিন মানুহ যেন লাগিল।

তেওঁৰ কাৰাজীৱনৰ ম্যাদ শেষ হোৱাৰ কেইদিনমানৰ আগতে তেওঁ আকৌ এবাৰ মোৰ ওচৰলৈ আহিছিল। বেদনাগধুৰ থোকাথুকি মাতেৰে ভঙা ভঙা অসমীয়াৰে মোক বহুতো কথা ক'লে।

: মেডাম্! মোক দেখি চাগৈ আপোনাৰ এনে লাগিছে মই এজন ভয়ানক ক্ৰিমিনেল। অন্ধকাৰ জগতৰ সাংঘাতিক স্মাগ্‌লাৰ্। স্মাগ্‌লাৰ হিচাপে মোক

আদালতে প্ৰমাণ কৰিলে যদিও প্ৰকৃততে মই স্মাগ্‌লাৰো নহয়, অন্য ক্ৰিমিনেলো নাছিলো। মই আচলতে টকাৰ লালসাৰ ট্ৰেপত পৰিছিলো। একপ্ৰকাৰ মই বাধ্যও হৈছিলো। মই বৰ সাধাৰণ মানুহ আছিলো। অত্যাধুনিক আভিজাত্যৰ মুখা-পিন্ধা এখন ঘৰৰ ভিতৰত দূষিত বায়ুৰ মাজত মই কক্ বকাই আছিলো। মই দুৰ্বল হৈ পৰিছিলো। মোৰ মানসিক সৎ মনোবৃত্তিৰ পতন ঘটিছিল।

বিশ্বাস কৰক মেডাম্, মই গৰীবৰ ঘৰত ডাঙৰ দীঘল হৈ শিক্ষা লাভ কৰি সাধাৰণ চাকৰি কৰা মানুহ আছিলো। মোৰ মনটোও সহজ-সৰলেই আছিল। মোৰ চাকৰিটো বেয়া নাছিল। চাবলৈ গ'লে সেই টকাৰে এটা সৰু পৰিয়াল ভালকৈ চলিব পাৰে। মোৰ ল'ৰা এটা, ছোৱালী এজনী। কিন্তু মই ভবাৰ দৰে নহ'ল। মোৰ পৰিবাৰ প্ৰয়োজতনকৈ বেছি আধুনিকা। মোৰ মনৰ বিপৰীতে তেওঁ সদায় কাম কৰিছিল। ল'ৰাটোও মাকৰ আৰ্হিৰ।পঢ়াশুনা সম্পূৰ্ণ কৰিব নোৱাৰিলে। তাৰ হাইফাই কাৰবাৰ। বেটী কিন্তু মোৰ লগত মিলে। তাই ধীৰ স্থিৰ, সাধাৰণভাবে থাকি ভাল পায়।

মই ৰিটায়াৰ কৰিলো। গোটেই জীৱন পৰিবাৰৰ পৰা তিৰস্কাৰেই পাই থাকিলো। ঘৰ এখন সাধাৰণকৈ কৰিছিলো, পুৰণা গাড়ী এখনো আছিল। সিহঁত সন্তুষ্ট নাছিল। মাকক নতুন দামী গাড়ী লাগে। ল'ৰাক প্ৰভিডেন্ট ফাণ্ডৰ সকলো টকাই বিজ্‌নেচ্ কৰিবলৈ দিলো, আৰু লাগে।

বেটীয়ে এটা ল'ৰাক ভাল পায়। মই চিনি পাওঁ। শিক্ষা দীক্ষা থকা ল'ৰা। সাধাৰণ চাকৰি। মাক-ককায়েকৰ দোৰ্ঘোৰ আপত্তি। সিহঁতে এটা টকাৱালা, মদপী বিজনেচ্‌মেনলৈ তাইক দিবলৈ বিচাৰে। টনা-আজোৰা, মোৰ হাতত টকা পইচা ক'ম, তথাপি তাইক তাই ভাল পোৱা ল'ৰাটোৰ লগতে বিয়া পাতি দিয়াৰ কথা পাতিছিলো, যদিও টকাৰ অভাৱত আগবাঢ়িব পৰা নাছিলো।

পৰিবাৰৰ ভায়েকটো আচলতে ক'লা ব্যৱসায় কৰা মানুহ। এদিন সি বায়েকক খাটিলেহি মোৰ দৰে এজন মানুহ তাৰ দৰকাৰ হৈছে। বহুত টকা ঘটিব পাৰিব। মই কোঁচ খালো। ল'ৰা আৰু মাকে উৎফুল্লিত হৈ ক'লে—

ঃ এক পইচাও কামানি নকৰাঁকৈ ঘৰত শুই বহি থাকিব নালাগে। কাম এটা পাইছা যেতিয়া কৰিবই লাগিব।

— কামটো আছিল এখন নতুন এম্বচেডাৰ গাড়ী ইউ পিৰ পৰা নি অসমৰ ডিব্ৰুগড় জিলাৰ এজন বিশেষ ব্যক্তিক গতাই দিব লাগে। মোৰ হেনো কাম বেছি নাই। মই মাথো ড্ৰাইভাৰৰ কাষৰ চীট্‌ত বহি গ'লেই হ'ল। গাড়ীখন গতাই দিয়াৰ পিছত অনুৰূপ এখন গাড়ী মোক দিব। সেইখনতে মই ঘূৰি আহিব লাগিব।

কাম ইমানেই। ইয়াকেই কৰিলে গাড়ীখন আমাৰ হৈ যাব আৰু টকা পঁচিশ হেজাৰো পাম। টকাখিনিৰ অৱশ্যে মোৰ প্ৰয়োজন আছে। মই বেটীৰ মুখলৈ চালো। তাই বাৰে বাৰে মোক বাৰণ কৰিছিল।

ঃ কামটো ভাল নহয় বাবা। বেয়া কাম। তুমি যাব নালাগে।

মই বেটীক বুজালো। 'চা বেটী, মোৰ কাৰণে তই চিন্তা কৰিব নালাগে। মোৰ হাতত টকা নাই, মোক টকা লাগে। টকাখিনি পালেহে মই তোৰ বিয়া পাতিব পাৰিম। গাড়ীখন সিহঁতক দি দিম। নগ'লেও সিহঁতৰ পৰা মই শান্তিত থাকিবলৈ নাপাম। কিন্তু কথা ইমান সহজ নহয়। অসমত সোমোৱাৰ লগে লগে আমাৰ পিছত চোৰাংচোৱা লাগিছিল। ইয়াত ধৰা পৰি গ'লো।

আহিবৰ সময়ত মোক সকলোৱেই কৈছিল— মোৰ কিবা বিপদ বিঘিনি হ'লেও বেটীক তাই ভালপোৱা ল'ৰাটোৰ লগতে বিয়া দিব। কিন্তু সিহঁতে মোক ঠগিলে। অকলশৰীয়া বেটীক পাই তাইৰ অমতত আৰু মোৰ অনুপস্থিতিৰ সুযোগ লৈ সেই মদপীটোৰ লগতে তাইক বিয়া দিলে। তাইৰ অন্তৰ ভাগি গ'ল। অশান্তিয়ে তাইৰ হিয়া ফালি চিৰাচিৰ কৰিলে। তাই বেমাৰত পৰিল, এদিন সকলো শেষ হৈ গ'ল। বেটীয়ে এই পৃথিৱী ত্যাগ কৰি গুচি গ'ল।

শ্ৰীবাস্তৱে থোকাথুকি মাতেৰে আকৌ ক'লে—

ঃ মেডাম, নাৰীৰ সৎ আকাংক্ষাই অবাটে যোৱা পুৰুষক সৎ পথলৈ আনি সুখৰ সংসাৰ গঢ়িব পাৰে আৰু অসৎ পথৰ উচ্চাকাংক্ষী নাৰীয়ে সৎ পুৰুষকো অসৎ কৰি নিজৰ সংসাৰ ভাঙি চুৰমাৰ কৰি দিব পাৰে। মোৰ পৰিবাৰ দ্বিতীয় বিধত পৰে। মোৰ পৰিবাৰৰ কাৰণেই আমাৰ সংসাৰখন ধ্বংস হ'ল। মই কেইদিনমানতে মুক্তি পাম। বেটী নথকা ঘৰখনলৈ মই কেনেকৈ উভতি যাম? মই ইমানবোৰ চিঠি দিলো কোনেও উত্তৰ নিদিলে। বেটীক ভালপোৱা ল'ৰাটোৱেহে মোৰ ঠিকনা সংগ্ৰহ কৰি সকলো কথা জনালে।

ক্ষন্তেক ৰৈ শ্ৰীবাস্তৱে আকৌ ক'লে—

ঃ নিজৰ ঠাইলৈ উভতি যাম। বেটীৰ সমাধিৰ ওচৰলৈ মই যাবই লাগিব। কিন্তু মই নিজৰ ঘৰলৈ উভতি নাযাওঁ।

শ্ৰীবাস্তৱ নামৰ কয়েদীজনে চকুপানী টুকি জেলৰ ভিতৰলৈ গ'লগৈ।

কেইদিনমানৰ পিছতে তেওঁ বিলীন হৈ যাবগৈ। এতিয়া আৰু তেওঁ মোৰ ওচৰলৈ চিঠি বিচাৰি নাহে— 'মেডাম্‌, চিট্‌ঠি আয়া? মেৰি বেটী কী চিট্‌ঠি?..□□

# টিকেট ব্লেকাৰ ৰজনী বৰা

## আৰু ভায়েক নিশি

(১)



নিৰাপত্তাৰ অভাৱ আৰু জীয়াই থাকিবৰ কাৰণে কিছুমান নিম্ন মধ্যবিত্ত শ্ৰেণীৰ ছোৱালী আৰু মহিলা অপৰাধজনিত অৰ্থাৎ বে-আইনী কামত লিপ্ত হোৱা দেখা যায়। আমাৰ সমাজত আজি কালি বহুতো ছোৱালীয়ে চৌৰ্যবৃত্তি আৰু অন্যান্য বে-আইনী কাৰ্যক পেশা হিচাপেই গ্ৰহণ কৰিছে।

সৰুৰে পৰা ডাঙৰলৈ বিভিন্ন অপৰাধমূলক কামত আত্মনিয়োগ কৰাৰ প্ৰধান কাৰণ দৰিদ্ৰতা— এইকথা একেবাৰে সত্য। অভাৱ, অনাটন আৰু নিঠৰুৱা অৱস্থাই বহুতো ছোৱালীৰ মনত অসামাজিক কৰ্মত লিপ্ত হ'বলৈ ইন্ধন যোগায়।

টিক্কেট ব্লেকাৰ ৰজনী বৰা আৰু ভায়েক নিশি

গাঁৱৰ বহুতো ছোৱালীয়ে দৰিদ্ৰতাৰ সুযোগ লৈয়েই নগৰ-চহৰলৈ সংস্থানৰ কাৰণে ওলাই আহে আৰু প্ৰায়ভাগেই দালালৰ প্ৰৰোচনাত পৰি নানাটা বেয়া কামত সোমাই পৰে।

আজিকালি ঘৰত বনকৰা ল'ৰা ৰখা যেনেকৈ বিপদজনক হৈ উঠিছে বনকৰা ছোৱালী ৰখা তাতকৈ বেছি চিন্তা কৰিব লগীয়া হয়। এই বনকৰা ল'ৰা-ছোৱালীৰ কিছুমানৰ পিছত কুখ্যাত দলৰ যে যোগাযোগ নাথাকে ক'ব নোৱাৰি। সেয়েহে চিনাজনাৰ ভিতৰত নহলে বিপদেই। চাকৰি কৰা অকলশৰীয়া মহিলাসকলৰ বাবে বনকৰা ছোৱালীক লৈ নানা সমস্যা সৃষ্টি হোৱা দেখা যায়। সৰু ল'ৰা-ছোৱালীক চমজাই থৈ দিনটোলৈ ওলাই যোৱা সকলৰ মানসিক শান্তি একেবাৰে নোহোৱা হৈ পৰে। বহুতো গাড়ীৰ চালকেও গৃহস্থক বহুত বিপদত পেলায়। এই ঘৰুৱা গাড়ীচালক সকলৰ দ্বাৰা সংঘটিত দুই এটা অপৰাধমূলক কাম আমি কেতিয়াবা কেতিয়াবা শুনিবলৈ বা দেখিবলৈ পাইছোঁ।

গুৱাহাটী নালাগে অসমৰ প্ৰায় কেইখন নগৰতে পকেটমাৰি বা বেগ হস্তান্তৰ কৰি জীৱিকা নিৰ্বাহ কৰা ছোৱালী আছে। বাছ আস্থান বা ৰেলৰ ষ্টেছনত ধুনীয়া সাজপাৰ কৰি এনে ছোৱালীয়ে অনায়াসে চুৰি কৰি নিজৰ পেট পুহি থকাৰ উপৰিও একোটি পৰিয়াল চলাই আছে।

এনেকুৱা সৰু-বৰ ঘটনা আমাৰ সমাজত যথেষ্ট। মানুহৰ ভিৰ হোৱা যিকোনো ঠাইত অৰ্থাৎ সভা সমিতি, উৎসৱ আদিত আৰু যাত্ৰাৰ সময়ত ৰেল-বাছ আদিত ডিঙিৰ পৰা সোণৰ চেইন টানি নিয়া, বেগ থপিয়াই নিয়া আদি আছেই। তদুপৰি দুৰ্গাপূজা আদি বিভিন্ন উৎসৱত মন্দিৰলৈ সোমালেই চেণ্ডেল জোতা হেৰোৱাৰ ভয়। সৰু সৰু ল'ৰা-ছোৱালী এনে চুৰি কাৰ্যত জড়িত থকা দেখা যায়।

যোৰহাটৰ শংকৰ টকীজ, ইলি, অজন্তা, প্ৰভৰাজ আদি চিনেমা গৃহবিলাকত ব্লেকাৰ সকলৰ উৎপাতত কোনো মানুহেই ভাল কথাছবি এখন চাম বুলি শান্তিৰে টিকট কাটি চাব নোৱাৰে। ঘণ্টাৰ পিছত ঘণ্টা দীঘলীয়া শাৰীত থিয় হৈও মানুহে যেতিয়া টিকট ল'ব নোৱাৰে, তেতিয়াই বিৰক্ত হৈ কিছুমানে ব্লেকাৰৰ পৰা টিকট ল'বলৈ বাধ্য হয়। এই ব্লেকাৰসকলে টিকট দিয়া খিৰিকীৰ মুখত জবৰদস্তি কৰিয়েই হওঁক বা চিনেমা গৃহৰ কৰ্মচাৰীসকলৰ জৰিয়তে টিকট সংগ্ৰহ কৰে। প্ৰায়ে দেখা যায় টিকট বিক্ৰী কৰা ঠাইত আধা টিকট বিক্ৰী কৰিয়েই টিকট নাই বুলি কাউণ্টাৰ বন্ধ কৰি দিয়ে। আধা টিকট নিৰ্দিষ্ট কিছুমান ব্লেকাৰৰ হতুৱাই

কৰ্মচাৰীসকলে দৰ্শকক অধিক দামত বেচি দিয়ে বুলি মানুহে ধাৰণা কৰে। এই অতিৰিক্তভাৱে সংগ্ৰহ কৰা টিকটৰ মূল্যখিনি কৰ্মচাৰী আৰু ব্লেকাৰৰ মাজত ভাগ হয়। নিম্ন শ্ৰেণীৰ এচাম মানুহে বে-আইনী হ'লেও এই কাৰ্য ব্যৱসায় হিচাপে চলাই আছে।

এই ব্যৱসায়ৰ লগত পুলিচো যোগ থাকে বুলি দৰ্শকে অভিযোগ কৰা প্ৰায়ে শুনা যায়। আজিকালি এই ব্যৱসায় কৰিবলৈ পুৰুষসকল বাদেই মহিলা ব্লেকাৰেও বজাৰ ভৰি পৰিছে।

ৰজনী বৰা হ'ল তেনে এগৰাকী মহিলা ব্লেকাৰ। ঘৰ যোৰহাটৰ গড়মূৰত। ৰজনীৰ শিক্ষা একেবাৰে নথকা নহয়। অৱশ্যে মেট্ৰিকৰ দেওনা পাৰ হ'ব নোৱাৰিলে।

কাৰাগাৰলৈ আহিবৰ সময়ত তাই ওঠৰ বছৰীয়া গাভৰু। ঘৰখনৰ চাৰিটা ল'ৰা ছোৱালীৰ ভিতৰত তায়েই ডাঙৰ। বাপেকটো ৰাজ মিস্ত্ৰী আছিল, কিন্তু এতিয়া হাপানি বেমাৰটোৱে মানুহটোক পংগু আৰু অকামিলা কৰি তুলিছে। কাহি কাহি মুজুৰা মাৰি ঘৰতে বহি শুই থাকে। উপায় নাপাই মাকে লোকৰ ঘৰত লেউদনা কেটি দুই এপইচা উপাৰ্জন কৰি ঘৰখন চলাবলৈ যত্ন কৰে যদিও দুবেলা দুসাজ খোৱাৰ নাটনিটোকে মাৰিব নোৱাৰে। তাৰ উপৰি মাকৰ বিষ বেমাৰটো আছেই। ভায়েক ভনীয়েকহঁতে টকাৰ অভাৱতে স্কুললৈ যাব নোৱাৰিলে।

ৰজনীৰ পিছৰ ভায়েক নিশি পঢ়াত বৰ বেয়া নাছিল আৰু সি টেঙৰো আছিল। স্কুল এৰাৰ পিছত মাকে নগৰৰ এঘৰ উকীলৰ ঘৰত তাক ৰাখিছিল। বন্দৱস্ত আছিল সি কাম কৰি দিব আৰু গৃহস্থই তাক পঢ়ুৱাব। কিন্তু তাত কাম কৰাটো হ'ল, পঢ়ুৱাটো নহ'ল। কামৰ হেঁচাত সি ঘৰলৈ গুচি আহিল। এইবোৰ দেখি শুনি ৰজনীয়ে ঘৰখন চলোৱাৰ উপায় চিন্তা কৰিবলৈ লাগিল। ঘৰখনৰ তায়েই ডাঙৰ কাৰণে দুখ কষ্টখিনি সহ্য কৰি থাকিবলৈ টান পালে। ৰজনীয়ে উপাৰ্জনৰ বাট বিচাৰিবলৈ ধৰিলে। কিন্তু ছোৱালী হোৱাৰ কাৰণে ইমান সহজতে উপাৰ্জনৰ বাট এটা পায় ক'ৰ পৰা?

ভায়েক নিশি আৰু তাই এদিন নগৰলৈ পুৱাই ওলাই আহিল। দিনৰ দিনটো ঘূৰি পকি শেষত যোৰহাটৰ গড়আলিৰ ৰাজস্থানী হোটেল এখনত নিশিক বয়ৰ কামত সুমুৱাই দিলে। নিশিয়ে হোটেলত কাম কৰি দৰমহা কম পায় যদিও বেয়া পোৱা নাছিল।

## টিকেট ব্লেকাৰ ৰজনী বৰা আৰু ভায়েক নিশি

নিশিয়ে কাম কৰা হোটেলখনৰ সন্মুখতে থকা চিনেমা হলটোৰ ওচৰ-পাজৰৰ ঠাইখিনিত বেচ ৰমৰমীয়া পৰিবেশ। ভালতকৈও বেয়া মানুহৰ আড্ডাই সেই ঠাই টুকুৰাত বেছি। এই আড্ডাৰ সোৱাদ নিশিয়েও পাবলৈ ধৰিলে। তাৰ নিচিনা বিভিন্ন ল'ৰাই বিভিন্ন উপায়েৰে বে-আইনী ভাবে উপাৰ্জন কৰাও সি দেখা পালে। তাৰে ভিতৰত এটা উপাৰ্জন হ'ল চিনেমা গৃহত ভাল ছবি আহিলে টিকট ব্লেক কৰাটো, সি প্ৰায়েই দিনটো কাম কৰি প্ৰথম দৰ্শনীৰ চিনেমা শেষ হোৱাৰ লগে লগে চিনেমা হলৰ সন্মুখলৈ ওলাই আহি পিনপিনাই ফুৰি ভাল পোৱা হ'ল।

চিনেমা হলৰ দুৱাৰ ৰখীয়া আৰু দুই এজন কৰ্মচাৰী হোটেলত চাহ খাওঁতে নিশিৰ লগত চিনাকি হয়। সেই অজুহাততে পইচা নিদিয়াকৈ সি দ্বিতীয় দৰ্শনীত চিনেমা চাবলৈকো পায়। টিকট ব্লেক কৰা 'দাদা' কেইজনমানৰ লগতো তাৰ চিনা পৰিচয় ঘটিল। দুই এজন মানুহে টিকট নেপাই নিশিয়ে কাম কৰা হোটেলখনত সোমাই চাহ খাই হা-হুতাশ পাৰি থাকোতে সি তৎক্ষণাত গৈ তাৰ চিনাকি দাদা কেইজনৰ পৰা টিকট আনি দিয়েহি। ব্লেকাৰেও সি কামত অহা ল'ৰা বুলি দুই এটকা বকচিচ্ দিবলৈ ধৰিলে। বকচিচ্ পাই তাৰ মনত ভাব হ'ল— সিও যদি টিকেট ব্লেকাৰ হ'লহেঁতেন, তাৰো হাতলৈ কিছু পইচা আহিলেহেঁতেন।

এদিন সেইটো চিনেমা গৃহৰে এজন কৰ্মচাৰী দাদা— লাল দত্তই সিঁহতৰ হোটেলত চাহ খাই থাকোতে নিশিৰ মনলৈ চাট্‌কৈ এটা ভাল বুদ্ধি আহিল। টিকট ব্লেক কৰিবলৈ সি যেন এটা বাট বিচাৰি পালে। কাৰণ শাৰীত থিয় হৈ আগতীয়া টিকট কিনিবলৈ তাৰ সময়ৰো অভাব আৰু পইচাও নাই। নিশিয়ে ভাবিলে— সি যদি লালদত্তৰ লগত সনাপিঠা হ'ব পাৰে তেতিয়া হ'লে তাৰ কামটো সহজতে হৈ যাব। সেইবুলি সি লাল দত্ত হোটেললৈ আহিলেই লালদত্তই খোৱা 'স্পিচিয়েল' চাহকণ আদা গাখীৰ দি নিজেই বনাই খুৱাইহি।

লাল দত্তইও নিশিয়ে বনোৱা চাহ খাই তাক লাহে লাহে প্ৰশংসা কৰিবলৈ ধৰিলে। নিশিয়েও সুবিধা বুজি মৰম লগা কথা কৈ লাল দত্তৰ একেবাৰে ওচৰ চাপি গ'ল। চেগ বুজি তাৰ মনৰ কথা লাল দত্তক ক'লে। আগতেই উনুকিয়াইছো চিনেমাগৃহৰ কৰ্মচাৰীসকল ব্লেকাৰৰ লগত জড়িত থাকে। লালদত্ত কৰ্মচাৰীসকলৰ মূল মানুহ যাৰ যোগেদি এই ব্যৱসায়টো চলে।

লাল দত্তই দুই এটা টিকট মাজেমধ্যে নিশিক দিবলৈ ধৰিলে আৰু সাৱধান

কৰি দিলে— সি টিকট দিছে বুলি পুলিচ বা অন্য কাৰো আগত যেন নকয়। এনেকৈ দুই এটা টিকট ব্লেক কৰি নিশিৰ হাতলৈ ওপৰঞ্চি টকা আহিল।

মনৰ আনন্দত সি গোটেই কথাখিনি ঘৰলৈ গৈ বায়েক ৰজনীক ক'লেগৈ। ৰজনীয়ে উপাৰ্জন দেখি ভাল পালে যদিও ভায়েকৰ বিপদৰ গোন্ধ পাই সচকিত হৈ উঠিল। উপাৰ্জনটো দেখি বাধাও দিব নোৱাৰিলে। কুমলীয়া ভায়েকৰ মুখখনলৈ চাই তাক সাৱধানে কাম কৰিবলৈ ক'লে।

লাল দত্ত মানুহটো ওখ-পাখ, দেখনিয়াৰ আৰু দেখাত খঙাল স্বভাৱৰ আছিল। দৰকাৰ হ'লে লাল দত্তই গুণ্ডাগিৰি, দাদাগিৰি এইবোৰো মাজে মধ্যে কৰিছিল। চিনেমা গৃহৰ ভিতৰতেই হওক বা আশে-পাশে হওক বে-আইনী ভাৱে কাম কৰা সকলে লালদত্তক সমীহ কৰি চলিছিল। লাল দত্তই মদো খাইছিল আৰু জুৱাও খেলিছিল। কিন্তু তাৰ লক্ষ্য কৰিবলগীয়া এটা গুণ আছিল মাইকী মানুহৰ প্ৰতি কু-মনোভাব নাছিল। পৰাপক্ষত মাইকী মানুহৰ লগত কম কথা পাতিছিল। লাল দত্তই চিনেমাগৃহত কাম কৰাৰ উপৰি বে-আইনী ব্যৱসায় টিকট ব্লেক কৰি আৰু জুৱা খেলি বেচ ভাল উপাৰ্জনেই কৰিছিল। নিজৰ ঘৰখন অতি নিঃকিন অৱস্থাৰ পৰা আনি বেচ টনকিয়াল কৰি তুলিছিল। নিজে বিয়াবাৰু কৰোৱাৰ উপৰি ভাই-ভনী কেইটাকো স্কুল কলেজত পঢ়াইছিল। মানুহটো বাহিৰত কঠোৰ স্বভাৱৰ আছিল যদিও ভিতৰি কোমল অন্তৰৰে আছিল।

চিনেমা গৃহৰ ব্লেক কৰা ব্লেকাৰসকলৰ কাৰণে লাল দত্ত 'গুৰু' আছিল। এই গুৰুক সন্তুষ্ট কৰিবলৈ নিশিয়ে লাল দত্তৰ সকলো আদেশেই পালন কৰিছিল। জুৱা খেলি থাকোতে লাল দত্তই লাগ বুলিলেই মদ চিগাৰেট আনি দিয়া কামবোৰো সি কৰিব লাগিছিল। নিশিয়ে লাল দত্তৰ লাচনি-পাচনি হৈয়ো ভাল পাইছিল। সেই কাৰণে তাক সকলোৱে চিনি পাইছিল আৰু সমীহো কৰিছিল। লাল দত্তৰ লগত থাকি নিশিয়ে বিড়ি-চুৰত, মদ ভাং খোৱাৰ উপৰি দাদাগিৰি কৰিবলৈকো শিকিলে। নিশিৰ সদায় ঘৰলৈ যোৱাটো কমি আহিল। লাল দত্তই ঠিক কৰি দিয়া চিনেমা গৃহটোৰ ওচৰতে থকা হজৰত মিএগাৰ জুপুৰিৰ কোঠা এটাত থাকিবলৈ ল'লে।

জনপ্ৰিয় কথাছবি এখন সেই চিনেমা গৃহটোত লাগিছিল। ব্লেকাৰসকলৰ উৎপাতত কোনো মানুহেই উচিৎ মূল্যত ছবিখন চাবলৈ নাপাই অতিষ্ঠ হৈ পৰিছিল। কোনোবাই গৈ উপায়ুক্তক জনোৱাত বিশেষ পুলিচ পঠিওৱাৰ পিছতো ব্লেকাৰসকলৰ উৎপাত নকমিল। এদিন দেওবাৰে দুপৰীয়া দশনীয়া যোৰহাট

## টিকেট ব্লেকাৰ ৰজনী বৰা আৰু ভায়েক নিশি

ইঞ্জিনীয়াৰিং কলেজৰ হোষ্টেলত থকা ল'ৰা বিলাকে কাউণ্টাৰত টিকট নেপাই খঙত ব্লেকাৰসকলক ধৰি লৈ ভালকৈ উত্তম-মাধ্যম সোধালে।

সেই উত্তম মাধ্যমত নিশিয়েও বেয়াকৈ মাৰ খালে। কিন্তু মন কৰিবলগীয়া কথা ব্লেকাৰবিলাকৰ মূল মানুহ লালদত্তৰ একো নহ'ল। কাৰণ সিয়ান লাল দত্তই বে-আইনী কামত কেনেকৈ ৰাইজৰ আঁৰ হৈ থাকিব পাৰে ভালকৈয়ে জানে।

নিশি বেয়া ধৰণেই জখম হৈছিল। সি চিকিৎসালয়ত প্ৰাথমিক চিকিৎসা কৰি ঘৰ পালেগৈ। ঘৰৰ সকলোৰে তাৰ অৱস্থাটো দেখি হাহাকাৰ লগালে। বায়েক ৰজনীয়ে মনত বৰ কষ্ট পালে আৰু তাইৰ চিন্তাও হ'ল। নিশিৰ উপাৰ্জন ভালেই আছিল। ভায়েক ভনীয়েকহঁতক স্কুলত নাম লগাই দিয়াৰ উপৰি মাক-বাপেকৰ বেমাৰৰ দৰব-পাতি কিনি দিছিল। উৱলি যোৱা ঘৰটো ঠিক ঠাক কৰি ল'বলৈ যত্ন কৰিছিল।

নিশিয়ে সকলো কথা বায়েকক বিৱৰি কৈছিল। লাল দত্তৰ কাৰণেই যে সেইখিনি উপাৰ্জন হৈছিল সেই কথা সি বুজাইছিল। মাক-বাপেকে যদিও তাক এই কামৰ পৰা বিৰত থাকিবলৈ কৈছিল— ৰজনীয়ে কিন্তু অন্য ভাবেহে চিন্তা কৰিলে। এনেকুৱা এটা ভাল কামানি হাতচাৰা হ'বলৈ দিব নুখুজিলে। সিহঁতৰ সকলোতকৈ প্ৰয়োজনীয় বস্তু হৈছে টকা। আৰু অলপ টকা ঘটি ল'ব পাৰিলেই নিশিৰ এই বে-আইনী কামটো বাদ দিয়াব আৰু গড়মূৰৰ চকত এখন ষ্টেচনাৰী আৰু গেলামালৰ দোকান দিব পাৰিলেই সিহঁতৰ দুখ-দুৰ্দশাৰ অন্ত পৰিব।

ৰজনীয়ে নিশিৰ উপাৰ্জনত হাত উজান দিবলৈ নিজে ঠিক কৰি তাৰ লগত নগৰতে থাকিবলৈ সাজু হ'ল। এইটোৱেই ভায়েকক ৰক্ষণাবেক্ষণ দিয়াৰ একমাত্ৰ উপায় বুলি ভাবিলে। কাৰণ ইতিমধ্যে ৰজনীয়ে জানিব পাৰিছে টকা উপাৰ্জনৰ বিনিময়ত ভায়েকে বিড়ি-চিগাৰেট, মদ আদি খোৱাতো ধৰিছে। — এইবোৰৰ পৰা তাক দূৰৈত ৰাখিব লাগিব...।

(২)

ৰজনী বৰা ভায়েক নিশিৰ লগত নগৰলৈ আহিছিল যদিও বে-আইনী কামত এনেকৈ সোমাই পৰিব বুলি ভবা নাছিল। ভায়েকে লাল দত্তৰ লগত প্ৰথমে চিনাকি কৰি দিলে। লাল দত্তৰ বিষয়ে ৰজনীয়ে ভায়েকৰ পৰা শুনি শুনি

কিবা এটা ধাৰণা কৰি লৈছিল। লাল দত্তক লগ পাই ধাৰণা কৰাতকৈ তাইৰ বেছিহে ভাল লাগিল। সদায়েহঁ অসহায় অনুভৱ কৰি অহা ৰজনীয়ে এটা নিৰাপত্তা অনুভৱ কৰিলে।

লাল দত্তৰো ৰজনীক দেখা পাই বেয়া নালাগিল। ৰজনীৰ বেপৰোৱা কথা-বতৰা, আচাৰ-ব্যৱহাৰে লাল দত্তক আকৰ্ষণো কৰিলে। ভায়েকৰ লগতে তাই নগৰতে থাকিব বুলি জানিব পাৰি তাইক ব্যৱসাযত খটুৱাব পৰা যাবনেকি চিন্তাও কৰিলে। ৰজনীৰ পৰা তাইৰ ঘৰৰ দুৰৱস্থাৰ সকলোখিনি কথাৰ বুজ ল'লে। ৰজনীযেও ভায়েকৰ উপাৰ্জনটোৱেই ঘৰখনৰ একমাত্ৰ ভৰসা বুলি ক'লে। ভায়েকক যে লাল দত্তই ইমান দিনে সহায় কৰি আহিছে তাই অকপটে স্বীকাৰ কৰিলে আৰু লাল দত্তৰ সাহসতে ইয়ালৈ আহিছে তাকো জনালে।

ইতিমধ্যে টিকেট ব্ৰেকাৰসকলৰ মাজত হাহাকাৰৰ সৃষ্টি হৈছিল। ইঞ্জিনীয়াৰিং কলেজৰ ল'ৰা বিলাকে ব্লেকাৰসকলক মাৰপিট কৰি যোৱাৰ পিছৰে পৰা যোৰহাটৰ চিনেমা গৃহ বিলাকৰ ব্লেকাৰবিলাকৰ মাজত হাহাকাৰ লাগিছিল। কাৰণ অন্যান্য ল'ৰাবিলাকেও এই সাহসতে ব্ল্যোকাৰ দেখিলেই মাৰপিট কৰিছিল। ফলত ব্লেকাৰ বিলাক নাইকিয়া হোৱাৰ নিচিনাই হৈছিল।

লাল দত্তৰ ব্যৱসায়ো সেমেকা পৰি আহিছিল। গতিকে নতুন উপায় চিন্তা কৰি আছিল। ৰজনীক পাই তাৰ নতুন পৰিকল্পনা মনলৈ আহিল। লাল দত্তই ৰজনীক ভায়েকৰ লগতে থাকিবলৈ ক'লে আৰু চোৰাচিতাৰ সকলো দায়িত্ব ল'লে। বুঢ়ী গোঁসানীৰ দেৱালৰ ওচৰতে থকা হজৰত মিঞাৰ তিনি কোঠালিৰ জুপুৰি ঘৰটিৰ এটা কোঠাত ভায়েকৰ লগতে ৰজনীও থাকিল। হজৰত মিঞাৰ ঘৰটোৰ প্ৰথমটো কোঠাত নিজেই থাকে। সন্মুখত বঢ়াই দিয়া চালি খনতে বাহ-বেঁতৰ টেবুল চকী, পাচি-খৰাহি নিজে সাজি বেচে। হজৰত মিঞাৰ পৰিয়াল অৱশ্যে তেওঁৰ লগত নাথাকে। মাজৰ কোঠালিটোত মানুহ বহিব পৰাকৈ বেতৰ চকী মেজ সজোৱা। সেই কোঠাটো কোনো মানুহক নিগাজিকৈ ভাড়া দিয়া নাই। লাল দত্তৰ তত্বাৱধানত সেই কোঠাটো থাকে।

সেই কোঠালিটোৰ পৰাই হজৰত মিঞাৰ ভাল উপাৰ্জন হয়। লাল দত্তক হজৰত মিঞাই নিজৰ ভায়েকতকৈও বেছি ভাল পায়। কাৰণ লাল দত্তৰ বুদ্ধি আৰু সাহসত একো নথকা হজৰত মিঞাৰ আজিকালি টকা কড়ি বেছিকৈ হাতলৈ আহিছে। সেই কোঠালিটোত মাজে মাজে জুৱাৰ আড্ডা বহে। যিটো কোঠালিৰ এমাহৰ ভাড়া বাবদ হজৰত মিঞাই হয়তো এশটকাহে পাব লাগিছিল সেই একেটা কোঠাৰ এদিনৰ ভাড়াৰ বাবদ অৰ্থাৎ জুৱাৰ আড্ডা বহাৰ বিনিময়ত জুৱাৰী

বিলাকে সংগ্ৰহ কৰি পাঁচশ বা এহেজাৰলৈকে টকা হজৰত মিঞাক দিব লগা হয়।

এই জুৱাৰ আড্ডালৈ বহুতো নামী-দামী মানুহ আহে। কেতিয়াবা একোখন জুৱা দিনে ৰাতিয়ে কেইবাদিনলৈকো চলে। এনেকুৱা ডাঙৰ ডাঙৰ জুৱা যোৰহাটৰ কেইবা ঠাইতো চলে বুলি বহুতে কোৱা-মেলা কৰে। যোৰহাটৰ উপৰি নাগালেণ্ড, গোলাঘাট আদি বেলেগ ঠাইৰ পৰাও জুৱাৰীসকল আহে।

এই জুৱাৰীসকলে খোৱা-বোৱাৰ কাৰণে বিশেষকৈ ৰাতি হ'লে সমস্যাত পৰে। কাৰণ নগৰৰ সকলো দোকান পোহাৰ, হোটেল ইত্যাদি নিৰ্দিষ্ট সময়ত ৰাতি বন্ধ হৈ যোৱাৰ কাৰণে মদ, চিগাৰেট, চাহ, ভাত আদি বস্তু সংগ্ৰহ কৰাত প্ৰায়ে অসুবিধা হয়।

লাল দত্তই ৰজনীৰ হতুৱাই এই অসুবিধা দূৰ কৰালে। প্ৰয়োজনমতে জুৱাৰী সকলেও ৰজনীয়ে যোগান ধৰা বিড়ি চিগাৰেটৰ লগতে লুচি পুৰি খাইও বেচ আমোদ পাবলৈ ধৰিলে। নিশিয়েও মদ পানী যোগান ধৰি বায়েকক সহায় কৰিছিল। ইয়াৰ ফলত ৰজনীহঁতৰ হাতলৈ প্ৰয়োজনতকৈ বেছি টকা আহিবলৈ ধৰিলে। কাৰণ জুৱাৰ আড্ডাত এই বস্তু বিলাকৰ মূল্য সচৰাচৰ মূল্যতকৈ বহুত বেছি। একাপ চাহৰ মূল্য যদি এটকা হয়, ৰাতি জুৱাৰ আড্ডাত সেই কাপ চাহৰ মূল্য পাঁচটকা বা ততোধিক হ'ব পাৰে। তেনেকৈ অন্য যোগান ধৰা খাদ্য বস্তুৰো মূল্য বাঢ়ি যায়; জুৱাৰীসকলেও সেই সময়ত এই মূল্য দিবলৈ কোনো কৃপণালি নকৰে। হজৰত মিঞা আৰু ৰজনীহঁতৰ সংগৃহীত টকাৰ পৰা লাল দত্তই এটা মোটা কমিচন পায়।

সুগঢ়ী মুখৰ, মিঠা বৰণীয়া, সুঠাম স্বাস্থ্যৰ ৰজনী কিছুমান পুৰুষৰ কু-দৃষ্টিৰ বাহিৰত নাছিল। কিন্তু তাইৰ বেপৰোৱা, সাহসী স্বভাৱ আৰু লালদত্তৰ কড়া দৃষ্টিত কোনেও তাইলৈ হাত মেলিব পৰা নাছিল।

লাল দত্তৰ জুৱাৰ ব্যৱসায়টো ঠিকেই চলিছিল যদিও টিকট ব্লেকাৰ বিজিনেছটো নতুনকৈ আকৌ আৰম্ভ কৰাৰ সুযোগ পোৱা নাছিল। ৰজনীক পাই সেই কাৰবাৰ ঘূৰাই অনাৰ আশা দেখিলে। যদি ৰজনীক টিকেট ব্লেকাৰ সজোৱা যায় মহিলা কাৰণে পুলিচেই হওক বা পাব্লিকেই হওক কোনেও বিশেষ ক্ষতি কৰিব নোৱাৰিব। ৰজনীয়েও এই কাম কৰিবলৈ গাত ল'লে।

উল্লেখযোগ্য যে যোৰহাট নগৰত চিনেমা গৃহত ৰজনীয়েই প্ৰথম মহিলা ব্লেকাৰ।

### টিকেট ব্লেকাৰ ৰজনী বৰা আৰু ভায়েক নিশি

ৰজনীয়ে দিনৰ আৰু গধূলি দৰ্শনী আৰম্ভ হোৱাৰ আগে আগে নিৰ্দিষ্ট স্থানত বৈ অতি পটুতাৰে টিকেট ব্লেক কৰিবলৈ ধৰিলে। সেই সময়ত ৰাজকাপুৰ, দিলীপ কুমাৰ, দেবানন্দৰ চিনেমা চলিলে দৰ্শকসকলৰ ভিৰ বাঢ়ি যায়। অৱশ্যে ৰজনীয়ে পুলিচৰ দৃষ্টিৰ পৰা সাৰিব পৰা নাছিল। পুলিচ আহি তাইক ধৰিব খুজিলে পলকতে নিজৰ ব্লাউজৰ ভিতৰত টিকেটখিনি ভৰাই পুলিচক ফেপেৰি পাতি ধৰে—

ঃ খবৰদাৰ। মাইকী মানুহৰ গাত হাত নিদিবি!

পুলিচৰ মাইকী মানুহৰ গাত হাত দিয়াৰ ক্ষমতা নথকাত আৰু আগবাঢ়িব নোৱাৰিছিল। সেই সময়ত যোৰহাটত মহিলা পুলিচৰ নিযুক্তি দিয়া হোৱাই নাছিল। সেই সুবিধাতে ৰজনীয়েও আন দুই চাৰিগৰাকী ছোৱালী গোটাই লৈ ব্যৱসায়টো ৰম্‌ৰমীয়াকৈ চলাইছিল। এদিন দিনৰ দৰ্শনীত ল'ৰা-কেইটামানে ৰজনীৰে সৈতে অন্য ব্লেকাৰ কেইজনীক বেঢ়ি ধৰিলে। ৰজনী দপদপাই উঠিল—

ঃ মাইকী ছোৱালীৰ লগত চুপতি কৰিবলৈ লাজ নালাগে? তহঁতৰ ঘৰত মা-ভনী নাই? আমি যেনিবা টিকট ব্লেক কৰিলোৱেই তহঁতেনো কিনিছ কিয়? আমিতো তহঁতৰ ওচৰলৈ টিকট বেচিবলৈ যোৱা নাই! বেছি দাম দি টিকট কিনিবলৈ তহঁতেহে আমাৰ ওচৰলৈ আহিছ!

দুই এটা ল'ৰাৰ ইতিকিং আৰু খণ্ডত ৰজনীয়ে আকৌ ক'লে—

ঃ যদি টিকেট ব্লেক কৰিব নালাগে তহঁতৰ বাপেৰহঁতক কৈ অফিচত আমাক একোটা চাকৰি দিয়াব পাৰিবি জানো? এইটো আমাৰ পৰিয়ালৰ জীৱিকা! ন'হলে আমি চলিম কেনেকৈ?

মহিলা হোৱাৰ কাৰণে ল'ৰাবিলাকেও বিশেষ একো কৰিব নোৱাৰি আঁতৰি যোৱাৰ বাহিৰে উপায় নাছিল।

এনেকৈ ৰজনী অপৰাধ জগতখনৰ লগত সাঙোৰ খাই পৰিল। প্ৰথম অৱস্থাত সহজ সৰল ৰজনীয়ে নতুন অৱস্থাটোৰ লগত নিজৰ মনটো খাপ খুৱাবলৈ অসুবিধা নোপোৱা নহয়। কিন্তু নিজৰ মনৰ প্ৰয়োজনীয়তকৈ টকাৰ প্ৰয়োজনহে ৰজনীৰ বেছি হোৱাৰ কাৰণে পৰিস্থিতিৰ লগত খাপ খুৱাই ল'বলৈ বাধ্য হৈ পৰিছিল।

ৰজনীয়ে টিকট ব্লেক কৰোতে বিপদমুক্ত হ'ব পৰা নাছিল। পুৰুষসকলৰ বিশেষকৈ অপৰাধ জগতৰ লালসাৰ পৰা নিজক বচাই ৰাখিবলৈ উপায় চিন্তা কৰি বিমোৰত পৰিছিল।

টিকেট ব্ৰেকাৰ ৰজনী বৰা আৰু ভায়েক নিশি

লাল দত্তৰ এজন ভায়েক আছিল— নাম সোম দত্ত। সোম দত্তৰ কামকাজ বুলিবলৈ একো নাছিল। ককায়েকে পঢ়ুৱাইছিল যদিও পঢ়াশুনাত আগবাঢ়িব নোৱাৰিলে। স্কুল এৰি শৰীৰ চৰ্চ্চা কৰাত লাগিল। দিনটো মেহনত কৰি হাতৰ মাংসপেশী আৰু বুকু ফুলাই গংগাটোপটো হৈ চিনেমাহলৰ সন্মুখত দাদাগিৰি কৰাটোৱেই তাৰ একমাত্ৰ কাম আছিল। ককায়েক লাল দত্তৰ সি একান্ত অনুগত আছিল আৰু ককায়েকৰ প্ৰতিটো কামকাজৰ অন্ধ সমৰ্থক আছিল।

ৰজনীয়ে ভাবিলে— সোম দত্তক যদি তাই হাত কৰি ল'ব পাৰে তেন্তে তাই বহুতখিনি বিপদমুক্ত হ'ব পাৰিব। সোম দত্তই ভালেই পালে আৰু ৰজনীক সি সহায় কৰিবলৈ ধৰিলে। সোম দত্তৰ এটা বিশেষত্ব আছিল— এই বেয়া কাম বিলাকৰ মাজতে থাকে যদিও নিজে কিন্তু কোনো বেয়া কামত জড়িত নাছিল। সি মদপানী নাখাইছিল আৰু জুৱা নেখেলিছিল, মাত্ৰ দাদাগিৰি কৰিছিল।

ৰজনীৰ হাতলৈ টকা পইচা আহিবলৈ ধৰিলে। নিজৰ উৱলি যোৱা ঘৰটো নতুনকৈ টিনপাতেৰে সজালে। গড়মুৰৰ চকত ভায়েকক এখন দোকান খুলি দিবলৈ চিন্তা কৰিলে।

কিন্তু এটা কথাই ৰজনীৰ মনটো খুলি খুলি খাবলৈ ধৰিলে। ভায়েক নিশিৰ চৰিত্ৰ দিনে দিনে বেয়াৰ ফাললৈ গ'ল। মদ-জুৱাই তাক ভালকৈয়ে লভিলে। এইবোৰ কামৰ পৰা এৰাই যাব নোৱাৰিলে নিশিক ঘূৰাই অনাটো একেবাৰে টান হৈ পৰিব।

অন্য ঘটনায়ো ৰজনীৰ মনটো অস্থিৰ আৰু তোলপাৰ কৰি তুলিলে।

ৰজনীৰ সৰু কালৰ এজন প্ৰেমিক আছিল। সি অসম পুলিচৰ চিপাহীৰ কামত ভৰ্ত্তি হৈ দূৰৈত আছিল আৰু যথাসময়ত আহি তাইক বিয়া কৰাই লৈ যোৱাৰ কথা ভাবিছিল। সময়ত সি আহিল, কিন্তু ৰজনীয়ে এইবোৰ বেয়া কাম কৰি ধন উপাৰ্জন কৰা দেখি সি খঙত জ্বলি উঠিল আৰু তাইৰ স্বভাৱত সন্দেহ কৰি তাইক চিৰজীৱনৰ বাবে ত্যাগ কৰিলো বুলি কৈ গুচি গ'ল। ৰজনী শোকত বিচলিত হৈ পৰিল। জীৱনত নেপাব বুলি ভবা বস্তু টকা পইচাখিনি পালে ঠিকেই, কিন্তু মনৰ সাঁচতীয়া বস্তু কেইবাটাও হেৰাল। তাই যিমানেই কষ্ট নকৰক, সেইখিনি আৰু ঘূৰাই নাপায়। তদুপৰি আত্মীয় স্বজন, ওচৰ চুবুৰীয়াই তাইক দেখিলে বু-বু বা-বা কৰা হ'ল। তাই উপাৰ্জ্জন কৰা টকা পইচাবোৰ দেখি তাইৰ চৰিত্ৰত বাৰুকৈয়ে সন্দেহ কৰা হ'ল।

লাল দত্তক তাই এইবোৰ কথা বিৱৰি কৈ এইবোৰ কাম এৰি দিম বুলি

জনালে। লাল দত্তই তাইক ক'লে—

ঃ তই এই কাম এৰি দিম বুলি গুচি গ'লে মই তোক ধৰি নাৰাখো। তই তোৰ প্ৰয়োজনতহে আছ! মাত্ৰ মই তোক সহায়হে কৰিছোঁ।

ঠিকেই। ৰজনীয়ে ভাবিলে তাই ইচ্ছা কৰিলে এই জগতখনৰ পৰা গুলাই যাব পাৰে। কিন্তু তাই যেনিবা গ'লেই, সমাজে জানো তাইক আগৰ নিচিনাকৈ গ্ৰহণ কৰিব? তাই ভাবি গুণি পাৰ নোপোৱা হ'ল। ৰজনীয়ে ভাবি গুণিহে থাকিল, গুলাই যাবলৈ মনটো প্ৰস্তুত কৰিব নোৱাৰিলে।

উৎসৱ বা বন্ধৰ দিন হ'লে জুৱাৰীসকলৰ জুৱা খেলৰ প্ৰকোপ বেছি হয়। বহুতো নতুন নতুন জুৱাৰী জুৱাখেলবোৰত সমাগম হয়। সেইবাৰ বহাগ বিহুত হজৰত মিঞাৰ জুৱাৰ আড্ডাটো দিনে ৰাতিয়ে জমি উঠিল। কোনোবা ৰজা হ'ল, কোনোবা সৰ্বস্বান্ত হ'ল।

ৰজনী আৰু ভায়েকৰ চৌবিশ ঘণ্টাই জুৱাৰীসকলৰ বস্তু যোগান দিওঁতেই তত্ হেৰাইছিল। উপাৰ্জনো এই কেইদিন বাঢ়িবলৈ ধৰিলে। লাল দত্ত, হজৰত মিঞাইও সাবধানে জুৱাৰ আড্ডা পৰিচালনা কৰাত লাগিল।

এই আড্ডালৈ 'জানবা' নামৰ এজন উগ্ৰ স্বভাৱৰ জুৱাৰী লগত দুজন লৈ জুৱা খেলিবলৈ আহিল। সেইজন জুৱাৰী জুৱা খেলাতকৈ হাৰিলে জুৱাখেলত অঘটন ঘটায় বুলি নাম আছে। লাল দত্ত আৰু হজৰত মিঞাই সি অহাটো ভাল নাপালে যদিও একো ক'ব নোৱাৰিলে।

জুৱা খেলি থাকোতেই মাজৰাতি এদিন হুলস্থূল লাগিল। জানবাই জুৱা খেলত হাৰি হিন্দী চিনেমাৰ নিচিনাকৈ ডেগাৰখন উলিয়াই ল'লে আৰু বাকী দুজন লগৰীয়াই বৰ্ডত গোট খাই থকা টকাখিনি থপিয়াই ল'ব খুজিলে। লাল দত্তই বাধা দিবলৈ আগবাঢ়ি আহোতেই এজনে লাইটটো নুমুৱাই দিলে। লাল দত্ত আৰু জানবাৰ মাজত দবৰাদবৰি লাগিল। সেই আন্ধাৰৰ মাজতেই কাৰোবাৰ চিৎকাৰ শুনা গ'ল। জুৱাৰ আড্ডাত হুৱাদুৱা লাগিল।

এনেতে কোনোবাই আকৌ লাইটটো জ্বলাই দিলে। পোহৰত দেখা গ'ল যে হজৰত মিঞা তেজে তুমৰলি দি পৰি মৰি আছে। হয়তো লাল দত্তক একবাবলৈ আহি জানবাৰ ডেগাৰৰ খোচত হজৰত মিঞা মৰি থাকিল। লাল দত্তৰ গাতো আঘাত লাগিছিল যদিও বিশেষ একো নহ'ল।

পুলিচ আহিল। ইতিমধ্যে জুৱাৰীসকল পলাল। জানবাও পলাইছিল।

সিহঁত কিন্তু সাৰিব নোৱাৰিলে। পুলিচে ধৰি আনিলে।

ৰজনী, নিশি, লালদত্ত আৰু দুই এজনক পুলিচে সাঙুৰি লৈ গ'ল। লাল দত্তক বাহিৰে বাহিৰে চিভিল হস্পিতালত ৰখা হ'ল। ৰজনীহঁতক জেলৰ হাজোতলৈ পঠিয়ালে। জেলত কিছুদিন থকাৰ পিছত বিচাৰ হোৱাৰ আগতে সোম দত্তই ৰজনী, নিশিহঁতক জামিনত মোকলাই নিলে।

তেতিয়াই মই ৰজনী বৰাক জেলৰ ভিতৰত লগ পাইছিলো। তাই সেই সময়ত চূড়ান্ত অনুশোচনাত ভুগিছিল।

তাই মোক বাৰে বাৰে কৈছিল— তাই এইবোৰ বেয়া কাম জীৱনত আৰু কেতিয়াও নকৰে। যিখিনি টকা ইতিমধ্যে তাইৰ গোট খাইছে, সেইখিনিৰে ভায়েকক এটা সংস্থান দিব যাতে ঘৰখন চলি থাকিব পাৰে। যিমান পাৰে নিশিক বেয়া পথলৈ অহাত বাধা দিব।

ৰজনীয়ে আৰু ক'লে— তাইক এতিয়া জীৱনৰ লগৰী হিচাপে এজন পুৰুষৰ প্ৰয়োজন। সোম দত্তই দুবাৰমান তাইক বিয়াৰ প্ৰস্তাব দিছিল যদিও তাই সেই সময়ত হা-না একো কোৱা নাছিল।

এতিয়া ৰজনীয়ে ঠিক কৰিলে সোম দত্তৰ লগতে তাই বিয়াত বহিব আৰু তাকো বে-আইনী জগতখনৰ পৰা বিৰত ৰাখিব। ❑❑

# ৰজ'বালাৰ স্বীকাৰোক্তি

(১)



ছেচন ন্যায়াধীশ আৰ. কে. গোস্বামীৰ আদালত কাঁহ পৰি জীণ গৈছিল।

হত্যাকাণ্ড গোচৰৰ আচামী ৰ'জবালা বৰ্মনে নিজৰ স্বীকাৰোক্তি দিছিল। ন্যায়াধীশ প্ৰমূখ্যে দুয়োপক্ষৰ উকীল, সাক্ষ্যদান দিয়া লোক, আৰক্ষী, আচামী আৰু মৃত্যু হোৱা লোকজনৰ ঘৰৰ মানুহ— সকলোৱে নিতাল মাৰি ৰ'জবালাৰ মুখৰ পৰা কথাবিলাক শুনিছিল।

স্থিৰ হৈ, কোনো অনুকম্পা নৰখাকে, লাজ-দ্বিধাহীন ভাবে বুকুৰ ভিতৰত ঠাহ খাই থকা কথাবোৰ উলিয়াই দি ৰজ'বালাই ভালকৈ উশাহ সলাই আদালতত

থকা সকলোলৈকে এবাৰ চাই ন্যায়াধীশৰ মুখত দৃষ্টি থৈ আকৌ কৈছিল—

ঃ জজ্ চাহাব, মোক ফাঁচি দিয়ক— গোটেই জীৱনৰ কাৰণে মোক জেল দিয়ক মোৰ আপত্তি নাই। বুকুৰ মাজত জ্বলি থকা প্ৰতিশোধৰ জুইকুৰা নুমাবলৈকে মই সুস্থ শৰীৰ আৰু মনেৰে প্ৰতাৰক, চয়তান বাবু মিস্ত্ৰিক হত্যা কৰিছোঁ। নৃশংস ভাবে তাক হত্যা কৰাৰ পিছত মোৰ এতিয়া বুকুৰ জুইকুৰা নুমাইছে। গতিকে মই যিকোনো শাস্তিয়েই মূৰ পাতি ল'বলৈ সাজু আছো।

ৰজ'বালা মনে মনে থকাৰ পিছত আদালতত গুণগুণনি উঠিল। বিপক্ষৰ উকীলে যুক্তি দৰ্শালে— যিহেতু আচামীয়ে নিজেই এনেকুৱা জঘণ্য আৰু অবৰ্ণনীয় হত্যাকাণ্ড কৰা বুলি নিজমুখে স্বীকাৰ কৰিছে, গতিকে ৰজ'বালা বৰ্মনৰ ভাৰতীয় দণ্ড বিধি আইনৰ তিনিশ দুই আৰু তিনিশ চাৰি ধাৰা অনুযায়ী ফাঁচি হ'ব লাগে।

উকীলৰ কথা শুনি ৰ'জবালাই এনেকুৱা আত্ম সন্তুষ্টিৰ ভাব মুখলৈ আনিলে যেন বিপক্ষৰ উকীলে তাইৰ মুক্তিৰ কথাহে কৈছে!

সকলোৰে উৎকণ্ঠা শেষ কৰি শেষত ন্যায়িক দণ্ডাধীশৰ ৰায় অনুসৰি, ৰ'জবালা বৰ্মনৰ সাত বছৰৰ কাৰণে সশ্ৰম কাৰাদণ্ড হ'ল।

ৰ'জবালা বৰ্মনে কৰা হত্যাকাণ্ডটোৰ বিষয়ে প্ৰায়বোৰ খবৰ কাগজতে খবৰটো প্ৰকাশ পাইছিল। বিচাৰপতিৰ ৰায়দানৰ পিছত আকৌ এবাৰ খবৰটো প্ৰকাশ হ'ল।

গুৱাহাটী জিলা কাৰাগাৰৰ ভিতৰত সোমায়েই ৰজ'বালাই শান্তিৰে উশাহ ল'লে। কাৰাগাৰৰ ভিতৰত কিমান নিৰাপত্তা আছে! পেটৰ জ্বালাৰ কাৰণে চিন্তা কৰিব নালাগে, সমাজৰ বিভিন্ন মানুহৰ বেঁকা পোন কথাৰ সন্মুখীন হ'ব লগা নহয় আৰু কদৰ্য নাৰকীয় জীৱনৰ পৰাও উদ্ধাৰ পোৱা যায়।

তাই এইটো জীৱনতে ইমান পাপ কাম কৰিলে— তাইৰ সাত বছৰ সলনি ওৰেটো জীৱনৰ বাবে যদি জেল হলহেঁতেন! তেতিয়া কিমান ভাল হ'লহেঁতেন।

অন্য কয়েদী বিলাকে তাইনো কি গোচৰত আহিছে সুধিলত ৰজ'বালাই বিনা সংকোচে ক'লে—

ঃ মই এজনী বেশ্যা! তদুপৰি মই মানুহ এটাক হত্যা কৰি জেললৈ আহিছোঁ!

কয়েদীবিলাকে জোকৰ মুখত চুণ পৰিলে যেনেকৈ কোঁচ খাই যায়, ৰ'জবালাৰ কথাবাৰ শুনি তেনেকৈ কোঁচ খাই গ'ল। কাৰণ মহিলা কয়েদী বিলাকে যিমানেই ডাঙৰ অপৰাধ নকৰক লাগিলে, নিজৰ শৰীৰ বিক্ৰী কৰা অৰ্থাৎ বেশ্যা বুলি শুনিলে সকলোৰে ঘৃণাত নাক কোঁচ খাই যায়। এই অপৰাধৰ তুলনাত যেন মাইকী মানুহৰ কাৰণে অন্য একো অপৰাধেই ডাঙৰ হ'ব নোৱাৰে।

অৱশ্যে দুই এদিনতে অন্য কয়েদী বিলাকে ৰজ'বালাক সিহঁতৰ লগৰে এজনী বুলি সাবটি ল'লে। তাইৰ জীৱনৰ দুখ-কষ্ট, ক্ষোভ, নিৰ্যাতন সকলো যেন সিহঁতৰ জীৱন বিলাকৰ একোখন প্ৰতিচ্ছবিহে। মাথোন কৰ্মহে ভিন্ন ভিন্ন।

কাৰাগাৰৰ জীৱন কটাই ৰজ'বালাই ভাবে, তাইৰ দৰে কিমান ছোৱালীয়ে পুৰুষৰ প্ৰতাৰণাৰ জালত পৰি শেষ হৈ গৈছে। কিমানে চাগে ওৰেটো জীৱন বেশ্যালয়ৰ দৰে নৰকত কাল কটাব লগীয়া হৈছে। তাই বুদ্ধি কৰি পলাই আহিল বুলিহে উদ্ধাৰ পালে। কেৱল তাই নিজক উদ্ধাৰ কৰাই মুখ্য উদ্দেশ্য নাছিল, তাইৰ প্ৰধান কৰ্ত্তব্য আছিল বাবু মিস্ত্ৰিক চূড়ান্ত ভাবে শাস্তি দিয়া।

ৰজ'বালাৰ মনৰ কামনা পূৰ্ণ হ'ল। ঘৃণনীয় চৰিত্ৰৰ বাবু মিস্ত্ৰিক তাই মৃত্যুদণ্ড বিহিলে। তাই আজি কিমান সুখী।

নলবাৰী নগৰৰ সমীপৱৰ্তী পানীডোবি গাঁও, য'ত ৰজ'বালাহঁতৰ ঘৰ। সৰুৰে পৰাই ৰজ'বালাই দৰিদ্ৰতাকেই সাবটি ডাঙৰ হোৱা ছোৱালী।

ৰজ'বালাই নলবাৰী হাইস্কুলত পঢ়ি থাকোতেই দেউতাক ঢুকাইছিল। ককায়েক এজনে পানীডোবি প্ৰাইমেৰী স্কুলত শিক্ষকতা কৰে। তেওঁৰ কামানিৰে নিজৰ পৰিয়ালটো টুক্ টাক্‌কৈ মাত্ৰ চলিব পাৰে। তাৰ মাজতে মাক, ভনীয়েক ৰজ'বালাকো নোচোৱা নহয়। ইটো ককায়েকেও নলবাৰীতে কোনোবা অফিচ এটাত পিয়নৰ চাকৰি কৰিছিল। ল'ৰাজন বেমাৰী। বিদেশী খেদা আন্দোলনত এবাৰ চি আৰ পিয়ে গাঁওখনৰ ল'ৰাবিলাক বিচাৰি, মাৰধৰ কৰি দলে দলে জেললৈ লৈ গৈছিল। এই নিৰীহ গাঁৱৰ ল'ৰাখিনিয়ে একো দোষেই কৰা নাছিল। তথাপি গাঁওখনৰ ডেকা ল'ৰা কোনোৱেই পলাই সাৰিব পৰা নাছিল। সকলোকে আধামৰা কৰি ঘূৰ্ণীয়া কৰি পেলাইছিল।

ৰজ'বালাৰ সৰু ককায়েকজনে চি. আৰ. পিয়ে খেদি অহা দেখি ক'লৈ যাব, ক'ত লুকাব বিবুদ্ধি হৈ থাকোতে মাকে বৰ পাচি এটাৰে তাক ঢাকি থলে। চি. আৰ. পিয়ে ৰবৰৰ সোমাই অন্য বস্তু লাংলোং থাংথাং কৰাৰ পিছত পাচিটো দেখি লঠিয়াই দিওঁতে সি ওলাই পৰিল। ফলত চি. আৰ. পিয়ে তাক শুকলা

গুৰুল কৈ মৰিয়াই জেল পোৱালেগৈ। দুদিন জেলত থাকি উভতি আহিল যদিও ল'ৰাটো কোঙা হৈ পৰিল। কেইবাবছৰো সেইদৰেই চাকৰি কৰাৰ পিছত সি বাত বেমাৰী হৈ শয্যা লোৱাৰ দৰেই হ'ল। চাকৰিলৈকো যাব নোৱাৰা হ'ল। বিয়া বাৰু নকৰাই ঘৰতে আনৰ বোজা হৈ থাকিবলৈ বাধ্য হ'ল।

ৰজ'বালাই ক্লাচ টেনমানলৈকে পঢ়ি সিমানতে পঢ়া সামৰিব লগীয়া হ'ল। ৰজ'বালাই গাঁৱৰে এজন ল'ৰাক ভাল পাইছিল। সময়ত ল'ৰাটোৱেও তাইকে বিয়া কৰাবলৈ বিচাৰিছিল। কিন্তু ল'ৰাৰ ঘৰৰ মানুহে টোকোনা ঘৰৰ ছোৱালীক বিয়া কৰোৱাৰ পৰা বিৰত থাকি অৱস্থাপন্ন এঘৰৰ ছোৱালী বিয়া কৰালে। দুৰ্বল চৰিত্ৰৰ প্ৰেমিকৰ এনে কাৰ্যত ৰজ'বালাই মনত বৰ আঘাত পালে। তাই গাঁৱৰ দুই-এঘৰৰ টিউচন কৰিলে। কুৰিতে বুঢ়ী হোৱা বুলি গাঁৱৰ মানুহে তাইক দেখিলে ইচ্ আচ্‌খনো কৰিবলৈ ধৰিলে।

এনেকৈ দুখ কষ্ট, মানুহৰ লাঞ্চনা খাই থাকোতে ৰজ'বালাৰ জীৱনলৈ হঠাৎ পৰিবৰ্তন আহিল। তাইৰ গা-মন আকৌ চঞ্চল হৈ পৰিল।

ৰজ'বালাহঁতৰ ঘৰৰ কাষতে এঘৰ আঢ্যৱন্ত মানুহ আছিল। তেওঁলোকৰ ঘৰৰ কাষতে আৰু এটা ডাঙৰ পকাঘৰ সজাইছিল। ঘৰটো সজাওঁতে বহুকেইজন পকা মিস্ত্ৰিয়ে কাম কৰিছিল যদিও এজন প্ৰধান মিস্ত্ৰি আছিল বাবু। বাবুক সকলোৱেই বাবু মিস্ত্ৰি বুলিয়েই মাতিছিল। এই বাবু মিস্ত্ৰিৰ লগতেই ৰজ'বালাৰ চিনাকি হ'ল। চিনাকিয়েই নহয়, মনৰ নিবিড় ভাবৰো আদান প্ৰদান হ'ল। বাবুমিস্ত্ৰিয়ে বিয়া কৰাইছিল আৰু ঘৈণীয়েক ঢুকাই বৰলা হৈ আছিল বুলি সকলোৱেই জানিছিল, ৰজ'বালাতকৈ বয়সত ভালেমান ডাঙৰ যদিও হতাশাত ভুগি থকা ৰজ'বালাই বাবু মিস্ত্ৰিৰ বিয়াৰ প্ৰস্তাৱত না কৰিব নোৱাৰিলে।

বাবু মিস্ত্ৰি আচলতে গুৱাহাটীতেই থাকে, ডাঙৰ ঠিকাৰ কাম পোৱাৰ কাৰণেহে গাঁৱত কাম কৰিবলৈ আহিছিল। পাহাৰৰ টিলা এটাত মাটি দখল কৰি খেৰ বাঁহৰ ঘৰো সাজিছিল। এদিন বাবু মিস্ত্ৰিৰ লগত ৰজ'বালা গুৱাহাটীলৈ গুচি আহিল। বাবুমিস্ত্ৰিয়ে তাইক কামাখ্যাত বিয়া কৰোৱাৰ প্ৰতিশ্ৰুতি দিছিল। ডাঙৰ ককায়েকৰ অভাৱ দেখি তায়ো ঘৰত বিয়া পতাৰ কথা চিন্তা নকৰিলে।

ইয়াৰ পিছৰ পৰাই ৰজ'বালাৰ জীৱনলৈ বিভীষিকা নামি আহিল। তাই বাবু মিস্ত্ৰিৰ এনেকুৱা জালত সোমাই পৰিল যে উদ্ধাৰ পোৱাৰ কোনো বাটেই বিচাৰি নাপালে। বাবু মিস্ত্ৰিয়ে আচলতে তাইক বঞ্চনা কৰি ছলাহী কথা কৈ চাতুৰীৰে ফুচুলাই আনিছিল।

বাবুমিস্ত্রিয়ে ৰজ'বালাক বিয়াবাৰু নকৰোৱাকৈ পাহাৰৰ ওপৰৰ ঘৰটোত ৰাখিলেগৈ। তাইৰ হাকবচন সি একো শুনিব খোজা নাছিল। হাঁহি মুখৰ সহজ সৰল যেন লগা মানুহটো দুৰ্দ্দান্ত আৰু কৰ্কশ হৈ পৰিছিল। এমাহমানৰ পিছত এদিন সি দূৰৈৰ কামলৈ যাওঁ বুলি দহদিনমান নাইকিয়া হ'ল। এইকেইটা দিনত কেইবাটাও গুণ্ডা লম্পটে তাইক অত্যাচাৰ কৰিছিলহি। সিহঁতৰ নীচ মনোবৃত্তি চৰিতাৰ্থৰ পৰা তাই মুক্তি নাপালে।

বাবু মিস্ত্রি ঘৰত নাথাকোতেই তাই এদিন তাৰ পৰা পলোৱাৰ কথাও চিন্তা কৰিছিল। কিন্তু ক'লৈ যাব? নাক-কাণ কটাৰ পিছত নিজৰ গাঁৱলৈ গৈ মুখ দেখুৱাব নোৱাৰে। আকৌ যদিও বাবু মিস্ত্রিৰ লগত সিহঁতৰ বিয়া হোৱা নাছিল, তাই মনে প্ৰাণে বাবু মিস্ত্রিকেই গিৰিয়েক হিচাপে মানি লৈছিল। পিছতহে তাই গম পালে লম্পট মানুহকেইটাৰ পৰা টকা লৈহে তাইক অকলশৰে সি এৰি থৈ গৈছিল। যি হওক, বাবু মিস্ত্রি ঘূৰি অহাৰ পিছত তাইৰ লগত সি আকৌ কিছুদিন থাকিল।

এদিন ৰজ'বালাক বাবু মিস্ত্রিয়ে ক'লে— সি এটা ডাঙৰ ঠিকাৰ কাম পাইছে, গতিকে কিছুদিনৰ কাৰণে দূৰলৈ যাব লাগিব। ৰজ'বালাইও তাৰ লগতে যোৱাৰ কথা ক'লে। তাই অকলে ঘৰত নাথাকে। শেষত ঠিক হ'ল যে ৰ'জবালা অকলে থাকিব নালাগে, সি এঘৰ চিনাকি মানুহৰ ঘৰত থৈ যাবগৈ। ৰজ'বালা মান্তি হোৱা নাছিল যদিও বাবু মিস্ত্রিৰ ধমকত আৰু অন্য উপায় নথকাৰ কাৰণে তাৰ চিনাকি মানুহ ঘৰতে থাকিবলৈ সম্মত হ'ব লগীয়াত পৰে। তাইক মাকৰ ঘৰতে থৈ আহিবলৈ খুব কুটুৰিছিল, কিন্তু সি মান্তি নহ'ল।

গুৱাহাটী মহানগৰৰ মাজমজিয়াত মানুহৰ চকুত পৰাকৈ বা জনাকৈ বেশ্যালয় নাই যদিও বিভিন্ন প্ৰান্তত চুকে কোণে এনেকুৱা বহুত অখ্যাত ঠাইত দুই এঘৰ মানুহ আছে, য'ত লুকাই চুৰকৈ দেহা বিক্ৰী কৰা ব্যৱসায় চলোৱা হয়। ইয়াৰ কিছুমানে সমাজ জীৱনৰ লগতে ওতঃপ্ৰোতভাৱে জড়িত হৈ থাকিও গোপনে এই অনাচাৰ কৰি অৰ্থোপাৰ্জন কৰে। পতিতা জীৱন নাৰীৰ কাৰণে যিমান দুখজনক, সমাজৰ কাৰণে সিমানেই বিপদজনক যদিও অবাধে এই ব্যৱসায় চলি থাকে।

ৰজ'বালাক নতুন শাৰী, ব্লাউজ কিনি পিন্ধাই আৰু ধুনীয়াকৈ সজাই পৰাই সন্ধিয়াৰ আগে আগে বাবু মিস্ত্রিয়ে, গুৱাহাটীৰ এঘৰ মানুহৰ ঘৰলৈ লৈ গ'ল। মানুহ ঘৰৰ মাইকী মানুহজনীৰ লগত বাবু মিস্ত্রিয়ে হাঁহি তামচা কৰি বহুত সময়

কথা পাতিলে। আচহুৱা ঠাই, আচহুৱা মানুহৰ আচহুৱা কথা বতৰা দেখি ৰজ'বালাই বৰ ভয় খালে। তাই বাবু মিস্ত্রিৰ আগত কোনোপধ্যেই তাত নাথাকো বুলি কলত সি মৰম কৰি ফুচুলাই কেইদিনমানতে ঘূৰি আহিম বুলি কৈ গ'লগৈ।

বাবুমিস্ত্রি ৰজবালাক নিবলৈ কোনোদিনেই ঘূৰি নাহিল। সেইদিনাৰ পৰাই ৰজ'বালাৰ জীৱনত নিদাৰুণ, কুচিং অধ্যায় আৰম্ভ হৈছিল। বাবু মিস্ত্রিয়ে আচলতে ৰজ'বালাক নি তাইক থোৱা মানুহঘৰৰ মূল মানুহজনীৰ ওচৰত বেচি অহিছিল। ৰজ'বালাই ইয়াকো গম পালে যে কোনোবা এখন গাঁৱত বাবু মিস্ত্রিৰ ল'ৰা-ছোৱালীৰ সৈতে ঘৈণীয়েক আছিলেই। এইয়া তাৰ টকা ঘটাৰ অভিসন্ধিহে।

আচলতে বহুত টকাৰ বিনিময়ত মহিলা গৰাকীৰ জৰিয়তে পঞ্জাবৰ ট্রাক-ড্রাইভাৰ এজনে হেনো তাইক কিনি লৈছিল। মানুহজনীয়ে ট্রাক ড্রাইভাৰজনৰ কাৰণে তাইক বহুত দিন সাঁচি থৈছিল যদিও, ড্রাইভাৰজন শেষত নাহিল। তাৰ হেনো এক্সিডেন্ট হৈছিল। মানুহজনীৰ লাভেই হৈছিল। ৰজ'বালাৰ দ্বাৰা খুচুৰা ব্যৱসায় পূৰাদমে কৰিবলৈ ধৰিলে।

ৰজ'বালাই পিছতহে ভালকৈ জানিব পাৰিছিল যে ঠাইডোখৰ যোৰাবাটৰ ওচৰত। ওচৰে-পাজৰে থকা সৰু সৰু জুপুৰিবোৰত এই ব্যৱসায় চলে। এনেকুৱা জুপুৰিবোৰত তাইৰ দৰে বিভিন্ন জাতৰ আৰু দুই এজনী ছোৱালীক জোৰকৈ আবদ্ধ কৰি ৰখা হৈছিল। কেইজনীমানে স্ব-ইচ্ছাৰেও আছিল। দুই এজনী সন্ধিয়াৰ সময়ত ৰবকেইটালে আহিছিল আৰু পুৱা হ'লে গুচি গৈছিল। আশে-পাশে থকা নেপালী মানুহ কেইঘৰৰ পৰা অনবৰতে ভাঁহি আহে গোবৰ আৰু গৰুৰ গোন্ধ। মূল ৰাস্তাৰ কাষে কাষে বৈ যায়হি বহু দূৰ দূৰণিৰ পৰা মাল বোজাই অনা ট্রাকবোৰ। বিভিন্ন প্রদেশৰ ট্রাকবোৰৰ ড্রাইভাৰে তাতেই কিছুসময় বিশ্রাম লয়। মদ-পানী খায়, মাইকী-মানুহৰ দেহা উপভোগ কৰে।

ৰজ'বালাই দেখিলে এই জুপুৰি বিলাকত একো গৰাকী বয়সীয়াল তিৰোতাই নাৰী ব্যৱসায়টো পৰিচালনা কৰে। তাই থকা ঘৰটো দুটা খোঁটালীৰ। তাৰে এটা চাংঘৰ, ইটো কোঠালীৰ লগত সৰু বান্ধনী ঘৰ এটা। পায়খানাৰ নামত ফটা বস্তাৰে মেৰাই থোৱা এটুকুৰা লেতেৰা, অস্বাস্থ্যকৰ ঠাই। তাই থকা ঘৰটোৰ মালিকনীজনী বিহাৰী। ৰজ'বালাই ভালকৈ হিন্দী বুজি নাপায়। তাই বাংবিং কৈ কৈ গালি পাৰি অনবৰতে ৰজ'বালাক পহৰা দি থাকে। ৰজ'বালাই টালিবাজি কৰিলে বা কামত ঠেহ্ ধৰিলে গুণ্ডা লগাই তাইক শাস্তি দিয়াৰো ভয় দেখুৱায়। ওচৰৰ ভেনে জুপুৰি এটাত আটক কৰি ৰখা ছোৱালী এজনীক এবাৰ ৰজ'বালাৰ

চকুৰ আগতে গুণ্ডা এটাই চুলিত ধৰি প্ৰহাৰ কৰাৰ উপৰি বীভৎস শাস্তি দিয়া তাই দেখিছে। এই গুণ্ডাবিলাকে কৰিব নোৱাৰা কাম একো নাই।

পুলিচ কেতিয়াবা এই ঠাই বিলাকলৈ অনুসন্ধান কৰিবলৈ নহা নহয়। কিন্তু তাৰ আগতে গুণ্ডা বিলাকে গম পায়। পুলিচক সিহঁতে নিপুণতাৰে মোকাবিলা কৰিব পাৰে, অন্যথা ছোৱালী বিলাকক সেই সময়ত আগতীয়াকৈ অন্য ঠাইলৈ লৈ যোৱা হয়। এবাৰ তেনেকৈ অ'টো এখনত উঠাই ৰজ'বালাকো বেলেগ ঠাই এখনলৈ লৈ যোৱা হৈছিল। অনান্য ভাল মানুহৰ লগতে দুই এজন পুলিচৰ মানুহো এইবোৰ ঠাইলৈ আহে। গুণ্ডাবিলাকক মদ-মাংস খুৱাই, টকা-পইচা দি ঘৰৰ মালিকনীবিলাকে পুহি ৰাখে। ভাল খৰিদ্দাৰ গোটাই অনা দুই এটা ভাল ল'ৰাও সেই অঞ্চলত আছে। কেতিয়াবা ৰাতি ভাল খৰিদ্দাৰৰ কাৰণে জুপুৰি কেইটাৰ গিৰিহঁতনীৰ মাজত কাজিয়া, চুলিয়াচুলিও লাগে। প্ৰতিকূল অবস্থাত আটাইকেইটা জুপুৰিৰ মাজত অভিন্নতাৰ ভাব দেখিলে তবধ মানিব লাগে।

(২)

ৰজ'বালাই সৰু সৰু পতিতালয় কেইটাত নিতৌ বীভৎস ৰূপেই দেখি আহিছে। তাই প্ৰথম 'দিনাখনৰ পৰাই ইয়াৰ বিৰুদ্ধে ঘোৰ অসহযোগিতা কৰি আহিছে, যাৰ কাৰণে তাই নানা তৰহৰ ককৰ্থনা, শাৰীৰিক উৎপীড়ন সহ্য কৰিবলগীয়া হৈছিল। তাইৰ দেখনিয়াৰ চেহেৰা-পাতি আৰু সু-স্বাস্থ্যৰ কাৰণে তাইৰ ওচৰলৈ ভাল ভাল খৰিদ্দাৰেই আহিছিল— যিটো কথাৰ কাৰণে গৰাকিনীয়ে তাইক আদৰ কৰিও ৰাখিছিল। তথাপি এই কদৰ্য আৰু অতিশয় কুৎসিত জীৱনৰ পৰা অব্যাহতি পাবলৈ তাই আপোনঘাতী হোৱাৰ কথাও মাজে মাজে ভাবিছিল। এদিন তাই পুঁৱতি নিশা পলাই আহি পল্টন বজাৰ পালেগৈ। কিন্তু তাই জানো সাৰিব পাৰিলে? দুটা গুণ্ডাই তাইক তাৰ পৰা ধৰি লৈ গ'ল। সেইদিনাৰ পৰা তাইৰ ওপৰত চোকা নজৰ ৰখাৰ লগতে আসুৰিক শাৰীৰিক নিৰ্যাতন অধিক চলিল।

আদালতত ৰজ'বালা বৰ্মনৰ উকীলে সাক্ষীৰ কাঠ গড়ালত থিয় কৰাব খুজিছিল নন্দ নামৰ এজন পাণ-তামোলৰ দোকানীক। দোকানীজনৰ খানাপাৰা অঞ্চলত ঘৰ আছিল। তেওঁ দোকান দিছিল গুৱাহাটী ছিলং সংলগ্ন পথৰ ওচৰতে। কিবা সূত্ৰত তেওঁৰ ৰজ'বালাৰ লগত চিনাকি হয়। আচলতে দোকানীজনে

ৰজ'বালা থকা জুপুৰিটোৰ কাষতে বৈ এদিন অন্য এজন মানুহৰ লগত কথা পাতি থাকোতে ৰজ'বালাই মনে মনে কাগজ এটুকুৰাত দুআষাৰ মান কথা লেখি ওচৰত বৈ থকা সৰু ল'ৰা এটাৰ হতুৱাই দোকানীজনৰ হাতত দিয়াইছিল। দোকানীজনে সেই ঠাই ডোখৰ ভাল ঠাই নহয় বুলি জানে। তেওঁ কাগজ টুকুৰা লওঁ নলওঁ বুলি ভাবি থাকোতেই হঠাৎ খিৰিকীৰ কাষত বৈ থকা ৰজ'বালাৰ চকুৰে চকুৰে পৰিল। তাই হাতযোৰ কৰি কাগজ টুকুৰা ল'বলৈ চকুৰে ইংগিত দিলে। কাগজ টুকুৰাত আছিল— 'মোক জোৰকৈ ইয়ালৈ ধৰি অনা হৈছে। মোক বচাব পাৰিবনে? পাৰিলে পুলিচত খবৰ দিয়ক'— ৰজ্ৰ'বালা। কাগজ টুকুৰা পকেটত লৈ গৈ নন্দই দোকানত খুলি চাই হতবাক হৈ পৰিল। তেওঁৰ দোকানলৈ অহা, চিনা পৰিচয় থকা দুজনমান মানুহক কাগজ টুকুৰা দেখুৱালে আৰু কি কৰিব সুধিলে। লগে লগে লগেই সকলোৱেই নাক কোঁচাই নন্দক ক'লে—

ঃ এই বিলাকত তই নোসোমাবি নন্দ। সেই কেইটা ঘৰ বেশ্যালয় বুলি সকলোৱেই জানে! সেইজনীও বেশ্যা! তোক হেবাং দেখি ফুচুলাব খুজিছে।— ছিঃ! দেহা বিক্ৰী কৰিবলৈ আহিছে, এতিয়া সতী-সাধ্বীক বচাব লাগে! উদ্ধাৰ কৰিব লাগে!

নন্দই ঘৰলৈ গৈ ঘৈণীয়েককো সুধি চালে। ঘৈণীয়েক জাণ্ডুৰ খাই উঠিল—

ঃ মৰিব খুজিছা নেকি? এইবোৰ দুঃচৰিত্ৰৰ তিৰি। তোমাক ফান্দত পেলাব খুজিছে।

ঃ মানুহজনী চাগৈ কিবা বিপদত পৰিছে। নহ'লে পুলিচত খবৰ দিয়াৰ কথা কিয় ক'ব?

ঃ আও! নটীজনীৰ প্ৰতি তোমাৰ ইমান দৰদনে? নিজৰ বিপদ চপাই নলবা।

নন্দৰ অন্তৰখন কোমল। সকলোৱে তেওঁক ৰজ'বালা বৰ্মন নামৰ পতিতা জনীয়ে দিয়া আখৰ কেইটাৰ প্ৰৰোচনাৰ পৰা বিৰত থাকিবলৈ কৈছিল যদিও নন্দৰ মনটোৱে মনা নাছিল। নন্দ সেইপিনে অহা-যোৱা কৰোতে সেই ঠাইখিনিত ক্ষন্তেক ৰোৱা হ'ল আৰু জুপুৰিটোৰ পিনে ঘনাই চাবলৈ ধৰিলে। দুই এদিন ৰজ'বালাৰ চকুৱে চকুৱেও পৰিল। তাই প্ৰতিবাৰেই আকাৰে ইংগিতে তাইক তাৰ পৰা লৈ যোৱাৰ কথাকেই ক'বলৈ ধৰিলে। এদিন তেনেকৈ নন্দই জুপুৰিটোলৈ চাই থাকোতে এটা ক'লা স্পোর্টিং পিন্ধা, ভিতি আৰু হাতত ফুলাম

ৰুমাল বন্ধা মোটোহা, ক'লা চানেকীয়া মানুহ আহি নন্দৰ বুকুৰ চোলাটোত খামুচি ধৰি সি কোন, ক'ব মানুহ, কি কৰে চকু টেলেকা কৰি সুধিলে। নন্দক ঠেলা এটা মাৰি গতিয়াই ক'লে যে তাক যদি কেতিয়াবা সেই ঠাইত বৈ থকা দেখা পায় তেতিয়া হ'লে নন্দৰ খপৰি উৰাই দিব। দোকানো ভাঙি লণ্ড ভণ্ড কৰিব। গুণ্ডাটোৱে পকেটৰ পৰা জপাই থোৱা ডেগাৰ এখন উলিয়াই খুলি আকৌ জপাই পকেটত ভৰাই থলে। সেই দিনাৰ পৰাই ভয়ত নন্দ দোকানী চুপ হ'ল। ভুলতো তেওঁ জুপুৰিটোৰ ফালে নোচোৱা হ'ল।

ৰজ'বালাই উকীলৰ আগত নন্দৰ কথা জনালত উকীলে কেইবাদিনো নন্দক বিচাৰি গৈছিল, তাক লগ পালে যদিও সি ভয়তে আসে মাতিলে।

গুৱাহাটী জিলা কাৰাগাৰৰ মহিলা কক্ষৰ ভিতৰত বহি বহি, আকৌ কেতিয়াবা তাঁত শালৰ কাম কৰি থাকোতে বাবু মিস্ত্ৰিৰ চালাক কথাত ভোল গৈ জহন্নামে যোৱা, তাইৰ কদাচাৰী জঘন্যতম দিনবোৰলৈ মনত পৰি ৰজ্ঞ'বালা সিয়ঁৰি উঠে।

জুপুৰিটোৰ গৰাকিনীৰ চোকা নজৰত থাকি থাকিও তাই মনে মনে সদায় উদ্ধাৰৰ পথকেই ভাবিবলৈ ধৰিছিল। তাইক থৈ যোৱাৰ পৰাই বাবু মিস্ত্ৰিৰ সৈতে এদিনো দেখা সাক্ষাৎ নহ'ল। বাবু মিস্ত্ৰিৰ কথা ভাবিলেই তাইৰ পোনতে নিজৰ ওপৰত খঙ উঠে। ধিক্কাৰ জন্মে। নিজৰ চুলি ছিঙি, চৰিয়াবৰ মন যায়। পিছত বাবু মিস্ত্ৰিৰ ওপৰত খঙ উঠি তাই ক'ব নোৱাৰা হৈ যায়। পাষণ্ডটোক লগ পালেই তাই হত্যা কৰিব এনে ভাব মনলৈ আহে। এদিন ৰজ'বালাই খঙৰ ভমকত 'ঘৰৱালী' বা গিৰিহঁতনীকে ওচৰত যি পালে তাৰে প্ৰহাৰ কৰিলে। তাৰ ফলস্বৰূপে তায়ো চৰ, ভুকু, লাঠীৰ কোবো খালে আৰু নিশা ভোগ কৰিলে অত্যধিক নৰক যাতনা। এই জঙ্গী ছোৱালীজনীয়ে ভৱিষ্যতলৈ বিপদত পেলাব পাৰে বুলি ঘৰৱালীয়ে পুহি ৰখা গুণ্ডাৰ সহায়ত ৰজ'বালাক এদিন শ্বিলঙৰ পতিতালয়লৈ চালান দিলে।

শ্বিলঙৰ পুলিচ বজাৰখনৰ নামনিত সেই সময়ত এখন লোকচক্ষুৰ দৃষ্টিত পৰা বৃহৎ বেশ্যালয় আছিল। আজিকালি অৱশ্যে বেশ্যালয় সমূহ উচ্ছন্ন হৈছে আৰু ক্ষুদ্ৰাকৃতি হৈ গুপ্তভাবে ঠায়ে ঠায়ে অ'ত ত'ত চলি আছে। ৰজ'বালাক নি সেই গণিকালয়তে থলেগৈ। ৰজবালা আৰু এক ঢাপ নৰকৰ_ পংকিলতালৈ সোমাই গ'ল।

এই কুৎসী বিলাকত দেহা ব্যৱসায়ৰ লগতে নানা ধৰণৰ অন্যায়, অনাচাৰ

দুৰ্বৃত্তৰ দ্বাৰা সংঘটিত হয়। ইয়াত এনেকুৱা সতৰ্কতা আৰু চতুৰালিৰে অসামাজিক কাৰ্য কাৰ্লাপ চলাই থাকে যে বাহিৰৰ পৰা একেবাৰেই ধৰিব পৰা নাযায়। অন্যায়, কু-কৰ্মৰ আকৰ্ষণত ইয়াত কোনোবাই ভৰি থলেই আৰু ওলাই যাবলৈ থল নাথাকে। বে-আইনী মাদক দ্ৰব্য, নিষিদ্ধ বস্তুৰ সৰবৰাহ, জুৱাচুৰি, তিৰোতা স্থানান্তৰ আদি অন্য বিলাক কাৰ্যও সংঘটিত হয়। ইয়াত ইজ্জত, মান সম্ভ্ৰমৰ প্ৰশ্নই নাহে। এই ঠাই দূষিত বায়ু আৰু নানা ব্যাধিৰে ভৰপূৰ। কিন্তু ভাবিব লগীয়া কথা, ইয়াত সমাজৰ ওপৰ মহলৰ লগতো লেনদেন হয়।

ৰজ'বালাই দেখিলে তাই থকাৰ দৰে এই সৰু সৰু খোটালী বিলাকত বিভিন্ন জাতৰ, বিভিন্ন ভাষাৰ অৰ্থাৎ খাছিয়া, বঙালী, হিন্দুস্থানী আৰু দুই এজনী অসমীয়া ছোৱালী বা তিৰোতাও আছে। খাছিয়া সম্প্ৰদায়ৰ মানুহেই বেছি। বিলাতৰ ছোৱালীও আছে। গাড়ী ভাড়া কৰি দূৰ দূৰণিৰ পৰাও গ্ৰাহক আহে। ইয়াৰ মদ আৰু নাৰীৰ চক্ৰবেহুত যি এবাৰ ভৰি দিছে উদ্ধাৰ হোৱা টান।

ৰজ'বালাই শ্বিলঙলৈ আহি অনুভৱ কৰিলে গুৱাহাটীৰ জুপুৰি থকাৰ দৰে মানসিক, শাৰীৰিক যন্ত্ৰণা কিছু লাঘব হৈছিল যদিও তাইৰ মনত অহৰহ এটা ক্ৰিয়াই খুলি খুলি খাই আছিল— কেনেকৈ পলাব পাৰি। তাই গোপনে সুযোগৰ সন্ধানত আছিল। গুৱাহাটীৰ গুণ্ডাতকৈ ইয়াৰ গুণ্ডাবিলাক চুটি চাপৰ, দেখাত শান্ত শিষ্ট যেন লাগিলেও অতি ক্ৰুৰ আৰু ভয়ানক। সিহঁতে কথা পাতি থাকোতেই সন্মুখৰ পৰা বুকুত ডেগাৰ সুমুৱাই দিয়ে। তদুপৰি ইহঁতে কৰিব নোৱাৰা কাম নাই।

যি হওঁক, শ্বিলঙত ৰজ'বালা কিছু পৰিমাণে স্বাভাৱিক আৰু বেপৰোৱা হৈ পৰিছিল। ইয়াৰ বাড়ী-বালী 'কং' গৰাকীৰ 'আসাম গাৰ্ল' জনী বিশ্বাসভাজন হৈ পৰিছিল। অৱশ্যে অসমৰ আৰু দুজনী ছোৱালীও আছিল। ৰজ'বালা বজাৰ সমাৰ কৰিবলৈ অকলেই যাব পৰা হ'ল। ৰজ'বালাক এই ক্ষেত্ৰত সহায় কৰিছিল তিৰোতাৰ বেশধাৰী দুটা ল'ৰাই। সিহঁতে পাণ খাই, তিৰোতাৰ পোছাক পিন্ধি হাঁহি মাতি, সুমধুৰ আৰু লেনিয়া মাত উলিয়াই খৰিদ্দাৰ সংগ্ৰহ কৰিছিল।

খ্ৰীষ্টান সকলৰ বৰদিনৰ উৎসৱ শ্বিলঙত বৰ উলহ-মালহেৰে হয়। উৎসৱৰ আগদিনা ৰাতি এজন খৰিদ্দাৰৰ ওচৰত মাতাল হোৱাৰ অভিনয় কৰি সেই ৰাতিয়েই ৰজ'বালা পলাইছিল। এজন মানুহৰ ঘৰৰ বাহিৰৰ বাথৰুমত ৰাতিটো কটাই চলপুৱাই গুৱাহাটীলৈ অহা এখন বেচৰকাৰী গাড়ীত উঠি তাই গুৱাহাটী পাইছিলহি। সেই সময়ত তাই বুকুৰ মাজত সুমুৱাই আনিছিল চুৰি এখন।

তাই গায়ে-মূৰে গৰম কাপোৰ মেৰিয়াই বাবুমিস্ত্ৰিক বিচাৰি তাৰ ঘৰ

পাইছিলগৈ। বাবু মিস্ত্রিয়ে জুপুৰি ঘৰ ভাঙি পকা ঘৰ সাজিবলৈ লৈছিল। দুটা কোঠা সম্পূৰ্ণ হৈ উঠিছে। সেই সময়ত বাবু মিস্ত্রি শুই আছিল। আগদিনা বোধহয় মদ খাই বহু ৰাতিহে শুইছিল। ৰজ'বালাই দৰজাত টকা দিয়াত সি ওলাই আহিল। সন্মুখত ভূত দেখা মানুহৰ দৰে ৰজ'বালাক দেখি সি উচপ খাই পিছুৱাই গ'ল। তাই সহজ হৈ হাঁহি হাঁহি ক'লে যে সিহঁতে তাইক তাৰ ওচৰলৈ ঘূৰাই পঠিয়াইছে। তাই এতিয়াৰ পৰা নিজৰ গিৰিয়েকৰ লগতে থাকিব। বাবুমিস্ত্রিৰ সেই সময়ত তৰ্ধনি হেৰাইছিল। সি একো ভাবি নাপাই বিবুদ্ধি হৈ পৰিল। ৰজ'বালাই মুখহাত ধুই চাহ কৰিলে। বাবু মিস্ত্রিক মাতি ইটো সিটো বস্তু বিচাৰিও ল'লে। শেষত দুয়োলেকে দুগিলাচ চাহ বাকি লৈ আহিল। বাবু মিস্ত্রিয়ে বিস্কুট উলিয়াই দিলে। তাই চেনি কম পাইছোঁ বুলি এপাকত ভিতৰলৈ গৈ তৎক্ষণাৎ পাষাণী মূৰ্ত্তি ধৰি চিন্তা কৰি চাহ খাই থকা বাবু মিস্ত্রিৰ পিঠি মূৰত উপৰ্যুপৰি চুৰিৰে আঘাত হানিবলৈ ধৰিলে। তেজেৰে বাৰুলী হৈ বাবু মিস্ত্রিয়ে তাইক ধৰিবলৈ খেদি গৈছিল যদিও লুটি খাই পৰি গ'ল। ৰজ'বালাই তাক লঠিয়াই, থু-পেলাই মৃত্যু যন্ত্ৰণাত ককবকাই থকা বাবুক তাইৰ দুৰৱস্থাৰ কথা সোঁৱৰাই অকথ্য ভাষাৰে গালি পাৰি বাহিৰলৈ ওলাই আহি মানুহক চিঞৰিবলৈ ধৰিলে। মানুহ চাপিল। মানুহ কেইজনে বাবু মিস্ত্রিৰ ওচৰলৈ গৈ দেখে তেজেৰে লুতুৰি পুতুৰি হৈ বাবুমিস্ত্রি পৰি আছে। ইতিমধ্যে সি সিপুৰী পাইছিলগৈ। পুলিচ অহালৈকে ৰজ'বালা বাবু মিস্ত্রিৰ ঘৰৰ বাৰাণ্ডাত ৰহি থাকিল। তাই নিজেই গৈ থানাত হাজিৰ হোৱাৰ কথা ভাবিছিল যদিও নগ'ল। কাৰণ বাটত তাইক চিনাকি গুণ্ডাই লগ পালে অপহৰণ কৰি লৈ যাব পাৰে বুলি সেই সময়তো তাই ভয় খাইছিল।

— এই কথাখিনিকে ৰজবালাই ন্যায়াধীশৰ ওচৰত লুকঢাক নকৰাকৈ, আবেগ-বিহীনভাবে কৈ স্বস্তিৰ উশাহ লৈছিল। তাইৰ ভাব হৈছিল দুয়োপক্ষৰ ঘৰৰ মানুহ, বিচাৰপতি আৰু চাঞ্চল্যকৰ হত্যাকাণ্ডটোৰ বিষয়ে জানিবলৈ ইচ্ছুক ৰাইজে শুনক বা জানক— এইখন পৃথিবীৰ এনে সমাজত দৰিদ্ৰ হোৱাৰ কাৰণে জীৱনত কেনেকুৱা দুৰ্গতি আৰু যমৰ যন্ত্ৰণা ভোগ কৰিবলগীয়া হয়। বাবু মিস্ত্রিৰ দৰে নৰাধম পশু এটাক হত্যা কৰি তাই কিবা ভুল কৰিলেনেকি? তাই পূৰ্বৰ শাৰীৰিক আৰু মানসিক কষ্ট গোটেই জীৱনলৈ পাহৰিব নোৱাৰিব যদিও এতিয়া মনত বল পাব। তাই ন্যায়ধীশক শেষ প্ৰশ্ন কৰিছিল—

ঃ তাইৰ দৰে ইচ্ছাৰ বিৰুদ্ধে বিভিন্ন পতিতালয়ত আবদ্ধ হৈ থকা ছোৱালীবোৰ কোনোবা দিনা উদ্ধাৰ পাবনে? ◻◻

# কাৰাগাৰত ডালিমীৰ প্ৰেম

(১)



তেজপুৰৰ কল্পতৰু সমবায় দোকানখনৰ ভিতৰত পাটৰ কাপোৰ এযোৰ কিনো বুলি কেইবাযোৰা কাপোৰ লিৰিকি-বিদাৰি চাই থাকোতে পাছফালৰ পৰা এগৰাকী মানুহে মাত লগালে।

: বাইদেউ, এইযোৰা লওক, এইযোৰৰ বোৱনটো বৰ ভাল। ফুলৰ সূতা খিনিও বৰ উজ্জ্বল। গুণাৰ দৰে লাগিছে।

গুণাৰ বৰণৰ সূতাৰ ফুল দিয়া কাপোৰ এযোৰ মোৰ ফালে মানুহ গৰাকীয়ে আগবঢ়াই দিলে। মানুহ গৰাকী মই সোমাবাৰ আগৰে পৰা কেইবাযোৰা কাপোৰ লৈ দোকানীৰ লগত দৰদাম কৰি আছিল। মানুহ গৰাকীৰ সন্মুখত ফালটো মই

দেখা নাছিলো। কাপোৰসাজ হাত পাতি লওঁতেই মানুহ গৰাকীৰ লগত মোৰ মুখামুখি হ'ল। মই নিজে উচপ খোৱাই নহয়, মানুহ গৰাকীয়েও মোক দেখি চিনো নিচিনো ভাবত দুখোজ পিছুৱাই গ'ল। মই ক্ষন্তেক পৰ ৰ' লাগি চাই কওঁ নকওঁকৈ ক'লো—

ঃ চিনি পাওঁযেন লাগিছে। কৰবাত লগ পাইছোঁ নেকি?

ঃ মই আপোনাক চিনি পাইছোঁ।— সংকোচ ভাব এটাৰে মানুহ গৰাকীয়ে সৰু মাতেৰে ক'লে।

ঠিকেই। মনত পৰিছে। কাৰাগাৰৰ সেই ঘটনাটোলৈ। যিটো সচৰাচৰ নঘটা ঘটনাই জেল তোলপাৰ লগাইছিল আৰু আমোদৰো সৃষ্টি কৰিছিল। মুখ ফুটাই ক'লো—

ঃ ডালিমী বৰা নহয়নে?

ঃ বাইদেৱে ঠিকেই ধৰিব পাৰিছে। মই বহুত বছৰৰ আগতে কিছু সময়ৰ বাবেহে দেখা। আপুনি হয়নে নহয় তৎক্ষণাৎ ধৰিবই পৰা নাছিলো।

মানুহজনীৰ ওঁঠ দুটালৈ নিৰীক্ষণ কৰিলো। দুয়োখন ওঁঠতে ফুট ফুটকৈ ক'লা দাগ কেইটাই ঘটনাটোৰ স্বাক্ষৰ এতিয়াও বহন কৰি আছে। মানুহ গৰাকীৰ সংকোচ ভাব দূৰ কৰিবৰ কাৰণে সুধিলো—

ঃ তুমিও হ'বলা কাপোৰ কিনিছা?

ঃ নহয় বাইদেউ, মই কাপোৰ বেচিবলৈহে আহিছোঁ। মোৰ দুখনমান তাঁত শাল আছে। শিপিনীও আছে। ইয়াৰ দুই এখন দোকানত কাপোৰ যোগান দিওঁ।

ঃ এইযোৰা কাপোৰ তেনেহ'লে তোমাৰ শালৰে?

ঃ হয় বাইদেউ।

ঃ বাঃ। ইমান ধুনীয়া কাপোৰ বৈছা। তাৰ মানে তুমি এতিয়া পাকৈত শিপিনী?

সন্তোষৰ হাঁহি মাৰি ডালিমীয়ে ক'লে—

ঃ আপুনি যদি কাইলৈ তেজপুৰত থাকে, আমাৰ ঘৰত পাক মাৰিলে বৰ ভাল লাগিব। ঘৰত কেইবাযোৰা শালেকটা নতুন ডিজাইনৰ পাটৰ চেট্ আছে। চাইচিতি আপুনি তাৰ পৰাও ল'ব পাৰিব।

আপোনালোক ক'ত আছে ঠিকনাটো দি সময়টো ক'লেই মই মোৰ গৃহস্থক পঠিয়াই দিম, আপোনালোকক লৈ যাবহি।

মই বিস্ময়ত অভিভূত হৈছিলো। তাৰমানে ডালিমী কয়াই আজিও সংসাৰ কৰিছে? শাঁখা-সেন্দুৰেও মানুহজনীক উজ্জ্বলাইহে আছে। এতিয়াহে মই ভালদৰে মন কৰিলো।

শাওঁ-বৰণীয়া গঢ়িত মুখৰ ওখ মানুহজনীক মই প্ৰথম দেখাৰ পৰা প্ৰায় বিশ বছৰ পিছতো আটিল দেহত কোনো পৰিবৰ্তন দেখা নাপালো। মুখখনত বয়সৰ চাপ সমান্য পৰিছে যদিও কমনীয়তাক ম্লান কৰিব পৰা নাই।

খুনী কয়েদী ডালিমীক সুস্থ সমাজৰ সুস্থ নাৰী হিচাপে আজি এনে এটা ৰূপত অভাৱনীয়ভাবে লগ পোৱাটো মোৰ কিবা অলৌকিক যেন লাগিল।

পিছদিনা আগবেলাতে ডালিমীৰ গিৰিয়েকে আমাৰ থকা ঠাই উলিয়াই নিবলৈ আহিল। মানুহজনৰ পৰিচয় ল'লো। নাম বংশীধৰ। বিশ্বনাথ চাৰিআলিৰ এটা চৰকাৰী কাৰ্যালয়ত চতুৰ্থ শ্ৰেণীৰ কৰ্মচাৰী।

বিনম্ৰতাৰে আথে বেথে লৈ যোৱা ডালিমীৰ গিৰিয়েকৰ সৈতে তেজপুৰ নগৰৰ ওচৰৰে ভিতৰুৱা গাঁও এখনত থকা তেওঁলোকৰ ঘৰ ওলালোগৈ।

টিঙৰ চালিৰে বাঁহৰ বেৰত লিপাকোচা কৰি চূণতেল দিয়া আটোমটোকাৰি আহল বহল ঘৰখন। আগফালৰ চোতালৰ এমূৰে গোহালি ঘৰৰ কাষতে দীঘলীয়া খেৰৰ চালিৰে দুখন শাল থকা বোৱনী ঘৰটোত শিপিনী দুগৰাকীৰ বাহিৰেও গাঁৱৰ কেইবাজনী মানুহো গোট খাইছিল। ডালিমী আৰু গিৰিয়েকৰ আতিথ্য দেখি তবধ মানিছিলো। তেওঁলোকৰ সুখৰ সংসাৰ যেন অনুমান হৈছিল।

গিৰিয়েক আৰু গাঁৱৰ মানুহৰ আগত ডালিমীয়ে তাই জেলত থাকোতে মোক লগ পোৱা বুলি খোলা মনেৰে কোৱা দেখি আচৰিত নহৈ নোৱাৰিলো। গিৰিয়েকৰ লগত যে সুন্দৰকৈ বুজাবুজি আছিল, তেওঁলোকৰ কথা-বতৰা, মৰম-চেনেহৰ মাজেদি সেই কথাৰ উমান পাইছিলো। ডালিমীৰ চাৰিটা ল'ৰা-ছোৱালীৰে ভৰপূৰ সংসাৰ। দমাই থোৱা ধান খেৰ আৰু সৰু এটি ভঁড়াল দেখি ৰূপিত মাটিও যে আছে বুজিব পাৰিলো। আমাক ভাত খুৱাবলৈ বৰকৈ জোৰ কৰিছিল। পিছত কেতিয়াবা ইয়ালৈ আহিলে খাই যামহি বুলি কোৱাত দৈৰ সৈতে চিৰা সান্দহ পিঠাৰে পেট ভৰাই জলপান খুৱালে।

ডালিমীয়ে পাকৈত শিপিনী হিচাপে পুৰস্কাৰ পোৱা চাৰ্টিফিকেট এখন দেখুৱালে। মই এযোৰ পাটৰ কাপোৰ কিনি ডালিমীক আকৌ এবাৰ প্ৰশংসা নকৰাকৈ থাকিব নোৱাৰিলো। ডালিমীয়ে ক'লে—

ঃ বুজিছে বাইদেউ, জেললৈ নোযোৱা হ'লে মই হয়তো আজি শিপিনী হিচাপে এই স্থানখিনি নেপালোহেঁতেন। জেলত বয়ন বিভাগৰ ছাৰ অম্বিকা বৰুৱাৰ পৰা এইখিনি শিক্ষা নোপোৱাহ'লে মোৰ শিপিনী শিক্ষা সম্পূৰ্ণ নহলহেঁতেন।

যাৱজ্জীৱন কাৰাবাস খাটি কাৰাগাৰৰ পৰা ওলাই গৈ গাঁৱৰ সমাজৰ মাজত সুখে শান্তিৰে সংসাৰ কৰা ডালিমী বৰা বিৰল চৰিত্ৰ। কাৰাগাৰৰ পৰা ম্যাদ খাটি

ওলাই যোৱাৰ পিছত প্ৰায়বোৰ কয়েদীৰে মানসিক অৱস্থা দুৰ্বল হৈ পৰে, হীনমন্যতাত ভোগে। কৰ্মস্পৃহা নাইকিয়া হয়। কিন্তু ডালিমী বৰা ব্যতিক্ৰম।

ডালিমী বৰাৰ বিষয়ে কাৰাগাৰৰ ডায়েৰিত লেখিম লেখিম বুলি ভাবিগুণি আছিলো যদিও লেখাটো হৈ উঠা নাছিল। কিন্তু সিদিনাখন হঠাৎ অবসৰ প্ৰাপ্ত কাৰাগাৰসমূহৰ শিল্প বিষয়া অম্বিকা বৰুৱা আৰু অবসৰপ্ৰাপ্ত কাৰাগাৰ অধীক্ষক ৰত্নেশ্বৰ ভূঞা আমাৰ ঘৰ ওলালেহি। মই কাৰাগাৰত চাকৰি কৰি থাকোতেই দুয়োজনকে যোৰহাট জিলা কাৰাগাৰত সহকৰ্মী হিচাপে লগ পাইছিলো। তেখেতসকলৰ সৈতে জেলৰ বিভিন্ন কথা আলোচনা কৰি থাকোতে ডালিমী বৰাৰ ঘটনাটোৰ কথা আলোচনালৈ আহিল। অম্বিকা বৰুৱাই ডালিমীৰ কথা ভালকৈয়ে জানিছিল। কাৰণ শিপিনী হিচাপে ডালিমীৰ কাৰ্য দক্ষতাত তেখেত বৰ সন্তুষ্ট আছিল আৰু প্ৰশিক্ষক হোৱাৰ কাৰণে ডালিমীৰ বিষয়ে বহুত কথাই জানিছিল।

সেইদিনা সেই বিচিত্ৰ ঘটনাটো তেজপুৰ জেলতেই ঘটিছিল। ডালিমী বৰাৰ এই ঘটনাটোৰ কীৰ্তি কাহিনী অসমৰ আন আন জেলতো চৰ্চ্চিত হৈছিল। কাৰাগাৰত চাকৰি কৰি থাকোতে এদিন মই তেজপুৰলৈ যাওঁতে তেজপুৰ জেলত সোমালো। সেই সময়ত অম্বিকা বৰুৱা তেজপুৰ জেলত আছিল। জেইলাৰ আৰু তেখেতৰ সৈতে মই মহিলা ফাটেকটো চাবলৈ গ'লো। মহিলা ফাটেক চাবলৈ যোৱাৰ বিশেষ আকৰ্ষণ আছিল ডালিমী বৰা।

তেজপুৰ কাৰাগাৰৰ মহিলা ফাটেকত সেইদিনা ডালিমী বৰাক দেখি আচৰিত নহৈ নোৱাৰিছিলো। তাইৰ দুয়োখন ওঁঠ তেতিয়াও ভীমাকাৰ হৈ উখহি আছিল। দুয়োখন ওঁঠৰ তলে ওপৰে দুশাৰী ফুট ফুট ক'লা দাগ। লাজ, অভিমান, খঙ, নিজৰ ওপৰত ধিক্কাৰ আদি খেলিমেলি বহুতো অনুভূতি লৈ ডালিমী বৰা সেই সময়ত থম্‌থম্‌কৈ বহি আছিল। ওচৰত থকা কেইজনীমান কয়েদীয়ে ফিচ্ ফিচাই হাঁহিছিল। আমি তাইক বিশেষ কথা নুসুধি উভতি আহোতে হাঁহি চুপতি মাৰি থকা কয়েদী কেইজনীমানক ডালিমীয়ে মুখখন অলপকৈ মেলি, লেবাই, খঙেৰে কৈছিল—

ঃ ফিচিঙা ফিচিঙি কৰি যে বেড়ি চাই আছে, মোক ভুচুং-পহু পাইছনেকি?

মাইকী কয়েদীবোৰৰ মাজত হাঁহিৰ গিৰ্জনি উঠিছিল।

এদিন সন্ধিয়া গণ্টিৰ আগে আগে তেজপুৰ কাৰাগাৰৰ মহিলা ফাটেকত হুলস্থূল লাগিল। মহিলা প্ৰহৰী গৰাকীয়ে ভিতৰ ফালৰ পৰা দুৱাৰত জোৰকৈ ঢকিয়াবলৈ ধৰিলে। পুৰুষ ফাটেকৰ ফালৰ পৰা মহিলা ফাটেকৰ দুৱাৰত মুখ্য প্ৰহৰীয়ে ডাঙৰ তলা এটা মাৰি থয়। বাহিৰ ফালে সেইখিনি ঠাইত প্ৰহৰী এজন অনবৰতে ঘূৰাঘূৰি কৰি থাকে। মহিলা প্ৰহৰীৰ ডিউটি সলনি হ'লে, বিষয়া সকল

পৰিদৰ্শন কৰিবলৈ আহিলে, খোৱা বস্তু বিতৰণ কৰিবৰ সময়ত বা জৰুৰী অন্যান্য কাৰণত মুখ্য প্ৰহৰীয়েহে কেৱল মহিলা ফাটেকৰ তলা খোলে।

দুৱাৰ ঢকিওৱাৰ শব্দ শুনি মুখ্য প্ৰহৰীজনক কৰ্তব্যৰত প্ৰহৰীজনে খবৰ দিয়াত তেওঁ ঢপলিয়াই আহিল। তলা খুলি যি দৃশ্য দেখিলে তেওঁৰ লগতে বহুতৰে মুৰ ঘূৰাই গ'ল। তৰানৰা ছিঙি কোনোবা প্ৰহৰী ঢপলিয়ালে কাৰ্যালয়লৈ, কোনোবা কাৰাগাৰৰ চিকিৎসালয়লৈ। অধীক্ষক, কাৰাধ্যক্ষ, সহকাৰী কাৰাধ্যক্ষ, চিকিৎসক, কম্পাউণ্ডাৰ সকলো মহিলা ফাটেক পালেগৈ।

ঘটনাটো হ'ল যাবজ্জীৱন সশ্ৰম কাৰাবাস খাটি থকা মহিলা কয়েদী ডালিমী বৰাই বাঁহৰ মিহি কাঠীৰে দুয়োটা ওঁঠ চিলাই পেলালে। কাঠী বিলাকৰ দাঁতিয়েদি তেজ বৈ গোটেই মুখখন ৰাঙলী হোৱাটো বাদেই, গাৰ কাপোৰো তেজেৰে তিতি গৈছে। মানুহজনী মূৰ্চ্ছা যোৱা নাছিল। কক্ষৰ ভিতৰত লেপেটা কাঢ়ি বহি লৈ টক্ টক্‌কৈ সকলোৰে ফালে চাই আছিল। বিষ বেদনা যেন একো পোৱা নাই এনে ভাৱত কাতিকুতা নকৰাকৈ বহি থকা দেখি সকলোৱে আশ্চৰ্য প্ৰকাশ কৰিলে। কম্পাউণ্ডাৰে ওচৰৰ কয়েদীখিনি খেদি খেদি ওঁঠত চিলাই থোৱা বাঁহৰ শাল বোৰ এডাল এডালকৈ খুলিবলৈ ধৰিলে। কোনো অভিব্যক্তি প্ৰকাশ নকৰাকৈ তাই নিশ্চল হৈ বহি থাকিল। তাই কোনো কষ্ট অনুভৱ কৰা দেখা পোৱা নগ'ল। কম্পাউণ্ডাৰেহে যেন খোলোতে কষ্ট পাইছিল।

ডালিমী বৰাৰ নিজৰ ওপৰত এইয়া কিহৰ প্ৰতিশোধ? নিজক কিয় এনে পাশবিক শাস্তি দিছে? যিজনী মানুহে হত্যাকাণ্ড সংঘটিত কৰি ইমান দিনে জেলত কোনো অনুশোচনা নোহোৱাকৈ মুকলি মনেৰে আছিল, আজি ইমান দিনৰ পিছত হঠাৎ এইটো কি কাণ্ড কৰিলে? নে অপঘাতী কাম কৰিবলৈ তাইৰ মনটোত দুৰ্বাৰ বেদনাৰ বিক্ষোভ জাগ্ৰত হ'ল? তাইৰ হৃদয়ত লুকাই থকা দুখবোৰে মনটো জেদী কৰি তুলিছেনে কি বাৰু? তাইৰ মোহ, গৰ্বী মনোভাব, বাঞ্চিত কামনা, বাসনা পৰাজয়ৰ চূড়ান্ত হতাশাবোৰ যেন বলপূৰ্বক ক্ৰোধৰ প্ৰতিফলন হৈছিল। ডালিমী অলৰ অচৰ হৈয়েই থাকিল। কম্পাউণ্ডাৰে ভোৰভোৰাই ক'লে—

ঃ নিজকে এনেকৈ নিষ্ঠুৰ শাস্তি দিয়া মানুহ পৃথিৱীত থাকেনে?

ডালিমী বৰাক কেইবাদিনো বিছনাৰ পৰা উঠিবলৈ দিয়া নহ'ল। তাইৰ ওপৰত সতৰ্ক দৃষ্টি ৰখা হ'ল। তাইৰ ব্যৱহাৰ কথাবতৰা দেখি মগজুৰ বিকৃতি ঘটা বুলিও সকলোৱে ভাবিবলৈ টান পালে। ডালিমী বৰাই নিজৰ ওপৰত কৰা এই অস্বাভাৱিক পীড়নৰ অন্তৰালৰ কথা অৱশ্যে কোনেও নজনাকৈ থকা নাছিল।

প্ৰায়েই মহিলা ফাটেকত তাঁত [illegible] খোৱা কয়েদী এজনক হঠাতে সেই কামৰ পৰা বহিষ্কাৰ কৰা হ'ল। যি অনেক কাকুতি মিনতি কৰা সত্ত্বেও মুখ্য

প্ৰহৰীজনৰ মন নুকুমলিল। তাক কাৰাগাৰৰ শাক-পাচলিৰ বাগানত কাম কৰিবলৈ দিয়া হ'ল।

মহিলা ফাটেকৰ ভিতৰত ফীডিং পেৰেড চলি থকা সময়ত প্ৰায় বিলাক মহিলা কয়েদী আচামীয়েই এদিন জেদ ধৰিলে— কোনেও সেইদিনা ভাত নাখায়। সহকাৰী কাৰাধ্যক্ষ, মুখ্য প্ৰহৰী সকলোৱেই বুজালে বঢ়ালে, ধমকো দিলে। কোনো কামত নাহিল। কাৰণটো অৱশ্যে অতি সামান্য। ৰোমেশ্বৰ নামৰ কয়েদীটোৱে দাইল তৰকাৰি ভাত ডালিমী বৰা নামৰ কয়েদীজনীৰ থালত বেছিকৈ দিয়ে। এই বিলাকত সিহঁতে ইমান ধৰা নাই। কিন্তু সপ্তাহত মাছ-মাংস দুদিনহে মাথোন দিয়ে। ৰোমেশ্বৰে ডালিমীক দুটুকৰা মাছ দিয়ে। মাংস দিলেও সেইদৰে বেছিকৈ দিয়ে। আনে বিচাৰিলে দিয়াতো বাদেই, ভেকাহিহে মাৰে। উপাই নাপাই ভাত বিতৰণৰ পৰা ৰোমেশ্বৰক সেই দিনাৰ পৰা আঁতৰোৱাৰ প্ৰতিশ্ৰুতি দিয়াতহে কয়েদীবোৰে ভাত লৈ খাবলৈ বহিল।

ৰোমেশ্বৰে ডালিমীক ভাত দিয়াৰ সময়ত মাছ-মাংস সৰহকৈ দিওঁতে যে মৰম প্ৰকাশ কৰিছিল এনে নহয়, সিহঁত হাল হেনো প্ৰেমত পৰিছিল। প্ৰেমো প্ৰেম উগ্ৰ প্ৰেম! প্ৰেমিক প্ৰেমিকাৰ প্ৰেমে ইমান চূড়ান্ত ৰূপ লৈছিল যে এদিনো ইটোৱে সিটোক নেদেখাকৈ বা কথা নপতাকৈ থাকিব নোৱাৰিছিল।

গতিকে ৰোমেশ্বৰক মাইকী ফাটেকলৈ আহিবলৈ বাৰণ কৰাৰ মুহূৰ্তৰ পৰাই দুয়োটাই বিৰহ বেদনাত বাৰুকৈয়ে ভুগিবলৈ ধৰিলে। চাটিফুটিত তৰণি নেপাই প্ৰতিবন্ধক পকাৰ মজবুত বেৰখনত কেনেবাকৈ কৰবাত সুৰুঙা বিচাৰি দুআষাৰ কথা পাতিব পাৰেনেকি তাৰ কাৰণে আপ্ৰাণ চেষ্টা কৰিবলৈ ধৰিলে। সিহঁত দুয়োটাৰ অৱস্থা দেখি মতা-মাইকী উভয় কয়েদীয়ে সময় কটাবলৈ আনন্দৰ খোৰাক পালে। কিন্তু সিহঁতৰ ঠাট্টা মস্কৰাইও প্ৰেমিক যুগলক হতাশ কৰিব পৰা নাছিল আৰু অৱশেষত সিহঁতৰ চেষ্টা আংশিক ভাবে হ'লেও সফল হৈছিল।

মহিলা ফাটেকৰ পৰা গা ধোৱা, কাপোৰ ধোৱা, বাচন বৰ্তন ধোৱা আৰু অন্যান্য লেতেৰা পানীবোৰ ওলাই যাবলৈ দেৱালৰ কাষে কাষে পকাৰ নৰ্দমা আছে। মহিলা ফাটেকৰ প্ৰতিবন্ধক দেৱালখনৰ পিছফালে অৰ্থাৎ পুৰুষ ফাটেকত থকা তেনে এটি নৰ্দমাত মহিলা ফাটেকৰ পানীবোৰ ওলাই যাবলৈ দেৱালৰ তলত এটা বাট আছে। বাটটোত লোহাৰ ৰেলিং দিয়া আছে।

এদিন পুৱা দুয়োখন ফাটেকৰে প্ৰায়বোৰ কয়েদীয়ে মন কৰিলে মাটিত পেট পেলাই শুই এফালে ডালিমী বৰাই আৰু অন্যফালে ৰোমেশ্বৰে নৰ্দ্দমাৰ পানী ওলাই যোৱা বাটটোৰ ৰেলিঙত উভয়ৰে মুখ দুয়োখন লগাই দুয়োটাই চেপা মাতেৰে কথা পাতি আছে।

দুৰ্গন্ধময় নৰ্দমাটোত মুখখন থৈ এনেকৈ কথা পতাত সকলোৱে বিস্ময়

আৰু ঘৃণাত ছিঃ ছিঃ কৰিলে। কিন্তু হাজাৰ দুৰ্গন্ধয়ো সিহঁতৰ প্ৰেমক ৰোধিব পৰা নাই। প্ৰেম যে অন্ধ, এই কথাষাৰ আকৌ এবাৰ প্ৰমাণ কৰিলে কাৰাগাৰৰ কয়েদী ৰোমেশ্বৰ আৰু ডালিমীয়ে।

এনেদৰে কেইবাদিনো চলিল। ইকাণ সিকাণ কৈ দুয়োখন ফাটেকতে কথাটোৱে মৌ-মাখিৰ ভুনভুননিৰ সৃষ্টি কৰিলে। তথাপিও সিহঁতৰ প্ৰেম নাথামিল। একে গতিৰেই দিনৰ পিছত দিন ধৰি সিহঁতৰ প্ৰেমলীলা চলি থাকিল। শেহত অতিষ্ঠ হৈ অঘটনৰ আশঙ্কাত মুখ্য প্ৰহৰীয়ে দুয়োটাকে একেবাৰে নিলগাই ৰখাটোকে ঠিক কৰিলে। ৰোমেশ্বৰক আছুতীয়াকৈ নিৰ্জন কক্ষ এটাৰ ভিতৰত সুমুৱাই থলে। ডালিমী সংযত নহ'লে আৰু এটা কথাও যদি তাৰ লগত কেনেবাকৈ পতা দেখে তেন্তে তাইৰ চুলিবোৰ খুৰাই শাস্তি দিব বুলি হুমকি দিলে। মহিলা প্ৰহৰীয়ে চোকা নজৰো ৰাখিবলৈ ধৰিলে। অতৃপ্ত মানসিক ক্ষুধাই তাইক হিংস্ৰ কৰি তুলিলে। অসহ্য বেদনাত অতিষ্ঠ হৈ নিজৰ ওপৰতে প্ৰতিশোধ লোৱাটো ঠিক কৰি জীৱনত কাৰো লগত কথা নাপাতো বুলি ভাবি বাঁহৰ শলাৰে দুয়োখন ওঁঠ চিলাই পেলালে।

(২)

এমাহ মানৰ পিছত ডালিমী বৰাৰ ওঁঠ দুটা ভাল হ'ল। দুয়োটা ওঁঠতে দুশাৰী ক'লা দাগ কিন্তু থাকি গ'ল। মহিলা ফাটেকৰ পকা ভেটিৰ তাইৰ বিছনাখনত শুই শুই ৰোমেশ্বৰৰ কথাকেই ভাবিবলৈ ধৰিলে। তাক নোপোৱাৰ মৰ্মবেদনাই তাইক খুলি খুলি খাবলৈ ধৰিলে। ৰোমেশ্বৰক তাই কাৰাগাৰতে প্ৰথম লগ পাই মৰম যঁচা নাছিল। জনমে জনমে সি যেন তাইৰ আপোন আছিল। তাইতো মৰম চেনেহৰ পৰা বঞ্চিতা হৈয়ে কাৰাগাৰলৈ আহিব লগা হৈছিল। তাই পাপ কৰিলে। কিয় বাৰু তাই বিবাহিত পুৰুষজনক হত্যা কৰি জেলৰ ভাত খাবলৈ আহিল? তাই ইমানেই নিষ্ঠুৰ আছিলনে? ভগবানে বাৰু বাৰেপতি মনৰ এধানি সুখৰ পৰা তাইক কিয় আঁতৰাই আনে? স্বাভাৱিক জীৱন যাপন কৰিবলৈ তাইৰো জানো সাধাৰণ মানুহৰ দৰে হেঁপাহ নাছিল?

নাই— নাই, ৰোমেশ্বৰৰ মৰম চেনেহৰ পৰা তাই হাত ছিগা হ'ব নোৱাৰে। তাক লগ ধৰিব পাৰেনে নোৱাৰে কথা নাই। ৰোমেশ্বৰৰ বাৰু কি এনে আকৰ্ষণ আছে, তাই তাক তিলমানো পাহৰিব পৰা নাই?

ৰোমেশ্বৰক তাই বহুত কথাই কবলগীয়া আছিল, একো কথাই কোৱা নহ'ল। মাইকী ফাটেকত ভাত দিবলৈ আহোতে জানো দুই এটা কথাৰ বাহিৰে বিশেষ কথাবোৰ পাতিব পাৰি? মনৰ কথা কম বুলি ভবা এটাই মানুহ তাই পাইছিল—

ৰোমেশ্বৰ। সংসাৰ কৰিবলৈ গৈ তাই যি নৰক যাতনা ভুগিছিল, কি কাৰণেনো তাই গিৰিয়েকক হত্যা কৰি জেললৈ আহিব লগা হ'ল— এই সোপা কথা মনতে সদায় উথলি থাকে। কাৰো আগত অন্তৰ খুলি উলিয়াই দিব পৰা নাই। ৰোমেশ্বৰক ক'বলৈ তাই জানো এইটো জনমত সুযোগ পাব?

কিন্তু তাকতো লগ পাবই লাগিব। পুনৰ নতুন কৌশল উলিয়াব লাগিব!

ডালিমীয়ে নতুন কৌশল উলিয়াবলৈ চিন্তা কৰি থাকোতে তাইক গুৱাহাটী জিলা কাৰাগাৰলৈ বদলি কৰি দিলে।

জেল জীৱনৰ সংক্ষিপ্ত বিবৰণ থকা নিজৰ নিজৰ 'টিকট' বিলাক হাতে হাতে লৈ বুকুৰ ওচৰত দাঙি ধৰি গুৱাহাটী জিলা কাৰাগাৰৰ মহিলা ফাটেকৰ কয়েদী আচামী বিলাকে দুটা দীঘলীয়া শাৰী পাতি বৈ আছে। মনত আশা, তেওঁলোকক চাবলৈ অহা বিশিষ্ট ব্যক্তি সকলে (কাৰাগাৰৰ মন্ত্ৰী, কাৰাগাৰৰ মহা পৰিদৰ্শক, ব'ৰ্ড অব ভিজিটৰৰ মেম্বাৰসকল ইত্যাদি) কিজানি তেওঁলোকৰ দুখৰ কথা শুনি দয়ালু হৈ ম্যাদ কমাবলৈ এষাৰ কথা কাৰ্যালয়ত লেখি থৈ যায়েইবা! মনৰ মাজত উকমুকাই থকা মনৰ যন্ত্ৰণা কিছু লাঘব হয়েইবা!

কাৰাবন্দী সকলৰ অভাৱ অভিযোগ, গোচৰৰ কথা, কিবা অসুবিধাত পৰিছেনেকি বা কিবা ইচ্ছা আছেনেকি— এই কথাবিলাক ক'বলৈ সুযোগ দিবৰ বাবে মাজে মাজে ব'ৰ্ড অব ভিজিটৰৰ সাক্ষাতকাৰ বা সভা পতা হয়।

শাৰী পাতি বৈ থকা কয়েদী বিলাকৰ মাজে মাজে সিহঁতৰ টিকট বিলাক চাই যাবতীয় দুই এটা কথা সুধিপুচি গৈ থাকোতে শ্ৰীযুতা ললিতা ফুকন নামৰ এগৰাকী ব'ৰ্ড অব ভিজিটৰে ডালিমী বৰাৰ ওঁঠ দুখনলৈ চাই আচৰিত হৈ সুধিলে—

ঃ তোমাৰ দুয়োখন ওঁঠত এইবোৰ কিহৰ দাগ?

লাজত ডালিমী বৰাই তলমূৰ কৰিলে। মুখেৰে একো নেমাতিলে। কাষতে থকা বিষয়াজনে ভিজিটৰ গৰাকীৰ কাণে কাণে ক'লে—

ঃ মানুহ গৰাকীৰ দাগ বিলাকৰ ৰহস্য কাৰ্যালয়লৈ গৈ মই কম বাৰু।

মহিলা কয়েদী আচামী সকলৰ লগত কথা বতৰা পাতি কি গোচৰত আহিছে, ঘৰ ক'ত, কিমান দিন খাটনি বাকী আছে— নানানটা প্ৰশ্ন সুধি পুচি সকলো যেতিয়া কাৰ্যালয় পালেহি কাৰাগাৰৰ বিষয়া গৰাকীয়ে ললিতা ফুকনক ডালিমী বৰাৰ বিষয়ে সকলো ক'লে। আটাইকেইজন মেম্বাৰে শুনি আচৰিত হ'ল। নিজৰ ওপৰত এনেকৈ প্ৰতিশোধ লোৱা মানুহ আছেনে? সগতে বিষয়াজনে মানুহজনীৰ গুণখিনিৰ কথাও ক'লে। সুবিধা পালে যে তাই এজনী ভাল শিপিনী হব, সেই কথাটোও নিশ্চিত বুলি জনালে। সকলো মেম্বাৰেই জেল কৰ্তৃপক্ষক

ডালিমী বৰাক শিপিনী হ'বলৈ সুবিধাখিনি যাতে দিয়ে তাৰ বাবে লিখিত ভাবে নির্দেশ দি থৈ গ'ল।

গুৱাহাটী কাৰাগাৰলৈ অহাৰ পিছত ৰোযেশ্বৰ কয়েদীলৈ ডালিমীৰ বৰকৈ মনত পৰি আছিল। জীৱনক তাক যে লগ পোৱাটো কঠিন হ'ব, সেই কথাটো তাই ভালকৈ বুজি উঠিল। ৰোযেশ্বৰৰ স্মৃতিয়ে তাইক আহুকাল দি আছিল যদিও, গুৱাহাটী কাৰাগাৰৰ নতুন পৰিবেশত বিশেষকৈ শিপিনীশালৰ আকর্ষণে তাইৰ মনটো লাহে লাহে পৰিবর্তন কৰিবলৈ ধৰিলে। তাই প্ৰাণ দি বোৱা কটাতে লাগি থাকিল। অনবৰতে টেপ্ টেপাই কথা পাতি ভালপোৱা তাইৰ পূর্বৰ স্বভাৱটো একেবাৰে নাইকিয়া হ'ল যদিও বিষাদৰ ছাঁ এটা মুখত থাকি গ'ল। গুৱাহাটী কাৰাগাৰৰ কয়েদীসকলৰ ব্যৱহৃত কাপোৰৰ চাহিদা পূৰণ কৰাৰ উপৰি অন্য কাৰাগাৰলৈ পঠিয়াব পৰা হ'ল। কাৰাগাৰৰ বিষয়া কর্মচাৰী সকলোৱে ডালিমী বৰাৰ কামত সন্তুষ্ট হ'ল। অধিক উৎপাদন কৰাৰ কাৰণে তাইৰ দিন মজুৰিও বাঢ়িল। এনেকৈ গুৱাহাটী কাৰাগাৰত খুনী কয়েদী, ডালিমী বৰা শিপিনী ডালিমী বৰা বুলি প্ৰতিষ্ঠিত হ'ল।

লাহে লাহে তাইৰ কাৰাগাৰৰ ম্যাদো শেস হৈ আহিল, এদিন তাইক বিষয়া কর্মচাৰী আৰু আচামী কয়েদী সকলোৱে মৰমেৰে কাৰাগাৰৰ পৰা বিদায় দিলে।

কাৰাগাৰৰ পৰা কাৰাবাস খাটি ওলাই যোৱাৰ পিছত কয়েদীসকলৰ নাজল-নাথল অৱস্থা হয়। সমাজত জেল খটা মানুহক ইমান ঘৃণাৰ দৃষ্টিৰে চায় যে সিহঁতে যেন মানুহৰ শাৰীত নপৰেই। আনকি অতি আপোনজনকো সমাজৰ ভয়ত ত্যাগ কৰিবলৈকো কুণ্ঠিত নহয়। খুনী, ডকাইত হ'লে কথাই নাই। শতকৰা দহভাগ এনে মানুহে পূর্বৰ মান মর্যাদাৰে সমাজত থিতাপি লোৱাও দেখা যায়। অৱশ্যে সমাজৰ পৰিবর্তনৰ লগে লগে মানুহৰ চিন্তাধাৰা সামান্য সলনি হৈছে।

ডালিমী বৰাক পৰিয়ালৰ মানুহে পতিহন্তা তিৰোতা বুলি আগতেই ত্যাগ কৰি থৈছে। গতিকে তাইক নিবলৈ কোনোৱেই নাহিল। তাই জেলৰ পৰা ওলাই গুৱাহাটীৰ ফাঁচি বজাৰৰ হুলস্থুলীয়া পৰিবেশত দিশহাৰা হৈ পৰিল। কাৰাগাৰৰ পৰা ওলাই আহোঁতে লগত লৈ অহা তাইৰ মজুৰিখিনি আটোমটোকাৰীকৈ খোঁচনিত বান্ধি ল'লে। মাৰোৱাৰী গোলাৰ ডাঙৰ দোকান এখনৰ বাৰান্দাত বহি চিন্তা কৰিবলৈ ধৰিলে— তাই ক'লৈ যাব? কি কৰিব এতিয়া? কাৰ আশ্ৰয়ত থাকিব? নাই নাই, তাইৰ কথা জনা কোনেও তাইক আশ্ৰয় নিদিয়ে। নিজৰ আশ্ৰয় নিজেই বিচাৰি ল'ব লাগিব। এই জনসমুদ্রত পাৰিব জানো তাই নিজৰ আশ্ৰয় বিচাৰি অকলেই জীৱন যাপন কৰিব?

এইবোৰ ভাবিগুণি কোনো এটা স্থিৰ সিদ্ধান্তত তাই উপনীত হ'ব নোৱাৰিলে। এইখিনি সময়তে তাই তেনেকৈ বহি থকা দেখি দুই এজন মানুহৰ

চকু পৰিল। তাইক সোধাপোচা কৰিবলৈ ধৰিলে। মানুহৰ কু-মতলব বুজি পাই তাই বিশেষ উত্তৰ নিদি সেই ঠাই ত্যাগ কৰি মাছপোৱাৰ বাছ আস্থান অভিমুখে খোজ ল'লে।

লক্ষ্যহীন ভাবে নাহো বুলি আহি তাই তেজপুৰৰ নিজৰ ঠাইত নামিল। পতিগৃহৰ কথা মনত পৰি সেই বীভৎস ৰাতিটোৰ কথা সুঁৱৰি মনটো কোঁচ খাই গ'ল। তাইৰ বুকু খনত এটা তীব্ৰ বেদনাই জোকাৰি গ'ল। মাক-বাপেকৰ ঘৰখনৰ কথা মনত পৰিল। তেওঁলোক ইতিমধ্যে ঢুকাল। ককায়েক বৌয়েকহঁত আছে যদিও তেওঁলোকৰ পৰা লেই লেই ছেই ছেই ব্যৱহাৰৰ বাহিৰে অন্য ভাল ব্যৱহাৰ যে নাপায় সেই বিষয়ে নিশ্চিত হ'ল।

তেজপুৰৰ পৰা কিছু নিলগত থকা তাইৰ এগৰাকী মৰমিয়াল জেঠায়েকলৈ মনত পৰিল। সেই জেঠায়েকে তাইক সকৰে পৰাই মৰম কৰিছিল। কিন্তু তাইৰ জেল খটা এই পোন্ধৰ বছৰে একো খবৰ-খাটি নেপায়। জেঠায়েক জীয়াই আছেনে নাই তাকো তাই নাজানে। যদি জীয়াই আছে একেবাৰে বুঢ়ী হ'ল চাগে। জেঠায়েকৰ পুতেক নাই। জীয়েক জোৱাঁয়েকৰ লগত যদি আছেগৈ তেতিয়া হ'লে তাইৰ এই ক্ষীণ আশাকণো ভাগি খানবান হ'ব। যি হয় হ'ব। তাই জেঠায়েকৰ তালৈ যোৱাটোকে ঠিক কৰিলে।

ঘৰটো হয়নে নহয় বুলি ভাবি ডালিমীয়ে যেতিয়া জেঠায়েকৰ ঘৰৰ নঙলা খুলিলে তেতিয়া সন্ধ্যা লাগি ভাগিছিল। পাৰ্টিকৰ ভিতৰত টিপ্ চাকি এটা জ্বলাই দুজনী বুঢ়ীয়ে তামোল খুন্দি খাই কথা পাতি আছিল।

কাষত কাপোৰৰ টোপোলা এটাৰে সৈতে মানুহ এজনী দেখি দুই বুঢ়ীয়ে তাইলৈ ভেবা লাগি চালে। জেঠায়েকক বহুত বছৰৰ আগতে ডালিমীয়ে দেখা। তাইক চিনি নাপাবৰে কথা। ডালিমীয়ে চিনাকি দিলত বুঢ়ীয়ে আথেবেথে তাইক বহিবলৈ ডুখৰি-পীৰা এডোখৰ উলিয়াই দিলে। পানী এঘটী কোট্ কোট্‌কৈ পি শান্তিৰে উশাহ লৈ তাই ভাবিলে, সঠিক ঠাইতে আহি উপস্থিত হৈছেহি। অন্ততঃ আশ্ৰয় অকণমান পাব। ডালিমীয়ে মদপী গিৰিয়েকক হত্যা কৰি জেললৈ যোৱাৰ কথা জেঠায়েকে গম পাইছিল। থূলমূলকৈ তপতে তপতে ডালিমীৰ পৰাও সবিশেষ লৈ জেঠায়েকে এটা দীঘলীয়া হুমুনিয়াহ কাঢ়ি ক'লে—

: হওক আই, ফাটেকত থাকি অত বছৰ নৰক যন্ত্ৰণা ভোগ কৰি যে জেঠায়েৰজনীলৈ মন কৰি অত দূৰ আহিলি— মই ভালেই পাইছোঁ। ইয়াতে থাক। আহকাল নেপাওঁ মই।

ডালিমীয়ে ক'লে—

: জেলত মানুহে ভবাৰ দৰে আজিকালি নৰক যন্ত্ৰণা নাই জেঠাইদেউ।

তাত মই নিৰাপদেহে আছিলো। মোৰ কাৰণে ওৰেটো জীৱন জেলৰ আশ্ৰয়েই ভাল আছিল। কিন্তু তাত নো সদায় কিয় ৰাখিব? খালাচ পাই ওলাই আহিব লগা হ'ল।

ইগৰাকী বুঢ়ী ওচৰৰে। তেওঁও অকলশৰীয়া হোৱাৰ কাৰণে কোনোবা এঘৰত দুয়োজনী বুঢ়ী গোট খাই তামোলচালি খাই কথাৰ মহলা মাৰি থাকে। ইগৰাকী বুঢ়ীয়ে ডালিমীৰ বিষাদ ভৰা কথাবোৰ শুনি বিচূৰ্তি খালে। দুখত ইচ্ আচ্ কৰিবলৈ ধৰিলে। পাষণ্ড মদাহী জুৱাৰীটোক মাৰি জেললৈ আহিব লগা হোৱাত বেয়া পালে যদিও দৈত্যটোৰ কবলৰ পৰা তাইৰ জীৱনটো ৰক্ষা পৰাৰ কাৰণে ভগবানক সেৱা জনালে।

ডালিমীয়ে নিৰ্ভৰযোগ্য আশ্ৰয়কণ পাই নিজকে ধন্য মানিছিল। তাই জেঠায়েকৰ ঘৰৰ ৰন্ধা-বঢ়াৰ সকলো কাম কৰাৰ উপৰি দুয়ো বুঢ়ীক পাৰ্যমানে সেৱা শুশ্ৰূষা কৰিবলৈ ধৰিলে। জেঠায়েকৰ জীয়েক-জোৱায়েকেও একো আপত্তি নকৰিলে। কাৰণ মাকক তেওঁলোকৰ লগলৈ নিব খুজিলতো পতিগৃহ এৰি যাব খোজা নাছিল।

জেঠায়েকৰ লগৰ বুঢ়ী গৰাকীৰ পুতেক এটা আছে। বংশীধৰ। সি বিয়া কৰাইছিল। বোৱাৰীয়েকৰ কেঁচুৱা জন্ম হৱৰ সময়ত প্ৰসৱ বেদনাৰ বিজুতি ঘটি মৃত্যু হ'ল। কেঁচুৱা জন্ম হ'বলৈ নাপালেই। মাক পুতেকে বৰ আঘাত পালে। পিছত সকলোৱে তাক আকৌ বিয়া কৰাবলৈ কৈছিল যদিও মন কাণ নকৰি ডঙুৱা হৈয়েই থাকিল।

ডালিমীয়ে বংশীধৰৰ লগতো সহজ হৈ পৰিছিল। জেঠায়েকে আধাকৈ বৈ শালতে পেলাই থোৱা গামোছা কেইখন বৈ উলিওৱাৰ উপৰি নতুনকৈ শালত কাপোৰ লগাইছিল। তাই জেলৰ পৰা ওলাওতে জেইলাৰৰ পৰা তাই যে এজনী ভাল শিপিনী এই বিষয়ে দুআষাৰ লিখাই লৈ আহিছিল। তাকে লৈ বংশীধৰে তাইক মহিলা শিপিনী সংঘলৈ লৈ গ'ল। ডালিমীয়ে এবেলা তাত কাম কৰাৰ সুযোগ পালে।

ডালিমীৰ কথা-বতৰা, ব্যৱহাৰ, কাম কাজে সকলোকে মুহিছিল। দুই বুঢ়ীয়ে গুণা-গঁথা কৰিলে ডালিমীক বংশীধৰৰ লগতে বিয়া পাতি দিলে বেয়া নহ'ব। ঘৈণীয়েকৰ মৰমৰ স্মৃতিকে বুকুত সাৱটি ৰখা বংশীধৰৰো মন কুমলিল। মাকহঁতৰ হেঁচাত সি নিজেই এদিন ডালিমীৰ মতামত সুধিলে।

ডালিমীৰ পূৰ্বতে ওঠৰ বছৰমান বয়সতে বিয়া হৈছিল। জেলখটাৰ পিছতো তাই পয়ত্ৰিছৰ দেওনা পাৰ হোৱা নাছিল। তাইও ভালকৈ বুজিছিল বাকী থকা জীৱনটো অকলশৰে পাৰ কৰাটো কঠিন হ'ব। তাই পাই অহা তিতা-কেঁহাবোৰৰ সাংসাৰিক জীৱনৰ প্ৰতি অজান ভয়ৰ সৃষ্টি কৰিছিল আৰু তাইৰ মনটো কোঙা

কৰি পেলাইছিল। তথাপি বংশীধৰে তাইৰ কলংকিত অধ্যায়টোৰ কথা একো নাজানে বুলি ভাবি এদিন তাক বহুবাই লৈ সকলো অকপটে কৈ পেলালে।

গাঁৱলীয়া এল পি স্কুল পাছ এজনী ছোৱালীৰ বিয়া হোৱাৰ পিছত সুখে সন্তোষে সাধাৰণভাবে সংসাৰ কৰাৰ বাহিৰে তাইৰ বিশেষ উচ্চ আকাংক্ষা নাছিল। এটা বস্তুৱেই তাই অধিক বিচাৰিছিল— গিৰিয়েকৰ মৰম-স্নেহ। বিয়াৰ প্ৰথম নিশাই গিৰিয়েকে মাতাল হৈ তাইক চুলিত ধৰি বিছনাৰ পৰা পেলাই দিছিল। সেয়াই আৰম্ভ। হত্যাকাণ্ডৰ দিনাখনলৈকে তাই গিৰিয়েকৰ পৰা ভাল মাত এষাৰ নাপালে। চৰ, ভুকু, গালি ভাতৰ থাল দলিয়াই দিয়া ইত্যাদি তাইৰ ওপৰত অ-মানুষিক অত্যাচাৰ কৰিলে। ঘৰৰ ননদ-দেওৰেকে, আনকি শাহুৱেকেও তাইক কুলক্ষনী তিৰোতা বুলি সকলো দোষ তাইৰ ওপৰতে জাপি দিছিল। এদিন ৰাতি তাইক উৰাই ঘূৰাই মাৰি থাকোতে জ্ঞানশূন্য হৈ তাই হাতত যিহকে পালে ওলোটাই গিৰিয়েকক মৰিয়াই মৰিয়াই মাৰি পেলালে।

তেজপুৰ জেললৈ আহি তাই ৰোষেশ্বৰক লগ পালে। জেলৰ বান্ধোনৰ মাজতো ৰোষেশ্বৰৰ তাইৰ প্ৰতি থকা নিৰ্ভাঁজ মৰমৰ বিনিময়ত তাকেই প্ৰাণভৰি ভাল পাবলৈ ধৰিলে। গিৰিয়েকৰ পৰা নোপোৱা মৰমবোৰ যেন ৰোষেশ্বৰৰ পৰাই তাই বিচাৰি ল'ব। শাৰীৰিক মৰম তাই বিচৰা নাছিল। কিন্তু জেল শাসনৰ নীতি-নিয়মে তাইক এইকণ মানসিক সুখৰ পৰাও বঞ্চিত কৰিলে। সেই সময়ত তাই খং, অভিমান আৰু বিফলতাত যিকোনো গৰ্হিত কামো কৰি পেলাইছিল। গুৱাহাটী জেললৈ আহি তাই মুক্তি পালে। গুৱাহাটী জেলত মাইকী কয়েদীসকলে সময় কটাবলৈ বা সশ্ৰম কাৰাদণ্ড খাটিবলৈ তাঁতশাল আছে। তাই সকলো পাহৰি তাতে আত্মনিয়োগ কৰিলে। জেলৰ পৰা খালাচ হৈ আহিয়েই ইয়াত আশ্ৰয় পাইছে। গতিকে তাই অধিক সুখ বাঞ্ছা নকৰে।

বংশীধৰে নিজৰ দুখৰ কথাও ক'লে। সকলো শুনি বুজিও সি ডালিমীক বিয়া কৰোৱাটোকে ঠিক কৰি তাইৰ মতামতো আদায় কৰিলে। দুয়ো গৰাকী বুঢ়ীয়ে গাঁৱৰ মানুহৰ সহযোগত ডালিমীৰ লগত বংশীধৰৰ বিয়াখন পাতি দিলে।

চাওঁতে চাওঁতে জেঠায়েক আৰু বংশীধৰৰ মাকৰ মৃত্যু হ'ল। চৰকাৰৰ পৰা ঋণ লৈ ডালিমীয়ে নিজা ৰবীয়াকৈ তাঁতশাল যোগাৰ কৰি ল'লে। ডালিমীক লৈ বংশীধৰ সুখী। তায়ো চাৰিটা সন্তানেৰে সংসাৰ চলাই ব্যৱসায় ভিত্তিত বোৱা-কটা কৰি, দুপইচা উপাৰ্জন কৰাৰ উপৰি গাঁৱতো আগশাৰীৰ স্থান ল'ব পাৰিছে।

যাবজ্জীৱন কাৰাবাস খাটি কাৰাগাৰৰ পৰা ওলাই যোৱা কয়েদীও মানসিক সন্তোষেৰে এনেকৈ প্ৰতিষ্ঠিত হোৱা শুনিলে বা দেখিবলৈ পালে সঁচাকৈয়ে আনন্দই নধৰা হয়। □□

# কাৰাগাৰৰ ডায়েৰি
(৩য় খণ্ড)

## সূচীপত্ৰ

## সমাজসেৱিকা উষা বৰদলৈ গ্ৰেপ্তাৰ

(১)



আদালতৰ পৰা হাজোতলৈ অহা বিচাৰধীন বন্দীসকলক চমজি লৈ থাকোতে মানুহ গৰাকীক দেখি মই উচপ খাই গ'লো।

আৰে, এই গৰাকী মানুহ ইয়াত?

মানুহগৰাকীক সকলোৱেই সমাজসেৱিকা বুলি জানে। যোৰহাটৰ বিভিন্ন সভা সমিতি, অনুষ্ঠান প্ৰতিষ্ঠানৰ লগত তেওঁ জড়িতই নহয়, চহৰৰ জনপ্ৰিয় মহিলাও।

এনে এগৰাকী মহিলা আজি কাৰাগাৰত?

সমাজসেৱিকা উষা বৰদলৈ গ্ৰেপ্তাৰ

ক্ষন্তেকতে তেওঁৰ চকুৰ পৰা চকু নমাই মই গহীন হৈ অচিনাকিৰ ভাও জুৰিলো।

আমাৰ কাৰাগাৰৰ বিষয়া কৰ্মচাৰীসকলৰ চৌবিছ ঘণ্টীয়া কাম। অৰ্থাৎ কাম নাথাকিলেও চৌবিশ ঘণ্টাই আমাৰ দায়িত্ব থাকে। নিজৰ আবাস গৃহত শুই বহি থাকিলেও বিনা অনুমতিত কাৰাগাৰৰ চৌহদ এৰি যোৱাৰ আমাৰ উপাই নাই। সেইকাৰণে সমাজৰ অন্য মানুহৰ দৰে মুকলি মূৰিয়াকৈ সমাজিক সম্বন্ধ ৰখাতো প্ৰায় কঠিন হৈ পৰে। গতিকে সাহিত্য সংস্কৃতি কৰা, মিতিৰ কুটুমৰ ঘৰলৈ সঘনাই অহা-যোৱা কৰা, সভা-সমিতিত উপস্থিত থাকি অংশ গ্ৰহণ কৰা এইবোৰ কামলৈ সময় নাথাকে।

মই ছোৱালীকালৰ পৰাই অন্য কাম নকৰিলেও সভা সমিতিত ক্ষন্তেক দেখা দিয়া বা সাহিত্য চৰ্চ্চা ছেগা চোৰোকাকৈ কৰাটো মোৰ এটা নিচা বুলিয়েই ক'ব পাৰি। গতিকে কাৰাগাৰৰ মোৰ ওপৰৱালা বিষয়াসকলেও সময় থাকিলে এনে বিলাকত অংশ গ্ৰহণ কৰিবলৈ অনুমতি দিছিল।

এনেকৈ মই সভা-সমিতি, অনুষ্ঠান প্ৰতিষ্ঠানলৈ যাওঁতে এই মানুহ গৰাকীক লগ পাইছিলো।

মানুহ গৰাকীক ধুনীয়া বুলিয়েই কব লাগিব। সতী সাধ্বী তিৰোতাৰ দৰে কপালত ৰঙা সেন্দুৰৰ ফোঁট। ওঁঠ দুখন ৰঙচুৱা কৰি পেলোৱা মুখত এমোকোৰা তামোল। পিন্ধনত এজোৰ বোৱা মেখেলা চাদৰ। বাওঁফালে বাউসীৰ তলত ব্যস্ত কৰ্মকৰ্তাৰ চিনস্বৰূপ এটা চকুত লগা বেজ্ পিন্ধা মানুহ গৰাকীক ডাঙৰ ডাঙৰ অনুষ্ঠান বিলাকত মই প্ৰায়েই দেখা পাইছিলো।

মানুহ গৰাকীৰ মাত কথাও বৰ সাদৰি। হাত দুখন যোৰ কৰি কাৰোবাক 'ককাইদেউ', কাৰোবাক 'দদাইদেউ' আদি সম্বোধনেৰে মাত লগাই আসন গ্ৰহণ কৰিবলৈ অনুৰোধ জনাই বা স্বাস্থ্য আৰু ঘৰুৱা খবৰ লয়। মাইকী মানুহক 'বাইদেউ', 'খুড়ীদেউ' 'ভনিটি' আদি সম্বোধনেৰে মাতি চা-চিনাকি হয় বা কুশল বাৰ্তা সোধে।

মোৰ লগত অৱশ্যে তেওঁৰ বিশেষ হলি গলি নাছিল যদিও চকুৰ চিনাকি আছিল। মোক দেখি তেওঁ লগে লগেই চিনি পালে।

ঃ তুমি.... আপুনি ইয়াতে চাকৰি কৰেনেকি?

মই গহীন হৈ তেওঁলৈ মূৰ তুলি চালো। মুখেৰে একো উত্তৰ নিদি মই মানুহজনাকীৰ [illegible] চকু ফুৰালো। হত্যাকাণ্ড গোচৰত অভিযুক্ত। অন্য কেইবাটাও [illegible] আছে। [illegible] কেইটা ভালকৈ বুজি নোপোৱাত [illegible]

দণ্ডবিধি আইনখন চাব লাগিব বুলি ভাবিলো।

ঃ বাৰু, কওঁকচোন কি কাৰণত অভিযুক্ত হৈ আপুনি কাৰাগাৰলৈ আহিব লগা হ'ল?

উত্তৰটো যেন তেওঁৰ জিভাৰ আগতেই আছিল—

ঃ এহ্ নকব বুজিছেনে! কোনোবাই লগালে জগৰ আৰু ধৰি আনিলে মোক।

তেওঁ মুখখন বিকৃতালে। আৰক্ষীকো এজাউৰি বকিলে। তাৰ পিছত দুখেৰে ক'লে—

ঃ কি কৰিব— কপাল বেয়া থাকিলে মানুহৰ এনে দুৰ্দ্দশাই হয়।

মই বেছি কথা নাপাতিলো।

মানুহ গৰাকীৰ নাম উষা বৰদলৈ। কাৰণ মানুহে তেওঁক এই নামেৰেই মতা মই শুনিছোঁ। কিন্তু অধিপত্ৰখনত উষা নামৰ সলনি ৰূপহী বৰদলৈ বুলি উল্লেখ থকাৰ কাৰণে মই তেওঁক সুধিলো—

ঃ আপোনাৰ নাম?

ঃ ৰূপহী বৰদলৈ।

ঃ আপোনাক সকলোৱে উষা বৰদলৈ বুলিহে মাতে?

ঃ অ', সেইটো মোক ৰাইজে মৰমতে দিয়া নাম। বয়স থাকোতে 'শোণিত কুঁৱৰী' নাটকত মই উষাৰ অভিনয়টো কৰিছিলো। দৰ্শকে ভাল পাই তাৰ পিছৰে পৰাই মোক উষা বৰদলৈ বুলি মাতিবলৈ ধৰিলে।

— সেইবুলি তেওঁ মুখখন বেঁকাকৈ, শব্দ নোহোৱাকৈ এটা আত্মপ্ৰসাদৰ হাঁহি মাৰিলে।

ঃ অ', তাৰমানে আপুনি অভিনেত্ৰীও?

পিছদিনাই ৰূপহী বৰদলৈ ওৰফে উষা বৰদলৈৰ আদালতত গোচৰ বিচাৰৰ বাবে তাৰিখ পৰিছিল যদিও জামিন নহ'ল।

চাৰি পাঁচ দিনমান যোৱাৰ পিছত যোৰহাট থানাৰ পৰা বিকাশ দত্ত নামৰ আৰক্ষী সহঃ পৰিদৰ্শক এজন কাৰাগাৰলৈ আহিছিল। কথাৰ প্ৰসংগত তেওঁ উষা বৰদলৈৰ বিষয়ে উলিয়ালে। তেওঁক বিকাশ দত্তই গ্ৰেপ্তাৰ কৰিছিল। এনেকুৱা দুমুখীয়া চৰিত্ৰৰ মহিলা যে অসমীয়া সমাজত থাকিব পাৰে ভাবিলে আচৰিত

লাগে বুলি দত্তই ক'লে।

উষা বৰদলৈৰ লগত সমাজৰ বহুতো গণ্য মান্য ব্যক্তিৰ সৌহাৰ্দ্যপূৰ্ণ সম্বন্ধ আছে। সেই কাৰণেই কাৰাগাৰত তেওঁক দেখা কৰিবলৈ দণ্ডাধীশৰ আদেশ পত্ৰ লৈ বহুতো মানুহ আহিছিল।

সমাজ জীৱনত বৰমূৰীয়াৰ ভাঁও লোৱা এই মানুহবোৰে উষা বৰদলৈ কাৰাগাৰলৈ আহিব লগা হোৱাত দুখ কৰাৰ লগতে ভয়ো খাইছিল। কিজানিবা তেওঁলোকৰ মুখাখন খোল খাই আচল ৰূপটো ধৰা পৰে। সকলোৱে অৱশ্যে তেওঁক অভয়দানো কৰিছিল।

বিকাশ দত্ত আৰক্ষী বিভাগৰ মানুহ আছিল আৰু অধিক সমাজ সচেতনো আছিল। ক্ষোভেৰে দত্তই ক'লে—

ঃ শৃঙ্খলাবদ্ধ সমাজখনত এচামে যেনেকৈ নিজৰ উচ্চাকাংক্ষ্যা আৰু অসৎ প্ৰবৃত্তি পূৰাবলৈ ব্যাপক হাৰত দুৰ্নীতি আৰু ভ্ৰষ্টাচাৰত লিপ্ত হৈছে, তাৰ জীৱন্ত প্ৰমাণ হ'ল— এই বৰদলৈৰ সৈতে পৰিবেষ্টিত হৈ থকা দলটো।

উষা বৰদলৈ এনে এগৰাকী তিৰোতা, যি গৰাকীয়ে সমাজত সমাজ সেৱিকা ৰূপে বা মানুহক দেখুৱাই জনহিতকৰ ব ম কৰি সকলোৱে পৰিচিত হৈ, নিজৰ উচ্চ-অভিলাস পূৰাবলৈ লোক চক্ষুৰ আগত ধূলি দি কু-কৰ্ম কৰিও উচ্চ স্থান অধিকাৰ কৰিবলৈ সক্ষম হৈছিল।

উষা বৰদলৈ নাজিৰাৰ ছোৱালী আছিল। বিয়া হৈছিল দহোতিয়াৰ ওচৰৰ গুণীন বৰদলৈৰ লগত। পঢ়া-শুনাত আধাখুন্দা গুণীনৰ চাকৰি বাকৰি নাছিল। বাপেকৰ পৰা যিকণ সম্পত্তি পাইছিল, বিয়াৰ পিছত ঘৈণীয়েকৰ লগত আমোদ-প্ৰমোদ কৰোতেই শেষ হৈছিল।

উষা বৰদলৈ সুন্দৰী হোৱাৰ উপৰি যিকোনো মানুহক কথাৰে আকৰ্ষিত কৰাৰ শক্তিও আছিল। এই শক্তিকে মূলধন কৰি তেওঁ উপাৰ্জনৰ বাট মুকলি কৰিবলৈ যত্নপৰ হ'ল। নিৰ্বাচনৰ সময়ত যিকোনো প্ৰাৰ্থীৰ হৈ দেহেকেহে খাটি ধন গোটোৱাৰ উপৰি নাটক থিয়েটাৰত অভিনয় কৰিছিল। সেই সময়ত নাটকত অভিনয় কৰিবলৈ প্ৰয়োজন হোৱা দল বিলাকক অভিভাৱকক মান্তি কৰোৱাই ছোৱালী যোগান দিয়াৰ উপৰি অনা নিয়া কৰা দায়িত্ব বহন কৰি অনুষ্ঠানৰ পৰা টকাও পাইছিল। সমাজৰ চকুত পৰা যিকোনো কাম কৰিবলৈ তেওঁ আগৰুৱা আছিল।

এইবোৰ কাম কৰি সমাজত তেওঁ জনপ্ৰিয় মহিলা হৈছিল যদিও টকা

পইচা বিশেষ কৰিব পৰা নাছিল। কিন্তু সেই সুযোগ তেওঁ উলিয়াই ল'লে। পৰিচিত সহজ-সৰল মানুহ বিলাকে উষা বৰদলৈক ভাল পোৱাৰ উপৰি বিশ্বাসো কৰিছিল। অভিভাৱক সকলে নিজৰ ছোৱালীক উষা বৰদলৈৰ সৈতে সামাজিক কাম কৰিবলৈ গ'লে ভালেই পাইছিল। লাহে লাহে তেওঁ সুবিধা অনুযায়ী এই ছোৱালীবিলাকক লৈ সকলোৱে চকুত পৰা সামাজিক কাম আৰু চকুত নপৰা অসামাজিক কামো কৰিবলৈ ধৰিলে। কিন্তু তেওঁৰ পৰা অসামাজিক কামৰ ছিদ্ৰ কোনেও বিচাৰি পোৱা নাছিল।

চহৰৰ এজন ধনী উদাৰ ব্যক্তিয়ে উষা বৰদলৈৰ সাহস আৰু সামাজিক কামৰ প্ৰতি সন্তুষ্ট হৈ নগৰৰ য'তে ত'তে থকা তেখেতৰ ম্যাদী পট্টাৰ মাটিৰ এডোখৰ তেওঁক উপহাৰ দিছিল। তেতিয়াৰ পৰাই যোৰহাট নগৰৰ মাজ-মজিয়াত ঘৰ কৰি একান্ত মনেৰে সামাজিক কাম কৰিবলৈ তেওঁ সুযোগ পালে।

ক্ৰমান্বয়ে উষা বৰদলৈৰ সামাজিক কামত প্ৰতিপত্তি বঢ়াৰ উপৰি গোপন কু-কৰ্মৰ শাখা প্ৰশাখা বৃদ্ধি পাবলৈ ধৰিলে। গিৰিয়েক গুণীন বৰদলৈ সাক্ষী গোপাল হৈয়েই থাকিল।

অৱশ্যে উষা বৰদলৈৰ দিনক দিনে আৰ্থিক উন্নতি, ঘৰলৈ ভাল ভাল মানুহৰ আগমন আদিত ওচৰ চুবুৰীয়াৰ মাজত গোপন কথা-বতৰা চলিলেও বহুতে স্বাভাৱিক ভাবেই গ্ৰহণ কৰিছিল।

গিৰিয়েকৰ উপাৰ্জনৰ বাট নাই বুলিও পুৰণা গাড়ী বেচা কিনা কৰে বুলি এটা নাম আছে। এই সম্পৰ্কত তেওঁলোকৰ লগত চাহ বাগানৰ পৰিচালকৰ আৰু অন্য গাড়ীৰ মালিক সকলৰ কিছুমানৰ লগত হলি গলি থকা দেখা যায়। গতিকে কোনোবাই কৌতুহলবশতঃ উষা বৰদলৈৰ ধন সম্পত্তিৰ উৎস বিচাৰিলে উক্ত ব্যৱসায়ৰ বাবে হোৱা বুলি ভাবি লয়। উষা বৰদলৈয়ে গিৰিয়েকক অপদাৰ্থ বুলি ভাবে যদিও মানুহক দেখুৱাই দুয়ো এম্বেচেডৰ গাড়ীত ঘূৰি ফুৰে।

সহঃ পৰিদৰ্শক বিকাশ দত্ত আৰক্ষী বিভাগৰ এজন ঘাগু বিষয়া। তেওঁ সততে মানুহৰ সন্মুখৰ ফালটো নাচাই পিছৰ ফালটোহে নিৰীক্ষণ কৰে বুলি নাম আছে। উষা বৰদলৈৰ জনসাধাৰণৰ দৃষ্টিত যিমানেই ডাঙৰ সমাজ সেৱিকা নহওক, দত্তৰ তীক্ষ্ণ দৃষ্টিয়ে কিন্তু অন্য এটা ৰূপহে দেখা পালে।

প্ৰকৃততেই দত্ত এজন বিচক্ষণ আৰক্ষী বিষয়া। আৰক্ষী বিভাগৰ বহুতেই অসৎ প্ৰবৃত্তিৰ মানুহবিলাকৰ লগত কৰা হলি গলি তেওঁ ভাল নাপাইছিল। টকা

পইচা বা অন্য ধৰণৰ কোনো প্ৰলোভনে তেওঁৰ কৰ্তব্যত বাধা দিব পৰা নাছিল আৰু কোনো ভাবুকিলৈ তেওঁ কেবেপো নকৰিছিল। বিকাশ দত্তৰ এবাৰ কাৰোবাৰ ওপৰত সন্দেহ ঘনীভূত হ'লে সেই সন্দেহ দূৰ নোহোৱা পৰ্যন্ত তেওঁ ক্ষান্ত নহৈছিল, তেওঁৰ ঐকান্তিক প্ৰচেষ্টাত বহুতো অন্ধকাৰ জগতৰ কলঙ্কিত ৰহস্য পোহৰলৈ আনিবলৈ সক্ষম হৈছিল।

বিকাশ দত্তৰ হঠাৎ এদিন উষা বৰদলৈৰ ওপৰত সন্দেহ ঘনীভূত হ'ল। অৱশ্যে কিছুদিনৰ আগৰে পৰা উষা বৰদলৈৰ চাল চলন, বিশেষ মানুহৰ লগত ঘনিষ্ঠতাৰ কাৰণে তেওঁৰ ওপৰত নজৰ দিছিল। লাহে লাহে এটা দুৰ্বাৰ সন্দেহত দত্তই উষা বৰদলৈক অপৰাধী বুলি গণ্য কৰিলে যদিও উপযুক্ত প্ৰমাণৰ অভাৱত বা ডাঙৰ মানুহৰ লগত থকা তেওঁৰ মিতিৰালিৰ বাবে দত্তই একো কৰিব নোৱাৰি সুযোগলৈ অপেক্ষা কৰি ৰ'ল।

সুযোগ অৱশ্যে ওলাল। বিকাশ দত্তই উষা বৰদলৈক গ্ৰেপ্তাৰ কৰা গোচৰটো উদঘাটনৰ কাৰণে বহুতো বাধা বিঘিনিৰ সন্মুখীন হৈছিল। কিন্তু তেওঁৰ মনৰ দৃঢ়তা আৰু সাক্ষ্য গোটোৱাৰ আপ্ৰাণ চেষ্টা আৰু বিভাগীয় ওপৰৱালাই তেওঁক সহযোগ কৰাত উষা বৰদলৈক আটক কৰিবলৈ সক্ষম হৈছিল। অৱশ্যে তেওঁ দুখেৰে কৈছিল—

ঃ কষ্ট কৰি প্ৰমাণ গোটাই উষা বৰদলৈক গ্ৰেপ্তাৰ কৰিছোঁ যদিও এদিন হয়তো আপোনালোকে দেখিব, তেওঁ জামিনত মুক্তি পাই এসময়ত গোচৰটো মিট্‌মাট্ হৈ গৈছে আৰু উষা বৰদলৈ নিৰ্দোষী বুলি প্ৰমাণিত হৈছে। তেতিয়া তেওঁৰ লগত জড়িত হৈ থকা এই হত্যাকাণ্ড গোচৰটোৰ প্ৰকৃত আচামীবিলাকো সমাজৰ মাজত টিঘিলঘিলাই ঘূৰি ফুৰি দুনাই যিকোনো অপৰাধ সংঘটিত কৰিব। আজিৰ সমাজত এনেকুৱা ঘটনাই ঘটি আছে। গতিকে মাজে মাজে আৰক্ষী বিভাগৰ এই চাকৰিটোৰ প্ৰতি মোৰ বিতৃষ্ণাও জন্মে। কাৰণ আমাৰ শ্ৰম আৰু বুদ্ধি বৃত্তি সকলো অথলে যায় যেন লাগে। আজিৰ সমাজৰ আইন-কানুন প্ৰতিপত্তিশীল এচাম অৰ্থলোভীৰ চক্ৰান্তত কোঙা হৈ পৰিছে। উষা বৰদলৈ সেই প্ৰতিপত্তিশীল চামটোৰ দালাল।

দালালৰূপী উষা বৰদলৈৰ চক্ৰান্ত বা দুষ্কৃতিকাৰীৰ সহযোগতে জ্যোৎস্না শৰ্মা নামৰ নিষ্পাপ কলেজীয়া গাভৰুজনীয়ে অকালতে কৰুণ মৃত্যুক সাৱটিব লগা হ'ল।

## (২)

'সমাজসেৱিকা উষা বৰদলৈ গ্ৰেপ্তাৰ'— খবৰটো বাতৰি কাকতত প্ৰকাশ হোৱাৰ লগে লগে যোৰহাট নগৰত আলোড়নৰ সৃষ্টি হ'ল। মানুহৰ মাজত বুবু-বাবা চলিল।

দুদিনৰ আগতে অৱশ্যে জ্যোৎস্না শৰ্মা নামৰ কলেজত পঢ়ি থকা গাভৰু ছোৱালী এজনীয়ে যোৰহাট নগৰৰ দহাবৰা চুকৰ এটি মেচত কৰা আত্মহত্যাই জনসাধাৰণক কিছু বিচলিত কৰিছিল। মাজে সময়ে এনেকুৱা চাঞ্চল্যকৰ দুই এটা ঘটনা ঘটি থাকে কাৰণে মানুহে সিমান গুৰুত্ব নিদিয়ে বা দুই এদিনতে পাহৰি পেলায়। কিন্তু সকলোৱেই চমক খালে এই কাৰণেই যে জ্যোৎস্না শৰ্মাই আত্মহত্যা কৰা সন্দৰ্ভত উষা বৰদলৈক গ্ৰেপ্তাৰ কৰা দেখিছে, তদুপৰি পুলিচৰ ভাষ্য অনুসৰি জ্যোৎস্নাই আত্মহত্যা কৰা নাছিল। দুৰ্বৃত্তই হত্যা কৰি চাদৰ এখনেৰে ডিঙিত ফাঁচ লগাই মেচৰ ভিতৰত জ্যোৎস্নাক ওলোমাই থৈছিল।

ইমান এগৰাকী জনপ্ৰিয় সমাজসেৱিকা এনেকুৱা জঘন্য গোচৰত সাঙোৰ খালে কেনেকৈ? উষা বৰদলৈৰ বন্ধু বান্ধৱ বহুতেই বাইদেউৰ জনপ্ৰিয়তাক সহিব নোৱাৰি কোনোবা শত্ৰুৰ চক্ৰান্ত বুলি ভাবিলে।

গ্ৰেপ্তাৰ হোৱাৰ পিছতে উষা বৰদলৈয়ে থানাৰ পৰা জামিনত যাব নোৱাৰি কেইজনমান বিশেষ প্ৰভাৱশালী মানুহক ফোনো কৰোৱাইছিল। কিন্তু আৰক্ষী অধীক্ষকৰ কড়া নিৰ্দেশত সেই কাম হৈ নুঠিল।

উষা বৰদলৈ কাৰাগাৰ পালেহি।

নগৰখনৰ অন্ধকাৰ ৰাজ্যত যি দুৰ্নীতিৰ ব্যৱসায় চলি আহিছে সি অতি ভয়াবহেই নহয়, অতি কদৰ্যও। দৈনন্দিন কৰ্তব্যৰত মানুহৰ সাধাৰণ জীৱনধাৰাত এই কদৰ্যতাৰ ছাঁয়া দৃষ্টিগোচৰ নহয় যদিও মাজে মধ্যে তাৰ প্ৰভাৱ নপৰাকৈও নাথাকে।

যোৰহাট নগৰখনত আজি কিছুদিনৰ পৰা এই কু-কৰ্মৰ কাৰ্যকলাপ বিলাক বৃদ্ধি পাবলৈ ধৰিছে। আকৌ নতুনকৈ নাৰীৰ ব্যৱসায় চক্ৰ এটাইও গা কৰি উঠিছিল। দুই এজনী কলেজ হোষ্টেলত থকা ছোৱালীও এই ব্যৱসায়ত সাঙোৰ খাই পৰিছে বুলি আৰক্ষীয়ে সন্তেদ নোপোৱা নহয় যদিও হাতেলোটে ধৰিব পৰা নাছিল। কিন্তু আৰক্ষীৰ চোকা নজৰ সকলোতে পৰিছিল।

সেই সময়ত যোৰহাট নগৰত স্বেচ্ছাসেৱক বাহিনীৰ এটা অনুষ্ঠান আছিল। এই অনুষ্ঠানত বিদ্যালয়, মহাবিদ্যালয়ৰ উপৰি অন্য ল'ৰা-ছোৱালীও 'ভলণ্টিয়াৰ' হিচাপে কাম কৰিছিল। এই অনুষ্ঠানৰ উদ্দেশ্য আছিল যোৰহাট নগৰত যেতিয়া অধিক জনসমাবেশেৰে কিবা অনুষ্ঠান অনুষ্ঠিত হয়, যেনে—খেলপথাৰত হোৱা ডাঙৰ খেলা, কাছাৰী ময়দানত বিশেষ ব্যক্তিৰ সভা, দুৰ্গাপূজা আদিত দিনে ৰাতিয়ে এই সেৱক সেৱিকা সকলে দৰ্শকসকলৰ ভিৰক শৃঙ্খলাবদ্ধভাৱে নিয়ন্ত্ৰিত কৰে। কাৰোবাৰ কিবা অসুখ বিসুখ, দুৰ্ঘটনা আদি ঘটিলেও তেওঁলোকে যথাৰ্থ সেৱা আগবঢ়ায়।

এই স্বেচ্ছাসেৱক বাহিনীৰ সেৱাত ৰাইজ বিশেষভাৱে উপকৃত হৈছিল। উষা বৰদলৈ স্বেচ্ছাসেৱক বাহিনীৰ মহিলা বিভাগৰ নেত্ৰী হিচাপে প্ৰতিষ্ঠিত হৈ পৰিছিল।

যোৰহাটৰ গড়আলি হৈ চিনামৰালৈ যোৱাৰ ৰাস্তাত জ্যোতি চিনেমা হল পাৰ হৈ 'ৰে'লৱে ক্ৰচিং'টোৰ চুকতে 'লাহতী ব্ৰাদাৰ্চ'ৰ পেট্ৰোল পাম্প। সেইদিনা দিনে ৰাতিয়ে চিপ্‌চিপিয়া বৰষুণ। দুৰ্গা পূজালৈ আৰু বেছি দিন নাই। বৰষুণজাকে পূজাৰ পৰিৱেশ সেমেকা কৰি তুলিছে যদিও পূজাৰ আয়োজকসকলক আয়োজনত বাধা দিব পৰা নাই।

সেইকেইদিন বিকাশ দত্তৰ কামো বাঢ়িছিল। দিনে ৰাতিয়ে যোৰহাটৰ বিভিন্ন ঠাইৰ সকলো ক্ষেত্ৰতে চকু দি ফুৰিছিল। চিপ্‌চিপিয়া বৰষুণৰ মাজতে ৰেইনকোট আৰু টুপী পিন্ধি লাহতী ব্ৰাদাৰ্চৰ ওচৰৰ পাণ দোকান এখনৰ আন্ধাৰ চুক এটাত ৰৈ ইফালে সিফালে নিৰীক্ষণ কৰি আছিল। তেতিয়া নিশা এঘাৰমান বাজিছে।

হঠাৎ এগৰাকী মাইকী মানুহ ৰিক্সাত উঠি অকলশৰে দত্তৰ আগেদি পাৰ হৈ গ'ল। যদিও মানুহ গৰাকীয়ে গৰম কাপোৰ এখনেৰে তেওঁৰ মূৰে গায়ে ঢাকি লৈছিল, বিকাশ দত্তই চিনি পালে— উষা বৰদলৈ। ইমান ৰাতি? নিজৰ গাড়ী থকা সত্ত্বেও এই গেলা বতৰত এনেকৈ চিনামৰাৰ ফালে ৰিক্সাৰে যোৱাৰ অৰ্থ কি? দত্তৰ সন্দেহবাদী মনটোত সন্দেহৰ বাহ বান্ধিলে। হুপিথকা চিগাৰেটটো দলি মাৰি দি নিজৰ ৰাজদূত মটৰ চাইকেলখন চলাই অনুসৰণ কৰিলে।

তেওঁ কিছুদূৰ যোৱাৰ পিছত যোৰহাটৰ গণিকালয় বুলি বিখ্যাত ৰেলৰ লাইন মাইল খুটা 'ফৰটি ছিক্স'ৰ কাষৰ জুপুৰিকেইটালৈ উষা বৰদলৈ সোমাই যোৱা দেখিলে। দত্ত অবাক হ'ল। ফৰটি ছিক্স পাৰ হৈ কিছুদূৰ গৈ তেওঁ মটৰ চাইকেলখন ৰখাই জুপুৰিকেইটা আৰু ৰিক্সাৰ্খনৰ ওপৰত দৃষ্টি ৰাখিলে। তেওঁ কিবা এটা সিদ্ধান্তত

উপনীত হোৱাৰ আগতেই দহ মিনিটমানৰ ভিতৰতে উষা বৰদলৈ কোবাকুবিকৈ তাৰ পৰা ওলাই আহি বিশ্ৰাম উঠি অহা বাটেৰে উভতি গ'ল।

বিকাশ দত্ত আকৌ চিন্তাত পৰিল। তেওঁৰ সৈতে উষা বৰদলৈৰ ভাল জনা শুনা আছে। কাৰণ স্বেচ্ছাসেৱক বাহিনী আৰু পুলিচৰ মাজত এটা বুজাবুজি, সহায় সাৰথিৰ সম্বন্ধ আছে। তেওঁ একো ভাবি নাপালে। উষা বৰদলৈৰ নিচিনা এগৰাকী নামজ্বলা সমাজসেৱিকাৰ সেই জুপুৰি ঘৰটোৰ সৈতে কি সম্বন্ধ থাকিব পাৰে? এবাৰ ভাবিলে— লগ ধৰি খা-খবৰ ল'ব নেকি? কিন্তু পিছমুহূৰ্ততে সেই আশা বাদ দি তলে তলে নিৰীক্ষণ কৰাটোকে শ্ৰেষ্ঠ বুলি ভাবিলে। উষা বৰদলৈৰ ওপৰত দত্তৰ সন্দেহ ঘনীভূত হৈ পৰিল।

পিছদিনা ৰাতিপুৱা উষা বৰদলৈৰ প্ৰশিক্ষণ শিবিৰ তথা কাৰ্যালয়ত ব্যস্ততাৰ পৰিবেশ, স্বেচ্ছাসেৱক বাহিনীৰ প্ৰায় সংখ্যক সেৱিকা আহি নিজৰ নিজৰ কাম কৰি থকা দেখা গ'ল। কেইজনীমান সেৱিকাক জ্যেষ্ঠ সেৱিকাই দিহা পৰামৰ্শ আৰু শাৰীৰিক যোগ্যতাৰ প্ৰশিক্ষণ দি আছে। উষা বৰদলৈয়ো কাৰ্যালয়ত বহি ব্যস্ততাৰে দিহা পৰামৰ্শ দিয়াৰ উপৰি কেইগৰাকীমান সেৱিকাক কৈছে—

ঃ নাই, নাই। এই সময়ত তোমালোকক মই ছুটী দিব নোৱাৰো। ছুটী পূজাৰ পিছতহে পাবা। তোমালোকে জানাইদেখোন— এইবাৰ পূজাত সেৱিকাৰ সংখ্যা কম। তাতে এইবাৰ পূজাৰ মণ্ডপো বৃদ্ধি পাইছে। যি কেইজনী সেৱিকা আছে সেইকেইজনীয়ে যোৰহাট থিয়েটাৰ, লক্ষ্মী ইউনিয়ন হল, মাৰোৱাৰী পট্টি আৰু বুঢ়ী-গোসানী দেৱালয়তহে জুৰিব, বাকী কেইখন মণ্ডপত কেনেকৈ জোৰা মাৰো তাৰ একো উৱাদিহ পোৱা নাই।

এনেতে বিকাশ দত্তই বাহিৰত মটৰ চাইকেলখন ৰখাই ভিতৰলৈ সোমাই আহিল।

ঃ নমস্কাৰ বাইদেউ।

ঃ নমস্কাৰ। আহক-আহক। ঠিক সময়তে আহি পাইছেহি, আপোনালোকৰ পুলিচৰ সহায় নহ'লে আমি অকলে সমাজ সেৱা কৰিব নোৱাৰো নহয়।

ঃ কওঁকচোন বাইদেউ, কি সহায় লাগে?

ঃ বুজিছেনে দত্ত, এইবাৰ পূজা মণ্ডপ যোৱাবাৰতকৈ বেছি। ইফালে আমাৰ সেৱিকাৰ সংখ্যাও কম, এতিয়া কেনেকৈ জোৰা মাৰো কওঁকচোন?

ঃ চিন্তাৰ কোনো কাৰণ নাই। আপোনালোক সেৱিকাৰ তালিকাখন আমাৰ

থানালৈ সোনকালে পঠিয়াই দিয়ক। সেৱকসকলৰ নামবোৰ পাইছোঁ। আমি জোৰামৰাৰ কিবা এটা ব্যৱস্থা কৰিম।

— এইবুলি কথাৰ চলেৰে, তীক্ষ্ণ দৃষ্টিৰে কিবা নিৰীক্ষণ কৰিলে। সেৱিকাসকলক নামধাম সুধিলে। সকলোৰে স্বাস্থ্যপাতি সিমান ভাল নহয় যদিও দুই এজনীৰ দেহ সৌষ্ঠৱ চকুত পৰা বিধৰ। প্ৰায়বোৰৰে অৱস্থা যে উন্নত নহয়, সেই কথা অনুমান কৰিব পাৰি।

হঠাৎ দত্তই সুধিলে—

ঃ বাৰু বাইদেউ, টকা পইচাৰ অভাৱ মৰিছেনে? শুনিছোঁ, এইবাৰ বোলে মোটা টকাৰ দান বৰঙণিত গোট খাইছে?

ঃ এহ নক'ব। টকা পইচাৰ অভাৱনো ক'ত মৰিব? তথাপি এইবাৰ নগৰৰ দুই এজন সদাশয় ব্যক্তিয়ে দুই এপইচা নিদিয়া নহয়।

দত্তই বুদ্ধিৰে দান কৰা ব্যক্তি কেইজনৰ নাম সুধি গ'লগৈ। ইতিমধ্যে দত্তই উষা বৰদলৈৰ লগত থকা ফৰটি ছিন্নৰ জুপুৰি কেইটাৰ সন্তেদ উলিয়াব পাৰিছিল। লগতে ইয়াকো বুজি পাইছিল উষা বৰদলৈ দ' পানীৰ মাছ!

সেইবাৰ পূজা বং ৰহইচৰ মাজেৰে পাৰ হৈ গৈছিল। পূজাৰ কেইদিনত বতৰটো ফৰকাল হোৱাৰ কাৰণে জন সমাগম বেছি হৈছিল। দিনে ৰাতিয়ে বিভিন্ন স্ফুৰ্তিৰ মাজেৰে পূজাৰ আনন্দ সকলোৱে উপভোগ কৰিছিল।

কিন্তু পূজাৰ ঠিক পিছতে জ্যোৎস্না নামৰ ছোৱালীজনীৰ হত্যাকাণ্ড হোৱাত, বিকাশ দত্তৰ তৎপৰতাত বহুতো তথ্য পোহৰলৈ অহাৰ পিছত যোৰহাটৰ ৰাইজে উষা বৰদলৈৰ আচল স্বৰূপ জানিব পাৰি বিস্ময়াভূত হ'ল। উষা বৰদলৈয়ে হেনো গাঁৱৰ, নগৰৰ কলেজ হোষ্টেল, মেচ আদিৰ পৰা অতি সংগোপনে টকাৰ বিনিময়ত ছোৱালীবোৰ সংগ্ৰহ কৰে, আৰু এই ছোৱালীবোৰ মাজে মাজে নিৰ্দিষ্ট কেইজনমান ব্যক্তিক নিৰ্দিষ্ট কিছুমান নিৰাপদ ঠাইত যোগান ধৰে। তেনেকুৱা এটুকুৰা ঠায়েই হ'ল ফৰটি ছিন্ন। বিকাশ দত্তই জ্যোৎস্নাৰ মেচটো তালাচ কৰি কিতাপৰ মাজত এখন আধালিখা চিঠি পালে। জ্যোৎস্নাই বায়েকলৈ লেখিছিল— তাই এনেকুৱা এটা চক্ৰবেহৰ মাজত সোমাই গৈছে, যিটোৰ পৰা ওলোৱাৰ কোনো বাট দেখা নাই। এই চক্ৰটোত তাই সোমোৱাৰ গুৰিতে হ'ল উষা বাইদেউ। উষা বাইদেউৰ বিৰুদ্ধে কাৰোবাক ক'বলৈকো মুখ খুলিব নোৱাৰে। তাই উদ্ধাৰ পোৱাৰ আশা নাই। গতিকে তাই একেবাৰে কলেজ বাদ দি ঘৰলৈ যোৱাটোকে চিন্তা কৰিছে...। এই আধালিখা চিঠিখনেই দত্তক তদন্ত কৰিবলৈ সহায় কৰিলে।

কাৰাগাৰত উষা বৰদলৈ নিসঙ্গ হৈ পৰিল। সেইদিনাৰ ঘটনাটো তেওঁৰ মনত ভুমুকি মাৰিলে। বিজয়াদশমীৰ দিনা সন্ধিয়া তেওঁ ভাগৰে-জোগৰে ঘৰ সোমাই অকণমান জিৰণি ল'ব খুজিছিল। মনটো তেওঁৰ বেচ প্ৰফুল্লিত হৈ আছিল। কাৰণ পূজাৰ কেইদিনত তেওঁৰ ভালেখিনি উপাৰ্জ্জন হৈছিল। এনেতে নগৰৰ এজন প্ৰভাৱশালী মানুহৰ এজন ল'ৰাই লগত দুজন বন্ধুৰে সৈতে তেওঁৰ ঘৰ ওলালহি। ল'ৰাকেইটাই তেওঁক জ্যোৎস্না নামৰ ছোৱালীজনীক সেই মুহূৰ্ত্ততে মতাই আনি সিহঁতক গতাই দিবলৈ ক'লে।

উষা বৰদলৈ চক খাই উঠিল। তেওঁ যদিও লোক চক্ষুৰ আঁৰত তেনে ধৰণৰ কাম কৰে, ল'ৰা কেইটাৰ প্ৰস্তাৱ মানিবলৈ থেৰো-গেৰো কৰিলে। কাৰণ তেওঁ ল'ৰা বিলাকৰ লগত এনেকুৱা কেঁচাকাম কৰিবলৈ ভয় কৰে। তেতিয়া ল'ৰাজনে তেওঁৰ হাতত টকাৰ নুৰা এটা গুজি দিলে। লগতে তেওঁৰ আচল কাপটো উদঙাই দিয়াৰ ভাবুকিও দিলে। অনিচ্ছাসত্বেও তেওঁ ল'ৰাকেইটাৰ গাড়ীখনতে উঠি জ্যোৎস্না শৰ্মাৰ মেচ পালেগৈ।

উষা বৰদলৈৰ মৰমৰ ফুচুলনিত ভোল নগৈ ছোৱালীজনীয়ে দোৰ্ঘোৰ আপত্তি কৰিছিল। কিন্তু তেওঁ জোৰ-জবৰদস্তি জ্যোৎস্নাক সিহঁতৰ হাতত গতাই দিলে।

পিচদিনা তাইৰ মৃতদেহ উদ্ধাৰ হ'ল।

উষা বৰদলৈয়ে বিকাশ দত্তক আগৰে পৰাই ভয় কৰি গা-বচাই চলিবলৈ চেষ্টা কৰিছিল। কিন্তু নোৱাৰিলে। জ্যোৎস্নাৰ হত্যাকাণ্ডই তেওঁক নিঃশেষ কৰি দিলে। তেওঁ বিকাশ দত্তৰ জালত বন্দী হ'ল। জেৰাত তেওঁৰ পৰা নাৰী ব্যৱসায় চক্ৰটোৰ কথা আৰু হত্যাকাৰীসকলৰ নাম তেওঁৰ মুখৰ পৰা উলিয়াবলৈ আপ্ৰাণ চেষ্টা কৰিছিল। তেওঁ মুখ নুখুলিলে, কিন্তু বিকাশ দত্তই তেওঁৰ বিৰুদ্ধে গোচৰটো এনে নিখুঁতভাৱে সজালে যে তেওঁৰ জামিনত ওলাই যোৱাটো কঠিন হৈ পৰিল। যিবিলাকে প্ৰথমে খা-খবৰ লৈছিল বা জামিনত নিবৰ কাৰণে চেষ্টা কৰিছিল বিকাশ দত্তই তেওঁলোককো এৰি নিদিলে। তেওঁৰ লগত সেই সকলৰ সম্বন্ধ বিচাৰি সকলোকে ব্যতিব্যস্ত কৰি তুলিলে। সকলোৱেই সাঙোৰ খোৱাৰ ভয়ত গা এৰা দিবলৈ ধৰিলে।

তথাপি তেওঁ প্ৰথম অৱস্থাত অনায়েসে কাৰাগাৰৰ পৰা ওলাই যাব পাৰিব বুলি ভাবিছিল, কিন্তু সময় যোৱাৰ লগে লগেই সেইটো মিছা বুলি প্ৰমাণিত হ'বলৈ ধৰিলে। সদায়ে মানুহ বুলি জ্ঞান নকৰা পিৰিয়েকটোৱে যে অকলশৰে বাহিৰত

কিবা এটা কৰিব পাৰিব, তেওঁৰ মনে নধৰে। তেওঁ বুজি পালে যে তেওঁৰ লগ সকলোৱেই এৰিলে।

তেতিয়াহে উষা বৰদলৈৰ চেতনা আহিল যে তেওঁ মাৰাত্মক ভুল কৰি আহিছে। তেওঁৰ উচ্চাকাংক্ষিত মন আৰু ধনৰ লালসাৰ প্ৰতি থকা মোহেই তেওঁৰ কাল হ'ল। কিন্তু প্ৰকৃততে কেৱল জানো তেওঁৰেই দোষ আছিল? শাস্তি ভুগিব লগা হৈছে কেৱল তেওঁ, কিন্তু প্ৰকৃত দোষীবিলাক দেখোন তেনেদৰেই থাকি যাব।

দুষ্কৃতিকাৰীসকলে ইমানদিনে তেওঁক সমাজত শিখণ্ডীহিচাপে সমাজ সেৱিকা সজাই নিজৰ গোপন স্বাৰ্থ পূৰণ কৰি গ'ল। তেওঁ অস্ত্ৰ হিচাপে ব্যৱহৃত হ'ল। সমাজত তেওঁ আৰু মুখ উলিয়াব নোৱাৰে। ..... দাৰ্জিলিঙত পঢ়ি থকা একমাত্ৰ ল'ৰাটোৰ কথা ভাবি তেওঁ সিয়ঁৰি উঠিল। কিয়েইবা হ'ব তাৰ ভৱিষ্যৎ সমাজত কি দিব তাৰ মাকৰ পৰিচয়?

ৰূপহী বৰদলৈ ওৰফে উষা বৰদলৈৰ হিয়া-ফালি কান্দিবৰ মন গ'ল। কিন্তু নাই, উষা বৰদলৈয়ে নাকান্দে। তেওঁ প্ৰতিশোধ ল'ব— নিজৰ ওপৰত আৰু সমাজৰ দুষ্কৃতিকাৰী সকলৰ ওপৰত। প্ৰত্যেকৰে গোপনে থকা পৰিচয় আদালতৰ কাঠ গড়ালত থিয় হৈ চিঞৰি চিঞৰি সকলো ক'ব। ❑❑

# গুৱাহাটী জেলত নাঙঠ ভূত

## (১)



ফাঁচিবজাৰ আৰু মাছখোৱাৰ মাজতে অৱস্থিত গুৱাহাটী জিলা কাৰাগাৰ।

এই কাৰাগাৰখন এশ বছৰৰো অধিক পুৰণি, আৰু উত্তৰ পূৰ্বাঞ্চলত বৃটিছে স্থাপন কৰা প্ৰথম জেল। ফাঁচি বজাৰ আৰু মাছখোৱাৰ পাৰে পাৰে প্ৰধান পথটিৰ কাষে কাষে ব্ৰহ্মপুত্ৰ নদ বৈ গৈছে। ব্ৰহ্মপুত্ৰৰ সিটো পাৰে উত্তৰ গুৱাহাটী আৰু মাজতে পবিত্ৰ ধাম উমানন্দ। এইফালে পাৰত শুক্ৰেশ্বৰ মন্দিৰ। কিছু দূৰৈত পাহাৰৰ উচ্চ শিখৰত বিৰাজমান কৰিছে কামাখ্য ধামে। তদুপৰি অন্যান্য মঠ মন্দিৰে আৱৰি

থকা গুৱাহাটীৰ ধৰ্মীয় বাতাৱৰণৰ মাজতে নগৰৰ মাজ মজিয়াত প্ৰচলিত আইন-কানুন, সমাজ ব্যৱস্থাৰ বিপৰীতে যোৱা সকলক শুধৰাবলৈ বা শাস্তি দিবলৈ এই কাৰাগাৰৰ সৃষ্টি। ই যেন অন্য এখন পৃথিৱী!

বৃটিছে এৰি থৈ যোৱাৰ পিছত স্বাধীন ভাৰতত অসমৰ বাহিৰৰ বহুতো কাৰাগাৰৰ যথেষ্ট সালসলনি ঘটিছে যদিও অসমৰ কাৰাগাৰ সমূহৰ এই সালসলনি চকুত পৰা বিধৰ হোৱা নাই। গুৱাহাটী কাৰাগাৰৰ চৌহদ সোমালেই বৃটিছে সাজি থৈ যোৱা সেই ঘৰ-দুৱাৰবোৰৰ জৰাজীৰ্ণ অৱস্থাটো চকুত পৰে। অৱশ্যে কয়েদীসকলৰ জীৱন ধাৰণৰ মান কিছু উন্নত নোহোৱাও নহয়। উদাহৰণ স্বৰূপে কয়েদীসকলে কিছুদিনৰ আগলৈকে ৰাতিপুৱা মাৰভাতহে খাবলৈ পাইছিল। আজিকালি ৰুটী, গুৰ, চাহ। আগৰ তেঁতেলী টেঙাৰ সলনি নেমুটেঙা দিয়া হয়। ৰান্ধনি-শালত কাঠ কয়লাৰ জুইৰ উত্তাপত ৰন্ধাবঢ়া কৰাৰ সলনি গেছ চিলিণ্ডাৰ ব্যৱহৃত হয়। বৰ্তমান গুৱাহাটী কাৰাগাৰত ন-টাকৈ চিলিণ্ডাৰ দৈনিক লাগে। কয়েদীসকলক আঠুৱা, যেন আদিও দিয়া হৈছে। খোৱা বোৱাৰ ক্ষেত্ৰতো যথেষ্টখিনি উন্নতি হৈছে। সপ্তাহত দুদিনকৈ মাছ মাংস দিওঁতে আগতে দিয়া ৬০ গ্ৰামৰ ঠাইত ১০০ গ্ৰাম কৰা হৈছে। মাহেকত মাজতে দুদিন মাছ-মাংসৰ সলনি গাই পতি দুটাকৈ কণীও দিয়া হয়। দৈনিক মজুৰি দুটকাৰ ঠাইত ছয়টকা কৰা হৈছে। স্কিল্ লেবাৰসকলক এই মজুৰি বাৰ টকা দিয়া হয়।

গুৱাহাটী জিলা কাৰাগাৰখনত বৰ্তমান সাতশৰ পৰা চাৰে সাতশলৈ বিভিন্ন ধৰণৰ কয়েদী আচামী আছে। আজিকালি উগ্ৰপন্থী আচামীৰেও জেলখনৰ ভিতৰ ভৰি পৰিছে। কাৰাগাৰৰ ভিতৰতে আকৌ এখন শকত মজবুত পকাৰ বেৰা আছে, তাত উগ্ৰপন্থীসকলক বেলেগাই থোৱা হয়। উগ্ৰপন্থী কিছুমানে ভোগ কৰা সা-সুবিধা অন্য কয়েদী আচামীসকলৰ লগত নিমিলে। খেনোৱে টেলিভিশ্যন, টেপ্ আদিও ব্যৱহাৰ কৰিব পাৰে। বৰ্তমান গুৱাহাটী কাৰাগাৰৰ মহিলা ফাটেকত পাঁচ ছয় গৰাকীমান মহিলা উগ্ৰপন্থী আছে।

ৰাতিপুৱা ছয়-সাত বজাৰ পৰা সন্ধিয়ালৈকে ব্যস্ততামুখৰ হৈ পৰা কাৰাগাৰখন ৰাতি হ'লে নিতাল মাৰে। কাৰাগাৰখনে আজব কাণ্ড কাৰখানাৰ কয়েদী আচামীসকলক বুকুত লৈ ৰাতি যেন নিৰব নিস্তব্ধ হৈ শুই পৰে। কিন্তু এই নিৰব-নিস্তব্ধৰ মাজতো কেতিয়াবা নাভূত-নাশ্ৰুত কিছুমান ঘটনা নঘটাকৈ নাথাকে।

দোভাগ নিশা গুৱাহাটী কাৰাগাৰত ঘটা এটি ঘটনাৰ কথা মই বৰ্ণনা কৰিবলৈ ওলাইছোঁ।

সেইদিনা গোমোঠা বতৰ। চলমান কজলা ডাৱৰবোৰৰ পৰা সুৰুঙা বুজি

মাজনিশা জোনবায়ে ধৰাৰ বুকুলৈ ভুমুকিয়াবলৈ চেষ্টা চলাইছিল যদিও সফল হ'ব পৰা নাছিল। আনকি কাৰাগাৰৰ সন্মুখৰ চাৰিকোণীয়া পুখুৰীটোৰ পানীৰ বুকুতো অলপ প্ৰতিবিম্ব পেলাই পোহৰৰ বিচ্ছুৰণ ঘটাব পৰা নাই।

ফাঁচি বজাৰৰ কাৰাগাৰৰ সমীপৰ পথৰ বিজুলী চাকিবোৰৰ পোহৰবোৰক ম্লান কৰি তুলিছিল গোমোঠা বতৰৰ গুন্দোলোৱা ডাৱৰবোৰে।

এনেকুৱা বতৰত দোভাগ নিশা গুৱাহাটী কাৰাগাৰখন পেট পেলাই শুই থকা এটা প্ৰকাণ্ড দৈত্য যেন লাগে। গা সিৰ্ সিৰাই যোৱা নিস্তব্ধতাই বিৰাজ কৰে। কাৰাগাৰৰ চৌহদত থকা বিষয়া কৰ্মচাৰীসকলৰ ঘৰবোৰ আন্ধাৰৰ বুকুত হেৰাই যাব খোজে!

ঘিট্‌মিটীয়া আন্ধাৰ অৱশ্যে নহয়। কিছু বছৰৰ আগলৈকে অন্য কাৰাগাৰৰ দৰে গুৱাহাটী কাৰাগাৰতো বিজুলীবাতিৰ ব্যৱস্থা উন্নত বিধৰ নাছিল। আজিকালি কাৰাগাৰৰ ভিতৰ-বাহিৰ দিনৰ পোহৰতকৈ বাতি বেছি উজ্জ্বল হৈ থাকে। গুৱাহাটী কাৰাগাৰত নতুনকৈ ওখ খুটা এটাত ওলোমাই থোৱা গেছ লাইটৰ পোহৰে জেলৰ চাৰিওচুক সমানে পোহৰাই ৰাখে।

আজি কিছু বছৰৰ আগতে যেতিয়া এনে পোহৰৰ ব্যৱস্থা নাছিল, গেটৰ প্ৰহৰী জীৱকান্ত কোঁৱৰে ক্ষীণ পোহৰৰ মাজত তেওঁৰ দৃষ্টিৰে ঢুকি পোৱালৈকে কাৰাগাৰৰ সন্মুখৰ ভাগ সতৰ্কতাৰে লক্ষ্য কৰি আছিল। গেটৰ প্ৰায় ওচৰতে আৰু বাওঁফালে থকা ভিজিটৰৰ শ্বেড্‌ত প্ৰহৰী ৰামবিলাস যাদৱে দীঘলীয়া বেঞ্চ এখনত নাক ঘোৰঘোৰাই শুই আছে। প্ৰহৰী ৰামবিলাস সংসাৰৰ প্ৰতি বিৰাগ ভাব ওপজা ব্যক্তি। সেই কাৰণে তেওঁৰ য'তে ৰাতি ত'তে কাতি। দেশত বিয়া দিয়া দুজনী জীয়েক আছে। ল'ৰা নাই। তেওঁ চাকৰি জীৱনত এখন জেলৰ পৰা আন এখন জেললৈ ঘূৰোতে তেওঁৰ ঘৈণীয়েক লগে লগেই আছিল। পাঁচ বছৰমানৰ আগতে ঘৈণীয়েক ঢুকাল। তেতিয়াৰ পৰাই ৰামবিলাস উদাসীন হৈ পৰিল। নিজৰ বেৰেকৰ ভিতৰত শুবলৈ নগৈ ভিজিটৰৰ শ্বেড্‌খনতে বহি থাকোতেই টোপনি গ'ল। মহ দাঁহে খাই দমলা দমলি কৰিলে যদিও তেওঁৰ খবৰ নাই।

কাৰাগাৰৰ কম্পাউণ্ডলৈ সোমোৱা গেটৰ প্ৰহৰীজনে এবাৰ জীৱকান্ত কোঁৱৰৰ ওচৰত খৈনী খাবলৈ আহোঁতে দুবাৰমান চিঞৰি শুই থকা ৰামবিলাস যাদৱৰ গাটোত হেঁচা কেইটামান মাৰি দিলে। তথাপি তেওঁৰ টোপনি নাভাগিল।

দুয়োজন প্ৰহৰীয়ে বতৰটোৰ কথাকেই পাতিলে। সিৰিক্‌ সিৰিক্‌কৈ ঠাণ্ডা লাগিছে। জীৱকান্তই গাৰ জাৰ্ছি (Jersey) টোৰ মাজেদিয়েই ঠাণ্ডা অনুভৱ কৰিলে। কঁকালৰ বেল্ট ঢাল খুলি কোঁচ খাই থকা জাৰ্ছিটো পেণ্টৰ ভিতৰত

সুমুৱাই গাটো ফিট্‌ফিটীয়া কৰি ল'লে।

ঠিক তেনেকুৱাতে কৰবাত কাৰোবাৰ কথোপকথন শুনা গ'ল। দুয়োজন প্ৰহৰীয়ে কাণ থিয় কৰি শুনিলে। ইজনে সিজনক ক'লে— ক'ত চিএৰ-বাখৰ, কৰাৰ দৰে কথা পাতিছে? জেলৰ ভিতৰত নে বাহিৰত? দুয়োজনে প্ৰহৰীয়ে বেৰেকৰ ফালে আৰু বিষয়াসকলৰ কোৱাৰ্টাৰৰ ফালেও মন কৰিলে। নাই, সেইফালে একো নাই। চেবেক্ চেবেক্‌কৈ মৰা বিজুলীৰ পোহৰৰ আৰু মাজে মাজে অহা চেবেকনি শব্দত ভাহি অহা এই চিএৰ বাখৰ বা কথা-বতৰাবোৰে ত্ৰাসৰহে সৃষ্টি কৰিলে যদিও তেওঁলোকে একো উমঘাম নাপালে। কাৰাগাৰৰ গেটৰ বাহিৰত ডিউটি থকা প্ৰহৰীজনে কাৰাগাৰৰ চৌহদলৈ সোমোৱা বাটৰ ওচৰত ৰক্ষকঘৰটো (Watch House)ত সোমাই খোলা খিড়িকিখনেৰে সজাগতাৰে চাৰিওফালে চকু ফুৰালে।

কাৰাগাৰৰ বাহিৰৰ সন্মুখৰ পথটো দিনৰ পোহৰত যান-গাড়ী, মানুহ-দুনুহে গিজ্‌গিজাই থাকে যদিও এতিয়া জনশূন্য। কেইখনমান ঠেলাগাড়ী উদং হৈ পৰি আছে। তাৰে কেইখনমানত চুৰি নহ'বলৈ ইখনৰ লগতে সিখন জোঁটা পোটা শিকলি লগোৱা আছে। এখন ঠেলাৰ ওপৰত ঠেলাঅলা এটা শুই আছে। গাজনি বিজুলীলৈ কাণ-সাৰ নাই। হয়তো ৰৰষুণৰ টোপাল গাত পৰিলেহে উঠিব। দুটা ভতুৱা কুকুৰে মাজ বাটত বৈ কাজিয়া কৰিছে। প্ৰহৰীজনে 'হেই হেই, চেই চেই' বুলি ওচৰতে পোৱা দলি এটা মাৰি পঠিয়ালত এটা কুকুৰে ভয় ভৰি দুখনৰ ভিতৰত নেজডাল লেপেট খুৱাই সুমুৱাই বাঁওঁ নিকটাই ভেউ ভেউ কৰি ফুটপাথেদি দৌৰিলে, যেন যুদ্ধত পৰাজয় বৰণ কৰিহে পলাইছে। ইটো কুকুৰে নেজডাল লৰাই লৰাই বিপৰীত ফাললৈ মাজ ৰাস্তাইদি টিকলো টিক্‌লোকৈ দৌৰিবলৈ ধৰিলে। প্ৰহৰীজনে আকৌ কাৰাগাৰৰ মূল গেটখনৰ ফালে চাই কাণ থিয় কৰি থাকিল— কিজানি কিবা অঘটনৰ খবৰ আহেইবা!

গেট্ বাৰ্ডাৰ জীৱকান্তৰ অনুমান সঠিক হ'ল। কাৰাগাৰৰ ভিতৰতেই হুলস্থূল লাগিছে। কাৰাগাৰৰ ভিতৰত হুলস্থূল হোৱা মানে ডাঙৰ অঘটন ঘটা। তাতে এই মাজনিশা। কিন্তু আচৰিত কথা কোনো প্ৰহৰী-চন্তৰীয়েই কাৰাগাৰৰ ভিতৰৰ পৰা বাহিৰলৈ ওলোৱা দুৱাৰখনত ঢকা মৰা নাই অৰ্থাৎ গেট বাৰ্ডাৰক মতা নাই। ভিতৰত কিবা সৰুবৰ গণ্ডগোল হ'লে লগে লগেই গেট বাৰ্ডাৰক খবৰ দিয়াটো নিয়ম।

জীৱকান্তই আটাইকেইখন দুৱাৰৰ তলাবোৰ তন্ন তন্নকৈ চাই, কাৰ্যালয়ৰ কোঠাটোলৈ সোমাই কাৰাধ্যক্ষ বহা টেবুলখনৰ পাছফালে থকা আইনাৰ খিড়িকিখনৰ পৰ্দাখন কোঁচাই কাৰাগাৰৰ ভিতৰৰ বন্দী-আচামীৰ বেৰেকবোৰৰফালে ভুমুকিয়ালে।

গুৱাহাটী কাৰাগাৰৰ কাৰ্যালয়ৰ ভোটটো যোৰহাট কাৰাগাৰৰ দৰে ওখ নহয়। কাৰাগাৰৰ ভিতৰৰ চোতাল আৰু বাহিৰৰ চোতাল প্ৰায় সমান। বৃটিছেই সাজি থৈ যোৱা আসাম টাইপৰ প্ৰশংসনীয় ডাঙৰ দীঘল ঘৰটো— সকু ডাঙৰ কেইবাটাও খোটালি সংলগ্ন। এই আগপুৰণি ঘৰটোক জেল কৰ্তৃপক্ষই পৰিষ্কাৰ-পৰিচ্ছন্নকৈ চিক্কিণ কৰি ৰাখিছে।

জীৱকান্তই ভুমুকি মৰা খিড়িকিখন লাইফ চাইজৰ। লোহাৰ শকত বড় আৰু লোহাৰ জালনাৰে আবৰা এই খিড়িকিখনৰ পিছফালেই পানীৰ হোলা কৰি ৰখা হৈছে। এই হোলাটো ৰখাৰ উদ্দেশ্য হ'ল কয়েদী-হাজোতী আহি খিড়িকিখনৰ কাষত বৈ কাৰ্য্যালয়ৰ বিষয়া-কৰ্মচাৰীক যাতে আমনি কৰিব নোৱাৰে। এই খিৰিকীখনেদি কাৰাগাৰৰ ভিতৰৰ প্ৰায় সকলো অংশই চকুত পৰে যদিও ভিতৰত থকা পাতল লাইটৰ পোহৰত কি হৈছে জীৱকান্তই একো ধৰিব নোৱাৰিলে আৰু ভিতৰত থকা প্ৰহৰী এজনো দেখা নাপালে, কিন্তু চকুৰ নপৰা ঠাইৰ পৰা কিছুমান অস্পষ্ট চিঞৰ বাখৰ শুনিবলৈ পালে। জীৱকান্তৰ কি কৰিম কি নকৰিম অৱস্থা হ'ল। সেই সময়ত কাৰাগাৰত ফোন আছিল যদিও কাৰাধ্যক্ষ অধীক্ষকৰ বাসভৱনত ফোন নাছিল। বিপদৰ আগজাননী পাই কিবা এটা কৰাৰ আগতেই তেওঁৰ সোঁহাতে থকা এলানি বেৰেকৰ পাঁচফালৰ পৰা চাৰিজনমান প্ৰহৰী কোবাকুবিকৈ আহি কাৰ্যালয়ৰ মূল দুৱাৰৰ ওচৰ পালে।

সেইখিনি ঠাইত কয়েদীসকলে এচপীয়া ভেটি এটা কৰি সুন্দৰকৈ বৃন্দাবন আৰু অন্য কলম দিব পৰা বনেৰে গুৱাহাটী জেল বুলি লেখি থোৱা আছে। কাষে কাষে ফুল।

সেই ঠাইৰ ওচৰতে বৈ প্ৰহৰীকেইজনে ভয়-সংশয়, উত্তেজনাত কিংকৰ্তব্য বিমোৰ হৈ কিবা কথা আলোচনা কৰিবলৈ ধৰিলে। জীৱকান্তই আইনাৰ খিড়িকিখনৰ মাজেদি সিহঁতক ভালকৈ দেখিছিল যদিও কথাবোৰ ভালকৈ শুনা নাছিল। এনেকুৱাতে মূল দুৱাৰত প্ৰহৰীসকলৰ ঢকা পৰিল।

ঃ গেট্ বাৰ্ডাৰ! দৰজা খোলক। ভিতৰত ডাঙৰ ঘটনা এটা ঘটিছে।

সেইখন দুৱাৰ লোহাৰ চিটেৰে সজা। জীৱকান্তই খিড়িকিৰে যিহেতু প্ৰহৰী কেইজনক দেখাই পাইছিল, বিশেষ একো প্ৰশ্ন নকৰি দুৱাৰ খুলি দিলে।

উধাতু খাই প্ৰায় আটাইকেইজন প্ৰহৰীয়ে ক'লে—

ঃ ভূত ভূত লেংটা ভূত!

ঃ ক'ত? ভূত? লেংটা ভূত?— জীৱকান্তই আচৰিত হৈ সুধিলে।

মহিলা ৱাৰ্ডৰ ঠিক বিপৰীত ফালে থকা অৰ্থাৎ কাৰ্যালয়ৰ পৰা সোঁফালে

থকা বেবেক কেইটাৰ কালে সেইখিনি ঠাইৰ কৰ্তব্যৰত প্ৰহৰী ৰতন বিহাৰীয়ে আঙুলিয়াই দেখুৱালে আৰু সম্পূৰ্ণ উলংগ দুটা ভূত একেলগেই থকা বুলিও ক'লে। অন্য এজন প্ৰহৰীয়ে হয়ভৰ দি তেঁৱো চকাচমকাকৈ বিজুলীৰ পোহৰত চুপ্তা বাদুলিৰ দৰে ওলমি থকা মানুহেই নে, ভূতেই স্পষ্টকৈ দেখাৰ আগতেই নাইকিয়া হৈ গ'ল। আৰু এজন প্ৰহৰীয়ে চাংঘৰ এটাৰ ওপৰত জুপুকা মাৰি থকা ভূত নে কিবা এটা দেখিছে বুলি ক'লে। কাষতে বৈ থকা অন্য এজনে একো দেখা নাপালো বুলি জনালে।

সিহঁতৰ কথোপকথনত ভিজিটৰৰ খেড়ত নাক ঘোৰঘোৰাই শুই থকা প্ৰহৰী ৰাম বিলাস যাদৱেও সাৰ পালে। তেওঁ একে জাপেই আহি গেট পালেহি। ৰাম বিলাসে ক'লে—

ঃ তহঁতে গাঞ্জা, দাৰু বেছিকৈ খালি নেকি? ভূত ক'ত আছে? কোনে ভূত দেখিছ? চব বকবাচ ঝুঠ্।

ৰতনলালে কঁপি কঁপি অস্পষ্ট সুৰত ক'লে—

ঃ এইচা, বাত্ মত কহ। হাম খুদ দেখা হ্যেই।

ৰামবিলাসে আকৌ হাঁহিলে। গেট ৱাৰ্ডাৰ জীৱকান্তই মাত লগালে—

ঃ ময়ো ভূতক বিশ্বাস নকৰো। যদি আছেও এই ফাঁচিবজাৰৰ মাজত ইমান ব্যস্ত ঠাইত আমাৰ এই জেলৰ ভিতৰত ভূত কেতিয়াও থাকিব নোৱাৰে।

ৰামবিলাসে ক'লে—

ঃ ভাগো ভাই— ডিউটি মে যাওঁ। কোনো ভূত ভূত নাই আছে।

জীৱকান্তইও সিহঁতক ডিউটিলৈ যাবলৈ ক'লে।

ৰামবিলাস আৰু গেটৱাৰ্ডাৰৰ অভয় পাই বাকীকেইজন নিজৰ কামলৈ গ'ল যদিও ৰতন বিহাৰী নগ'ল। ৰামবিলাস আৰু জীৱকান্তৰ বুজনি আওকাণ কৰি কঁপি কঁপি বৈ থাকিল। তাকে দেখি গেট ৱাৰ্ডাৰে ভিতৰত কিবা এটা ঘটনা ঘটাৰ আশংকা কৰি ৰামবিলাসক জেইলাৰ বাবুক খবৰ দি মাতি আনিবলৈ ক'লে। ৰামবিলাস কাৰাধ্যক্ষৰ কোৱাৰ্টাৰলৈ দৌৰ মাৰিলে। ৰতন বিহাৰী একে ঠাইতে থাকিল।

(২)

যোৰহাট জিলা কাৰাগাৰৰ পৰা প্ৰহৰী ৰতন বিহাৰী গুৱাহাটী জিলা কাৰাগাৰলৈ বদলি হৈ অহাৰ বেছি দিন হোৱা নাছিল।

যোৰহাট জিলা কাৰাগাৰত তেওঁ থাকোতে এজন ডেকা মানুহৰ ফাঁচি হৈছিল। বহুতে কয়, লোমহৰ্ষক যিটো হত্যাকাণ্ডত তেওঁৰ ফাঁচিৰ হুকুম হৈছিল, প্ৰকৃততে সেই হত্যাকাণ্ডটো তেওঁ নিজে কৰা নাছিল। অৱশ্যে তেওঁ জড়িত আছিল ঠিকেই, কিন্তু মূল অপৰাধীজন তেওঁ নাছিল বাবেহেনো তেওঁৰ ফাঁচি হ'ব নালাগিছিল। দুৰ্বলি বুলি তেওঁক ফচোৱা হৈছিল। গতিকে ফাঁচিশাললৈ যোৱাৰ পৰলৈকে তেওঁ নিজকে নিৰ্দোষী বুলিয়েই কৈ গ'ল। অৱশ্যে এই কথাৰ সত্যতা আমি নাজানো।

সি যি কি নহওঁক, নিৰ্দিষ্ট দিনত ডেকাজনৰ ফাঁচি হৈ গ'ল। এই কাৰ্যৰ এমাহ নৌ হওঁতেই ডেকাজনৰ অতৃপ্ত আত্মা যোৰহাট জেলৰ ফাঁচি শালৰ আশে-পাশে ঘূৰি ফুৰে বুলি বহুতেই অনুভৱ কৰিলে। কোনোবাই ছাঁয়ামূৰ্ত্তি দেখিলে, কোনোবাই বতাহত ভাঁহি অহা কান্দোন শুনিলে আৰু কোনোবাই শুনিলে ডেকাজনৰ মাত।

কয়েদীবিলাক নিশা হ'লে বেৰেকৰ ভিতৰত সোমাই থাকে। গতিকে তেওঁলোকৰ মাজত ইমান প্ৰতিক্ৰিয়া নহ'ল। মাজে মাজে মাথোন ইজনে সিজনৰ লগত আলোচনা কৰিবলৈ ধৰিলে। যোৰহাট কাৰাগাৰৰ চেল কেইটা কাৰাগাৰখনৰ একোণত অৰ্থাৎ আওহতীয়া ঠাইত। চেল কেইটাৰ পিছফালেই ফাঁচিশাল। ঠাই টুকুৰা দিনতেই জয়াল যেন লাগে। ৰাতি হ'লে আৰু ভয়লগা হৈ পৰে। চেলৰ সন্মুখভাগ আৰু আশে পাশে ডিউটিত থকা কম ধাতুৰ প্ৰহৰী কেইজনৰ অৱস্থা চাবলগীয়া হয়। লাং খাই গভীৰ টোপনিত শুই পৰা চেলৰ বাসিন্দাসকল অসাৰ হ'লে কৰ্তব্যৰ প্ৰহৰীজনেহে অনুভৱ কৰিব পাৰে গহীন নিজম নিতাল ঠাইখিনিৰ গা শিঁয়ৰি যোৱা ভয়বহতা।

অৱশ্যে নিশকতীয়া, ভয়াতুৰ মানুহ কাৰাগাৰৰ প্ৰহৰীৰ চাকৰিত নোসোমায়। চিপাহীৰ দৰে কাৰাগাৰৰ প্ৰহৰী বুলিলে শকত পাহোৱাল দেহৰ প্ৰকাণ্ড মোচ কোচাৰে সৈতে মদগজ মানুহ এটা মনলৈ আহে। এইয়া আগৰ দিনৰ প্ৰহৰীৰ চেহেৰা। তেতিয়াৰ দিনত বিহাৰী দেচুৱালী প্ৰহৰীয়েই কাৰাগাৰ সমূহত অধিক আছিল। আজিকালি বিহাৰী দেচুৱালী প্ৰহৰী প্ৰায় নাইকিয়া হৈ আহিছে। অসমীয়া ল'ৰা যিবোৰ সোমাইছে, সুগঠিত হ'লেও খুব বেছি শকত নহয়।

ৰতন বিহাৰী যদিও বিহাৰৰ পৰা আহি কাৰাগাৰৰ প্ৰহৰীৰ কামত সোমাইছিলহি চেহেৰা পাতিয়ে সতীৰ্থ সকলৰ দৰে নাছিল। উজুটিত লুটি খাই পৰা বিধৰ। ভয়টোও বেছি। কিন্তু মানুহজন সৎ আৰু কৰ্তব্যপৰায়ণ। কাৰাগাৰৰ চাকৰিটো ভগৱানে দিয়া জীৱনৰ সাৰ্থক দান বুলিয়েই ভাবে।

যোৰহাট কাৰাগাৰত চাকৰি কৰোতে ৰতন বিহাৰীয়ে ফাঁচিশালৰ আশে-পাশে ওলোৱা ভূতৰ কথা শুনিছে। স্ব-চক্ষে ভূতক দেখা নাই যদিও ভূত থকাটো নিশ্চিতকৈ ভাবি লৈছিল। গুৱাহাটী কাৰাগাৰত পূৰ্বতে ভূত ওলোৱাৰ কোনো কথা শুনা নাই যদিও ৰাতি পহৰা দি থাকোতে নিজান ঠাই বিলাকত কিবা এটা ভৌতিক শিহৰণ অনুভৱ নকৰাকৈও থকা নাই।

ঘটনাৰ দিনা ৰাতি ৰতন বিহাৰীয়ে থলুৱা বিহাৰী সুৰ এটি গুণগুণাই মাজে মাজে তাণ্ডৱ নৃত্য প্ৰদৰ্শন কৰা কজলা ডাৱৰে ভৰা আকাশখনলৈ চাই তেওঁৰ জিম্মাত থকা বেৰেক কেইটা আৰু ওচৰৰ ঠাইখিনিত সতৰ্ক নজৰ দি আছিল। হঠাৎ তেওঁৰ চাংঘৰ এটাৰ ওপৰলৈ দৃষ্টি গ'ল। তেওঁ চক্ খাই উঠিল। চাং ঘৰৰ ওপৰত এই দুটা কি? ক্ষন্তেক দেখা দিয়ে আকৌ নোহোৱা হয়। দুবৈৰ পৰা ৰতন বিহাৰীৰ দুচকুত সেই দুটা বস্তু মানুহৰ দৰেই লাগিল যদিও কাণিমুনিকৈ দেখা পাওঁতে জীৱন্ত মানুহ যেন নালাগিল। গাত কানি কাপোৰ নাই সম্পূৰ্ণ বিবস্ত্ৰ। তেন্তে কোনোবা অশৰীৰি আত্মা? ভূত?— আঃ।' ৰতন বিহাৰীয়ে লাঠিডাল লৈ থকা হাতৰ মুঠিটো বহুত কঠিন কৰি ল'লে। চাওঁনে নাচাওঁকৈ ভয়ে ভয়ে কেইবাবাৰো চাংঘৰটোৰ ওপৰলৈ চালে। বিজুলীৰ নিমিষতে পৰা পোহৰত সিহঁতৰ অংগ ভংগীত ভূত বুলিয়েই তেওঁৰ বিশ্বাস দৃঢ় হ'ল। ভূতে কাক বিচাৰি ফুৰিছে? কি বিচাৰিছে? কয়েদী পলাবও যে পাৰে, সেই কথা তেওঁৰ মনলৈ এবাৰো নাহিল। গতিকে ভূতেই নিশ্চয় হ'ব বুলি সঠিক ধাৰণা কৰি কঁপি কঁপি দৌৰি গৈ অন্য কৰ্তব্যৰত প্ৰহৰী কেইজনক ক'লেহি। সতীৰ্থ কেইজনে পোনতে ৰতন বিহাৰীৰ কথা উৰাই দিছিল। তাৰ মতিভ্ৰম হোৱা বুলি কৈছিল। কিন্তু সুস্থ মানুহজনেনো বাৰে বাৰে একেটা কথাকে কৈ পাগলামি কৰিবনে? তাকে গুণাগথাঁ কৰি ইটোৱে সিটোৰ ডিউটি ক্ষন্তেক পৰৰ কাৰণে সলনা-সলনি কৰি ভূত প্ৰত্যক্ষ কৰিবলৈ গ'ল। প্ৰত্যেকজনেই চাই আহি মুখ ক'লা কৰি, গম্ভীৰ হৈ ফুচ্‌ফুচাই ভূতৰ অৱস্থিতিৰ কথা পাতিবলৈ ধৰিলে। শেহত উপায়ন্তৰ হৈ গেটৰ প্ৰহৰীৰ জৰিয়তে জেইলাৰ বাবুকে খবৰ দিয়াৰ সিদ্ধান্ত ল'লে।

কাৰাধ্যক্ষ, সহকাৰী কাৰাধ্যক্ষসকল, মুখ্য প্ৰহৰী আৰু প্ৰহৰীৰ দল এটা আহি কাৰাগাৰৰ দুৱাৰমুখ পালেহি।

পোনতে ভূত দেখা ৰতন বিহাৰী তেতিয়াও থৰ্‌থৰ্ কৰে কঁপি আছিল। কাৰাধ্যক্ষক দেখি থৰক্ বৰক্‌কৈ চালাম দিওঁতে বুট-জোতাৰ ঠিকেই শব্দ হৈছিল যদিও ভৰি দুখনৰ শক্তিহীনতাৰ উমান বাৰুকৈয়ে অনুভৱ কৰিছিল। কাৰাধ্যক্ষই ধমক্ দিব পাৰে বুলি ভয়ত দেহাটো সংকুচিত হ'ল। মুখ্য প্ৰহৰীয়ে কৰ্তব্যৰ স্থান এৰি গেটৰ ওচৰত থকা দেখি কৰ্কৰ্থনা কৰিলে।

অভিজ্ঞ কাৰাধ্যক্ষজনে ভূত প্ৰেতৰ কথা নাভাবি অন্য আশঙ্কা কৰি সহকাৰী কাৰাধ্যক্ষসকলক লৈ ততাতৈয়াকৈ কাৰাগাৰৰ ভিতৰ পালেগৈ। লগে লগে অধীক্ষকলৈকো খবৰটো পঠিয়ালে।

ভূত ওলোৱা ঠাইখিনিত উপস্থিত হৈ সকলোৱে তন্ন তন্নকৈ চাবলৈ ধৰিলে।

সেই সময়ত বৃটিছে সজা সকলো চাংঘৰ ভাঙি পেলোৱা হোৱা নাছিল। আজিকালি অৱশ্যে চাংঘৰবোৰ ভাঙি আধুনিক সা-সুবিধাৰে অৰ্থাৎ স্যানিট্যাৰি, ইলেকৃট্ৰিফিকেশ্যন আদি সু-ব্যৱস্থাৰে কয়েদীসকলৰ উপযোগীকৈ কক্ষ (ব্যাৰ্যাক)বোৰ সজা হৈছে। বৰ্তমান পুৰণি এটা গৃহই ৰখা হৈছে, যিটো দীঘলীয়া ঘৰত ক্ষুদ্ৰ শিল্প বিভাগৰ কাম চলোৱা হয়। কিচ্চেন্ আৰু লগতে থকা ডাইনিং হলৰ শ্বেড্‌খনো অৱশ্যে পুৰণি হৈয়ে আছে।

ভূত ওলোৱা ঠাইডোখৰ প্ৰহৰীসকলে ঘেৰি ধৰিলে। ঃ ভূত ক'লৈ গ'ল? কৰবাত অন্তৰ্ধান হৈ আছেনেকি?— সহকাৰী কাৰাধ্যক্ষ এজনে ধমকিৰ সুৰত ৰতন বিহাৰীক সুধিলত তেওঁ মুখেৰে একো নামাতি ভূত ওলোৱা ঠাই ডোখৰ দেখুৱাই দিলে।

কেইবাটাও পাঁচ বেটাৰি টৰ্চ্চৰ পোহৰ সেইফালে পৰিল। হঠাৎ প্ৰহৰী এজনে ৱালৰ কাষলৈ গৈ পিত্ পিতাই চাওঁতে ৱালত আৰু কাইটায়া তাঁৰত লাগি থকা তেজৰ নিচিনা দাগ দেখা পালে। ভালকৈ অনুসন্ধান কৰিলত সেইবোৰ তেজ বুলি প্ৰমাণিত হ'ল। সকলো নিশ্চিন্ত হ'ল যে ভূত-প্ৰেত একো নহয়, মানুহৰ তেজ— নিশ্চয় কয়েদী পলাইছে।

যিটো চাংঘৰৰ ওপৰত ৰতন বিহাৰীয়ে উলংগ ভূত দুটা দেখিছিল, সেই সময়ত সেই ঘৰটো ভঙা হোৱা নাছিল। অতি পুৰণা হৈছিল যদিও মেৰামতি কৰি তাত বিচাৰাধীন বন্দীসকলক ৰখা হৈছিল। কাৰাগাৰৰ বিষয়া কৰ্মচাৰীসকলৰ হুলস্থূলত চাংঘৰটোৰ ভিতৰত থকা হাজোতী বিলাকেও সাৰ পাই উঠিছিল। তেওঁলোকে ইজনে সিজনৰ বিচাৰ খোচাৰ কৰিলত ওলাই পৰিল যে অমুক অমুক নামৰ হাজোতী দুটা তেওঁলোকৰ মাজত নাই। মুখ্য প্ৰহৰী আৰু গণ্টি কৰা আন প্ৰহৰীয়ে কাৰাগাৰৰ বাসিন্দাসকলক গণনা কৰাৰ সময়ত সকলো ঠিকঠাকেই পাইছিল আৰু দুৱাৰৰ তলাও অক্ষত অৱস্থাতেই আছে। তেন্তে হাজোতী দুটা পলাল কেনেকৈ?

চোৱাচিতা কৰিলত গম পোৱা গ'ল যে চাংঘৰটোৰ ভিতৰত থকা চাৰ্ভিচ্ লেট্ৰিনৰ ফুটাইদি সিহঁত দুটা সৰকি গৈছে।

এনেতে ৰতনলালে চাংঘৰটোৰ ওপৰলৈ চাই 'ভূত ভূত' বুলি বিকট চিঞৰৰ

মাৰিলে। আকৌ টৰ্চৰ পোহৰ চাংঘৰৰ ওপৰলৈ পৰিল। দুফালৰ পৰা দুজন প্ৰহৰীয়ে খুপি খুপি বগুৱা বাই চাংঘৰৰ ওপৰ পালেগৈ। ইতিমধ্যে এটা ভূতে চাংঘৰৰ ওপৰত ভূমুকি মাৰিলে। টৰ্চ আৰু বিজুলীৰ তীব্ৰ পোহৰত নাঙঠ ভূতক দেখি কাৰাধ্যক্ষৰ লগতে সকলো ক্ষন্তেকৰ কাৰণে লাজত তললৈ মূৰ কৰিলে। ভূতে অৱশ্যে নিজে লাজ কৰিবলৈ পাহৰি ফেল্ ফেলকৈ সকলোলৈ চাই থাকিল।

কিন্তু ভূতনো সকলোৰে দৃষ্টিত পৰি স্থিৰ হৈ থাকেনে? অৱশ্যে সকলোৱেই গম পাইছিল চকুৰ আগত থিয় হৈ থকা ভূত, অশৰীৰি আত্মা বা তেনে জাতীয় ভৌতিক দেহ নহয়— ৰক্ত মাংসৰে জীৱিত এটা মানুহহে। ওপৰৰ পৰা প্ৰহৰী দুজনেও চিঞৰিলে— ঃ এইটো ভূত নহয় হুজুৰ, ই এটা লেংটা মানুহহে!

সকলোৱে হাঁহিবই নে কান্দিব এনেকুৱা অৱস্থা হ'ল।

পলাব খোজা হাজোতীটোক তললৈ নমাই আনি লঘু শাস্তি আৰু ধমক্ দি তাৰ লগৰটোৰ কথা সুধিলত লগৰটো দেৱালৰ ওপৰত উঠি কাইটীয়া তাঁৰৰ মাজেদি পলাই গ'ল বুলি ক'লে।

কাৰাধ্যক্ষই এল্যাৰ্ম বা কাৰাগাৰৰ ভাষাত পগলা ঘণ্টা বজাবলৈ হুকুম দিলে।

গুৱাহাটী জিলা কাৰাগাৰৰ চাৰিওফালৰ পকাৰ দেৱালবোৰ যোৰহাট জিলা কাৰাগাৰৰ দৰে ওখ নহয়। চালাক চতুৰ কয়েদী আচামী ৰক্ষকৰ চকুত ধূলি মাৰি মাজে-মধ্যে নপলোৱাও নহয়। গতিকে আজিৰ পৰা বিশ বছৰমানৰ আগেয়ে দেৱালৰ ওপৰত শকত মজবুত ঘন ঘনকৈ কাইটীয়া ইমান ঘন আৰু টাইট্ কৈ দিয়া হৈছিল যে তাৰ ফাঁকেদি খীণ সৰু ল'ৰা এটাও সৰকি যোৱাৰ সাধ্য নাই। কিন্তু তাৰ মাজেদিয়েই ধৰা পৰা হাজোতীজনৰ লগৰজন পলাই যাবলৈ সক্ষম হয়।

কাৰাগাৰৰ নিচ্ছিদ্ৰ ৰক্ষণাবেক্ষণৰ পৰা বিভিন্ন অভিনৱ পন্থা অৱলম্বন কৰি কয়েদী আচামী পলোৱাৰ দৃষ্টান্ত নথকা নহয়। কেঁচা ভেটিৰ বিছনাৰ তলত সিন্ধি খান্দি, নৰ্দমাৰ শকত লোহা বেকা কৰি বা উভালি সেই পথেদি কেতিয়াবা কয়েদী পলায়। তদুপৰি খোৱা বস্তু সৰবৰাহ কৰা থৈলাৰ মাজত সোমাইও কাচিৎ কয়েদী পলায়। কাৰাগাৰৰ বাহিৰত কাম কৰা বিভিন্ন দলৰ পৰাও প্ৰায়ে কয়েদী পলাই যায়। চিকিৎসাৰ কাৰণে পঠিওৱা আচামী কয়েদী আৰক্ষীৰ পহৰাৰ মাজতো চিকিৎসালয়ৰ পৰা উধাও হয়। আদালতলৈ অনা-নিয়া কৰা আচামীক দলে বলে হেণ্ডক্যাফ্ লগাই সাঙুৰি অনা হয় যদিও খোলা বন্ধা কৰোতে অসাৱধানতাৰ ফলত দুই এক আচামী পলায়ন কৰে। কেতিয়াবা কয়েদীয়ে টেঙৰালি খটুৱাই বিস্ময়কৰ কৌশল প্ৰয়োগ কৰিও পলাই যায়। এবাৰ কোনোবা এখন কাৰাগাৰৰ পৰা গাৰ

কাপোৰৰ সূতা উলিয়াই পিটিকা ভাত আৰু মুখৰ লেলাউটিৰে টান ডোল বা জৰী তৈয়াৰ কৰি লোহাৰ ৰড্ কাটি দাগী কয়েদীয়ে পলায়ন কৰিছিল। কাষ্লতিৰ তল বা কৰঙনৰ চুকত সৰু হেক্স' ব্লেড্ লুকুৱাই থৈ ঘণ্টাৰ শব্দৰ লগে লগে ৰড্ কাটি কয়েদী পলাই যোৱাৰো উদাহৰণ আছে।

কিন্তু এনেকৈ কানি-কাপোৰ খুলি সম্পূৰ্ণ বিবস্ত্ৰ হৈ আচামী পলাই যাব খোজা ঘটনা এয়ে প্ৰথম। গুৱাহাটী কাৰাগাৰৰ মহিলা ফাটেকৰ পৰা এবাৰ এজনী কয়েদীয়ে দেৱাল বগাই পলাবলৈ চেষ্টা কৰিছিল। কিন্তু কাপোৰ কানি কাইটীয়া তাঁৰত লাগি ধৰাত ওলমি থাকিল। পলাব নোৱাৰিলে। পলাবলৈ সিদ্ধান্ত লোৱা হাজোতী দুজনে ঠিকেই অনুমান কৰিছিল কানিয়ে-কাপোৰে কাইটীয়া তাঁৰৰ মাজেদি পলাই যোৱাটো অসম্ভৱ হ'ব। গতিকে তেওঁলোকে গোনতে কানি কাপোৰ খুলি দেৱালৰ বাহিৰলৈ দলিয়াই দিলে। এজন কাইটীয়া তাৰৰ ফাকেৰে উদং গাৰে পাৰ হৈ যাওঁতে গোটেই গাটো ফালি বগা মঙহ উলিয়াই দিলে। তেজেৰে ৰাঙলী হৈ দেৱাল বগাই পাৰ হৈ যাবলৈ সেইজন সক্ষম হ'ল যদিও আনজন হুলস্থূলৰ মাজত বা ভয়তে যাব নোৱাৰিলে।

বন্দী দুজন প্ৰায় ছমাহ জেল হাজোতত আছিল। তেওঁলোকক ধৰা হৈছিল স্কুটাৰ চুৰি গোচৰত, অসমৰ বিভিন্ন স্থানৰ পৰা স্কুটাৰ, মটৰ চাইকেল চুৰি কৰি নি বুদ্ধিৰে বিক্ৰী কৰি দিয়ে বা পাৰ্টচ বিলাক খুলি দোকান বা গেৰাজ আদিত যোগান ধৰে। তেওঁলোকৰ আচল ঘাটি ডিমাপুৰত। পলাশবাৰী অঞ্চলৰ এঘৰত আত্মগোপন কৰি থাকোতে আৰক্ষীয়ে পম খেদি তেওঁলোকক গ্ৰেপ্তাৰ কৰি আনে।

ইতিমধ্যে মুষলধাৰে বৰষুণ আহিল। ভূত বুলি ভৱা আচামীজনক কাপোৰ পিন্ধাই কাৰ্যালয়লৈ অনা হৈছিল। কাৰ্যালয়ত বিষয়া-কৰ্মচাৰীৰ কাম বাঢ়িছিল। এজন আচামী পলাই যোৱাত খদম দম আহি পৰিছিল। কয়েদী আচামী পলালে যিটো হয় সেয়াই হ'ল। আৰক্ষী বিভাগ আৰু কাৰাগাৰৰ ফালৰ পৰা বৰষুণৰ মাজতো বিচাৰ খোচাৰ চলিল যদিও তাক ধৰিব পৰা নগ'ল। ধৰা পৰা আচামীজনক শাস্তি হিচাপে দাগাবেৰী পিন্ধাই কিছুদিন চেলত থোৱা হ'ল। গুৱাহাটী কাৰাগাৰৰ এই নাঙঠ ভূতৰ কাহিনী বহুতদিনলৈ জনাসকলৰ মাজত হাঁহিৰ খোৰাক যোগাই থাকিল। ❑❑

# কাৰাগাৰৰ পৰা আচামী পলায়ন

(১)



দুপৰৰ নিস্তব্ধতা।

কাৰাগাৰৰ কাহঁত দুই বজাৰ ঘণ্টাৰ কোব পৰি গৈছেহে মাথোন।

কাৰাগাৰৰ আগবেলাৰ কামৰ পৰা আহি ভাত খাই জিৰণি ল'ম বুলি ভাবিও ভিতৰৰ পৰা ওলাই আহি ঘৰৰ সন্মুখৰ ফুলনি আৰু শাকনি দৰা কিছু সময় চাবলৈ ধৰিলো। আজি ৰ'দটো পাতল। ফুলগছ কেইজোপাৰ শুকান পাতবোৰ গুচাই দিলো। আলু গছ বিলাক লহ্ পহকৈ বাঢ়িছিল। এজোপা আলুৰ গুৰিটো হাতেৰে খান্দি চালো। আলুবোৰ তামোল একোটাৰ সমান হ'লেই। চক্‌চকীয়া মাখনবৰণীয়া আলু।

কাৰাগাৰৰ সন্মুখৰ শাৰী শাৰীকৈ থকা গছ বিলাকৰ ছিৰিলি ছিৰিলি পাতবোৰ লৰাই মৃদু বতাহ এচাটি আহিছিল................।

হঠাতে কাৰাগাৰৰ সন্মুখত হুলস্থুল শুনিলো, কাৰাগাৰৰ আৰু কাৰাগাৰৰ বিষয়া কৰ্মচাৰীসকল থকা ঘৰবোৰ সমুখা-সমুখি। এনেও আমি কাৰাগাৰৰ ফালে অনবৰতে কাণ থিয় কৰি থোৱাৰ নিছিনা। কেতিয়া কি ঘটে ঠিক নাই। চকুৰ পচাৰতে ঘটংকৈ কাৰাগাৰৰ দুৱাৰখন খোলা শুনিলো আৰু কেইজনমান মানুহক কাৰাগাৰৰ পৰা ওলাই আহি যেনিতেনি দৌৰিযোৱা দেখিলো। অকণমান সময়ৰ পিছত পাচে পাচে কেইজনমান প্ৰহৰী ভিতৰৰ পৰা ওলাই আহিল। এজন প্ৰহৰী কাৰাধ্যক্ষৰ ঘৰৰ ফালে দৌৰিলে, এজন অধ্যক্ষৰ ঘৰলৈ।

লগে লগে পগলা ঘণ্টা বাজিবলৈ ধৰিলে। কাৰাগাৰৰ পগলা ঘণ্টা শুনা মানুহেহে বুজিব— কেনেকুৱা ত্ৰাসৰ সৃষ্টি কৰে।

কাৰাগাৰখন পোৱাৰ আগতে মুল পথতে প্ৰহৰী সকলৰ শাৰী পাতি থকা আবাস গৃহবোৰ। কাৰাগাৰৰ নিয়ম আছে, কাম নথকা সময়ত ঘৰত থকা প্ৰহৰীসকলেও যি যেনেকৈ থাকে, পগলা ঘণ্টাৰ শব্দ শুনিলেই কাৰাগাৰ পাবগৈ লাগিব। লুঙি, জাঙিয়া, গেঞ্জী যিয়েই পিন্ধি নাথাকক লাগিলে। দহ-পোন্ধৰজন বিশ্ৰাম লোৱাৰ পৰা প্ৰহৰী ওলাই হাতত একোডাল লাঠি লৈ কাৰাগাৰৰ সন্মুখত অৱস্থান কৰাৰ তৎমুহূৰ্ত্ততেই কাৰাধ্যক্ষৰ নিৰ্দ্দেশত তেওঁলোকে চাৰিওফালে দৌৰিবলৈ ধৰিলে।

কাৰাগাৰৰ ওচৰতেই পুলিচৰ ৰিজাৰ্ভখন। পগলা ঘণ্টাৰ শব্দ শুনিয়েই ১২ জন পুলিচ দৌৰি আহি জেলখানাৰ দুৱাৰমুখত হাজিৰ হৈ ৰিপোৰ্ট কৰি পিয়াপি দিলে।

ময়ো যেনেদৰে আছিলো সেইদৰেই কোবা কুবিকৈ কাৰাগাৰ পালোগৈ। গৈ পাই দেখো দুৱাৰ ৰখীয়া প্ৰহৰীজন লাংখাই পকাত পৰি আছে, মুৰ ফাটি তেজ বৈ গৈছে। কোনোবা এজনে এম্বুলেঞ্চ পঠিয়াবলৈ অসামৰিক চিকিৎসালয়লৈ ফোন কৰিলে। কাৰাগাৰৰ ভিতৰত সাত নম্বৰ কক্ষৰ কৰ্ত্তব্যৰত অৱস্থাত থকা প্ৰহৰীজনৰো একেই অৱস্থাহেনো।

ঘটনাটো হ'ল কাৰাগাৰৰ ভিতৰৰ পৰা আচামী পলাইছে। এজন নহয়, দুজন নহয়, পাঁচজন। তাৰে তিনিজন দুধৰ্ষ ডকাইত। আচৰিত কথা তিনিখন লোহাৰ মজবুত দুৱাৰৰ মাজেৰে কৌশলেৰে পাৰ হৈ যোৱাটো।

পগলা ঘণ্টা বাজিয়েই আছে।

ক্ষন্তেক পিছতেই চিপাহী ভৰ্ত্তি দুখন ট্ৰাক কাৰাগাৰৰ মুখত ৰ'লহি। আটাইবোৰ চিপাহী নামি ওপৰৱালাৰ হুকুমত আচামী বিচাৰিবলৈ যেনিতেনি দৌৰিলে, উপায়ুক্ত, আৰক্ষী অধীক্ষকৰ কাৰ্যালয় আদিৰ পৰা ফোনত কথা বতৰা চলিল।

দুপৰীয়া কৰ্মৰত অৱস্থাত থকা সহকাৰী কাৰাধ্যক্ষজনৰ গাত কপঁনি উঠিছে। মুখ শুকাই শেতা পৰিছে। তেওঁৰ চকুৰ আগতে ক্ষন্তেকতে ঘটনাটো ঘটিল, অথচ তেওঁ একো কৰিব নোৱাৰিলে। কাৰ্যালয়ৰ পৰা ওলাই আহোতে মাথোন চিঞৰিলে—'গেট নুখুলিবা'। গেট বাৰ্ডাৰজনে কি হৈছে বুলি ভাবিবলৈ নৌ পাওঁতেই তেওঁৰ কান্ধত ওলোমাই থোৱা প্ৰকাণ্ড বন্দুকটো আচামী এজনে কাঢ়ি মূৰত মাধমাৰ এটা সোধাই তেওঁৰ পৰাই চাবিকোচা আজুৰি লৈ পলকতে তলা খুলি আচামীকেইজন বাহিৰলৈ ওলাই গ'ল।

কাৰাগাৰৰ প্ৰতিটো মুহূৰ্ততেই কোনো ছিদ্ৰ নথকাকৈ সতৰ্কতা অৱলম্বন কৰা যায়, কিন্তু সেই ছিদ্ৰবিহীন সজাগতাৰ মাজতো অঘটন সংঘটিত হ'ল কেনেকৈ?

পগলা ঘণ্টা বন্ধ হ'ল। গোটেই কাৰাগাৰ ব্যস্ত হৈ পৰিল। আৰক্ষী বিভাগৰ দুটা মস্ত মস্ত কুকুৰ আনি কাৰাগাৰৰ ভিতৰত পাকমৰাই, শুঙাই বাহিৰলৈ উলিয়াই নিলে।

কাৰাধ্যক্ষই কাৰাগাৰৰ ভিতৰত কৰ্তব্যৰত অৱস্থাত থকা দুজনমান প্ৰহৰীক মাতি আনি গালি পাৰি কৈফিয়ৎ বিচাৰিছে। সকলোৰে মনত ভয়, শঙ্কাত উগুল-থুগুল, কাৰ কি গাফিলতিৰ কাৰণে চাকৰি যায় ঠিক নাই।

আমাৰ লগৰ এজনে কাৰাগাৰৰ মহাপৰিদৰ্শকলৈ তাৰ বাৰ্তা আৰু জৰুৰী চিঠি কেইখনমান লেখি গৈছে, এজনে খট্ খট্কৈ টাইপ মাৰিছে। আমি কেইজনমানে কয়েদী আৰু প্ৰহৰী সকলৰ পৰা জবানবন্দী লৈছোঁ। কোনজন প্ৰহৰী কেইবজাৰ পৰা ক'ত কাম আছিল, ঘটনাটো ঘটাৰ সময়ত কি কৰি আছিল, হুচেইল নবজালে কিয়, আচামী এটাক কিয় হেঁচা মাৰি নধৰিলে, অন্য প্ৰহৰীক কিয় নামাতিলে ইত্যাদি ইত্যাদি প্ৰশ্নবোৰ অধীক্ষকে প্ৰহৰী সকলক সোধা-পোচা কৰিছে। অন্যহাতেদি কাৰ্যালয়ৰ মেট, সাত নম্বৰ কক্ষৰ মেট, পলোৱা আচামীকেইজনৰ ওচৰত থকা দুই এজন আচামীকো মাতি আনি জবানবন্দী লিপিবদ্ধ কৰা হৈছে। আমি সহকাৰী জেইলাৰ সকলেও নিজাৰবীয়াকৈ এখন বহীত কোন কত আছিলো লেখি দিব লগীয়া হ'ল।

প্ৰতিখন কাৰাগাৰৰ পৰা বিভিন্ন প্ৰকাৰে কয়েদী পলোৱাৰ উদাহৰণ আছে।

আমাৰ ইয়াত উপায়ুক্ত, মুখ্য ন্যায়াধীশৰ গৃহৰ বাগানত কাম কৰিবলৈ মাজে মাজে কয়েদীৰ একোটা গোট দুই তিনিজনমান প্ৰহৰীৰ জিম্মাত অনা নিয়া কৰা হয়। তিনিমাইল বাট খোজ কাঢ়ি অনা-নিয়া কৰোতে চকুৰ পলকতে কেতিয়াবা দুই এজন কয়েদী উধাও হয়। তত্বাবধানৰ দায়িত্বত থকা প্ৰহৰীকেইজন লগে লগে চাকৰিৰ পৰা বৰ্খাস্ত।

কেতিয়াবা কাৰাগাৰৰ পুখৰীটোৰ পৰা কোৱাৰ্টাৰ বিলাকত পানী যোগান ধৰা গেং বা গোটবিলাকৰ পৰা, কেতিয়াবা কাৰাগাৰৰ বাগান বিলাকত কাম কৰি থকাৰ পৰা, আকৌ কেতিয়াবা বাঁহ-বেতৰ শিল্প বিভাগত কৰ্মৰত অৱস্থাৰ পৰা চোকা পহৰাৰ মাজতো দুই এজন কয়েদী পলাই যায়। বিচাৰ খোচাৰ কৰিলে প্ৰায়বিলাকেই ধৰা পৰে যদিও দুই এজন চতুৰ কয়েদী সাৰি যায়। কোনোকালেও ধৰিব পৰা নাযায়।

কাৰাগাৰৰ ভিতৰৰ ওখ প্ৰাচীৰযেন বাল বগাই পাৰ হৈ সাধাৰণতে কয়েদী পলাব নোৱাৰে। কিন্তু বাহিৰৰ পৰা আচামীৰদলে শকত ৰচি ওলোমাই সহায় কৰিলে ভিতৰৰ পৰা কয়েদী পলাই যাব পাৰে। অৱশ্যে নৰ্দমাৰ পথত থকা শকত শকত লোহাৰ ৰ'ড় কাটি কাচিৎ কয়েদী পলাই নোযোৱা নহয়।

কিন্তু মূল দুৱাৰমুখেদি গেট ৱাৰ্ডাৰক প্ৰহাৰ কৰি আচামী কয়েদী পলাই যোৱা বিৰল কথা। আজি পলাই যোৱা আচামীসকলৰ বিচাৰ সম্পূৰ্ণই হোৱা নাছিল, হাজোতত আছিল। পাঁচোজনৰ এজনো কয়েদী নহয়, আটাইকেউজনৰে জামিনত যাবলৈ নিদিয়া গোচৰ থকা আচামী।

অনুসন্ধানৰ পিছত জানিব পৰা গ'ল, দুপৰীয়া আহাৰ খোৱাৰ পিছত ভাগে ভাগে কয়েদী সকলক প্ৰহৰীসকলে নিজ নিজ কামলৈ লৈ যোৱাৰ পিছত জেলখানাৰ ভিতৰখন শান্ত হৈয়েই আছিল। আচামীবিলাককো নিজ নিজ কক্ষৰ ভিতৰত আবদ্ধ কৰি ৰাখিছিল। প্ৰহৰী সকলে নিজৰ নিজৰ ভাগে ভাগে থকা কৰ্তব্য সম্পাদন কৰিছিল। সাত নম্বৰ কক্ষটো বেচ আহল বহল। প্ৰায় ষাঠিজন বন্দীক ৰাখিব পৰা হয় যদিও সেইদিনা তাত প্ৰায় আশীজন বন্দীয়েই আছিল।

বিচাৰাধীন বন্দী সকল হ'ল, যি সকলে জামিনত যাব নোৱাৰে, গোচৰ বিচাৰ নোহোৱাকৈ কাৰাগাৰৰ ভিতৰত দীৰ্ঘ দিনৰ বাবে থাকিব লগা হয়। অতি কম সংখ্যক হ'লেও বহুতো এনে বন্দীক সন্দেহজনকভাবেও ৰখা হয়, যি হয়তো বিচাৰত নিৰ্দোষী প্ৰমাণিত হ'ব পাৰে। কেতিয়াবা দুৰ্বল লোকৰ যি উকীল ধৰিব নোৱাৰে বা গোচৰটো সোনকালে বিচাৰ হ'বলৈ জোৰ দিয়া বিশেষ লোকো নাই, তেনে হাজোতত থকা বন্দী কেইবাবছৰ পৰ্যন্ত থাকি যায়। সেয়েহে কাৰাগাৰৰ

ন্যায়িক সমিতিয়ে বা হাজোতী সকলে মাজে মাজে কৰা আন্দোলনৰ ফলত আৰু কোনোবা সদাশয় ব্যক্তিয়ে কাকতে পত্ৰই চোকা ভাষাৰে লেখিলে বিভাগীয় কৰ্তৃপক্ষৰ বা চৰকাৰৰ দৃষ্টি গোচৰ হয় আৰু কোনোবা এটা তাৰিখ ধাৰ্য কৰি তাৰ আগতে ভালেমানখিনি গোচৰ বিচাৰ কৰি দিবলৈ আদালত সমূহলৈ নিৰ্দ্দেশ দিয়ে।

বহুতো বিচাৰাধীন বন্দী কাৰাগাৰৰ ভিতৰত বহি শুই থাকি অতিষ্ঠ হৈ পৰে। তাৰে ভিতৰত দোষী কিছুমান অনুতপ্ত হয়, ভৱিষ্যতলৈ দোষ নকৰো বুলি পাপৰ বোজা সোনকালে খণ্ডাবলৈ বিচাৰে কিছুমান চাৰিত্ৰিক বা অভ্যাসগত অপৰাধীয়ে পুনৰ অপৰাধ কৰিব নোৱাৰি চাটি-ফুটি কৰি থাকে। শেষৰ বিধৰ অন্তৰত কু-মতলবেই অনবৰতে ক্ৰিয়া কৰি থাকে।

অনল বিশ্বাস নামৰ আচামী এজন এমাহমানৰ আগতে আহি হাজোতত আছিলহি। সাত নম্বৰ বেৰেকৰ ভিতৰত নিজৰ বিছনাখনত বহি লৈ আঠু দুটাৰ মাজত থুঁতৰিটো গুজি হাত দুখনেৰে ভৰি দুটা সাৱটি আছিল। তেনেকুৱাতে কাৰ্যালয়ত থকা মেটজনে হাতত দৰখাস্ত এখন লৈ গৈ সাত নম্বৰ কক্ষৰ প্ৰহৰীজনক ক'লৈগৈ অনিল বিশ্বাসক ঘৰৰ মানুহে দেখা কৰিবলৈ আহিছে। প্ৰহৰীজনে মুখ্য প্ৰহৰীজনক দৰখাস্তখন দিবলৈ ক'লে।

মেটজনৰ লগত মুখ্য প্ৰহৰীজন আহি সাত নম্বৰ কক্ষৰ সন্মুখত হাজিৰ হ'ল। সাত নম্বৰ কক্ষটোৰ সন্মুখৰ ফালটো পকাৰ বেৰা নহয়, শকত শকত লোহাৰ ৰড়েৰে কৰা বেৰা। দুৱাৰ খনো লোহাৰ ৰড়ৰ। তাত মস্ত তলা এটা লগোৱা থাকে। মুখ্য প্ৰহৰীজনে তলাটো খুলিব খুজি মাত লগালে—

ঃ অনল বিশ্বাস কোন আছ? ইণ্টাৰভিউ আছে।

অনল বিশ্বাসে থিয় হৈ ক'লে—

ঃ আছো— আছো, মই—।

অনল বিশ্বাসে য'ত ত'ত শুই বহি থকা বা থিয় হৈ থকা আচামী বিলাকৰ ফাঁকেৰে আহি দুৱাৰৰ ওচৰত থিয় হ'লহি।

তেনেতে চকুৰ পলকতে ঘটনাটো ঘটি গ'ল। ক্ষন্তেকতে ভয়াবহ আক্ৰমণ সংঘটিত হ'ল। মুখ্য প্ৰহৰীজনে সামান্য কুঁজা হৈ তলাটো খুলিলে। দুৱাৰৰ কাষত অনল বিশ্বাস। ঠিক সেই মুহূৰ্ততে ভিতৰত কিছু নিলগত বহি থকা ভয়ানক চেহেৰাৰ আচামী এজনে বিকট চিএৰ এটা মাৰি গাত লৈ থকা কম্বলখন এহাতেৰে আচামীবিলাকৰ গাৰে দলি মাৰি দি জাপ মাৰি এহাতেৰে সামান্য ফাঁকেৰে দৰজাৰ

বাহিৰলৈ ওলাব খোজা অনল বিশ্বাসক ঠেলা মাৰি দৰজাৰ বাহিৰ ওলাল। মুখ্য প্ৰহৰী আৰু প্ৰহৰীজনে চিঞৰিবলৈ নৌ পাওঁতেই মুখ্য প্ৰহৰীজনক গঁতা মাৰি দিলে। বেচি শকত মানুহজন ডাঙৰ কাঠ এটুকুৰাৰ দৰে চিত্‌ খাই পৰিল। লগে লগেই আগভেটি ধৰিব খোজা প্ৰহৰীজনক বুকুৰ চোলাটোত ধৰি লোহাৰ বেৰখনলৈ দলিয়াই দিলে। এইকণ সময়তে আৰু চাৰিজন আচামী ওলাই আহি কাৰাগাৰৰ বাহিৰলৈ ওলোৱা মূল দুৱাৰখনৰ ফাললৈ ঢাপলি মেলিলে।

পাঁচজন আচামী ওলোৱাৰ লগে লগে সেই সময়ত উপস্থিত থকা কাৰ্যালয়ৰ মেটজনে সাহসেৰে আৰু উপস্থিত বুদ্ধিৰে সাত নম্বৰ কক্ষৰ দুৱাৰখন তৎক্ষণাত বাহিৰ ফালৰ পৰা বন্ধ কৰি দিলে আৰু মুখ্য প্ৰহৰী জনৰ হাতৰ পৰা চিটিকি পৰা চাবিকোচা লৈ তলাটো মাৰি দিলে। নহ'লে হয়তো বহুতো আচামী ওলাই আহিলহেঁতেন। লোহাৰ ৰড়ত কৰ্ফাল খাই পৰা প্ৰহৰীজন মূৰ ফাটি বেহচ হৈ পৰিল। পৰি থকাৰ পৰা উঠি মুখ্য প্ৰহৰীজন আৰু হুলস্থুল শুনি কৰ্তব্যৰত আন কেইবাজনো প্ৰহৰী চিঞৰ বাখৰ কৰি খেদি আহিল।

সাত নম্বৰ কক্ষটো মূল দুৱাৰৰ পৰা কিছু দূৰৈত। পলাব খোজা আচামী কেইজনে আহোতে পৰিথকা দৰখাস্তখন বুটলি আনিছিল। বাহিৰ ভিতৰ জুমি চাব পৰা মূল দুৱাৰখনত এটা ফুটা আছে। আচামী এজনে ফুটাটোৰ সন্মুখত দৰখাস্তখন দাঙি ধৰি দুৱাৰত টুকুৰিয়াই সৰু মাতেৰে ক'লে—

ঃ ইণ্টাৰভিউ কৰাব খোজা মানুহজন লৈ আহিছোঁ, দুৱাৰ খোলা।

দুৱাৰৰখীয়া প্ৰহৰীজনে সহকাৰী কাৰাধ্যক্ষজনৰ নিৰ্দেশত ইণ্টাৰভিউ কৰাবলৈ আচামীজনক লৈ আনিবলৈ কিছু সময়ৰ আগতে পঠিয়াইছিল। গতিকে তেওঁ ভাবিলে মুখ্য প্ৰহৰীজনে সেই আচামীজনকে লৈ আহিছে।

লোহাৰ মজবুত ফ্ৰেমৰ ডাঠ টিঙৰ চিট্‌ৰে সজা দুপতীয়া প্ৰকাণ্ড দুৱাৰখন। দুৱাৰখন ইমানেই ডাঙৰ, কাৰাগাৰৰ ভিতৰৰ বাসিন্দাক খুৱাব পিন্ধাবলৈ খাদ্যবস্তু আৰু কাপোৰ কম্বলৰ বোজাই কৰি অনা ডাঙৰ ট্ৰাকবোৰ ভিতৰলৈ সোমাই যায়। কাৰাগাৰলৈ সোমোৱাৰ আৰু এখন প্ৰকাণ্ড লোহাৰ ৰড়ৰ দুৱাৰ প্ৰথমে আছে। ট্ৰাকবোৰ সোমাওঁতে পোনতে এখন দুৱাৰ খুলি ভিতৰ সুমুৱাই সেইখন তলা মাৰি ইখন দুৱাৰ খুলি দিয়ে।

গতিকে দুই নম্বৰৰ টিঙৰ দুৱাৰখন নুখুলিলে ভিতৰত কি হৈছে একো উমান পোৱা নাযায়। সকলো সময়তে এই ডাঙৰ দুৱাৰকেইখন খোলাটো বিপদজনক। সেয়েহে দুয়োখন দুৱাৰতে এখন খিৰিকীৰ সমান সৰু দুৱাৰ থাকে। কয়েদী, প্ৰহৰী আদি সৰু দুৱাৰখনেদি অহা-যোৱা কৰে।

পলায়ন কৰিব খোজা আচামী কেইজনৰ এজনে দুৱাৰৰ ফুটাটোত কাগজখন দাঙি ধৰি 'ইণ্টাৰভিউ' বুলি কোৱাৰ লগে লগে দুৱাৰ ৰখীয়া প্ৰহৰীজনে সৰু দুৱাৰখন খুলি দিলে।

সাধাৰণতে ভিতৰৰ পৰা কোনোবাই গেট খুলিবলৈ তেওঁক কোৱাৰ লগে লগে পোনতে তেওঁ ফুটাটোৰে ভিতৰৰ পৰা কোনে মাতিছে চাই লয়। পিছতহে দুৱাৰখন খোলে। কিন্তু তেওঁৰ ভুল হ'ল এইটোৱেই যে কাগজখন ফুটাটোত আঁৰ কৰি ধৰাৰ কাৰণে একো দেখা নাপালে আৰু বেচি চিন্তাও নকৰিলে। কাৰণ ইণ্টাৰভিউ কৰাবলৈ অনা দৰখাস্তখন তেওঁৰ হাতেদিয়েই ভিতৰলৈ গৈছিল। প্ৰহৰীজনে দুৱাৰখন খোলাৰ লগে লগে ভিতৰত চিঞৰ বাখৰ শুনি দুৱাৰখন বন্ধ কৰিব খোজোতেই ভিতৰৰ পৰা অহা প্ৰচণ্ড হেঁচাত চম্ভালিব নোৱাৰি তেওঁ কৰ্ফাল খাই পৰিল। আচামী কেইজন ওলাই আহিল। এজন আচামীয়ে প্ৰহৰীজনৰ কান্ধত ওলোমাই থোৱা বন্দুকটোৰে প্ৰহৰীজনৰ মূৰত মাৰ মাৰি এজনে বাহিৰ ফালৰ পৰা দুৱাৰখন বন্ধ কৰি দিলে। অন্য এজনে প্ৰহৰীজনৰ হাতৰ পৰা চাবিকোচা লৈ বাহিৰলৈ ওলোৱা শেষ দুৱাৰখন খুলি আটাইকেইজন আচামী যেনি তেনি পলাই গুচি গ'ল।

সেই সময়ত কাৰাগাৰৰ কাৰ্যালয়ত বিষয়াসকল প্ৰায়েই নাথাকে। পুৱা সাত বজাতে কাৰ্যালয়লৈ আহিব লগা হোৱাৰ বাবে বাৰ বজাৰ পিছত ঘৰলৈ গৈ খাই বই জিৰণি লৈ আকৌ তিনিমান বজাতহে কাৰাগাৰলৈ আহে। আকৌ সন্ধিয়াৰ পিছলৈকে অৰ্থাৎ কয়েদীসকলক গণ্টি কৰি কৰি ভাগে ভাগে বেৰেকবিলাকত সুমুৱাই হিচাপ মিলাৰ পিছতহে ঘৰলৈ যায়গৈ। এই দুপৰীয়া সময়খিনিত কাৰাধ্যক্ষ, অধীক্ষকো কাৰ্যালয়ত নাথাকে, এজন সহকাৰী কাৰাধ্যক্ষহে থাকে। মোৰো তেনেকৈ দুপৰীয়াৰ ডিউটি পৰে। কপাল ভাল, সেইদিনা অবশ্যে মোৰ দুপৰীয়াৰ কাম নাছিল।

(২)

আচামী পাঁচজনে দিন দুপৰতে কাৰাগাৰৰ প্ৰহৰীক প্ৰহাৰ কৰি তলা খুলি মূল দুৱাৰেদি পলাই পত্ৰং দিলে। তেওঁলোকে আঁচনি ইমান ক্ষিপ্ৰতাৰে কাৰ্যকৰি কৰিলে যে কাৰাগাৰৰ ৰখীয়া, বিষয়া কৰ্মচাৰী কোনেও চম্ভালিব নোৱাৰিলে বা বাধা দিব নোৱাৰিলে। এইখিনি কাম কৰোতে একেবাৰে কম সময় লাগিছিল।

সহকাৰী কাৰাধ্যক্ষজনে সেই সময়ত এখন চিঠি ড্ৰাফ্ট্ কৰি আছিল। দুৱাৰ ৰখীয়া প্ৰহৰীজনৰ চিঞৰত মূৰ তুলি চাই তেওঁ হতভম্ব হৈ পৰিল। দুৱাৰ খোলাৰ

শব্দত তেওঁ ভাবিছিল— সাক্ষাৎ কৰাবলৈ অনা আচামীজনকেই মুখ্য প্ৰহৰীজনে লৈ আনিছে। কিন্তু আচামী কেইজনে হৰমূৰকৈ সোমাই আহি দুৱাৰ ৰখীয়া প্ৰহৰীজনক মাৰপিট কৰা দেখি চিঞৰ মাৰি তেওঁ সন্মুখত থকা টেবুলখন ঠেলা মাৰি উবুৰিয়াই পেলাই তাৰ ওপৰেদি জাপ মাৰি দৌৰি আহিছিল যদিও, এজন আচামীকো হেঁচা মাৰি ধৰিব নোৱাৰিলে। ইতিমধ্যে আচামী কেইজন মূল পথত উঠি যেনিতেনি পলাইছিল।

কিংকৰ্তব্য বিমূঢ় হৈ বিষয়া গৰাকীয়ে কাৰাগাৰৰ ভিতৰ ফালৰ পৰা দুৱাৰত ভুকুৱাই থকা মুখ্য প্ৰহৰী আৰু প্ৰহৰীকেইজন সোমাই আহিবলৈ দুৱাৰখন খুলি দিলে। ভাগ্য ভাল, পলাই যোৱা আচামীকেইজনে জেললৈ সোমোৱা প্ৰথম দুৱাৰখন খোলাৰ পিছত তলাটোৰ লগতে চাবিকোচা এৰি থৈ গৈছিল। তেওঁৰ নিৰ্দ্দেশত কাৰাগাৰৰ ভিতৰত থকা প্ৰহৰী সকলৰ কেইজনমানে ভাগে ভাগে বাহিৰলৈ দৌৰিল। কাৰাধ্যক্ষই পগলা ঘন্টা বজাবলৈ আদেশ দিলে।

জখম হোৱা প্ৰহৰী দুজনক অসামৰিক চিকিৎসালয়লৈ নিয়া হ'ল। থানাৰ পৰাও বিষয়াজন আহি অনুসন্ধান চলালে।

কাৰাগাৰখন নগৰৰ প্ৰধান এলেকাত নহয়। এফালে লিচুবাৰী, কৃষি বিশ্ববিদ্যালয়। এফালে বৰভেটা, নেফাবাৰী, এফালে মুকলি কাৰাগাৰখন আৰু অন্যফালে সোণাৰি গাঁও, তৰাজানৰ বৃহৎ অঞ্চল। পুলিচ ৰিজাৰ্ভ, আৰক্ষীচকীৰ চিপাহী, কাৰাগাৰৰ প্ৰহৰী সকলোৱে এই অঞ্চলবোৰ ঘেৰি ধৰিলে। অহাযোৱা কৰি থকা ট্ৰাক-মটৰ আদিত উঠি যায় বুলিও আৰক্ষীয়ে চেক কৰিবলৈ ধৰিলে।

সন্ধিয়াৰ আগে আগে পুলিবৰ আৰক্ষী চকীৰ অন্তৰ্গত এখন ভিতৰুৱা গাঁৱত ভুবন মেধি নামৰ u/s498-A I.P.C. ধাৰাত আটক কৰা আচামীজনক আৰক্ষীয়ে পুনৰ কৰায়ও কৰিবলৈ সক্ষম হয়। তাক লগে লগেই থানালৈ লৈ যোৱা হ'ল।

পিছ দিনা দুৰ্ধৰ্ষ ডকাইত তিনিজনৰ ভিতৰৰ এজন এতিয়াৰ ডনবস্ক' হাইস্কুলৰ পিছফালে থকা জোপোহা এটাৰ ভিতৰত লুকাই থকাৰ সন্দেহ পোৱা গ'ল। ওচৰৰ এঘৰ মানুহে জোপাহাটো লৰচৰ কৰি থকা দেখি গৰু সোমাই লাগি ধৰিল নেকি বুলি চাবলৈ যাওঁতেই আচামীজন ওলাই দৌৰ মাৰিলে। চিঞৰ বাখৰত বহুতো মানুহ গোট খালে, পুলিচেও ঘেৰি ধৰিলে। শেষত কিছু নিলগত থকা পৰিত্যক্ত ঘৰ এটাত লুকাই থাকোতেই পুলিচ আৰু কেইবাজনো মানুহে গৰামাৰি ধৰি আচামীজনক আটক কৰিবলৈ সমৰ্থ হয়।

বহুত দিনলৈকে পলাতক বাকীকেইজন আচামীক ধৰিব পৰা নাছিল। ছমাহ

মানৱ পিছত এজনে নিজেই গোলাঘাটত নিজৰ ঘৰৰ ওচৰৰ আৰক্ষী চকীত ধৰা দিলেহি। বাকী দুজন দুৰ্ধৰ ডকাইতৰ কি হ'ল— নাজানিলো। আৰক্ষীৰ মতে তাৰে এজন ডকাইতে অন্য ঠাইত ডকাইতি কৰোতে পুলিচৰ গুলীত মৃত্যু হয়। এজনৰ শুংসূত্ৰ নাই।

পুলিবৰৰ ওচৰত আটক কৰা ভুবন মেধি আৰু ওচৰতে কাৰাৰুদ্ধ কৰা দুৰ্ধৰ্ষ ডকাইত চম্‌কিন্ আলী নামৰ আচামী দুজনক থানাত ৰাখি আকৌ কাৰাগাৰলৈ আনিছিল। থানাত মাৰ খাই দুয়োটা কোঙা হৈ পৰিছিল। সিহঁতৰ পূৰ্বৰ গোচৰৰ অধিপত্ৰখনত আৰু দুটা ধাৰা সংযোজন হ'ল।

ভুবন মেধি। তাম বৰণীয়া, গাঁঠলু চুটি-চাপৰ মানুহটো। চকুত ধূৰ্তৰ চাৱনি। চুলিবোৰ থিয় থিয় চুটিকৈ কটা। যোৰহাটৰ চিপাহী খোলাত তাৰ ঘৰ। ককাই ভাই কেইবাজনো। আটাইকেইজন বেলেগ হৈ আঁতৰি গ'ল। তাৰ পঢ়াশুনা কম দেখি, স্থায়ীভাবে ৰোজগাৰ নথকাৰ কাৰণে ককাইভাই কেইজনে পুৰণা ঘৰমাটি তাকে দি তেওঁলোকে বেলেগে বেলেগে ঘৰ দুৱাৰ কৰিলে। মাক বাপেকে তাৰ উদ্ভণ্ডালি আৰু বিজতৰীয়া স্বভাৱৰ কাৰণে পুৰণা গৃহ এৰি থৈ বাকী কেইটাৰ লগত থাকিলেগৈ।

ভুবনৰ কাম হ'ল মদ-ভাং খোৱা, লোকৰ পদূলি শুঙা, টেঙৰালি কৰি মানুহক ঠগা বা ডকাহকা দি যিকোনো বস্তু আত্মসাৎ কৰা। বাৰেকুৰি মিছা কথা কৈ মানুহক এনেকৈ ভুলাব যে কোনেও তিলমানো অবিশ্বাস কৰাৰ থল নাথাকে। কেতিয়াবা তাৰ চোতালত মানুহে দেখা পাব দুখনমান ৰিক্সা ৰাখি থৈছে। এই কেইখন কাৰ ৰিক্সা বুলি সুধিলে জনা যায় ভুবনৰ। ছমাহৰ পিছত ৰিক্সা নাইকিয়া হয়। সেইদৰে কিছুদিনৰ পিছত দেখা পোৱা যায় সি স্কুটাৰত ঘূৰি ফুৰা, কেনেবাকৈ কিবা কৰি সেইখন লোকৰ পৰা সৰকাই লোৱা। ওচৰৰ বিয়া সকামত তাৰ ফোঁপজহী কথাৰ কোবত ওচৰত থকা মানুহ আঁতৰিবলগীয়া হয়।

যি হওঁক, ভুবনে এদিন বিয়া কৰালে। ল'ৰা এটাও জন্ম হ'ল। পৰিয়াল বৰ্গ আৰু ওচৰ চুবুৰীয়াই ভাবিলে ভুবনৰ পূৰ্বৰ স্বভাৱ স্খলনি হ'ব। ল'ৰাটো বহা-চোঁচৰা হওঁতেই মানুহে দেখিলে ভুবনে স্কুটাৰৰ বেকত এজনী গাভৰু লৈ ঘূৰি ফুৰিছে। কোনোবাই দেখা পাব দুয়োটাই চিনেমা চোৱা, কোনোবাই বজাৰ কৰা। চিনা-জনা কোনোবাই সুধিলে কয়— 'এইজনী মোৰ খুলশালী'।

এদিন সেই খুলশালীজনীকেই কেন্দ্ৰ কৰি ভুবনৰ লগত ঘৈণীয়েকৰ তুমুল কাজিয়া লাগিল। কেঁচুৱাটো পথালি কোলাত থকা ভাগেই ভুবনে তাইৰ চুলিত ধৰি চোঁচোৰাই আনি ৰাস্তা পোৱালেগৈ। কিছু নিলগত থকা ককায়েক এটাই তাক

মাৰিবলৈ খেদি গ'ল। ঘৈণীয়েকে চিঞৰি চিঞৰি ক'লে— 'কৰবাৰ অজাতি ছোৱালী এজনী সি চপাব খুজিছে। ল'ৰাৰে সৈতে মোক খেদাৰ মতলব। সেইজনী মোৰ ভনী নহয়। কৰবাৰ পাখৰী...।

সেয়াই সূত্ৰপাত। তাৰ পিছৰে পৰা ভুবনৰ ঘৰত কাজিয়া, মাৰপিট ঘনাই হ'বলৈ ধৰিলে। আনকি তাই আপোনঘাতী হৈ মৰিবলৈকো সি পাকে প্ৰকাৰে কথাৰ লাচতে ক'বলৈ ধৰিলে।

এদিন সঁচাকৈয়ে ঘৈণীয়েকে ল'ৰাটো বুদ্ধি কৰি ওচৰৰ এঘৰত থৈ নিজৰ ঘৰতে ৰবাব টেঙা এজোপাত চাদৰ এখনেৰে চিপ ল'ব খুজিছিল। ভাগ্যে ঘৈণীয়েকৰ আয়ুসত চাউল থকাত নমৰিল। ল'ৰাটোৱে আউলি জাউলিকৈ কন্দাত মানুহঘৰে ল'ৰাটো গতাবলৈ আহি দেখা পাই তাইক উদ্ধাৰ কৰিলে। ভুবনক পুলিচক সোধোৱা হ'ল।

ভুবনে ঘৈণীয়েকক শাৰীৰিক, মানসিকভাবে আঘাত হানিছিল। আনকি প্ৰথম অৱস্থাত সি তাৰ পৰিয়ালৰ মানুহৰ জৰিয়তেও তাই কোনো কামৰ লায়েকৰ নহয় বুলি, স্বভাৱ চৰিত্ৰ ভাল নহয় বুলি লগাইছিল। তেতিয়া পৰিয়ালৰ মানুহ আহিও তাইক ককৰ্থনা নকৰা নহয়। মানসিকভাবে অত্যাচাৰো কৰিছিল। সেই সময়ত প্ৰৱঞ্চক সহোদৰৰ স্বভাৱ বুজিও নুবুজাৰ দৰে হৈছিল। কিন্তু ওচৰ চুবুৰীয়াই হক্ কথাও মাত মতাত গমিপিতি চাই ভুবনৰ আচল ৰূপটো ধৰিব পাৰিলে। মিছলীয়া ভুবনক কোনেও সচা দেখিব নোৱাৰা হ'ল। ফলত ঘৰৰ মানুহেও সি এশিকনি পাওঁক বুলি ভাবি আৰু বদ্ স্বভাৱৰ পৰিবৰ্তন হওক বুলি ভাবি পুলিচৰ আগতো বৃত্তান্ত দিলে।

বিপথগামী হোৱা, প্ৰলোভন দেখুৱাই নিজৰ ঘৈণীয়েক থাকোতেই অন্য ছোৱালীৰ লগত লেটিপেটি কৰা, চাতুৰী ফাঁকিৰ আশ্ৰয় লোৱা, প্ৰৱঞ্চক ভুবন মেধিক ভাৰতীয় দণ্ডবিধি আইনৰ u/s (Under Section) 493/498 ধাৰাত পুলিচে গ্ৰেপ্তাৰ কৰি জেল হাজোতলৈ নিলে। ঠক প্ৰৱঞ্চক ভুবনক জামিনত লোৱা মানুহ নোলাল। গতিকে তাৰ গোচৰ বিচাৰ নোহোৱাকৈ পলাই যোৱাৰ কেইমাহমান আগলৈকে কাৰাগাৰত সোমাই আছিল। অৱশ্যে তাৰ গোচৰৰ ধাৰা অনুসৰি শাস্তি হয়তো জৰিমনা সহ অতি বেছি তিনিবছৰতকৈ বেছি নহলেহেঁতেন। তাৰ নিজৰ মুৰ্খামিত কাৰাগাৰৰ পৰা পলাই যোৱাৰ কাৰণে সশ্ৰম কাৰাদণ্ডৰ ম্যাদ আৰু বেছি হ'ব।

চমকিন্ আলীক অভ্যাসগত অপৰাধী অৰ্থাৎ দুৰ্ধৰ্ষ ডকাইত বুলি ক'ব পাৰি। চৰ অঞ্চলত বসবাস কৰা চমকিন্ আৰু তাৰ দৰে বহুতো লোকে সৰুৰে পৰাই

নানানটা অসামাজিক কাম কৰি আহিছে। মূলতঃ তাৰ ককাই-ভাই, বংশ পৰিয়ালৰ প্ৰায়বোৰেই ডকাইত নাইবা পুলিচৰ চকুত পৰা কু-কৰ্মৰ অপৰাধী। ধুবুৰী জিলাৰ মূল নগৰৰ পৰা দূৰৈৰ চৰ অঞ্চল বিলাকত বাংলাদেশৰ পৰা অহা এই শ্ৰেণীৰ লোকে বসবাস কৰি আছে। বাৰিষা নদীয়ে সিহঁতক ঠেলি নিয়ে আৰু খৰালি হ'লে চাপি আহে। তাৰ মাজতে বহুতেই বতৰৰ বিভিন্ন খেতিবাতি কৰি আন আন ঠাইৰ বজাৰ বিলাকত বেচি ফুৰে। বহুতে জীৱিকাৰ সন্ধানত গোটেই অসমতে পিয়াপি দি ফুৰে।

চম্‌কিন্ আলীয়ে আন দুটা লগৰীয়াৰ লগত কাৰাগাৰলৈ ডকাইতিৰ গোচৰত আহিছিল। তাৰ লগত কাৰাগাৰৰ পৰা পলাই যোৱা অন্য দুটা ডকাইত, যদিও তাৰ নিজৰ ঠাইৰ সহোদৰ বা লগৰীয়া নহয়, তথাপি ই দুটাৰ লগত লগ হৈ বহু ঠাইত ডকাইতি কৰিছে।

সিহঁত ইমানেই নিষ্ঠুৰ, কাঠচিতীয়া যে যিকোনো জঘন্য কাম কৰিবলৈকো কুণ্ঠাবোধ নকৰে। যি কোনো মাৰাত্মক অস্ত্ৰেৰে আঘাত হানি বয় বস্তু লুটপাত কৰা, আনকি হত্যাকাণ্ড কৰিবলৈকো সংকোচ নকৰে।

চম্‌কিন আলীৰ জবানবন্দীৰ পৰা গম পোৱা গ'ল যে কাৰাগাৰলৈ ধৰি অনাৰ পিছৰে পৰা সিহঁত তিনিওটাৰ ভিতৰৰ ছৰ্দাৰ নুৰ মহম্মদ নামৰ আচামী জনে কাৰাগাৰৰ পৰা কেনেকৈ পলাব পাৰি তাকেই চেলু বিচাৰি আছিল। সেইদিনাৰ পলোৱাৰ কাৰ্যটো সিহঁতৰ আগৰে পৰা যুগুতোৱা আঁচনি নাছিল। হঠাৎ সুযোগ পোৱাত নুৰ মহম্মদ পোনতে পলোৱা দেখি বাকী দুটাও লগতে পলাইছিল। সিহঁতে হয়তো আগতে এই বিষয়ে কোনো চিন্তা কৰা নাছিল। নুৰ মহম্মদ আৰু জাফৰৰ ভাগ্য ভাল, সিহঁতে সাৰি গ'ল, কিন্তু চম্‌কিন ধৰাপৰিল।

নুৰ মহম্মদ, জাফৰ আৰু চম্‌কিনহঁতৰ ডকাইতৰ দলটোত বহুত ডকাইত আছে। আচলতে নুৰ মহম্মদো মূল ছৰ্দাৰ নহয়। চম্‌কিনহঁতৰ দৰে ছয় সাতটা ডকাইতৰ সমষ্টিৰে চাৰি পাঁচটামান দলৰ সি প্ৰধান ছৰ্দাৰ। তাৰ নাম চমকিন্‌ৰ মুখৰ পৰা বাহিৰ কৰিব পৰা নগ'ল। হয়তো সি নিজেই নাজানে বা প্ৰাণৰ মায়াত নামটো নক'লে। দলবোৰ গোটেই অসমতেই নহয়, পশ্চিমবঙ্গ, বিহাৰৰ, উৰিষ্যা আদি প্ৰদেশৰ বিভিন্ন অঞ্চলটো সিহঁতৰ কাৰ্যকলাপ সংঘটিত হয় বুলি গম পোৱা যায়। দল বিলাকৰ কেইবাজনো বিভিন্ন ঠাইৰ জেল বিলাকত আবদ্ধ হৈ আছে। আকৌ নতুন নতুন ডকাইত আহি সিহঁতৰ দল বিলাকত যোগ দিয়েছি। দলৰ ভিতৰতে কাজিয়া লাগি ইটোৱে সিটোক প্ৰাণে মাৰিবলৈ সামান্যও চিন্তিত নহয়। মাৰি নদীত উটুৱাই দিয়া বা পাহাৰৰ ওপৰৰ পৰা পেলাই দিয়া হয়। এই ডকাইতৰ

দলবোৰে ৰাস্তাৰ গাড়ী মটৰ ৰখাই বন্দুক-বাৰুদ, অস্ত্ৰ দেখুৱাই বা আঘাত_হানি যাত্ৰীৰ গাত থকা দামী বয়-বস্তু, টকা-সিকাৰ উপৰি বাকচ, হেণ্ডবেগ্ আদিও লুটপাত কৰি লৈ যায়। তদুপৰি নগৰ চহৰৰ দোকান-বজাৰ, ধনী মানুহৰ ঘৰৰ উপৰি ঢেগ বুজি বেংক, অফিচ আদিতো ডকাইতি কৰে। এইবিলাক কৰোতে সামান্য বাধাৰ সন্মুখীন হ'লেই যাকে তাকে হত্যা কৰি পেলায়।

সাধাৰণতে পাঁচজন বা ততোধিক মানুহে সামূহিকভাৱে ৰবাৰী (Robbery) কৰে, অৰ্থাৎ গৃহস্থৰ জ্ঞাতে বা অজ্ঞাতে ভয় দেখুৱাই নাইবা জোৰ জবৰদস্তি বয়বস্তু লুট কৰি আনে। তেনে অপৰাধীকে ডকাইতিৰ গোচৰত ধৰি অনা হয়। ডকাইত হ'বলৈ হ'লে পাঁচজন বা ততোধিক হ'বই লাগিব আৰু আটাইবোৰ অপৰাধীৰে মতলবো একেই থাকে। এনে ডকাইতক u/s 395 I.P.C. ধাৰাত গ্ৰেপ্তাৰ কৰি শাস্তি প্ৰদান কৰা হয়। ডকাইতিৰ গোচৰত সংঘটিত কৰা অপৰাধৰ মাত্ৰালৈ চাই একোজন ডকাইতৰ যাবজ্জীৱন কাৰাদণ্ড বা দহ বছৰৰ কাৰণে জৰিমনাসহ সশ্ৰম কাৰাদণ্ড হ'ব পাৰে।

চম্‌কিন্ আলী আৰু পলায়ন কৰা লগৰ দুটা আচামীৰ গোচৰৰ ধাৰা u/s 395/396/400 I.P.C. ইত্যাদি। অৰ্থাৎ আৰু মাৰাত্মক ধাৰা সংযোজন হৈ আছিল। কাৰণ u/s 396 ধাৰামতে তেওঁলোকে কেৱল ডকাইতিয়েই কৰা নাছিল। হত্যাকাণ্ডও কেইবাটাও কৰিছিল। সূৰ্য উদয় আৰু অস্ত যোৱাৰ ভিতৰত যদি কোনোবা ডকাইতে ৰাজপথত ডকাইতি কৰোতে কোনো লোকক হত্যা কৰে তেন্তে তেনে ডকাইতৰ চৰম শাস্তি মৃত্যুদণ্ডও হ'ব পাৰে। সেই দলটোৰ ভিতৰত এজনেই হত্যা কৰক লাগিলে— শাস্তি আটাইকেইজনে সমানে ভোগ কৰাৰ আইন আছে। মাৰাত্মক (Lethal) অস্ত্ৰ-শস্ত্ৰৰ সৈতে গ্ৰেপ্তাৰ হ'লেও দহ বছৰ পৰ্যন্ত জেল হ'ব পাৰে। আনকি u/s 399 I.P.C.ৰ মতে ডাঙৰ ডকাইত এটা কাৰ্যকৰী কৰিবলৈ প্লেন্ কৰা লোকসকলেও একে শাস্তিকেই পাব, যদি সেই প্লেন্‌মতে ডকাইতি হৈ যায়।

**উপৰিউক্ত ধাৰাবোৰৰ মোহৰ চম্‌কিন্ আলীৰ গাত লাগি থকা সত্বেও ওপৰঞ্চি কাৰাগাৰৰ পৰা পলোৱা অপৰাধৰ ধাৰা তাৰ ওপৰত লাগিল। বিচাৰত কি হয় নাজানো।**

**চাৰিজন পলৰীয়া আচামীৰ কথা উল্লেখ কৰা হ'ল, পাঁচ নম্বৰজন অপৰাধী কোন? যিজনে প্ৰতিশোধৰ অগনিত জুলি পুৰি আৰু এটা জঘন্য অপৰাধ কৰি ছমাহৰ পিছত নিজেই থানালৈ আহি ধৰা দিলেহি?**

(৩)

কাৰাগাৰৰ পৰা একে সময়তে পলাই যোৱা পাঁচজন বিচাৰাধীন বন্দীৰ ভিতৰত দুজনক আৰক্ষীয়ে কৰায়ত্ত কৰিব পাৰিলে। তাৰে এজন ঠগ-প্ৰবঞ্চক, নিজৰ ঘৈণীয়েকক অত্যাচাৰ কৰা গোচৰত অহা ভুবন মেধি আৰু আনজন দুৰ্ধৰ্ষ ডকাইত চম্‌কিন্ আলী। চম্‌কিন্ আলীৰ লগৰ আন দুজন ডকাইত ধৰিব পৰা নগ'ল। এইকেইজনৰ লগতে আৰু এজন আচামী একেলগে পলাইছিল, যিজনৰ নাম আছিল বিমল খনিকৰ। বিমল খনিকৰক অৱশ্যে আৰক্ষীয়ে ধৰিব পৰা নাছিল। পলাই যোৱাৰ পিছৰে পৰা ছয়মাহ মানৰ পিছত আকৌ এটা জঘন্য অপৰাধ কৰি নিজেই ঘৰৰ ওচৰৰ গোলাঘাট থানাত ধৰা দিয়েহি।

বিমল খনিকৰ দেখনিয়াৰ গাঁৱলীয়া ডেকা ল'ৰা। দেখাত সহজ সৰল যেন লাগিলেও কাৰাগাৰৰ পৰা পলাই গৈ যিটো কু-কৰ্ম কৰি আকৌ কাৰাগাৰ পালেহি, সেইটো গোচৰত তাক নিষ্ঠুৰ আৰু অ-মানবীয় শাৰীতহে থ'ব পাৰি।

বিমল খনিকৰ প্ৰথমে কাৰাগাৰলৈ আহিছিল চুৰি কেছত। সি অৱশ্যে পঢ়া শুনা থকা ডেকা। মানুহৰ ঘৰত সিন্ধি দি, পোলাকাটি বা বুদ্ধিৰে দুৱাৰ খুলি গৃহস্থৰ বয়বস্তু, সা-সম্পত্তি লুট কৰিবলৈ সোমোৱা চোৰ নাছিল। ৰাজহুৱা সম্পত্তি আত্মসাৎ কৰাৰ অভিযোগত অৰ্থাৎ কোনেও নজনাকৈ ৰাজহুৱা বস্তু চুৰি কৰি নি নিজৰ ঘৰত সুমুৱাই থোৱাৰ বাবে পুলিচত গোচৰ দিয়াত আৰু এচাম মানুহৰ হেঁচাত জেল হাজোত পালেহি। তাৰমতে সি সম্পূৰ্ণ নিৰ্দ্দোষী। এইয়া চক্ৰান্ত আৰু কু-অভিসন্ধি। অৱশ্যে আইনে দোষী-নিৰ্দোষী বিচাৰ কৰিলেহেঁতেন। কিন্তু বিচাৰৰ আগতেই কাৰাগাৰৰ পৰা পলাই গৈ প্ৰতিশোধ ল'বলৈ অন্য এটা গুৰুতৰ অপৰাধ কৰি আহিল, যিটো অপৰাধৰ স্বীকাৰোক্তি সি নিজেই আৰক্ষী চকীত লিপিবদ্ধ কৰালে। গতিকে এইটো গোচৰত তাৰ নিৰ্ঘাত বহুত বছৰ কাৰাবাস হ'ব।

গোলাঘাট নগৰৰ ওচৰতে এখন সৰু গাঁও। আজিকালি গাঁওখন উন্নত হৈছে যদিও সেই সময়ত একো নাছিল। এল. পি. স্কুল এখন আৰু চিকিৎসা কেন্দ্ৰ এটাহে আছিল। হাইস্কুল আছিল গোলাঘাটত। বিমল খনিকৰ আৰু দুটামান লৰাই গোলাঘাটৰ স্কুললৈ বাছত গৈ পঢ়া ল'ৰা। সিহঁতে মেট্ৰিক পাছ কৰি কলেজতো তাতেই পঢ়িছিল। ল'ৰাকেইটাৰ মনত প্ৰবল ইচ্ছা আছিল— গাঁওখন কেনেকৈ উন্নত কৰা যায়। সিহঁতে গছবি গায়, নাটক কৰি টকা তুলি ৰাজহুৱা পুখুৰী ঘৰৰ কাষত এটি মঞ্চ আৰু ক্লাব ঘৰ এটি সাজি তাতে লাইব্ৰেৰী এটা খুলিছিল। এখন দৈনিক, এখন সাপ্তাহিক খবৰ কাগজো আনি ৰাখিছিল। পিছবেলা

ল'ৰা, ডেকা গোট খাই কাগজ পঢ়ে, গাঁও উন্নয়নৰ আচনি ৰচনা কৰে। বিমলে এইবোৰত আগভাগ লয়, নিজৰ বুদ্ধিৰ পৰা ন' ন' পৰিকল্পনা কৰে।

কিন্তু গাঁৱত যেনেকৈ ভাল মানুহ থাকে, তেনেকৈ বিপৰীত ধৰ্মীৰ মানুহো নথকা নহয়। আনৰ ভাল হোৱাতো চকু পাৰি দেখিব নোৱাৰা, টুটকীয়া লোকো আছিল। বিমলৰ লগতে কেইজনমান উদাৰ হৃদয়ৰ ডেকাৰ লগতে দুজনমান কপটীয়া, ঈৰ্ষাপৰায়ণ আৰু সুবিধাবাদী ডেকাও আছিল।

বিমল বৰ দুখীয়া মানুহৰ ঘৰৰ ল'ৰা। সৰুৰে পৰাই তাৰ মনত এটা হেপাহে অহৰহ উকমুকাই আছিল— কেনেকৈ আন্ধাৰৰ পৰা পোহৰলৈ ওলাই আহিব পাৰি, অৰ্থাৎ কষ্টে-মষ্টে পঢ়া শুনা কৰি সমাজৰ এজন লেখৰ মানুহ হ'ব পাৰি। সি চেষ্টাও যথেষ্ট কৰিছিল। মেট্ৰিকৰ ডেওনা পোৱাৰ আগৰে পৰা টিউছন কৰি দুপইচা গোটাইছিল। কিন্তু কলেজীয়া শিক্ষা শেষ হোৱাৰ পিছতেই তাৰ জীৱনৰ ওপৰত ভাগ্যই চৰম আঘাত হানিলে। তাৰ সকলো স্বপ্ন, সাধনা বিকল হৈ পৰিল। এই ভাগ্যৰ বিড়ম্বনাৰ হোতা আছিল প্ৰধানতঃ এজনী ছোৱালী, বিমলহঁতৰ একেখন গাঁৱৰে। সেই ছোৱালীজনীৰ নাম অনিমা।

অনিমা বিমলতকৈ বয়সত সৰু আছিল। সৰুৰে পৰাই দুয়োটাৰ বৰ লগ। অনিমাই বিমলৰ লগতহে খেলাধূলা কৰি ভাল পাইছিল। ইটোৱে সিটো লগ নেৰে। সি তামোলৰ ন'কৈ সৰা ঢকুৱা এখন লৈ গুৰিৰ পাতবোৰ ছিঙি ঠাৰিডালৰ আগৰ পাতবোৰ ৰাখি, তাইক ঢকুৱাখনত বহিবলৈ দি চোঁচোৰাই লৈ ফুৰাইছিল। তায়ো খিলখিলাই হাঁহি হাঁহি সি টনা ঢকুৱাৰ গাড়ীত উঠি ফুৰে। তাৰ কোমল হাতত জোলা বান্ধি ফুটি যায়, তথাপি সি টানি ফুৰে। তাইৰ লগত ঘিলা, চেং গুটি, লুকাচুৰি খেলে, বগৰী-জলফাঁই পাৰি দিয়ে। অন্য ছোৱালীতকৈ তাইৰ ভাগত বেছিকৈ পৰে। তাই পেটৰ খোঁচনিত দুফালে দুটোপোলা খুচি লয়। তাইৰ মাক যমুনা খুড়ীয়েও তাক ভাল পায়। কেতিয়াবা খোলাচপৰীয়া পিঠা বা পকা মিঠৈ একোটা আৰু এঢোকমান চাহপানী তাৰ হাতত গুজি দি আদৰ কৰি খাবলৈ দিয়ে। তাৰ হতুৱাই ইখন সিখনো বন কৰাই লয়— 'বেয়া নেপাঅ' যদি তই নাৰিকলৰ কোৰোকা এফালত বাঁহৰ নাল এডাল চাঁচি লগাই দেঅ', গৰম পানী কাঢ়িব লাগে। নাইবা— 'বিমল, কাম এফেৰা কৰি দিবি নেকি? এৰাল ছিঙি ডাংকাটী গাইজনী চোমনিত সোমাল আনি দে অ'। মানুহৰ বাৰীত সোমালে সাতপুৰুষ উজাৰি গালি দিব' —ইত্যাদি। বিমলে কামবোৰ উলাসতে কৰি দিয়ে। ঘৰত মাকে কেতিয়াবা মুখটিপি হাঁহি মাৰি কয়— 'হেৰৌ, নিজৰ ঘৰত ধোদৰ পচলা হৈ থাকিবি, পৰৰ ঘৰত কিন্তু উধাতু খাই কামটো কৰি দিবি।'

চাওঁতে চাওঁতে অনিমাও ডাঙৰ হৈছিল। তায়ো গোলাঘাটত পঢ়িছিল। কলেজতো নাম লগালে। ইতিমধ্যে বিমল আৰু অনিমাৰ মাজত মৰমৰ বান্ধোন দৃঢ় হৈছিল। ইটোৱে সিটোক প্ৰেমৰ দৃষ্টিৰে চাবলৈ ধৰিলে, অন্তৰৰ কথা আদান প্ৰদান কৰিলে। কিন্তু সিহঁতৰ এই প্ৰেম ভালপোৱা প্ৰগাঢ় হওঁতেই কেৰোণ লাগিল। প্ৰেমত বিচ্ছেদ আহিল।

বহুতদিন বাহিৰত অৰ্থাৎ কলিকতাত পঢ়াশুনা কৰি একে গাঁৱৰে ল'ৰা মহীধৰ ঘূৰি আহিল। মহীধৰ মৌজাদাৰৰ লৰা। মেট্ৰিক পাছ্ কৰিয়েই কলিকতাত পঢ়িবলৈ গৈছিল। বহুতে কয়— মহীধৰে হেনো পঢ়াশুনাৰ ভাও ধৰি ইমানদিনে কলিকতাত স্ফূৰ্তিহে কৰিছিল। সু-শিক্ষাৰ সলনি কলিকতাত কু-শিক্ষাহে শিকিলে। মৌজাদাৰ বাপেকৰ টকাৰ শৰাধ বাৰুকৈয়ে কৰিলে। কিন্তু বাপেকৰ মৃত্যুৰ পিছত বিষয়-সম্পত্তি চম্ভালিবলৈ সি গাঁৱলৈ ঘূৰি আহিল।

এই মহীধৰৰে চকু পৰিল ৰূপহী অনিমাৰ ওপৰত। অনিমাৰ চন্দ্ৰমুখী শুৱনি লাৱনি দেহ যৌৱন দেখি তাইক নিজৰ কৰি ল'বলৈ উঠি পৰি লাগিল। অনিমাহঁতৰ ঘৰলৈকো ঘনাই অহাযোৱা কৰি তাইৰ মাকক প্ৰলোভন দেখুৱাবলৈ ধৰিলে। মাকেও তাৰ জাক্‌জমকীয়া জীৱন আৰু অকুণ্ঠিতভাবে সহায় সাৰথি কৰা দেখি ভোল গৈ আৰু মৌজাদাৰৰ ঘৰৰ লগত সম্বন্ধ কৰিবলৈ পোৱাৰ আশাত হাততে সৰগ ঢুকি পালে। অনিমাইও মহীধৰৰ টকাৰ জন্‌জননি আৰু তাৰ চেহেৰা পাতি, সাজ পোচাকত ভোল গ'ল। লাহে লাহে বিমলৰ অপত্য মৰমক নেওঁচা দিবলৈ ধৰিলে। পাকে প্ৰকাৰে বিমলৰ অৱস্থাহীনতাৰ ইঙ্গিত দি তাক হীনমন্যতাৰে চাবলৈ ধৰি ওখনা ওখনিখন কৰাত লাগিল।

অনিমাৰ এই অপ্ৰত্যাশিত দম্ভালি আৰু বিশ্বাসঘাটকতাক বিমলে সহজে গ্ৰহণ কৰিব নোৱাৰিলে। সি ভাবিলে— তাইৰ মনত যেনিবা কোনোবাই বিহ ঢালিলেই, তাইৰ নিজৰ বিচাৰবুদ্ধি নাই? টকা-পইচাৰ লগত জানো প্ৰেমৰ মূল্যায়ান হয়? মানুহৰ মৰম চেনেহ ভালপোৱা কচুপাতৰ পানীৰ দৰেইনে? বিচ্ছেদৰ জ্বালাত তাৰ অন্তৰখন জ্বলি উঠিল। তাৰো আকোৰগোজ মনোভাব আহিল। সি ঠিক কৰিলে, সকলো বাধা আঁতৰাই হ'লেও তাইক নিজৰ কৰি ল'ব।

বিমলৰ এই মনোভাব দেখি মহীধৰে কূট কৌশল ৰচনা কৰি তাক আঁতৰোৱাৰ ষড়যন্ত্ৰ কৰিলে। গাঁৱৰ এচাম মানুহক মহীধৰে হাত কৰি লৈ বিমলক শলঠেকত পেলাবলৈ উঠিপৰি লাগিল।

বিমলহঁতে সজা খেৰৰ পুথিভঁড়ালটো পুৰণা হৈ উকথি পানী পৰিছিল। বিমল ক্লাবৰ সম্পাদক আছিল। কিতাপ আৰু ৰাজহুৱা বস্তু। দুই এপদ নষ্ট হ'বলৈ

ধৰাত দুই এজন মানুহৰ পৰামৰ্শমতে সি নিজৰ ঘৰতে নি ৰাখিছিলগৈ।

কিন্তু তলে তলে মহীধৰৰ প্ৰৰোচনাত জনমত গঠন হ'ল যে বিমলে সকলোৰে অজ্ঞাতে চুৰি কৰিহে ৰাজহুৱা বস্তু আত্মসাৎ কৰিলে। মেল বহিল, বিমলক সকলোৱে তিৰস্কাৰ কৰিলে, সম্পাদকৰ পদৰ পৰা বহিষ্কাৰ কৰিলে। বিমলক দিহা-পৰামৰ্শ দিয়া, তাৰ পক্ষে থকা কোনোৱেও এষাৰ মাত নামাতিলে। কাৰণ মহীধৰৰ মানুহে চলে বলে কৌশলে সকলোকে হাত কৰি থৈছিল। বিমলক এশেকা দিয়াৰ উদ্দেশ্যে মহীধৰে তাৰ লগত ফেপেৰি পাতি কাজিয়াও কৰিবলৈ ল'লে। হতাহতিও হ'ল।

এনেকুৱাতে এটা অঘটনো ঘটিল। পুথিভঁড়ালটো ভালকৈ সজাবলৈ ৰাইজে দান বৰঙণিৰ কেইবাগুল মান টিন্‌পাত কিনি থৈছিল। এদিন ৰাতি তাৰে দুই বাণ্ডল টিন্‌পাত চুৰি হ'ল। ৰাইজে পুলিচত দিলে। পুলিচে টিন্‌পাত খিনি বিমলহঁতৰ বাৰীৰ পাছফালে উদ্ধাৰ কৰিলে। এই সকলোবোৰৰ ফান্দ পাতিছিল মহীধৰেই। পুলিচে বিমলক থানালৈ লৈ গ'ল।

তাৰ আগতে এদিন সি অনিমাক অকলশৰে লগ ধৰি তাৰ মনৰ কথাখিনি বুজাবলৈ যত্ন কৰিছিল। অনিমাই তাৰ কোনো কথাই শুনিবলৈ ইচ্ছা নকৰিলে। সি তাইক জোৰ জুলুম কৰিব খোজা বুলিহে প্ৰচাৰ হ'ল। সকতে তাক মৰম চেনেহ কৰা যমুনা খুড়ীয়ে বহুত মানুহৰ আগতে মুখ ভেঙুচাই তাক বেয়া কথা কৈ অপমান কৰিলে। তাইক অসৎ মতলব চৰিতাৰ্থ কৰিবৰ কাৰণে ফুচুলাই মাতি নিয়া বুলি ক'লে। বিমল লাজতে মৃতপ্ৰায় হ'ল। তাৰ অন্তৰত ক্ষোভৰ অনল জ্বলি উঠিল। কিন্তু সি সেইসময়ত অসহায় হৈ পৰিছিল। তাৰ খঙ দুগুণে উঠিছিল— ওচৰতে ৰৈ থকা অনিমাই এই অভিপ্ৰায় মিছা বুলি নোকোৱা দেখি সেই মুহূৰ্ততে সি উচ্চ বাচ্য একো নকৈ ৰাস্তাৰ মাটিত ভৰিৰ আঙুলিৰ নখেৰে এটা কটা চিন আঁকি মনত শপত লৈছিল— এদিন সি ইয়াৰ চূড়ান্ত প্ৰতিশোধ ল'বই ল'ব।

পুলিচে বিমলক ৰাজহুৱা বস্তু চুৰি কৰা গোচৰত থানালৈ নি জেল হাজোত পোৰালেগৈ। ক্ৰোধত সি কাৰাগাৰত মৌন আষ্ফালন কৰি থাকিল।

বিমল খনিকৰৰ ধাৰা লাগিছিল— 378/379 I.P.C. ।379 ধাৰামতে চুৰি কাৰ্যৰ কাৰণে হয়তো তিনি বছৰৰ ভিতৰতে জৰিমনাসহ সশ্ৰম কাৰাদণ্ড হলহেঁতেন। গাঁৱৰ মানুহৰ যদি দুজনমানে তাৰ পক্ষে সাক্ষ্য দিলেহেঁতেন, তেন্তে ৰেহায়ো পালেহেঁতেন। কিন্তু সি কাৰাগাৰৰ পৰা পলাই গৈ সংঘটিত কৰা গোচৰ হ'ল U/S 375/376 I.P.C.

375 I.P.C. হ'ল ধৰ্ষণৰ গোচৰ, অৰ্থাৎ Rape Case, আৰু সেই গোচৰৰ 376 I.P.C. মতে শাস্তি প্ৰদান কৰা হয়। এই Sexual Offences বিলাক অৰ্থাৎ ৰেপ্ কেছৰ অপৰাধ গুৰুত্ব সহকাৰে লৈ আদালতত বিচাৰ কৰা হয়। ধৰ্ষণ গোচৰৰ শাস্তি হিচাপে কমেও সাত বছৰৰ পৰা দহবছৰৰ লৈকে দিয়া হয়, লগতে জৰিমনাও থাকে। গোচৰৰ লক্ষ্য নিৰূপণ কৰি এনে আচামীয়ে যাবজ্জীৱন সশ্ৰম কাৰাদণ্ডও ভোগ কৰিবলগীয়া হ'ব পাৰে।

কাৰাগাৰৰ পৰা পলাই গৈ বিমল গোলাঘাটত কিছুদিন ছদ্মবেশ লৈ থাকিল। শুনামতে ঠেলাও চলালে, জোতা ভাল কৰা মুচিয়াৰো হ'ল। ভিক্ষাৰীৰো ৰূপ ধাৰণ কৰি পুলিচ, চিনাকি মানুহৰ পৰা আঁৰত থাকিল এনেদৰে বহুত দিন গ'ল। ছমাহমান যোৱাৰ পিছত তাৰ প্ৰত্যাশিত প্ৰতিশোধৰ জ্বালা নুমুৱাবলৈ সুযোগ বিচাৰি এদিন এৰাতি অনিমাহঁতৰ ঘৰৰ পাছফাল বাঁহনিৰ মাজত সোমাই থাকিল।

এবাৰ অনিমাই পিছফালৰ পুখুৰীৰ পৰা পানী নিবলৈ আহোঁতে ছোং চাই থকা বিমলে সাউতকৰে ওলাই আহি তাইৰ মুখত সোপা দি বাঁহনিৰ মাজলৈ চোচোঁৰাই লৈ গ'ল। তাইৰ অনেক কাকুতি মিনতি আওঁকাণ কৰি নৃশংস ভাবে পশুৰ দৰে ধৰ্ষণ কৰিলে। মুমূৰ্ষু অৱস্থাত তাইক তাতে এৰি থৈ পোনচাতেই সি মহীধৰক লগ ধৰি অনিমাক বাঁহৰ গেজেপনিৰ মাজত ধৰ্ষণ কৰি এৰি থৈ অহা খবৰটো দি একে উশাহেই থানা অভিমুখে দৌৰিব ধৰিলে। সি গৈ থানা পালেগৈ। থানাতহে গৈ সি উশাহ সলালে। থানাৰ দাৰোগাৰ আগত সকলো কথা অকপটে কৈ আত্ম সমৰ্পণ কৰিলে।

তাৰ যেন প্ৰতিশোধৰ স্পৃহা আৰু নাইকিয়া হ'ল।

পৰিকল্পিতভাবে শীতল মস্তিষ্কৰে কৰা এই দুৰ্ঘোৰ অপৰাধৰ কাৰণে বিমল খনিকৰৰ যাবজ্জীৱন কাৰাদণ্ড হোৱাৰ সম্ভাৱনাই অধিক।

কিন্তু সি মনত পৰম প্ৰশান্তি লৈহে যেন আকৌ কাৰাগাৰলৈ উভতি আহিল। ❑❑

# কাৰাগাৰত আবদ্ধ আঁকৰী ৰঞ্জুমা

(১)



এন্ চী এল্— নন্ ক্রিমিনেল্ লুনেটিক্ অর্থাৎ অপৰাধ নকৰা মানসিক ৰোগী।

মহিলা প্ৰহৰীজনী গৈ মহিলা কক্ষৰ দুৱাৰমুখত সোমাই মানসিক ৰোগী ছোৱালীজনীক বিচাৰিবলৈ ধৰিলে।

প্ৰহৰীজনীয়ে মনতে ভোৰভোৰালে—

ঃ ক'ত্নো জুপুকা মাৰি বহি থাকে জানো চকুতে নপৰে।

— এইবুলি চাওঁতে চাওঁতে এটা চুকত লেপেটা কাঢ়ি মূৰটো একতীয়াকৈ

তললৈ দোৱাঁই ছোৱালীজনী বহি থকা দেখা পালে। প্ৰহৰীজনীয়ে ক'লে—

ঃ ঐ ব'ল ব'ল। বাপেৰ আহিছে। দেখা কৰগৈ।

ছোৱালীজনী আঁকৰীও। প্ৰহৰীজনীৰ কথাত তাই কোনো সঁহাৰি নজনোৱাত তেওঁ হাতেৰে অঙ্গ-ভঙ্গি কৰি বাপেকৰ বিৱৰণ বুজোৱাত তাইক চাবলৈ বাপেক আহিছে বুলি বুজিব পাৰি হঠাৎ তাইৰ সেমেকা আৰু গোমোঠা মুখখন ফৰকাল হ'ল। ওঁঠৰ চুক কেইটাত হাঁহি বিৰিঙিল। প্ৰহৰীজনীৰ সৈতে দৌৰি অহাৰ দৰে আহি আমাৰ কাৰ্যালয়ত সোমালহি।

কাৰ্যালয়ৰ ভিতৰতে ছোৱালীজনীৰ দেউতাক বহি আছিল। মাজে মাজে দেউতাকে ছোৱালীজনী চাবলৈ আহে। এইবাৰ অৱশ্যে তেওঁ বহুত দিনৰ মূৰত আহিছে।

দেউতাকক দেখিয়েই ছোৱালীজনী দৌৰি গৈ দেউতাকৰ বুকুত সোমাল। তাই উচুপি উঠিল। তাইৰ দুচকুৰ গৰম চকুপানীবোৰে দেউতাকৰ বুকুৰ এছাৱা তিয়াই পেলালে। দেউতাকেও ধৈৰ্য ধৰিব নোৱাৰিলে। শোকটো কষ্টেৰে সম্বৰণ কৰিবলৈ চেষ্টা কৰিছিল যদিও চকুৰ পানীখিনি ধৰি ৰাখিব নোৱাৰিলে। চছমাযোৰ খুলি চকুপানী টুকিলে।

আমি সকলোৱে এই মৰ্মান্তিক দৃশ্যটো। চাই আছিলো। আমাৰো মনটো সেই সেমেকাই তুলিলে।

দেউতাকে তাইৰ কপালত চুমা এটা খালে আৰু পোন কৰি থিয় কৰাই তাইৰ মুখলৈ চাই হাঁহিলে। ছোৱালীজনীয়ে, মুখখন ওফোন্দাই কান্দি কান্দি দেউতাকক ' আ পা ই বি' আদি শব্দৰে বহুতো ককৰ্থনা কৰিলে। দেউতাকে বুজি পালে। ইমান দিনৰ পিছত তাইক চাবলৈ অহাৰ কাৰণে আৰু ইয়াৰ পৰা তাইক নিনিয়াৰ কাৰণে তাইৰ খঙ উঠিছে বুলি ক'লে। আঁকৰীৰ কান্দোন চাৰিওফালে ৰজনজনাই গ'ল। প্ৰহৰীজনীয়ে ধমক্ দিলে—

ঃ কিমান কান্দি থাক? ব'ল ভিতৰলৈ ব'ল।

আচলতে তেৰ চৈধ্য বছৰীয়া এই ৰঞ্জুমা নামৰ ছোৱালীজনীৰ পাগলীৰ লক্ষণ দেখা নাযায়। তাই আঁকৰী আৰু কালবীহে। মুখৰ মাত ভালকৈ নুফুটে। মুখৰ 'আ পা ই পি' শব্দেৰে আৰু হাতৰ অঙ্গ-ভঙ্গীৰে সকলো মনৰ ভাব প্ৰকাশ কৰে বা কথা-বতৰা পাতে। সেই শব্দ কেইটাৰে মনৰ সকলো কথা ক'ব নোৱাৰাৰ বাবে মুখখনত অধিক জোৰ পৰি ধুনীয়া মুখখনো দেখিবলৈ আপচু হৈ পৰে।

সেই কাৰণে কোমল বয়সতে ছোৱালী জনীৰ কপাল আৰু থুঁতৰিৰ ওচৰত নিমজ ছালত মিহিমিহিকৈ বলিৰেখা পৰি গৈছে।

ৰঞ্জুমাই চকুকেইটা হাতেৰে মোহাৰি মোহাৰি দেউতাকলৈ চাই এইবাৰ হাঁহি দিলে। তাৰ পিছত তাইৰ আব্দাৰ আৰম্ভ হ'ল। দেউতাকৰ থুঁতৰিটোত ধৰি মুখখন ঘূৰাই চালে, ডিঙিৰ হাড়কেইডাল চুই চালে। চেলাউৰি মোৰ কোঁচাই, ওঁঠযোৰ জোঙাকৰি 'আপা ই পি' কৰি দেউতাকক সুধিলে— ইমান খীনাইছে কিয়? চাৰ্টৰ কলাৰ চালে— লেতেৰা হৈ আছেনেকি? বহি লৈ জোতাযোৰৰ ধূলিবোৰ ফ্ৰকটোৰ চুক এটাৰে মুচি দিলে।

জীয়েকৰ কাৰ্যত মানুহজনে আমাৰ ওচৰত অপ্ৰস্তুত হৈছিল। তেখেতে হাতযোৰ কৰি আমাক বেয়া নাপাবলৈ ক'লে আৰু জীয়েকৰ মৰমত, তাই অঙ্গ-ভঙ্গীকে কোৱা কথাবোৰৰ উত্তৰ ভালকৈয়ে দি গ'ল। মানুহজনৰ উত্তৰৰ পৰাই তাই কি প্ৰশ্ন কৰিছিল আমি বুজিব পাৰিছিলো। অৱশ্যে তেখেতে অঙ্গ-ভঙ্গীৰেও তাইক বুজাই গৈছিল। মাক নহাৰ কাৰণে তাই অভিমান কৰিলে। ককালৰ বিষটো বেছি হৈছে নেকি সুধিলে। ভায়েকে পঢ়িছেনে নাই, ক্ৰিকেট খেলিবলৈ যায় নে নাযায় সুধিলে। বায়েকক খঙ কৰি দেখুৱালে। বায়েকৰ ওচৰলৈ অহা মোচ থকা ল'ৰা এটাৰ কথাও সুধিলে, তাই তাক ভাল নাপায় বুলিও ক'লে।

দেউতাকে আমাৰ অনুমতি লৈ তাইৰ হাতত সৰু মিঠাইৰ টোপোলা এটা, নতুন ফ্ৰক এটা আৰু গামোছা এখন উলিয়াই দিলে। প্ৰহৰীজনীৰ নিৰ্দ্দেশক্ৰমে ৰঞ্জুমাই বাধ্য হৈ চকুকেইটা ঢুলঢুলীয়া কৰি, মুখখন ওন্দোলাই দেউতাকলৈ ঘূৰি চাই চাই মহিলা কক্ষলৈ গ'লগৈ।

ৰঞ্জুমাক লৈ যোৱাৰ পিছত দেউতাকে চছ্‌মাযোৰ আৰু চকুকেইটা মুচি আমাৰ মুখকেইখনলৈ চালে, আমি কি কম ভাবি পোৱা নাছিলো। থোকা থুকি মাতেৰে মানুহজনেই ক'লে—

ঃ সৰুতে তাই এনে নাছিল।

কৌতুহল দমন কৰিব নোৱাৰি মই সুধি পেলালো তাই আঁকৰী আৰু কাণেৰেও নুশুনে বুলি আমি বুজিলো। কিন্তু তাইক জেলত থলেহি কিয়? মূৰৰ কিবা বিকৃতি আছে জানো?

ঃ প্ৰকৃততে তাইৰ মূৰৰ কোনো গণ্ডগোল নাই। স্মৃতি শক্তিও ঠিকেই আছে, মৰমিয়ালো। কিন্তু জেলত থবলৈ হ'লে পাগলী বুলিয়েইটো থব লাগিব। তাই মোৰ দ্বিতীয় সন্তান। জন্মৰ পিছৰে পৰা তাইৰ দেহৰ কোনো বিসঙ্গতি দেখা পোৱা

নাছিলো। মাত কথাও ঠিকেই ফুটিছিল। স্বাস্থ্যপাতিও ভালেই আছিল। কিন্তু তিনি বছৰীয়া হওঁতে তাইৰ এবাৰ বৰ আই (বসন্ত) ওলাল। ভৰিৰ তলুৱাৰ পৰা আইয়ে দেখা দি গোটেই গা চানি পেলাইছিল, আমি তাই ভাল হৈ উঠিব বুলি ভবাই নাছিলো। আইক সন্তুষ্ট কৰিবলৈ পাৰেমানে নীতি-নিয়ম মানিছিলো। তাইক কলপাতত শুৱাব লগীয়া হৈছিল। দূৰ-দূৰণিৰ শীতলা পানী জৰাই আনি দিয়াৰ উপৰি আই সবাহো পতা হৈছিল। প্ৰায় দুমাহ আমি নোশোৱাৰ দৰে তাইক প্ৰতিপালন কৰাৰ মূৰকত তাই আৰোগ্য হৈছিল ঠিকেই, কিন্তু তাইৰ চিৰ জীৱনৰ কাৰণে মাতকথা নাইকিয়া হ'ল। বহুতো চিকিৎসা কৰাৰ পিছতো তাইৰ মাত কথা খিনি ঘূৰাই আনিব পৰা নগ'ল। ভুবনভুলোৱা হাঁহি লৈ জন্ম হোৱা ঠাণ্ডা প্ৰকৃতিৰ ছোৱালীজনীৰ আইসকল ওলোৱাৰ পিছত জক্ এটা থাকি গ'ল। এনেয়ে তাই ঠাণ্ডা হৈয়ে থাকে! কিন্তু কিবা কথাত কেনেবাকৈ খঙ উঠি জক্‌টো উঠিলে তাইক ঠাণ্ডা কৰাটো কঠিন হৈ পৰে।

ৰঞ্জুমাক কিয় পাগলী সজাই জেলত থব লগীয়া হ'ল, মানুহজনে সকলো কথা ক'লে। আত্মদহনে পীড়া দি থকা মানুহজনৰ অন্তৰত ঠাহ খাই থকা কথাবোৰ অকপটে আমাৰ আগত কৈ যেন সামান্যকৈ হলেও মনৰ বোজা তেওঁ পাতলালে।

হয়ো। কাৰাগাৰত অঁকৰা আঁকৰী, মূক বধিৰ আৰু পঙ্গু লৰা-ছোৱালীক ৰখাৰ কোনো ব্যৱস্থা নাই। সেই সময়ত আজিৰ দৰে বিকলাঙ্গ ল'ৰা-ছোৱালীক ৰখাৰ গৃহ বা সুবিধাও তেনেকৈ নাছিল। কিন্তু অপৰাধ নকৰিলেও মূৰৰ বিকৃতি ঘটা মানুহ, যি পৰিয়ালে বা সমাজত অনিষ্টকাৰক হৈ পৰে, তেওঁলোকক মানসিক চিকিৎসালয়ত চিকিৎসাধীন কৰাবলৈ সময়মতে আসন নোপোৱাৰ কাৰণে বিভিন্ন ঠাইৰ কাৰাগাৰ সমূহতো ৰখাৰ ব্যৱস্থা আছে। শাৰীৰিক অঙ্গক্ষত বা বিকলাঙ্গ লোক নোহোৱা অঁকৰা ল'ৰা-ছোৱালীক বা ডাঙৰ মানুহক ঘৰৰ স্বাভাৱিক জীৱন যাত্ৰাত প্ৰতিবন্ধক হৈ থিয় দিলে অসহ্য হৈ পাগল সজাই হ'লেও জেলত থোৱাৰ ব্যৱস্থা পৰিয়ালৰ দুই একে নকৰা নহয়।

ৰঞ্জুমা নামৰ ছোৱালীজনীও মনোবিকাৰগ্ৰস্ত বুলি কাৰাগাৰত ৰখা অপৰাধ নকৰা পাগলী।

ৰঞ্জুমাৰ দেউতাক নৱ শৰ্মাৰ পৰিয়াল গাঁৱৰ ঘৰত থাকে। শৰ্মাই নগৰত চাকৰি কৰে। শনিবাৰে ঘৰলৈ যায়, দেওঁবাৰে থাকি সোমবাৰে পুৱাই চাইকেল চলাই কামলৈ আহে।

ৰঞ্জুমাৰ আই ওলোৱাৰ পিছত তাইৰ শাৰীৰিক আৰু মানসিক অৱনতি

ঘটাত মাকে অকলে বাপেক নোহোৱাকৈ চম্ভালিব নোৱাৰা হৈ পৰিল। ইতিমধ্যে তেওঁলোকৰ ল'ৰা এটিও জন্ম হৈছিল। গতিকে নানা অসুবিধাৰ কাৰণে নগৰতে তেওঁ ঘৰ এখন সাজি পৰিয়ালটো লৈ আহে। লাহে লাহে আন দুটা ল'ৰা-ছোৱালীৰ লগতে ৰঞ্জুমাও ডাঙৰ দীঘল হয় যদিও এই আঁকৰী ছোৱালীজনীক লৈ মাক দেউতাকৰ যথেষ্ট কষ্ট হয়। মাকৰে আহুকাল বেছি হ'ল। বিয়া-সকাম আদি সামাজিক অনুষ্ঠানবিলাকত তেওঁলোক ফালৰি কাটি থাকিবলৈ ধৰিলে। আত্মীয়-স্বজনৰ পৰা তেওঁলোকে দূৰত্বত থাকিহে ভালপোৱা হ'ল।

মাকৰ মনত নিজৰ ভাগ্যক লৈ এটা অজান বিদ্ৰোহৰ ভাবে কম বেছি পৰিমাণে যেন ক্ৰিয়া কৰি থাকে। মাজে মাজে মানুহজনীৰ নিজৰ ওপৰতে ধিক্কাৰ জন্মে। মানুহজনী খঙাল হৈ পৰে।

ৰঞ্জুমাৰ অস্বাভাৱিক কথাবতৰা, কাৰ্যকলাপবোৰ পৰিয়ালৰ নৈমত্তিক ঘটনা বুলি সকলোৱে মানি ল'বলৈ চেষ্টা কৰিছিল। মৰম-চেনেহ কৰা লৈ সৰু-ল'ৰাটো আৰু তাইৰ মাজত টনা-আজোৰা হয়, হুলস্থূলো লাগে। তথাপি মাকে তাইকে অধিক মৰম কৰে। মাজে মাজে অধৈৰ্য হৈ মাকে দেউতাকৰ ওচৰত অসন্তুষ্টি বা ক্ষোভো প্ৰকাশ কৰে। দেউতাক অৱশ্যে ঘৰত থাকিলে ৰঞ্জুমা কেতিয়াও ক্ষুব্ধ নহয় বা আনৰ কষ্ট হ'ব পাৰা কোনো কাম নকৰে। একেবাৰে শান্ত হৈ থাকে। দিনৰ দিনটো দেউতাকৰ সৈতে খেলাধুলা কৰি আনন্দ মনেৰে ছাঁটোৰ দৰে লাগি থাকে।

ল'ৰা-ছোৱালীকেইটা যিমানেই ডাঙৰ হৈ আহিবলৈ ধৰিলে, সিমানেই নানানটা নতুন নতুন সমস্যায়ো দেখা দিলে। প্ৰধান সমস্যা হ'ল ল'ৰা-ছোৱালী দুটাৰ বন্ধু-বান্ধবক লৈ। ৰঞ্জুমাই ঘৰলৈ নতুন কোনোবা আলহী-অতিথি আহিলে বৰ ভাল পায়। আনন্দত অধীৰ হৈ তেওঁলোকৰ লগত কথা পাতিব খোজে। নানা ধৰণেৰে আবদাৰ বিচাৰে। ভায়েক-বায়েকৰ বন্ধু-বান্ধৱ আহিলে ওচৰলৈ গৈ 'আ পা আ পি' কৰি কথা পাতিবলৈ ধৰে। ভায়েক আৰু বায়েকে লাজ পায়। তাইক ভিতৰলৈ মাতি আনি চকু টেলেকা কৰি খঙ কৰে। আলহী যোৱাৰ পিছত মাকে তাইক মৰম সাদৰেৰে বুজায়। মানুহৰ আগলৈ ওলাবলৈ হাক দিয়ে। কিন্তু কেতিয়াবা অতিষ্ঠ হৈ খঙ, হতাশা, বিৰক্তিত ৰঞ্জুমাক দুই এছাট কোবাইও আৰু নিজেই দুখত ভাগি পৰি তাইৰ সন্মুখতে তাইক মৰিবলৈ শাও শপনি দিয়ে। পিছ মুহূৰ্ততে কান্দিকাটি আঁকৰী জীয়েকজনীক সাবটি ধৰি ভাত পানী নাখাই শুই থাকে।

ৰঞ্জুমাৰ অন্তৰখনে কথা বুজি নোপোৱা নহয়। তাই আঘাত পায়। প্ৰাণপণে

হয়তো তাই সংযত হ'বলৈ চেষ্টা কৰে, কিন্তু নোৱাৰে, পাহৰি যায়। পিছত আকৌ একেবোৰ কথাৰে পুনৰাবৃত্তি হয়। লাহে লাহে তাই অভিমানী হৈ পৰে আৰু কিবা এটা আক্ৰোশতো ভোগে। কেতিয়াবা মাকে তাইক খাবলৈ দিলে খণ্ডত ভাতৰ কাঁহী উবুৰিয়াই বা যিকোনো বস্তু দলিয়াই খটিয়াই দিয়া হ'ল। বায়েকে যদি নিজৰ কছ্‌মেটিক বস্তু, কাপোৰ কানি, চেণ্ডেল আদি তাই খুজিলে নিদি লুকুৱাই থয়, বা ধম্‌কি দিয়ে, তাই পিছমুহূৰ্তত বায়েকৰ কিবা এটা বস্তু নষ্ট নকৰাকৈ নেৰে। কিন্তু বায়েকে মৰমেৰে যদি তাই খোজা বস্তু দিয়া যেন দেখুৱায়, তেতিয়া তাই মৰমত গলি যায় আৰু সন্তোষ মনেৰে বায়েকক সাৱটি ধৰে।

যিয়েই নহওক, এটা মুকলিমুৰীয়া আৰু নিৰ্ভৰযোগ্য মন লৈ মৰম-চেনেহৰ মাজতে ৰঞ্জুমা আছিল। কিন্তু তাইৰ এই আচহুৱা আচৰণ ঘৰখনৰ কাৰণে উদ্বিগ্ন আৰু বিৰক্তিদায়ক হৈ পৰে, যি কাৰণে তাইক মানসিক বৈকল্য বা উন্মাদৰোগ নথকা সত্ত্বেও পাগলী সাজি কাৰাগাৰৰ খুপৰিলৈ নিক্ষেপ কৰা হ'ল।

(২)

ৰঞ্জুমা নামৰ আঁকৰী আজলী ছোৱালীজনীক নিজৰ গুণ বা স্বভাৱ অক্ষুণ্ণ নথকা আৰু মানসিক ব্যাধি থকা ছোৱালীবুলি কাৰাগাৰলৈ পঠিয়াইছিলে হয়, কিন্তু যিটো ভাৱত তাইক পঠিওৱা হৈছিল, ঘৰৰ মানুহৰ মনলৈ এটা সুস্থিৰ ভাব আহিছিল যদিও হিতেই বিপৰীত হ'ল।

শাৰীৰিক চিকিৎসাৰ বাহিৰে অসমৰ কাৰাগাৰসমূহত মানসিক চিকিৎসাৰ কোনো সুবিধাই নাই। তাৰপৰা কেনেবাকৈ যদি তেজপুৰৰ মানসিক চিকিৎসালয়ত আসন পায়, তেতিয়াহে তেওঁলোকৰ অৰ্থাৎ মানসিক বিকাৰগ্ৰস্ত ৰোগীসকলৰ উপযুক্ত চিকিৎসা আৰম্ভ হয়, কিন্তু তাৰ আগতেই যাব বুলি অপেক্ষা কৰি থকা বহুতো এনে উন্মত্ততা থকা ৰোগীৰ অবস্থা কাহিল হয়গৈ।

তদুপৰি কাৰাগাৰত একেটা কোঠাতে মানসিক ৰোগীৰ লগত সনাপিটিকা হৈ থাকে নানা অপৰাধ কৰা আচামী বা শাস্তি ভোগ কৰা বিভিন্ন ম্যাদৰ কয়েদী সকল।

আগতেই উল্লেখ কৰা হৈছে, ৰঞ্জুমা নামৰ আঁকৰী ছোৱালীজনী প্ৰকৃততে মানসিকভাৱে সুস্থই আছিল। গতিকে তাইক এনেকুৱা এটা অস্বাভাবিক আৰু কদৰ্যময় পৰিবেশলৈ পঠিওৱা হ'ল, য'ত তাইৰ শাৰীৰিক মানসিক ভাৱে আক্ৰান্ত নোহোৱাকৈ নাথাকে।

ৰঞ্জুমাৰ দেউতাক নৱ শৰ্মাই এইবোৰ কথা বুজিও যেন নুবুজা হৈ পৰিল। ঘৰখনৰ অৱস্থা বা বিৰাগ ওপজা জঞ্জালৰ পৰা অব্যাহতি পাবলৈ বন্ধু-বান্ধৱৰ আগত নিজৰ ঘৰৰ দুৰৱস্থাৰ কথা কওঁতে তেওঁক কোনোবাই তাইক জেলত ভৰাই থোৱাৰ উপদেশ দিলে। কোনোবাই ক'লে তাই যিহেতু অসুস্থ মানুহৰ আচৰণ কৰে গতিকে মগজৰ বিকৃতি ঘটিব পাৰে। যদিও মাক দেউতাকে ভালদৰেই জানে যে তাই আঁকৰী হ'লেও, অস্বাভাবিক আচৰণ কৰিলেও মানসিক বিকাৰগ্ৰস্ত নহয়।

তথাপি উপদেশ দিয়া বন্ধু বান্ধৱৰ দিহা পৰামৰ্শৰ কথা উলাই কৰিব নোৱাৰিলে। দুজনমান বন্ধু লৈ এদিন নৱ শৰ্মা থানা পালেগৈ আৰু জীয়েকৰ মগজৰ বিকৃতি ঘটিছে বুলিয়েই লিখিতভাবে জনালে।

এটা কথা অৱশ্যে পুলিচ বা অন্যান্য লোকক পতিয়ন যোৱাবলৈ ভাল হৈছিল এই কাৰণেই যে ৰঞ্জুমাৰ খঙটো আগতকৈ বৃদ্ধি পাইছিল। ঘৰৰ মানুহে লাহে লাহে তাইক অত্যাচাৰো কৰিবলৈ ধৰিলে। অতি আপোনজনো নিজৰ স্বাৰ্থ ব্যাহত হ'লে প্ৰায়বোৰ লোকৰে অসূয়া বা দ্বেষ মনোবৃত্তি জাগৃত নোহোৱা নহয়।

ঘৰখনত এই মনোবৃত্তি অলক্ষিতে জাগি উঠিবলৈ ধৰিলে ৰঞ্জুমাৰ বায়েকৰ বিয়া ঠিক হোৱাৰ পিছত। এই সামাজিক অনুষ্ঠানৰ আয়োজনৰ কাৰণে আগৰ অকলশৰীয়াকৈ থাকি ভাল পোৱা ঘৰখনক মিতিৰ কুটুম বা ওচৰ চুবুৰীয়াৰ প্ৰয়োজন বাঢ়িল।

বিশেষকৈ বায়েকৰ দৰাজন অহা লৈ। বিয়া ঠিক হোৱাৰ পিছত ল'ৰাজন ঘনাই আহিবলৈ ধৰিলে আৰু যিদিনাই ল'ৰাজন বা ল'ৰাজনৰ ঘৰৰ মানুহ আহে, ব্যস্ততাপূৰ্ণ ঘৰখনত ৰঞ্জুমাৰ কাৰ্যকলাপ বা উপস্থিতিয়ে সকলোৰে কাৰণে বিৰক্তিদায়ক হৈ পৰে। তাইক যিমানেই অৱহেলা কৰিবলৈ ধৰিলে সিমানেই তাইৰ জেদ বাঢ়ি গ'ল। বায়েক, ভায়েকহঁতে অলপীয়া কথাতে মাৰধৰ কৰা হ'ল। সামান্য এটা দোষ কৰিলেই মাক দেউতাকক আপত্তি দিয়ে। মাকে আলহী, অতিথি আহিলে তাইক দুৱাৰ বন্ধ কৰি পিছলৈ থোৱা হ'ল, ফলত তাই ভিতৰত থকা বস্তু দলিয়াই খটিয়াই ভিতৰতে প্ৰস্ৰাৱ কৰি বিদ্ৰোহ কৰিবলৈ ধৰিলে।

গতিকে তাইক পাগলী সজাবলৈ অকণো কঠিন নহ'ল। যিদিনাখন আৱকাৰী বিভাগৰ পৰা নৱ শৰ্মাৰ ঘৰলৈ অনুসন্ধানৰ কাৰণে পুলিচ আহিছিল সেইদিনাও ৰঞ্জুমাক ভালেমান পৰৰ পৰা এটি কোঠাৰ ভিতৰত আবদ্ধ কৰি ৰাখিছিল। ভিতৰৰ লণ্ড ভণ্ড বস্তু দেখি পুলিচে ৰঞ্জুমা দোৰ্ঘোৰ পাগলী বুলি সততে পতিয়ন গৈছিল। তদুপৰি তাই পুলিচ দেখি যথেষ্ট ভয়ো খাইছিল আৰু চিঞৰ বাখৰো কৰিছিল।

গতিকে আদালতৰ জৰিয়তে ৰঞ্জুমাক কাৰাগাৰৰ বন্ধ খোঁটালিত সুমুৱাই দিলেগৈ। ঘৰৰ সকলোৱেই স্বস্তিৰ নিশ্বাস পেলালে। এই নিমাখিত মৰম আকলুৱা ছোৱালীজনীৰ মানসিকতা বুজি তাইৰ লগত লাগি ফুৰিবলৈ কাৰোৰে আজৰি নাছিল আৰু মনৰ প্ৰস্তুতিও হেৰুৱাইছিল।

ঘৰখনলৈ শান্তি আৰু নীৰৱতা আহিল। কিন্তু ৰঞ্জুমাৰ জীৱন যন্ত্ৰণাময় আৰু কষ্টদায়ক হৈ পৰিল। কি কাৰণে ক'ব নোৱাৰো, দেউতাকৰ বাহিৰে কাৰাগাৰলৈ তাইৰ খবৰ ল'বলৈ এদিনো কোনো নাহিল। অৱশ্যে কাৰাগাৰত থকা মানুহক পৰিয়াল বৰ্গই ঘনাই দেখা কৰাৰ নিয়মো নাই। যিয়েই নহওক, ৰঞ্জুমাৰ ঘৰৰ তুলনাত কাৰাগাৰত খাদ্য, প্ৰতিপালন আৰু ভাল পৰিবেশৰ অৱনতি ঘটিল, শোকত তাই ভাগি পৰিল। ফলত তাইৰ ঘনাই অসুখ হ'বলৈ ধৰিলে।

কাৰাগাৰত সেই সময়ত ডাক্তৰ, কম্পাউণ্ডাৰ আছে যদিও পুৰুষ ফাটেকৰবাদে মহিলা ফাটেকত চিকিৎসালয় নাই, মহিলা নাৰ্ছো নাই। গতিকে ৰঞ্জুমাৰ অৱস্থা বৰ্ণনাতীত হ'বলৈ ধৰিলে।

ৰঞ্জুমা নামৰ ছোৱালীজনীৰ বিষয়ে সবিশেষ জানিব পাৰি মোৰ তাইলৈ এটা মৰম উপজিছিল। মহিলা ফাটেকলৈ যাওঁতে মই তাইৰ খা-খবৰ ৰাখিছিলো, অৱশ্যে এইটো আমাৰ কৰ্তব্যও আছিল। তথাপি অন্যান্য চালাক চতুৰ আৰু বিভিন্ন চৰিত্ৰৰ কয়েদী, আচামী, পাগলীসকলৰ মাজত তাই অকলশৰীয়া হোৱাৰ কাৰণে মোৰ তাইৰ প্ৰতি আন্তৰিকতা অধিক হৈছিল।

এদিন মই কাৰ্যালয়ত কামৰ মাজত বুৰগৈ আৰু গোপনীয় টোকা এটা টাইপ কৰি আছিলো। তেনেতে মহিলা কক্ষত ভিতৰৰ পৰা লীলাৱতী বৰা নামৰ প্ৰহৰীজনী আহি মোৰ কাষত ৰ'লহি। কিবা এটা কম বুলি ভাবিছিল যদিও মই একান্তমনে টাইপ কৰি থকা দেখি ক'বলৈ সাহ নকৰি আঁতৰি যাব খোজোতেই মই মাত লগালো—

ঃ কিবা ক'বলৈ আহিছিলানেকি?

ঃ এৰা বাইদেউ, আপুনি এবাৰ ভিতৰলৈ যোৱা হ'লে ভাল আছিল। আঁকৰী ছোৱালীজনীয়ে তিনিদিন মানৰ পৰা তেনেকৈ খোৱা বোৱা কৰা নাই।

ঃ কিয়? অসুখ-বিসুখ হৈছে নেকি? ডাক্তৰক খবৰ দিছানে?

ঃ ডাক্তৰ ৰাতিপুৱা আহিছিল। ঔষধ খুৱাই থৈ গৈছে। তথাপিও তাই খাবলৈ মন কৰা নাই।

ঃ তাইৰ বেছিকৈ বেমাৰ হৈছে কিজানি?

ঃ জানো? হ'বও পাৰে। ছোৱালীজনীয়ে অনবৰতে মন মাৰি থাকে। ধৰিব নোৱাৰো। আপুনি এতিয়াই ভিতৰলৈ এবাৰ যাবনেকি? ইয়াৰ আগতেও তাই নোখোৱা নোবোলা হওঁতে আপুনি গৈ কোৱাত তাই খাইছিল। এইবাৰো কিজানি খায়েই।

ঃ বাৰু, তুমি যোৱা, মই গৈ আছো।

লীলাৱতীয়ে ৰঞ্জুমাক মৰম কৰে। তেওঁৰ ডিউটি পৰিলে তাইক বিশেষভাৱে চোৱাচিতাও কৰে। এই আজলী ছোৱালীজনীৰ প্ৰতি তেওঁৰ মৰম চেনেহ আন প্ৰহৰী কেইগৰাকীতকৈ বেছি। মহিলা ফাটেকলৈ গ'লে প্ৰায়েই লীলাৱতীয়ে ৰঞ্জুমাৰ লগত অঙ্গ ভঙ্গীৰে কথাবতৰা পাতি ধেমালি ধুমুলা কৰি থকা দেখা পাওঁ।

দুই এজনীৰ বাদে প্ৰায়বিলাক কয়েদীয়েই ৰঞ্জুমাক জোকাই আমোদ পায়। তাইৰ অঙ্গ-ভঙ্গী আৰু শব্দৰ উচ্চাৰণত সিহঁতে সিঁয়াৰে, ঠাট্টা মস্কৰা কৰে আৰু খঙ তোলাই তাইক অতিষ্ঠ কৰি তোলে। লীলাৱতীয়ে কয়েদী বিলাকৰ এই অতপালিবোৰ দেখি খুব খং কৰে আৰু নিজেই মৰম সাদৰ কৰি তাইৰ আলপৈচান ধৰে। দুই এজনী কয়েদীয়ে অৱশ্যে তাইক মৰমো নকৰা নহয়। তাইক গা পা ধুবলৈ খটিয়াই থাকে আৰু চুলিখিনি আঁচুৰি ফনিয়াই আতৌপিতৌকৈ বেণী এডাল গাঁঠি দিয়ে।

মই গৈ ভিতৰ পালোগৈ। দেখিলো— ৰঞ্জুমাক লীলাৱতীয়ে ভাত খুৱাবলৈ যত্ন কৰি আছে। ৰঞ্জুমাই বহাৰ পৰা ওপৰলৈ মূৰ তুলি চোৱা নাই। মোক দেখি লীলাৱতীয়ে ক'লে—

ঃ চাচোন চা, কোন আহিছে—

দুবাৰমান কোৱাৰ পিছত কৌচমোচ খাই থকাৰ পৰা ৰঞ্জুমাই সেমেনা-সেমেনিকৈ অতি কৰুণ চাৱনিৰে মূৰ তুলি চালে। ইতিমধ্যে মই যোৱা দেখি অন্য কয়েদী বিলাকেও আমাক বেঢ়ি ধৰিলেহি। তাকে দেখি লীলাৱতীৰ খং উঠিল। তেওঁ কয়েদীবিলাকক ভেকাহি মাৰি ক'লে—

ঃ তহঁতে বাইদেউক হেঁচা মাৰি ধৰিছহি কিয়? আঁতৰ। এনেয়ে দেখোন নিমাখিত আজলী ছোৱালীজনীৰ ওচৰলৈকে নাহই, তাইক লৈ ঠাট্টা মস্কৰা, ৰঙ-তামাচাহে কৰ। নিমাতী ছোৱালীজনীক এমুঠি যত্ন কৰি খুৱাওচোন বাৰু তালৈ

মন কাণ নাই। তইঁতৰ উদ্‌ভণ্ডালিতে তাই নোখোৱা হৈছে।

মই ৰঞ্জুমাক কেইবাবাৰো মৰমেৰে ভাত খাবলৈ কোৱা আৰু হাতেৰে দেখুৱাৰ পিছত আৰু লীলাৱতীৰ যত্নত তাই দুগৰাহমান ভাত পেটলৈ নিলে। লীলাৱতীয়ে তৃপ্তিৰে মোলৈ চাই হাঁহি এটা মাৰিলে। মই হাঁহিটোৰ সঁহাৰি জনাব খোজোতেই ৰঞ্জুমাই বমি কৰি পেটলৈ যোৱা ভাত কেইটা উলিয়াই দিলে। মই হতভম্ব হ'লো। তাইৰ যে কিবা এটা গুৰুতৰভাবে অসুখ হৈছে বুজিব পাৰি লগে লগেই ডাক্তৰ কম্পাউণ্ডাৰক খবৰ দিবলৈ ক'লো। মনটো বৰ বেয়া লাগিল। লীলাৱতীয়ে মোক কৈছিল—

ঃ বাইদেউ, তাই জানো পাগলী? তাইটো পাগলী নহয়! ক'তা? আমাৰ ইয়াতটো তাই পাগলৰ আচৰণ কৰা দেখা পোৱা নাই। তাইক ঘৰলৈকে লৈ যাবলৈ ক'বচোন।

লীলাৱতীৰ কথাখিনি ময়ো নভবা নহয়। তাই মুকলি-মুৰীয়াকৈ মৰম-চেনেহৰ মাজত ঘৰত থকাটোৱেই ভাল আছিল। তাইৰ মনটোৱে বিচৰাখিনি ঘৰতেহে পালোহেঁতেন। কাৰাগাৰৰ এই কঠোৰ বেষ্টনীৰ মাজত য'ত মৰম চেনেহৰ সলনি দাবী ধমকি, অনাদৰ অবহেলাই আছে, তাত তাইৰ আলসুৱা অভিমানী মনে ক'ত জীয়াই থকাৰ খোৰাক পাব?

কেইদিনমানৰ আগতে ৰঞ্জুমাৰ দেউতাক কাৰাগাৰলৈ আহোতে তাইৰ অসুখৰ কথা কৈ পাকে প্ৰকাৰে মই তাইক ঘৰলৈ লৈ যোৱাৰ কথাটো উনুকিয়াইছিলো। দেউতাকে বিষণ্ণ মনেৰে কৈছিল—

ঃ পাৰোতেনো নিজৰ ছোৱালীজনীক জেলত ৰাখিছোনে? কি কৰিম? তাই আমাৰ একমাত্ৰ সন্তান নহয়। আৰু দুটা ল'ৰা-ছোৱালী ঘৰত আছে। সিহঁতে ডাঙৰ হৈ আহিছে, সিহঁতৰো ভবিষ্যত আছে। তাইক জেলত থৈ আমি জানো শান্তি পাইছোঁ? কিন্তু এই অপ্ৰকৃতিস্থ ছোৱালীজনীক ইয়াত থোৱাৰ পিছত ঘৰখনলৈ যি সুস্থ পৰিবেশ আহিছে, তাক আকৌ অসুস্থ পৰিবেশলৈ ঘূৰাই নিবৰ মানসিকতা ঘৰৰ কাৰোৰে নাই। মোৰ বা মাকৰ অন্তৰত টান থাকিলেও সাংসাৰিক শান্তি বিনষ্ট হোৱাৰ আশঙ্কাত ময়ো সাহস গোটাব পৰা নাই। অৱশ্যে ডাঙৰ ছোৱালীজনীৰ বিয়াখন হৈ যোৱাৰ পিছত মই কিবা এটা সিদ্ধান্ত ল'ম।

এইবুলি দেউতাকে হুমুনিয়াহ কাঢ়ি গ'লগৈ। তাৰ পিছৰ পৰা দেউতাক আৰু অহা নাই।

ইতিমধ্যে জেলত ৰঞ্জুমাৰ অৱস্থা দিনক দিনে শোচনীয় হ'বলৈ ধৰিলে।

লীলাৱতীয়ে দিনৌ আহি তাইৰ অৱস্থাৰ কথা মোৰ আগত বৰ্ণনা কৰি যায়হি। ডাক্তৰৰ লগত মই নিজেও কথা পাতিলো। ডাক্তৰে ক'লে যে তাইৰ অৱস্থা একেবাৰে ভাল নহয়। গতিকে চিভিল হস্পিতাললৈকে পঠিওৱা ভাল হ'ব।

ৰঞ্জুমাই খোৱাবোৱা নকৰাৰ দৰেই হ'ল। গা পা নোধোৱা হ'ল, চুলিও নাচোৰা হ'ল। লেতেৰা পেতেৰা হৈ বহুত দিন পৰি থকাৰ পিছত তাইক চিকিৎসাৰ কাৰণে চিভিল হস্পিতাললৈ পঠিয়াই দিয়া হ'ল। কাৰাগাৰতকৈও চিভিল হস্পিটালত তাইৰ অৱস্থা অবৰ্ণনীয় হ'লগৈ। বিচনাৰ অভাৱত তাইক পকাতে কাপোৰ এডোখৰৰ ওপৰত পেলাই থলে। গাত লাগি নকৰা চিকিৎসা, অযত্ন আৰু মহ-দাহে খোৱাৰ ফলত তাইৰ মৰণ ওচৰ চাপি আহিল।

শেহৰ ফালৈ হেনো তাইক দেখিলেই ভয় আৰু দুখলগা অৱস্থা হৈছিলগৈ আৰু এদিন ঘৰৰ মানুহ কোনো নথকা অৱস্থাতে মুখত পানী এটোপা নপৰাকৈ ৰঞ্জুমা নামৰ আঁকৰী ছোৱালীজনীৰ মৃত্যু ঘটিল। ❑❑

# ইভটিজিঙৰ পৰা মাৰ্ডাৰলৈ

(১)



কাৰাগাৰলৈ এদিন চাৰিটা ল'ৰা হাজোতী হৈ আহিল। ল'ৰা কেইটাৰ বয়স বেছি নহয়। যোল্ল, সোতৰৰ পৰা বিশ বাইছ বছৰীয়া হ'ব। অৰ্থাৎ কলেজত পঢ়ি থকা দেখাত ভাল মানুহৰ ঘৰৰ ল'ৰা যেন লাগিল। কথা বতৰাত মাৰ্জিত, ভদ্ৰ।

এড্‌মিছন লোৱাৰ পিছত কৌতূহল সামৰিব নোৱাৰি ল'ৰা কেইটা হাজোতলৈ অহা গোচৰৰ ধাৰাকেইটাৰ বিষয়ে জানিবলৈ দণ্ডবিধি আইন খনত চকু ফুৰালো।

354 আৰু 509 I.P.C অৰ্থাৎ —Assault or Criminal

force to woman with intent to outrage her modesty. আৰু Word, gesture or act intended to insult the modesty of a woman. দণ্ড বিধি আইনখনত বিস্তৃত বিৱৰণো আছে। সেই সময়ত ল'ৰাকেইটাই জানি শুনি বা নজনাকৈ নাৰীৰ (বা ছোৱালীৰ) নাৰীত্বৰ ওপৰত কি আঘাত হানিছিলে গম নেপালো। বা, কি অভিপ্ৰায়েৰে অশালীন শব্দ, অঙ্গ-ভঙ্গী ইঙ্গিতেৰে মহিলাক অপমান কৰি সম্ভ্ৰম বিনষ্ট কৰিছিল ধৰিব নোৱাৰিলো। এই বিষয়ে ল'ৰাকেইটাকো একো প্ৰশ্ন সোধা নাছিলো আৰু সুধিলেও যে সঠিক উত্তৰ নিদিব সেইটো খাটাং বুলি ধৰি লৈছিলো। অৱশ্যে ভদ্ৰ ব্যৱহাৰ বা মাৰ্জিত কথা-বতৰা কোৱা ভাল মানুহৰ ঘৰৰ ল'ৰাকেইটাই যে মাইকী মানুহক অপমান কৰাৰ সংক্ৰান্তত বেয়া কাম কৰি জেল হাজোতলৈ আহিল, সেই কথা নিশ্চিত হ'লো।

উক্ত ধাৰাকেইটাৰ সন্দৰ্ভতে জামিন হয়। গতিকে দুদিনৰ পিছতে ল'ৰা চাৰিটাৰ অভিভাৱক আহি জামিনত মোকলাই লৈ গ'লহি। জামিন ল'বলৈ অহা অভিভাৱক সকলৰ লগত অহা এজন লোক মোৰ চিনাকী ওলাল। মই তেখেতক মোৰ ওচৰলৈ মাতি আনি সুধিলো—

ঃ ল'ৰা কেইটাইনো কি কৰিছিল?

মানুহজনে মোলৈ চাই ক'লে—

ঃ কি কেছত আহিছে ধৰিব পৰা নাই? ছোৱালী জোকোৱা। বাপেক বিলাকে টকা ঘটিছে পুতেকহঁতে সেই টকা অবাবত উৰাই টিফিন খিলাই ফুৰাৰ উপৰিও বান্ধাই ঘাটে বৈ চিগাৰেট হুপি ছোৱালী জোকায়। হিন্দী চিনেমাৰ হিৰো হ'বলৈ যায়।—সেই যে যাদব উকীল—তেওঁৰ মাজু ছোৱালীজনীৰ পিছত ইহঁতৰ এটা ল'ৰা লাগিছিল। তাই স্কুললৈ যাওঁতে আটাইকেইটা ল'ৰাই সদায় বিৰক্ত কৰে। অকল তাই বুলিয়েই নহয়, ছোৱালী দেখিলেই সিহঁতে অশ্লীল মন্তব্য দিয়ে। এদিন যাদৱ উকীলে হাতে লোটে ধৰিবলৈ পুলিচ লৈ আহিছিল। পুলিচে ধৰি আনি থানাৰ পৰা জেল পোৱালেহি হয়, কিন্তু কি হ'ব? বেইলেবল্ কেছ। এইবোৰ গোচৰত স্থং সাক্ষী সাথাকে আদালতৰ পৰাই খালাচ্ হৈ যাব।

ঃ উকীলৰ নিজৰ ছোৱালী যেতিয়া তেওঁ ছাগে কিবা এটা কৰিব। দোষীক শাস্তি নিদিয়াকৈ কেনেকৈ থাকিব?

ঃ একো কৰিব নোৱাৰে। আটাইকেইটা ভাল মানুহৰ ঘৰৰ। মোৰ জেঠেৰিৰ ল'ৰাটোলৈকে নোচোৱা কিয়? তাৰ বাপেকৰ টকা পইচা ঢেৰ। কিন্তু ল'ৰা অহংকাৰে গৈছে, পঢ়াত সমূলি মনকাণ নাই। মই এবাৰ নোৱাৰিহে লগত ইয়ালৈ আহিলো।

কাৰাগাৰলৈ, এনে গোচৰত এনেকৈ অহা ল'ৰা বা অন্য মানুহ কম। পৰিকল্পিত ভাবে মাইকী মানুহৰ প্ৰতি কৰা অশালীন ব্যৱহাৰ যাক 'ইভটি- জিং' বুলি কোৱা হয়, তেনে অপৰাধীক আইনে সাঙুৰিবলৈ এই কাৰণে অসুবিধা যে ইয়াত কোনো সাক্ষ্যদান কৰা লোক পোৱা নাযায় আৰু থাকিলেও সাক্ষী দিবলৈ অমান্তি হয়। পুলিচে গ্ৰেপ্তাৰ কৰা এনে ল'ৰা বা মানুহ প্ৰায় ভাগেই থানাৰ পৰাই মুকলি হৈ যায়।

স্কুল, কলেজীয়া বা অন্য ল'ৰা কিছুমানে চাৰিআলি, তিনিআলিৰ ঘুমটি দোকানত বৈ বা পুলত বহি ছোৱালী জোকোৱাটো সিহঁতৰ নিচাযেন হৈ পৰে। কলেজলৈ পলমকৈ গৈ বা খটি কৰি হ'লেও স্কুল কলেজলৈ যোৱা বা অন্য ছোৱালীৰ পিছে পিছে গৈ, বৈ থাকি সুহুৰিয়াই, অশ্লীল শব্দ প্ৰয়োগ কৰি অতিষ্ঠ কৰি তোলে। কেতিয়াবা অশ্লীল ইঙ্গিতো দিয়ে। ইয়াতে ক্ষান্ত নাথাকি কিছুমানে লগৰীয়াৰ লগত বিট্ মাৰি কোনোবা ছোৱালীৰ গাটো হাত দিয়ে। ফুল বা অন্য বস্তু হাতত গুজি দিয়ে।

আজিকালি ইভটিজিং অবশ্যে কমি গৈছে। থাকিলেও মানুহৰ সততে দৃষ্টি গোচৰ নহয়। ছোৱালীবিলাকে লৰাৰ সমানে সমানে সাহসিকতাৰে আগবাঢ়ি যোৱাৰ ফলত ল'ৰাই ছোৱালীলৈ ভয়ো কৰা হৈছে। সচেতন অভিভাৱকৰ কাৰণে বা শিক্ষাৰ দিশত বিভিন্ন দিশ মুকলি হোৱাৰ ফল স্বৰূপে আড্ডা মাৰি ফুৰিবলৈ ল'ৰা বিলাকৰ সময়ো নোহোৱা হৈছে। আজিকালি সেনা, পুলিচৰ ভয়ত লগতে উগ্ৰপন্থীৰ কুটাঘাতমূলক কাৰ্যকলাপৰ কাৰণে ৰাস্তাই ঘাটে টহল দিবলৈ বা বৈ বৈ ছোৱালীৰ পিছত লাগিবলৈ ভয় কৰা হৈছে, তথাপিও ইভ্‌টিজিং— অৰ্থাৎ ইভে আদমক জোকোৱা বা অত্যুক্তি কৰা কাৰ্য আগৰ দিনৰ পৰা কম বেছি পৰিমাণে চলি আহিছে আৰু চলি থাকিবই।

ছোৱালী জোকাই আমোদ লাভ কৰা মানসিকতা ল'ৰা বা অন্য মানুহৰ কম সংখ্যক হ'লেও নথকা নহয়। যেনেকৈ কলেজ-বিশ্ববিদ্যালয়ত Ragging ত বহুত ল'ৰা ছোৱালীয়ে সহ্য কৰি সহজভাবে ল'ব পাৰে কিন্তু কিছুমানৰ কাৰণে বিৰক্তিদায়ক আৰু সংশয়ৰ কাৰণেই নহয়, অতিষ্ঠ হৈ দুই একে আত্মহত্যা কৰাও দেখা যায়। ইভটিজিঙতো বহুতো ছোৱালীয়ে কাণসাৰ নকৰে, কিন্তু কিছুমানে লাজ, ভয় আৰু অতিষ্ঠ হৈ স্কুল কলেজেই এৰি দিয়ে। উচ্চ মধ্যবিত্ত ঘৰৰ ছোৱালী আৰু মাইকী মানুহ সুৰক্ষিত। তেওঁলোকৰ বডিগাৰ্ড আৰু ড্ৰাইভাৰ লগত থাকে। কিন্তু টেন্‌শ্বন্ হয় মধ্যবিত্ত ঘৰৰ গৃহস্থৰ। তেওঁলোকে সামাজিক সম্ভ্ৰম্ বিনষ্ট কৰা কথাবোৰৰ পৰা এৰাই চলে বা ভয়ত চুপ চাপ থকাটোৱেই শ্ৰেয় বুলি বিবেচনা কৰে আৰু প্ৰতিবাদ কৰিবলৈ টান পায়। দৰিদ্ৰৰ সীমাৰেখাৰ তলৰ চাম্নে, যাৰ

খাই বৈ জীয়াই থকাটোৱেই জীৱনৰ একমাত্ৰ সমস্যা হৈ পৰে, তেওঁলোকে ভয় আশঙ্কাত এইবোৰ অকাণ্ড দেখিও নেদেখাৰ ভাও জোৰে বা জুৰিবলৈ বাধ্য হয়।

সাময়িক উত্তেজনা, আত্মতৃপ্তি, লগ সঙ্গৰ লগত পাতলীয়া আমোদৰ কাৰণে সাধাৰণতে ল'ৰাবিলাকে ইভটিজিংৰ দৰে কুকৰ্মবিলাক কৰে। কেৱল যে এনে মনোবৃত্তিৰ ল'ৰাই ৰাস্তাই ঘাটে বৈ থাকিয়েই এনে অপৰাধ কৰে এনে নহয়। কিছুমানে ফুটপাথত ধাক্কা মাৰি বা চিনেমা হলৰ আগত ভিৰৰ মাজত, ৰাজহুৱা উৎসৱৰ ভিৰৰ মাজত লগতে সুৰুঙা পালেই যি কোনো স্থানত ইচ্ছা কৰি ছোৱালীৰ গাত টিপা, চিকুট মাৰি যোৱা দেখা যায়। ফুট পাথত যাওঁতে বহুতো ভাল ভাল মানুহেই মাইকী মানুহৰ গোপনীয় অঙ্গত হাত বা খুঁচাই যোৱাটোত সাময়িক উত্তেজনা লভিবলৈ তেনে অশালীন কাম ক্ষিপ্ৰতাৰে কৰা দেখা যায়। দুৰ্গা পূজা আদি লোকাৰণ্যৰ মাজতে ছোৱালী বোৱাৰীৰ গা চিকুটা ল'ৰাৰ লগতে কিছুমান বয়োজেষ্ঠ মানুহৰো কু-প্ৰবৃত্তি থকা চকুত পৰিছে।

ইভ্‌টিজিং অৱশ্যে ইমান ক্ষতি কাৰকো নহয়। কোনোবাই দুই এটা মন্তব্য কৈ জোকালে একো অনিষ্ট সাধন নহয়। কিন্তু কেতিয়াবা এই ইভ্‌টিজিং অনিষ্টকাৰক হৈ পৰে— য'ত ভায়োলেন্সে প্ৰাধান্য লাভ কৰে।

সাধাৰণতে পুলিচৰ ওচৰত ইভ্‌টিজিং কোনো সমস্যা নহয়। কাৰণ পুলিচৰ ডাঙৰ ডাঙৰ অপৰাধ বিলাকত চকু দিব লগীয়া হোৱাত ইভ্‌টিজিং অপৰাধ বা সমস্যা বুলিয়েই গণ্য নকৰে বা গুৰুত্ব সহকাৰে নলয়।

কাৰাগাৰলৈ 354/509 I.P.C. ধাৰাত অহা ল'ৰা কেইটাৰ নিছিনা লৰাই ইভ্‌টিজিং কেৱল কৰেনে? যদিও তেনে ধৰণৰ ল'ৰাই শতকৰা বেছি, কিন্তু অন্যবিকৃত মানসিকতা গঢ় লোৱা মানুহ নথকা নহয়। বিশেষকৈ অশিক্ষিত, কিশোৰ, বেকাৰ যুৱক, মাস্তান, কলেজত পঢ়া ল'ৰা, সম্ভ্ৰান্ত বংশৰ তৰুণ, অবিবাহিত-বিবাহিত ব্যক্তিও কেতিয়াবা নজৰত পৰে। শিক্ষাগত, পেশাগত, বা সামাজিক অৰ্থনৈতিক— বিশেষ গণ্ডিৰ ভিতৰত ধৰিলে নহ'ব।

দলবদ্ধভাৱে ছোৱালী জোকোৱা কাৰ্যত বিশেষভাৱে অপৰাধীয়ে আমোদ লাভ কৰে। কাৰণ অকলশৰীয়া হ'লে তেওঁলোকৰ সাহসৰ অভাৱ হয়।

এনে অপৰাধী বহুতেই মানসিক বিকৃতি (Perversion) কাৰণেও হোৱা দেখা যায়। বহুতো ল'ৰাই হতাশাত ভুগি ভুগি তেওঁলোকৰ সুস্থ মানসিকতাৰ বিলুপ্তি ঘটে। সেই কাৰণে সমাজৰ নীতি নিয়মক আওকাণ কৰি আত্মতৃপ্তি উপলব্ধি কৰে। তেওঁলোকে নিষিদ্ধ বস্তু সেৱন বা মদ খাবলৈ যেনেকৈ কুণ্ঠাবোধ নকৰে, তেনেকৈ মাইকী মানুহৰ প্ৰতি অশালীন আচৰণ কৰিবলৈকো পিছ নোহোঁহকে।

ছোৱালীৰ প্ৰতি অশালীন ব্যৱহাৰ কৰি কাৰাগাৰলৈ অহা ল'ৰা চাৰিটা অৰ্থাৎ

মণ্টু, পৰেশ, ৰাণা, প্ৰাঞ্জল নামৰ ল'ৰা কেইটাৰ দুটা কলেজত পঢ়া, বিশিষ্ট ব্যক্তিৰ সন্তান এটা পঢা আধা ডুখুৰীষা কৰা ল'ৰা আৰু কেইবা বছৰো মেট্ৰিকৰ দেওনা পাৰ হ'ব নোৱাৰা ল'ৰা। সিহঁতে সদায়ে নগৰৰ উপপথ এটাৰ কাষত থকা ডাঙৰ বট গছ এজোপাৰ তলত থকা ঘুমটি দোকানখনতে বৈ সদায় স্কুল কলেজলৈ অহা যোৱা কৰা ছোৱালীবোৰক নিম্নখাপৰ কথা বতৰা কৈ, হাঁহি খিকিন্দালি কৰি জোকায়। সিহঁতকেইটাৰ মাজত মণ্টু দত্ত নামৰ ল'ৰাটো লীডাৰ। সিঁহতৰ কাৰণে তামোল পান খাবলৈ অন্য মানুহ যাবলৈকে টান পায়। কেইবাজনী ছোৱালীক অভিভাৱকে আগবঢাই দিব লগাত পৰে।

যাদব উকীলৰ ছোৱালীজনী ঠাণ্ডা আৰু সহজ সৰল ছোৱালী। তাই ছোৱালী হাইস্কুলত পঢ়ে। স্কুললৈ অহা যোৱা কৰোঁতে সদায় দোকানখন পাৰ হৈ যাব লাগে। প্ৰথমতে সিহঁতে অন্য ছোৱালীৰ লগতে তাইকো জোকাইছিল। কিন্তু পিছলৈ তাৰে কোনোবা এটা ল'ৰাই তাইৰ পিছত ঘূৰিবলৈ ধৰিলে। ছোৱালীজনী অতিষ্ঠ হোৱাই নহয়, মানসিকভাৱেও আক্ৰান্ত হ'ল। তাইৰ মুখৰ হাঁহি নাইকিয়া হ'ল। ল'ৰাকেইটাই তাইৰ পৰা কোনো সঁহাৰি নোপোৱাত পিছলৈ উদ্ভগালি কৰিবলৈ ধৰিলে। হিন্দী ছবিৰ ডায়লগ্ মাতি বা গীতৰ কলি শুনাই ফটা কাগজৰ টোপোলা দলিওৱা দেহৰ অশ্লীল বিৱৰণ শুনোৱা, কুৎসিত অঙ্গ-ভঙ্গী দেখুওৱা কাম কৰিবলৈ ধৰিলে। এদিন তাইক আগভেটি ধৰি নাম আৰু ঘৰৰ ঠিকনা বিচাৰিলে। এটাই অশ্লীল ছবি কথা থকা কিতাপ এখন কিতাপৰ বেগত সুমৱাই দিলে। তদুপৰি হাতত ধৰিবলৈ বা গাত হাত দিবলৈকো খুজিলে।

তাই মাক বাপেকৰ আগত সকলো কথা কান্দি কান্দি কোৱাত দেউতাকে এদিন সতৰ্কতাৰে চিভিল ড্ৰেচত পুলিচৰ লগত লৈ ল'ৰাকেইটাক হাতে লোটে ধৰা পেলায়। সিহঁতেও 'চাই লম' বুলি হুমুকি দিলে।

ল'ৰা কেইটাৰ কোনো ধৰণৰ শাস্তি নহ'ল। জামিনত থাকোতে এদিন সিহঁত নিৰ্দ্দোষী বুলি মুক্তি পালে। 354/509 I.P.C অনুসৰি কোনো আচামী দোষী সাব্যস্ত হ'লে এক বা দুই বছৰৰ কাৰণে কাৰাবাস হয়। লগতে জৰিমনাও ভৰিব লাগে। কিন্তু দোষীয়ে জানো শাস্তি পায়? এই ধাৰাত জামিন হোৱাৰ বাবে অনায়াসে দোষীয়ে উপযুক্ত প্ৰমাণৰ অভাৱত সাৰি যাব পাৰে।

পথত আৰক্ষী বিভাগৰ পৰা সঘনে অহা যোৱা কৰি পুলিচ পেট্ৰোলিঙৰ কাৰণে আজিকালি এনে ধৰণৰ আড্ডা প্ৰায় নাইকিয়া হৈছে।

ল'ৰা কেইটাই যাদব উকীলক 'চাই লম' বুলি কৈছিল যদিও তেওঁক বা জীয়েকক চাই ল'বলৈ সুবিধা উলিয়াব নোৱাৰিলে।

বৰ্ণিত অৰ্থাৎ কাৰাগাৰলৈ অহা ল'ৰাকেইটাৰ পাছলৈ উদ্ভণ্ডালি আৰু অতিচাৰ ইমানেই বৃদ্ধি পাবলৈ ধৰিলে যে যাৰ ফলত সিহঁতৰ মাজৰে মণ্টু দত্ত নামৰ ল'ৰাটো হত্যাকাণ্ডৰ বলি হৈ অকাল মৃত্যুক সাৱটি ল'ব লগা হ'ল।

(২)

নগৰৰ মাজ মজিযাত থকা দলং এখনৰ তলত মণ্টু দত্ত নামৰ কলেজত পঢ়ি থকা ল'ৰা এটাৰ মৃতদেহ ওলাল।

উৎকট গোন্ধ ওলালত সেই অঞ্চলটোত বাস কৰা কোনোবা বাসিন্দাই গৰু ছাগলী পৰি কিবা মৰি আছে নেকি চাবলৈ বুলি লগুৱা এজনৰ সৈতে চাওঁতেই গলিত অৱস্থাত থকা মৃতদেহটোৰ ওপৰত চকু পৰিল। আচৰিত হৈ তেওঁ ভয় আৰু উৎকণ্ঠাৰে ওচৰৰ মানুহক আৰু পুলিচক খবৰ দিলে। পুলিচে মৃতদেহ পোষ্টমৰ্টেম্ কৰালে। চিনাক্তকৰণৰ পিছত ওলাই পৰিল ল'ৰাটোৰ নাম মণ্টু দত্ত। তাৰ সাজ পোছাক আৰু তাৰ মুখখনত কিছু অংশ অক্ষত ভাবে থকাৰ পৰাই চিনাক্তকৰণৰ ক্ষেত্ৰত কোনো অসুবিধা নহ'ল।

আজিকালি ৰাস্তাইঘাটে বা য'তে ত'তে মৃতদেহ পৰি থকা দেখিলে মানুহৰ বিশেষভাবে প্ৰতিক্ৰিয়া নহয়। প্ৰতিদিনে এই হত্যাকাণ্ড বিলাক ঘটি থাকে। চকুৰ আগতেই কোনোবাই কাৰোবাক গুলি মাৰি দিব পাৰে বা ডেগাৰ বহুৱাব পাৰে। নতুবা কাৰোবাৰ গালৈ গুলি মাৰোতে কোন মৰে হিচাপ নাই। কিন্তু পোন্ধৰ বিশ বছৰৰ আগলৈকে এনেকুৱা অৰাজকতাৰ পৰিৱেশ বা খবৰ পৰা ওলালেই ভয় কৰিব লগীয়া একো নাছিল। গতিকে মণ্টু দত্তৰ হত্যাকাণ্ডটো কাকতে-পত্ৰই আৰু গোটেই নগৰখনতে ৰাষ্ট্ৰ হৈ গ'ল।

কিন্তু কোনে কিয় মণ্টু দত্তক নৃশংস ভাবে হত্যা কৰিব লগীয়া হ'ল? সকলোৱে কোৱা মেলা কৰিবলৈ ধৰিলে।

মণ্টু দত্তই সেই সময়ত কলেজত পঢ়ি আছিল। কোমল বয়সৰ ল'ৰা এটাক হত্যা কৰাটো নিষ্ঠুৰতাৰ পৰিচায়কেই নহয়, অ-মানবীয়ও। সকলো মানুহে ইচ্-আচ্ কৰিলে যদিও সকলো মানুহৰ পৰা সহানুভূতি আদায় কৰিব নোৱাৰিলে। ইতিমধ্যে মণ্টু নামৰ ল'ৰাটো অসৎ আৰু সৰুসুৰা নানানটা অপৰাধৰ লগত জড়িত থকা বুলি বহুত মানুহে গম পাইছিল।

যাদৱ উকীলৰ ক্লাছ নাইনত পঢ়া ছোৱালীজনীক নিতৌ অতিশয় বিৰক্ত আৰু অশ্লীলতা প্ৰদৰ্শন কৰি লগতে অভিভাৱক আৰু অন্য মাইকী মানুহকো অভদ্ৰ অশিষ্ট আচৰণ কৰি মণ্টু দত্ত আৰু লগৰ তিনিটা ল'ৰাই কাৰাগাৰলৈ গৈ হাজোতত

থাকিব লগীয়া হ'ল যদিও সিহঁতৰ স্বাভাৱ চৰিত্ৰৰ তিলমানো শুধৰণি নহ'ল। সিহ'তৰ বৰ্বৰোচিত অসভ্যালি দিনকে দিনে বৃদ্ধিহে পালে।

মণ্টু দত্ত আৰু কেইবাবাৰো পৰীক্ষা দি মেট্ৰিকৰ দেওনা পাৰ হ'ব নোৱাৰা ৰাণা নামৰ ল'ৰাটোৰ বাদে বাকী দুটা ল'ৰাক পাছলৈ আয়ত্তলৈ আনিবলৈ অভিভাৱক সক্ষম হৈছিলগৈ। অৱশ্যে মণ্টুহঁতৰে লগত এনে প্ৰকৃতিৰ অন্য ল'ৰা লগ লাগিল। মণ্টু দত্তক দেউতাকে বা ঘৰৰ মানুহে মৰম সাদৰেৰে আঁকোৱালি লৈ বুজাই বঢ়াই সৎ পথলৈ আনিবলৈ চেষ্টা কৰাৰ বিপৰীতে কঠোৰ শাসনমুলক ব্যৱস্থা গ্ৰহণ কৰাৰ কাৰণে তাৰ মনত ৰুগ্ন অসুস্থ আৰু জেদ, ভাবে অধিক ক্ৰিয়া কৰিবলৈ ধৰিলে। 'মই যি ইচ্ছা তাকে কৰিম, তহঁতে কি কৰিবি'? ইত্যাদি অসংযত দাম্ভিক আৰু ওফাইদাং মৰা কথা কৈ কাকোকে পৰোৱাই নকৰা হ'ল। তাৰ মনত চৌবিশ ঘণ্টাই ক্ৰিয়া কৰি থাকে এটা অসন্তোষীয়া ভাবে। গতিকে কোমল বয়সতে সি উচ্ছৃঙ্খলতাৰে সময় কটাবলৈ ভাল পোৱা হ'ল।

পুলিচে মৃতদেহটো পোৱাৰ দুই তিনিদিনমানৰ পিছতেই ছিদ্দিক নামৰ এজন মানুহ আৰু তেওঁৰ ভায়েকক মণ্টু দত্তৰ হত্যাকাণ্ডটোত জড়িত আৰু গ্ৰেপ্তাৰ কৰি কাৰাগাৰলৈ লৈ আহিল। গোচৰৰ ধাৰা হ'ল 302 I.P.C. লগতে অন্য ধাৰাও আছে।

মণ্টু দত্তৰ গাটোত চোকা অস্ত্ৰেৰে ঘপিয়াই হত্যা কৰা হৈছিল। হত্যাকাৰীজনে খং আৰু প্ৰতিশোধৰ জ্বালাত আক্ৰান্ত হৈয়ে যে তাক অমানুষিকভাৱে হত্যা কৰিছিল পুলিচে গম পালে।

আগতেই কোৱা হৈছে, মণ্টু ভাল মানুহৰ ঘৰৰে ল'ৰা আছিল। সৰুতে তাৰ মাকৰ মৃত্যু হোৱাত মন মাৰি থকা এটি ঠাণ্ডা ল'ৰা আছিল। দেউতাকে পুনৰ বিয়া কৰোৱাৰ পিছৰে পৰাই ডাঙৰ হৈ অহাৰ লগে লগে মণ্টু সৰু হৈ থকাৰ দৰে ঠাণ্ডা হৈ নাথাকিল। সি উদণ্ড ল'ৰা হৈ পৰিল। ঘৰত প্ৰায়েই নথকা হ'ল। পঢ়াত সি চোকাই আছিল। সেয়েহে অনায়াসে ভালকৈ মেট্ৰিক পাছ কৰাৰ পিছত ভাল কলেজ এখনত ছীটো পালে। কিন্তু কলেজলৈ যোৱা কমাই দিলে। লগৰ তাৰদৰে উদণ্ড ল'ৰা কেইটিমানৰ লগ হৈ বাস্তাই দোকানে আড্ডা দিয়া হ'ল। মদ, চিগাৰেট খাবলৈ ধৰিলে। মণ্টুৰ দেউতাকে তাক প্ৰথম অৱস্থাত মৰম চেনেহেৰে বুজাইছিল। পিছলৈ মৰম চেনেহৰ পৰিবৰ্তে কথা নুশুনাৰ কাৰণে গালি গালাজ দিবলৈ ধৰিলে। কেইবাদিনো তাক কোবালে। গতিকে ঘৰত হুলস্থুল হোৱাৰ উপলক্ষ্য কৰি কেইবাদিনলৈকে সি ঘৰলৈকে নহা হ'ল। ঘৰৰ মানুহেও লাহে লাহে তাক লৈ মূৰ ঘমাবলৈ এৰি দিলে। ফলত মণ্টুৰে যি মন যায় তাকে কৰিবলৈ ধৰিলে।

আচলতে মণ্টু বা তাৰ লগৰ কেইটাৰ ইভটিজিং কৰি কৰি পাছলৈ আইনৰ চকুত পৰা সকলৰ অন্যান্য অপৰাধবিলাক কৰিবলৈ কুণ্ঠাবোধ নকৰিছিল। কাৰাগাৰত এবাৰ সোমোৱাৰ পিছত সিহঁতৰ বেপৰোৱা ভাব গঢ়ি উঠিছিল। যদিও তাৰ লগৰ ল'ৰা এটাৰ দেউতাক সম্ভ্ৰান্ত ব্যক্তি হোৱাৰ কাৰণে সিহঁতে অনায়েসে জামিনত খালাচ হৈ যাব পাৰিছিল।

যাদৱ উকীলে ল'ৰা কেইটাক গ্ৰেপ্তাৰ কৰোৱাৰ পিছৰে পৰা ছোৱালীক অকলশৰে এৰি নিদিয়া হ'ল। স্কুলৰ পৰা নিজেই অনানিয়া কৰা হ'ল। গতিকে মণ্টুহঁতে তাইৰ পিছত লাগিবলৈ আৰু সুযোগ উলিয়াব নোৱাৰিলে।

এইবাৰ সিহঁত লাগিল চফিয়া নামৰ ছোৱালী এজনীৰ লগত। কিছুমান ছোৱালীয়ে ল'ৰাই কৰা ৰং তামাছা, ইয়াৰ্কি তোষামোদ ভাল পায়। চফিয়া তাৰ মাজেৰে এজনী। তাই চঞ্চল প্ৰকৃতিৰ ছোৱালী। তায়ো সিহঁতৰ লগত ঘূৰা ফূৰা কৰিবলৈ ধৰিলে। এদিন চফিয়াই সিহঁতকেইটাৰ লগত চিনেমা চাই থকাৰ পৰাই ককায়েক ছিদ্দিকে তাইক ঘৰলৈ লৈ গৈ মৰিয়ালে। কিন্তু তাইৰ উদ্ধত স্বভাৱৰ সলনি নহ'ল।

চফিয়াৰ লগত হঠাতে বন্ধুত্ব হ'ল অন্য এজনী ভাল মানুহৰ ঘৰৰ ছোৱালী নয়নাৰ। নয়নাৰ দেউতাকৰ তলতে ছিদ্দিকে চাকৰি কৰে। ছিদ্দিক ঠাণ্ডা প্ৰকৃতিৰ আৰু সহজ সৰল মানুহ। নয়নাৰ দেউতাকে এদিন ছিদ্দিকক কথা শুনালে যে তাৰ ভনীয়েকজনীয়ে তেওঁৰ জীয়েকক তাইৰ সঙ্গলৈ আনি বেয়া কৰিব খুজিছে। সেইদিনা ছিদ্দিকে অন্তৰত বৰ আঘাত পালে। তাৰ আত্মসম্মানত লাগিল।

সি সেই মুহূৰ্ত্ততে অফিচৰ পৰাই কোবাকুবিকৈ গৈ ভনীয়েকক বিচাৰি ঘৰ পালেগৈ। ভনীয়েকক সি ঘৰৰ পৰা ওলাবলৈ দিয়া নাছিল। বহুত বিচাৰ খোচাৰ কৰাৰ পিছত হোটেল এখনত ভৰ দুপৰীয়া মণ্টু আৰু লগৰ দুটা ল'ৰাৰ লগত চফিয়া আৰু নয়নাক কিবা কিবি খাই থকা দেখা পালেগৈ। ভনীয়েক আৰু নয়নাক তাৰ পৰা লৈ আহিল। নয়নাক অফিচত থকা বাপেকৰ ওচৰত গতাই দি ভনীয়েকক মাৰধৰ কৰি ঘৰৰ ভিতৰত সুমুৱাই থ'লে।

ছিদ্দিকৰ ঘৰত মাক আৰু ভায়েক থাকে। মাকক সি জীয়েকক শাসন কৰিব নোৱাৰৰ বাবে গালি পাৰিলে। মাকেনো কি কৰিব? জীয়েক বিপথে যোৱাৰ পৰাই কাৰোৰে কথা নুশুনা হ'ল। ছিদ্দিক আৰু মাকৰ শাসনে একো কাম নিদিলে। কলেজলৈ যোৱাৰ ভাও কৰি মণ্টু দলৰ লগত য'তে ত'তে ঘূৰি ফুৰিবলৈ ধৰিলে। ছিদ্দিকৰ বন্ধু বান্ধৱ বিলাকে ভনীয়েকৰ কথা কৈ তাক তুচ্চ-তাচ্ছিল্য কৰিবলৈ ধৰিলে। উপাই নাপাই ছিদ্দিকে ভনীয়েকক কলেজৰ পৰা নাম কটাই কঠোৰ শাসনত ঘৰতে ৰাখিবলৈ ধৰিলে। এদিন কেইজনমান বন্ধু বান্ধৱৰ লগত লৈ মণ্টুক চফিয়াৰ

পৰা দূৰত থাকিবলৈ সকীয়াই দিলে। কিন্তু ইমানৰ পিছতো ভাল ফল নোপোৱাত ছিদ্দিক হতাশ হৈ পৰিল। এই হতাশাই ক্ৰোধ আৰু হিংসাৰ ৰূপ ল'লে।

এদিন মাজৰাতি ছিদ্দিক বাহিৰলৈ উঠোতে মন কৰিলে যে চফিয়া বিছনাত নাই। বাহিৰলৈ ওলাই গৈ দেখে বাৰীৰ এটা চুকত গছ এজোপাৰ আঁৰত মণ্টু দত্ত আৰু চফিয়াই অসংযতভাবে দুযো কথা পাতি আছে। ছিদ্দিকৰ গৰম তেজ মূৰলৈ উঠিল। সি আৰু ৰ'ব নোৱাৰিলে। বাহিৰত থকা কোৰখনেৰে মণ্টুক ঘপিয়াবলৈ ধৰিলে। মণ্টুৰ দেহটো অসাৰ হৈ পৰাত ভনীয়েকৰ মুখত সোপা দি ঘৰৰ ভিতৰ সোমালেগৈ। মণ্টুৰ মৃতদেহটো বস্তাত ভৰাই ৰাতিয়েই চাইকেলত তুলি নি ওচৰতে থকা সৰু নদী এখনৰ দলং খনৰ তলত পেলাই থৈ আহিলগৈ।

ছিদ্দিকৰ ভায়েকটোকো পুলিচে ধৰি নিছিল যদিও সি কেইবাদিনৰ আগৰে পৰাই ঘৰত নথকাৰ প্ৰমাণ হোৱাত তাক এৰি দিলে।

ছিদ্দিক জেল হাজোতত ছমাহ থকাৰ পিছত মণ্টু দত্তক হত্যা কৰা গোচৰটোৰ বিচাৰ হ'ল। বিচাৰত ছিদ্দিকে নিজৰ দোষ স্বীকাৰ কৰিলে। তাৰ যাবজ্জীৱন কাৰাদণ্ড হ'ল।

মণ্টু আৰু চফিয়াৰ অশালীন কাৰ্যৰ বাবেই ছিদ্দিক নামৰ সহজ সৰল ভাবে জীৱন নিৰ্বাহ কৰা সৎ ব্যক্তিজনে জঘন্য কাম কৰি কাৰাগাৰত গোটেই জীৱনৰ কাৰণে দণ্ড ভোগ কৰিব লগীয়া হ'ল। আনহাতে ঘৰখনৰ একমাত্ৰ উপাৰ্জনৰ মানুহ ছিদ্দিক নোহোৱা হোৱাত ঘৰখনৰ অৱস্থা পানীত হাঁহ নচৰা হ'লগৈ।

মণ্টু দত্ত নামৰ ল'ৰাটো সৰুতে ভালেই আছিল। কিন্তু পিছত ঘৰুৱা পৰিবেশত মানসিক তৃপ্তি হেৰুৱাই বাহিৰত ইভটিজিঙৰ পাল্লাত পৰি আনন্দ উপভোগ কৰি থাকোতে জ্ঞাতে বা অজ্ঞাতে অধঃপতনৰফালে গতি লৈ শেষলৈ অকাল মৃত্যুবৰণ কৰিবলগীয়া হ'ল।

এই বিষয়ে কথোপকথনত এজন সমাজ বিজ্ঞানীয়ে মোক কৈছিল।—

: ইভটিজিং এটা অতি নিম্নখাপৰ মানসিক আৰু শাৰীৰিক আমোদৰ আহিলা। ইয়াক এক ব্যাধি বুলিও ক'ব পাৰি। এই ব্যাধিৰ পৰাই মুক্তি পাবলৈ আৰক্ষী বিভাগে একো কৰিব নোৱাৰে। ইয়াৰ হাত সাৰিবলৈ ঘৰুৱা আৰু সমাজৰ সুস্থ পৰিবেশ হ'বই লাগিব। পুলিচ থানা, জেল হাজোত, প্ৰচলিত আইন কানুনত ইয়াৰ সমাধান সূত্ৰ দেখা নাযায়। ইভটিজিংতক নিৰ্মূল কৰিবলৈ হ'লে আইন আৰু কঠোৰ হ'ব লাগিব। নতুবা সমাজ সংগঠক সকলে সচেতনতাৰে ইয়াৰ বিৰুদ্ধে থিয় হ'ব লাগিব। ☐☐

# গোলাঘটীয়া

(১)



জীপ গাড়ীখনৰ পিছৰ চীট্‌ত যাৱজ্জীৱন কাৰাদণ্ডেৰে দণ্ডিত কয়েদীজনে নিৰোকা চামোন হৈ বহি আহিছিল।

শীৰ্ষ-স্থানীয় নেতা দুলাল বৰুৱাই আগচীট্‌ত বহি থকাৰ পৰাই ডিঙিটো সামান্য হেলনীয়া কৰি তেখেতৰ ব্যক্তিত্বপূৰ্ণ চাৱনিৰে কয়েদী জনৰ মুখলৈ চাই দুই এটা প্ৰশ্ন সুধিবলৈ ধৰিলে। সি কোনো উত্তৰ দিয়া নাছিল। সি মূৰ লৰচৰ নকৰাকৈ তললৈ মূৰ কৰি থম মাৰি বহি আছিল।

দুয়োকাষে বহি অহা কাৰাগাৰৰ প্ৰহৰী দুজনে তাৰ গাত হেঁচুকি কৈছিল—

ঃ ঐ, ছাৰে কি সুধিছে নকব কিয় ?

কয়েদীজনৰ কোনো কাণসাৰ নাই। সিযেন একো শুনা নাই। প্ৰহৰী কেইজনৰ সৰু সুৰা ধমকি, ঠাট্টা মস্কৰালৈ কৰ্ণপাত নকৰি সি নিজৰ চিন্তাতে বিভোৰ হৈ থাকিল। প্ৰহৰী দুজনেও আকোৰগোজ হৈ তাৰ মুখৰ পৰাই মাত উলিয়াবলৈ পেঘেনিয়াই থাকিল। শেষত অসহ্য হৈ দুলাল বৰুৱাই প্ৰহৰী কেইজনকেই ধমক দিছিল।

ঃ তহঁত দুটা মনে মনে থাকিবিনে? তাক আকৌ আমনি নকৰিবি।

চকলাটিং চাহ বাগিছাৰ ওচৰৰ এটি বোডৰ পৰা যোৰহাট, জিলা কাৰাগাৰৰ মূল গেটৰ সন্মুখলৈকে কয়েদীজনে 'টু' শব্দ এটাও নকৰিলে।

কয়েদীজনৰ নাম গোলাঘটীয়া। ঘৰো গোলাঘাটত। কয়েদীজনক বিচাৰি যোৱা সহকাৰী কাৰাধ্যক্ষ আৰু প্ৰহৰী দুজনলৈ অধীৰ উৎকণ্ঠাৰে বাট চাই থকা কাৰাগাৰৰ বিষয়া কৰ্মচাৰীসকলে জীপখন আৰু দুলাল বৰুৱাৰ লগত জীপত বহি অহা কয়েদীজনক দেখি আচৰিত হ'ল।

সেই সময়ত, কাৰাগাৰৰ অধীক্ষক গৰাকীয়ে নিজৰ কক্ষতে গম্ভীৰ হৈ কৰ্মচাৰী সকলক কৰ্ম-গাফিলতিৰ প্ৰতি সৰ্তক কৰি এটা টোকা লিখি আছিল। গেটৰ ভিতৰত কাৰাধ্যক্ষই ইফালৰ পৰা সিফাললৈ পায়চাৰি কৰি ফুৰিছিল। মুখ শুকাই টেমি যেন হৈছিলগৈ। পেটে পেটে বহুতো প্ৰহৰী,কৰ্মচাৰী ভয় খাইছিল— কাৰ শাস্তি হয় ঠিক নাই। কাৰাগাৰৰ সন্মুখত পুখুৰীটোৰ ইপাৰে থকা কাৰাগাৰৰ বিষয়া সকলৰ আবাসগৃহ কেইটাৰ সন্মুখৰ মহিলা, ল'ৰা ছোৱালী বিলাকেও ডিঙি মেলি কাৰাগাৰৰ ফাললৈ চাইছিল।

পলাই যাব খোজা কয়েদী গোলাঘটীয়াক গতাই দিয়াৰ পিছত, দুলাল বৰুৱাই কাৰাগাৰৰ কতৃপক্ষক কয়েদীজনক কোনো শাস্তি নিদিবলৈ বাৰে বাৰে অনুৰোধ জনাই যাবলৈ ওলালত,তেখেতৰ সহায়ৰ বাবে সকলোৱে ধন্যবাদ জনালে।

গোলাঘটীয়াই গুৰুতৰ অপৰাধ কৰিছিল। কাৰাধ্যক্ষই মাতি নি তাক কঠোৰ ভাবেৰে প্ৰশ্ন কৰিলে।

ঃ পলাইছিলি কিয় ?

চামোন হৈ থকা গোলাঘটীয়াই টপকৈ মাত লগালে—।

ঃ মই পলোৱা নাই। ঘৰৰ পৰা আহিব খুজিছিলো।

ঃ জেলৰ নিয়ম ভাঙি কোনেও নজনাকৈ যোৱাটোকে পলাই যোৱা বুলি

কয় মূৰ্খ! বাৰু কছোন,ঘৰলৈনো তই কিয় যাব লগা হ'ল?

তাৰ মুখৰ মাত নুশুনি কাৰাধ্যক্ষই চিঞৰি ধমক দি ক'লে—

ঃ ক', মুখেৰে নামাত কিয়?

ঃ ঘৰত কাম কৰা হালোৱাটোক কাটিবৰ কাৰণে গৈছিলোঁ।

তাৰ কথা শুনি কাৰাধ্যক্ষই বিচুৰ্তি খালে। তেওঁ মাত লগালে—

ঃ তোৰটো জেলৰ ম্যাদ শেষ হ'বলৈ বেছি দিন নাই। তই আকৌ এটা ঘটনা কৰিবলৈ কিয় গৈছিলি, ফাঁচী ল'ব খুজিছনেকি?

ঃ ফাঁচি বা জেলেই হওক, মই তাক কাটিমেই!

তাৰ কথা শুনি কাৰাধ্যক্ষৰ লগতে ওচৰত উপস্থিত থকা সকলো আচৰিত হ'ল। এই শান্ত শিষ্ট মানুহটোৰ এনে ৰূপ দেখি বহুতে তাৰ মূৰৰ বিকৃতি ঘটিছে বুলিও ভাবিলে। তেওঁ আকৌ সুধিলে—

ঃ বাৰু কছোন, কিয়নো তই হালোৱাটোক কাটিবলৈ ওলাইছ?

হঠাৎ সি কান্দি কাৰাধ্যক্ষৰ ভৰিটোত সাবটি ধৰিলে—

ঃ সেইটো কথা মোক নুসুধিব জেইলাৰ বাবু! মোৰ বুকুখন ফাটি যায়।

— সেইবুলি সি হুক্ হুক্ কৈ কান্দিবলৈ ধৰিলে। কাৰাধ্যক্ষই বহুত যত্ন কৰিও সেইদিনা তাৰ মুখৰ পৰা কোনো কথা উলিয়াব নোৱাৰিলে। সকলোৰে বুজিব পাৰিলে মৰ্মান্তিক আঘাত এটা পাইহে সি তেনে কাম কৰিবলৈ ওলাইছিল। গতিকে তাক বল প্ৰয়োগ কৰি কথা উলিয়াবলৈ যত্ন নকৰিলে, যদিও ডাঙৰ অপৰাধ কৰাৰ কাৰণে কিছুদিন চেলৰ ভিতৰত সুমুৱাই থলে।

গুৱাহাটী কাৰাগাৰৰ বৰ্তমানৰ অধীক্ষক বীৰেন হাজৰিকা শিৱসাগৰ আৰু যোৰহাট কাৰাগাৰত থাকোতে মই একেলগে কাম কৰিছিলো। সিদিনাখন গুৱাহাটী কাৰাগাৰৰ তেখেতৰ কাৰ্যলয়ত বহি তেখেত, কাৰাধ্যক্ষ কমল কৃষ্ণ দাস আৰু আমাৰ কথাৰ প্ৰসঙ্গত অসমৰ বিভিন্ন কাৰাগাৰ সমূহৰ মনত থাকি যোৱা কথাবোৰ বা ঘটনাবোৰ ৰোমন্থন কৰিছিলো। কথাৰ মাজত কাৰাগাৰৰ কয়েদী, কৰ্মচাৰী সকলৰ বহুতো আমোদজনক কথা ওলাইছিল।

হাজৰিকাই যোৰহাট কাৰাগাৰৰ গোলাঘটীয়াৰ কথা মনত পেলাই দিলত কাৰাগাৰৰ ডায়েৰীত তাৰ কথা লেখিবলৈ সুবিধা পালোঁ।

গোলাঘটীয়াৰ আচল নাম কি আছিল আমাৰ অৱশ্যে মনত নাছিল। মনত নাছিল এই কাৰণেই যে কাৰাগাৰত থাকোতে তাৰ প্ৰকৃত নাম উভ্য হৈ পৰি

গোলাঘঁটীয়া নামেৰেই কাৰাগাৰৰ ভিতৰ বাহিৰত মানুহৰ মুখত চলিত হৈ পৰিছিল।

উজনি অসমৰ ফালে আগতে গোলাঘঁটীয়া নামটো কেৱল গোলাঘাটৰ স্থায়ী বাসিন্দা সকলকেই কোৱা হোৱা নাই। কাৰোকাৰ গা মুৰ বেয়া হ'লে, সৰু-বৰ নৰিয়াত ভুগি ভুগি ভাল হৈ উঠাৰ পিছতো শৰীৰ দুৰ্বল হৈ থাকোতে কোনোবাই 'গাটো কেনে পাইছে' বুলি সুধিলে তৎক্ষণাত উত্তৰ দিছিল—'এহ গা গোলাঘঁটীয়া হৈয়ে আছে'। আকৌ অশেষ, শাৰীৰিক কষ্ট হ'লেও কয়—'গাটো গোলাঘঁটীয়া হ'ল'। গাটো গোলাঘঁটীয়া নহৈ যোৰহটীয়া বা শিৱসাগৰীয়া কিয় নহ'ল বুজিব পৰা নাযায়। অৱশ্যে দুই এটা কথা অনুমান কৰিব পাৰি- আগতে অন্যান্য প্ৰায়বিলাক ঠাইৰ তুলনাত গোলাঘাটৰ ৰাস্তা-ঘাট বৰ বেয়া আছিল। খোজ কাঢ়িয়েই হওক, বাইচাইকেলেৰেই হওক বা গাড়ী মটৰতেই হওক—খৰালি ধূলি আৰু দ' গাত, বাৰিষা পানী আৰু বোকাৰ মাজেৰে গোলাঘাটলৈ অহা যোৱা কৰিলেই গা জালুক খোৱা অৱস্থা হয়গৈ। তদুপৰি গোলাঘাট আৰু আশে-পাশে থকা ঠাই সমূহৰ মেলেৰিয়া, গ্ৰহণী, কলাজ্বৰ আদি অন্যান্য বেমাৰ-আজাৰৰ প্ৰকোপ অতি বেছি আছিল। গতিকে অসুস্থ শৰীৰৰ বৰ্ণনা বা ভাব প্ৰকাশ কৰিবলৈ হয়তো গোলাঘঁটীযা শব্দটো প্ৰয়োগ কৰিছিল।

কয়েদী-গোলাঘঁটীয়াৰ নামটো অৱশ্যে তাৰ জন্ম ঠাইৰ পৰাই হোৱা যেন লাগে। ভাবিবলগীয়া কথা, যোৰহাট কাৰাগাৰৰ হাজাৰৰো ওপৰ বাসিন্দাৰ কাকো জন্মস্থানৰ নামেৰে মতা নহয়। সি যি কি নহওক, গোলাঘঁটীয়া সকলোৰে বাবে প্ৰিয় নাম, প্ৰিয় মানুহ।

গোলাঘঁটীয়া হত্যাকাণ্ডৰ গোচৰত অহা সশ্ৰম কাৰাদণ্ডেৰে দণ্ডিত কয়েদী। মানুহটো হোলোং-গোজ। সহজ সৰলভাবে কোৱা কথা বতৰা, অমায়িক ব্যৱহাৰ, ভল্‌ভলীয়া হাঁহিমুখীয়া চেহেৰাই সকলোকে আৰ্কষণ কৰে। কাৰাগাৰৰ কিছুমান কয়েদী আচামীবদৰে তাৰ কথা বতৰা লৰক-ফৰক বা সাত ঘাটৰ চেঙেলীৰ নিচিনা নহয়, কিন্তু একাচেকা বিধৰ।

একে গাঁৱৰে তোলেনক দুৱাৰদাঙেৰে মাৰিয়াই হত্যাকৰি, গোলাঘাটৰ কাৰাগাৰৰ হাজোতী হিচাপে প্ৰথমি তাৰ অপৰাধৰ বিচাৰ শেষ হ'লত কাৰাবাস খাটিবলৈ যোৰহাট কাৰাগাৰলৈ স্থানান্তৰিত হয়।

কাৰাগাৰৰ বিভিন্ন শিল্পকৰ্ম, খেতিবাতি, ৰান্ধনি-শাল আদি সকলোতে নিপুণভাৱে কাম কৰি সি ৰক্ষক আৰু বিষয়া সকলৰ চকুত পৰা হৈ পৰে। গতিকে পাঁচ বছৰমান উকলি যোৱাৰ পিছত তাক কাৰাগাৰৰ ভিতৰ বাহিৰ হ'বলৈ সুযোগ দিলে। বিষয়া সকলৰ গৃহত বিশেষ কনবাৰি কৰি সহায় কৰি দিবলৈ গোলাঘঁটীয়াৰ

ডাক পৰে। বিহু-সংক্ৰান্তি আহিলেই গোলাঘটীয়াৰ উশাহ লবলৈকো সময় নাপায়। কাৰোবাৰ ঘৰত কাটা-নিমকি-খুৰ্মা, পকা মিঠৈ বনোৱা, আলহী আহিলে নানা ধৰণে সহায় কৰা, বাৰী-ঘৰ চোৱা ইত্যাদি কামবোৰ গোলাঘটীয়াই হাঁহি মুখে কৰি দিয়ে। এইবোৰৰ উপৰি সি বাঁহ-বেতৰ কাম বৰ সুন্দৰকৈ কৰিছিল।

গোলাঘটীয়াৰ এটা হেঁপাহৰ কাম আছিল বাঁহ বা বেতৰ বিচনী সজা। চ'ত মাহ সোমালেই গোলাঘটীয়াই কাৰাগাৰৰ বাবু সকলৰ কাৰণে বিশেষ কেইখনমান বিচনী সাজিবলৈ আৰম্ভ কৰে। সংক্ৰান্তিৰ দিনা বাবু সকলৰ গৃহৰ বাইদেউ সকলক প্ৰত্যেক বছৰে গোঁসাই বিহুৰ দিনা দৈ চিৰা খাওঁতে বছৰটোলৈ গাটো শাঁত পৰি যাবলৈ বিচিৰৰ কাৰণে একোখনকৈ বিচনী উপহাৰ দিয়ে। নহ'লে সি শুদামুখে বাইদেউ সকলে 'ইটো খা, সিটো খা,' বুলি যচা বিহুৰ বস্তু সি খাব নোৱাৰে। যদিও সিয়ে প্ৰতি ঘৰে ঘৰে পিঠাগুৰি-তিল খুন্দা, নাৰিকল ৰোকা কামবোৰ কৰি দিয়ে। তদুপৰি কোনোবা বাইদেৱে কয়— 'গোলাঘটীয়া, খোলাচপৰীয়া পিঠা কেইখন মোৰ হাতে নুঠা হ'ল অ'। মুখেই লাগিলে নেকি? চুণ অকণ সানি তয়েই ভাজচোন'।

গোলাঘটীয়াৰ বিহুৰ বাবে উপহাৰ দিয়া এই চাৰি চকীয়া আৰু ঘুৰোৱা নালৰ বিচনী কেইখনৰ বিশেষত্ব আছিল— বাঁহেই হওক বা বেতেই হওক, বিচনীকেইখন ইমান পাতল, ঘন আৰু মিহি আছিল যে কাগজ বা ছাতিৰ দৰে নুৰিয়াই বান্ধি থব পাৰিছিল। বিচনীখন নালডালত সৰুকৈ নুৰিয়াই বেতৰ সুত এডালেৰে বান্ধি বিজুলী বাঁহৰ সাফৰ থকা চুঙা একোটা সাজি তাত বিচনীখন সুমুৱাই একোটাকৈ চুঙা প্ৰত্যেকৰ ঘৰে ঘৰে উপহাৰ দিছিল।

কিন্তু কাৰাদণ্ডৰ ম্যাদ সৰহখিনি পাৰ কৰা গোলাঘটীয়াৰ সেইবাৰ বিহুত এই বিচনী উপহাৰ দিবলৈ যাওঁতে হোৱা ঘটনাই কাল হ'ল।

কাৰাগাৰৰ ভিতৰত বাগানত কাম কৰা আৰু বাহিৰৰ চাৰিবোৰৰ কয়েদী সকলে দিনটোত দুপৰীয়া আহাৰ খাবলৈ আনোতে এবাৰ গণ্টি হয়। আকৌ ৰাতি খোৱাবোৰাৰ পিছত শুবলৈ কক্ষ সোমাওঁতে এবাৰ গণ্টি হয়। সেই দিনা দুপৰীয়াৰ গণ্টিত এজন কম ওলাল। তন্ন তন্নকৈ চাওঁতে ওলাল যে গণ্টিত গোলাঘটীয়া নাই। সকলো আচৰিত হ'ল। বাহিৰত ঘুৰি ফুৰিলেও গোলাঘটীয়াৰ সময়ৰ জ্ঞান আছিল। সঠিক সময়ত সদায় সি কাৰাগাৰৰ ভিতৰ সোমাইগৈ। তেনেহলে সি গ'ল কলৈ? সকলোতে বিচাৰ খোচাৰ চলিল। নাই গোলাঘটীয়া উধাও হ'ল। বাবু সকলৰ গৃহত বিচনী দিবলৈ যোৱাৰ পিছৰ পৰা তাৰ আৰু দেখাদেখি নাই।

কয়েদী পলোৱাৰ এলাৰ্ম দিয়াৰ আগতে দুজন সহকাৰী কাৰাধ্যক্ষই স্কুটাৰত উঠি ৰাজ পথেদি তাক বিচাৰি গ'ল। প্ৰহৰী সকলেও পিয়াপি দি তাক বিচাৰিবলৈ ধৰিলে।

চকলাটিং বাগানৰ ওচৰত ৰাস্তাৰ কাষেদি গুজুং গুজুংকৈ গোলাঘটীয়া গৈ থকা দেখা পালে। হাতত সদায়ে থকা কলম কটাৰীখন। সহকাৰী কাৰাধ্যক্ষ কেইজনে গোলাঘটীয়াক দেখা পাই আগচি ধৰিলে আৰু তেওঁলোকৰ প্ৰশ্নৰ উপৰি সোধা প্ৰশ্নৰ সি কোনো উত্তৰ নিদি তললৈ মূৰ কৰি গোধৰি থাকিল। এনেতে প্ৰহৰী দুজন গৈয়ো সেই খিনিত হাজিৰ হ'ল। সহকাৰী কাৰাধ্যক্ষকেইজনৰ ইঙ্গিত পাই প্ৰহৰী কেইজনে তাক ধৰিব খোজোতে সি 'নধৰিবি' বুলি গুজৰি উঠিল।

ৰাতিপুৱা বিচনী দিবলৈ যোৱা গোলাঘটীয়াৰ মানসিকতা সেই সময়ত নাছিল। সি এটা জন্তুৰ দৰে হৈ পৰিছিল। প্ৰহৰী দুজনে তাক ধৰিব খোজোতে হাতৰ কলম কটাৰীখনেৰে ভাওনাৰ যুদ্ধত গদা ঘূৰোৱাৰদৰে ঘূৰাবলৈ ধৰিলে। তাক কোনোপধ্যেই ধৰিব পৰা নাই। সকলো বিবুদ্ধি হ'ল। প্ৰহৰী দুজনে তেওঁলোকৰ হাতত  থকা লাঠিৰে তাক কোবাই বশ কৰিব পাৰে, কিন্তু সেই শাস্তি দি গোলাঘটীয়াক কৰায়ত্ত কৰিবলৈ বিবেকত খুন্দিয়ালে। যিমানেই তাক বুজাবলৈ যত্ন কৰিলে সিমানেই সি উগ্ৰ হৈ পৰিল।

ৰাস্তাত গোট খোৱা মানুহবিলাকে সেই দৃশ্য দেখি আমোদ পালে, আচৰিতো হ'ল।

এনেকুৱাতে কৰোবাৰপৰা জীপ এখনত উঠি দুলাল বৰুৱা সেই পিনেদি আহক। ৰাস্তাৰ কাষত জুমটো দেখি গাড়ী ৰখাই সুধিলত আচল কথাতো জানিব পাৰিলে। এম, এল এ হৈ থাকোতে দুলাল বৰুৱা সকলোৰে মৰমৰ 'দাদা'। সহকাৰী জেইলাৰ কেইজনে ক'লে—

ঃ দাদা, কিবা এটা কৰক।

দুলাল বৰুৱাৰ গুৰু গম্ভীৰ মাতত গোলাঘটীয়াই তভক মাৰি ৰ'ল।

ঃ অই, জেল এৰি ক'ত গৈ আছিলি?

ঃ ঘৰলৈ। গোলাঘাটলৈ।

ঃ কিয়?

ঃ ঘৰত ঘটনা ঘটিছে!

ঃ কিয় কৈ মেলি নাহিলি?

ঃ নিমাত।

ঃ উঠ, মোৰ গাড়ীত উঠ।

সুৰসুৰকৈ আহি সি গাড়ীত উঠিলেহি।

(২)

কাৰাগাৰৰ নিয়ম কানুনৰ বাহিৰে কয়েদী আচামীৰ পৰিয়ালবৰ্গ বা তেওঁলোকৰ লগত বিষয়া কৰ্মচাৰী সকলৰ বিশেষ সৌহাদ্যপূৰ্ণ ভাব, ব্যৱহাৰ আৰু অন্য ধৰণেৰে সংযোগ স্থাপন কৰাটো দোষণীয় হৈ পৰে। আনকি কাৰাগাৰৰ ভিতৰত বিষয়া কৰ্মচাৰীসকলৰ কোনোবা নিকটাত্মীয় বন্দী হৈ থাকিলেও অগ্ৰাধিকাৰ দি অধিক সুযোগ দিয়াটোও কাৰাগাৰৰ নীতি বিৰুদ্ধ হৈ পৰে।

সমূহ কাৰাবন্দীকেই সমভাব স্থাপন কৰাটোৱেই নিতান্ত আৱশ্যক। অৱশ্যে স্বভাৱগত দুৰ্দ্দান্ত অপৰাধী সকলৰ প্ৰতি কঠোৰ শাসনমূলক ব্যৱস্থা গ্ৰহণ কৰাতো একান্তই বাঞ্চণীয়।

যাৱজ্জীৱন কয়েদী গোলাঘটীয়াই কাকো নোকোৱা নোবোলাকৈ কাৰাগাৰৰ নিয়মৰ বিৰুদ্ধাচাৰণ কৰি ঘৰলৈ গুচি যাব খোজাটো ডাঙৰেই অপৰাধ। যদি সি কাৰাগাৰৰ বিষয়া প্ৰহৰী সকলৰ হাতত ধৰা নপৰি আৰক্ষীৰ হাতত ধৰা পৰিলেহেঁতেন, তেন্তে আকৌ তাৰ নামত পুলিচ কেচ হৈ আদালতত বিচাৰ চলিহেঁতেন আৰু বিচাৰৰ অন্তত পুনৰ শাস্তি সংযোগ হ'লহেঁতেন। অৱশ্যে কাৰাধ্যক্ষই গোলাঘটীয়াক শাস্তিও নিদিয়া নহয়। কাৰাগাৰত তাক পূৰ্ব্বৰদৰে ভিতৰ বাহিৰ হ'বলৈ বন্ধ কৰি কিছুদিনৰ কাৰণে নিৰ্জন কক্ষৰ বন্ধ খুপৰিত থবলৈ নিৰ্দ্দেশ দিছিল। সেইটোও এক প্ৰকাৰ গুৰুতৰ শাস্তিয়েই।

অধ্যক্ষজন যোৰহাট কাৰাগাৰলৈ নতুনকৈ বদলি হৈ আহিছিল। কয়েদী হ'লেও শান্ত শিষ্ট, অমায়িক গোলাঘটীয়াৰ প্ৰকৃত চৰিত্ৰটো তেওঁলোকে উপলব্ধি কৰিব পৰা নাছিল। গতিকে কাৰাধ্যক্ষ প্ৰমুখ্যে বিষয়া, ৰক্ষক সকলৰ তাৰ প্ৰতি থকা বা দেখুওৱা নৰম, ক্ষমণীয় মনোভাব দেখি আচৰিতো হ'ল। পেটে পেটে খঙো উঠিল। প্ৰহৰী চতুৰী সকলৰ কৰ্ত্তব্যৰ গাফিলতিৰ কাৰণে জড়িত সকলৰ পৰা লিখিত জবাবদিহি বিচাৰিলে। কিন্তু কাৰাধ্যক্ষজনৰ কাৰাগাৰৰ কৰ্মৰ প্ৰতি থকা বিচক্ষণতাৰ কাৰণে অকণো খুঁত নাপালে।

ঘৰলৈ বুলি গুচি যোৱা গোলাঘটীয়াক পুনৰ কৰায়ত্ত কৰি কাৰাগাৰৰ বিষয়া, কৰ্মচাৰী সকলে স্বস্তিৰে নিশ্বাস লৈছিল যদিও, নিৰ্জন কক্ষৰ ভিতৰত সি কৰা

কাৰ্যত সকলো চিন্তিত হৈ পৰিল।

গোলাঘটীয়াই কাকো নোকোৱা নোবোলাকৈ ঘৰলৈ গৈছিল যদিও একেবাৰেই যোৱাটো তাৰ উদ্দেশ্য নাছিল। হ্যালোৱা সুৰেনক কাটিয়েই সি আকৌ জেললৈ ঘূৰি আহিব বুলি ভবিছিল। কিন্তু তাৰ উদ্দেশ্য সিদ্ধি নোহোৱাত সি অন্তঃ বেদনাত জ্বলি পুৰি মৰিছিল। সাতে পাছে তাৰ নিজৰ ওপৰতে খঙ উঠি খোৱা বোৱা পৰিত্যাগ কৰি নিৰ্জন কক্ষত সেমেকা পকাত দিনৰাতি পৰি থাকিল। সকলোৱে তাক খোৱা বোৱা কৰিবলৈ, গা-পা ধুই পৰিস্কাৰ হ'বলৈ বুজালে যদিও সি কাটি-কুটা নকৰিলে। সকলোকে এটাই মাত্ৰ কথা ক'লে যে এদিনৰ কাৰণে তাক ঘৰলৈ যাবলৈ দিব লাগে।

একোতে তাক সৈমান কৰিব নোৱাৰি কিছুদিনৰ পিছত গোলাঘটীয়াৰ শৰীৰৰ অৱস্থা বেয়াৰ ফাললৈ গতি কৰাত নেমু চেপা মচুৰ ডাইলৰ পানীৰে ফোৰ্চ-ফীডিং কৰি খুৱাবলৈ জেল কৰ্তৃপক্ষ বাধ্য হ'ল।

একেটা কথাতে গোলাঘটীয়াই লাগি থকা দেখি অধীক্ষকে বিষয়া সকলৰ সৈতে পৰামৰ্শ কৰি চিপাহী চন্তৰীৰে সৈতে কিছু সময়ৰ কাৰণে তাক ঘৰলৈ পঠিওৱাটোকে ঠিক কৰিলে আৰু মেজিষ্ট্ৰেটৰ অনুমতিৰ কাৰণে লেখিলে। সেই সময়ত কোনোবা যাৱজ্জীৱন কয়েদী কাৰাগাৰত থাকোতে তেওঁৰ ঘৰত মাক দেউতাকৰ বিয়োগ হ'লে বা তেনেধৰণৰ বিপদত পুলিচ প্ৰহৰীৰ ৰক্ষণাবেক্ষণত ক্ষন্তেকৰ কাৰণে ঘৰৰ পৰা আহিবলৈ অনুমতি প্ৰদান কৰা হৈছিল। অৱেশ্যে ভাল আচৰণকাৰীৰ ক্ষেত্ৰত এই কথা প্ৰযোজ্য হয়। আজি কালি এই নিয়ম আৰু শিথিল কৰা হৈছে।

নিৰ্জন কক্ষত পৰি থাকোতে গোলাঘটীয়াৰ ঘৈণীয়েকলৈ চেৰেংচেৰেংকৈ মনত পৰিবলৈ ধৰিলে। এই কেইবছৰত তাৰ অবিহনে ঘৈণীয়েকে অকলেই দুখ কষ্টেৰে জীৱন কটাবলগীয়া হৈছে। আঁজলী ঘৈণীয়েকজনীৰ কষ্টৰ কথা ভাবি তাৰ বুকু হুম হুমাবলৈ ধৰিলে। তাৰ অবিহনে তাইচাগে সদায়েই উজাগৰি নিশা কটায়। প্ৰতি বছৰেই বিহুৰ আগে আগে ঘৈণীয়েকে তাক দেখা কৰি যায়হি। সি দুখ নকৰি হাঁহি হাঁহি জেলৰ খাটনি পাৰ কৰিবলৈ উৎসাহ জন্মায়।

কিন্তু এইবাৰ বিহুত তাই খবৰ ল'বলৈ নাহিল। তাৰ মনটো গোজ্জালে। নিশ্চয় ঘৈণীয়েকৰ ডাঙৰ বিপদেই হৈছে। নহ'লে তাই কেতিয়াও নহাকৈ নাথাকে।

বিপদ মানে মহাবিপদেই হ'ল। কেইবাদিনৰ আগৰে পৰাই তাৰ মনটো চেবাই আছিল। কিবা এটা অঘটনৰ সম্বাদ সি নিশ্চয় পাব। পালেও বিহুৰ সংক্ৰান্তিৰ দিনা বাবুসকলৰ ঘৰত খিচনী একোখনকৈ দি অহাৰ পিছত কাৰাগাৰৰ ভিতৰলৈ

আহিব খোজোতেই পকা ৰাস্তাত ভেটাভেটি হ'ল একে গাঁৱৰে বনমালীৰ লগত। বনমালী তৰাজানত থাকে আৰু নেফাবাৰীত যোগান বিভাগৰ গুদামত কাম কৰে।

ঃ অ', বনমালী, বহুত দিন তোক দেখা পোৱা নাই। নাছিলি নেকি?

ঃ আছো। মাজতে কেইদিনমান ছুটি লৈ ঘৰলৈ গৈছিলোঁ।

ঃ আমাৰ ফালে ভুমুকি এটা মাৰিছিলিনে? আমাৰজনী বহুতদিন মোৰ খবৰ ল'বলৈকে অহা নাই দেখোন!

তিৰ্যক হাঁহি এটা মাৰি বনমালীয়ে ক'লে—

ঃ তোমাৰ আৰু কি খবৰ ল'বলৈ আহিব?

ঃ কিয়?

ঃ তুমি হ'বলা একোখবৰেই নোপোৱা? তুমি ভাল হেবাংটো হৈ আছা ককাইটি!

গোলাঘটীয়াই বনমালীৰ কথাৰ ৰহস্য বুজিব নোৱাৰি তাৰ মুখলৈ ভেবা লাগি চাই থাকিল। বনমালীয়ে ক'লে—

ঃ সঁচাকৈয়ে তুমি একো নাজানা !

সেইবুলি বনমালীয়ে তাক যি এষাৰ কথা ক'লে শুনি গোলাঘটীয়াৰ গা থৰক-বৰক হ'ল, মূৰটো আচন্দ্ৰাই কৰিলে, সন্মুখত থকা জেলখন বৃত্তৰ আকাৰত ঘূৰিবলৈ ধৰিলে। কিছুসময় অসাৰ হৈ থকাৰ পিছত সম্বিত ঘূৰাই পাই মানুহটো উদ্‌ভ্ৰান্ত হৈ পৰিল। চকুকেইটা অঙঠা হ'ল, উশাহবোৰ ঘন হ'ল। মনৰ ভিতৰতে বনৰ ৰজাই হোকোৰাদি হোকাৰি জেলৰ ফালে পিঠি দি তৰাজান সোণাৰি গাঁৱৰ পথটোৰেদি পোনাই ঘৰৰ অভিমুখে খোজ ল'লে। ট্ৰাঙ্ক ৰোডত উঠিহে তাৰ মগজুত খেলালে খোঁচনিত সিকি - আধলি এটাও নাই! অতদূৰ বাট ঘৰলৈ যাব কেনেকৈ?

ক্ৰোধ আৰু প্ৰতিশোধৰ জ্বালাত ডবহা ভৰি কেইটাৰে ৰাস্তাৰ কাষৰ শিলগুটি গুফৰাই খোজকাঢ়িয়েই গোলাঘাটলৈ যাবলৈ ধৰিলে। মনত এটা কথাই উথলি থাকিল তাৰ জীৱনত অথন্তৰ ঘটোৱা নিলাজ সুৰেন হালোৱাক চৰম শাস্তি বিহিব। তাক কাটি দুচেও কৰিব!

কিন্তু গোলাঘটীয়াৰ অভিষ্ট সিদ্ধি নহ'ল, বন্ধ খোতালিত মনৰ ভিতৰতে গুজৰি গুমৰি হতাশ হৈ পৰিল। চগা জুইত জাহ্‌ যোৱাৰদৰে তাৰ অন্তৰ দাবানলত সি নিজেই জাহ যাবলৈ ধৰিছে।

এই সময়চোৱাতে তাক সাক্ষাৎ কৰিবলৈ এবাৰ যেতনিত থকা বায়েক

জনী আহি জেল ওলালহি। জেলৰ কৰ্তৃপক্ষই ভালেই পালে। কিজানি বায়েকক দেখি গোলাঘটীয়াৰ মনৰ পৰিবৰ্ত্তন হয়েই। কিন্তু তাক কাৰ্যালয়লৈ আনি সচৰাচৰ কৰা সাক্ষাতকাৰৰ দৰে কৰাবলৈ তাৰ দেহত শক্তি নাছিল, জঁকাটোহে আছিলগৈ। মহিলা প্ৰহৰীৰ হতুৱাই বায়েকৰ হাতত বা কানি কাপোৰৰ মাজত কাৰাগাৰৰ ভিতৰলৈ নিব নলগীয়া কিবা বস্তু আছেনেকি পৰীক্ষা কৰোৱাই সি থকা নিৰ্জন কক্ষৰ দুৱাৰমুখ পোৱালেগৈ।

হৃষ্ট-পুষ্ট ভায়েকৰ শীৰ্ণকায় অৱস্থা দেখি পোনতে এসোতা কান্দিলে। নিমাখিত ভায়েকটো ইমান পোৰা কপলীয়া হ'ব লাগেনে?

পিছত বায়েকে তাৰ মৰম ঘৈণীয়েকৰ বিষয়ে যিখিনি কথা ক'লে, গোলাঘটীয়াই বিস্ময়ত হতবাক হ'ল। 'নাই-নাই'— বুলি থৰক বৰককৈ থিয় হৈ নিৰ্জন কক্ষটোৰ ভিতৰতে ঘূৰি ফুৰিবলৈ ধৰিলে। সি বিশ্বাস কৰিবলৈ টান পালে।

বায়েকে আকৌ ক'লে—

ঃ মোৰ কথা যদি বিশ্বাস নকৰ, মই কি কৰিব পাৰো? তোৰ ভুল ভাঙিবৰ কাৰণেহে কথাবোৰ ক'লো। আচলতে তয়েই দুৰ্ভগীয়া।

তাৰ পিছত এসময়ত সি স্থিৰ হৈ বায়েকলৈ চাই ভাবিলে—নাই তাৰ এই বায়েকজনীয়ে মিছা কথা নকয়।

বায়েক গ'লগৈ। বায়েকৰ কথাবোৰ যেন কথা নহয়। এটা গধুৰ হাতুৰীৰে বুকুত কোবোৱা আঘাতহে। বায়েকে কৈছিল—

ঃ তাইৰ ৰূপ আৰু চলাহি কথাৰে তোৰ ওচৰত আচল ৰূপ ঢাকি ৰাখিছিল।

সি তোলেনক হত্যা কৰাৰ পৰা সকলো কথা ভাবিবলৈ ধৰিলে। ইমান দিনেই ঘৈণীয়েকেই তাৰ সৰ্বস্ব বুলি ভাবিছিল। কিন্তু নহয়, আচলতে সেইবোৰ প্ৰবঞ্চনাহে। তাইৰ চলনাময়ীৰ কথাৰ কাৰণে সি তোলেনক দুৱাৰৰ ডাঙেৰে মৰিয়াই মাৰি জেললৈ আহিবলগীয়া হ'ল। তাইৰ পৰপুৰুষৰ প্ৰতি আসক্তি আছিল। তোলেন আচলতে চোৰ নাছিল। সি তাইৰ ইঙ্গিততহে ৰাতিখন তাইৰ ঘৰলৈ গৈছিল। তাই বেটীয়ে প্ৰকৃত কথাটো ধৰিব পাৰে বুলি কান্দি কাটি চলনাৰে 'চোৰ-চোৰ' বুলি তাৰ মনটো অন্য এফালে ঘূৰাই পেলালে। ছিঃ ছিঃ—সিনো কম অঁকৰা অধম নে? আকৌ তাইৰ কাৰণেই হালোৱা সুৰেনক কাটিবলৈ ওলাইছিল। সুৰেনৰ গাত কি দোষ? সুৰেনৰ লগত তাইহে স্বইচ্ছাৰে চাপিছে। এই মহাপাতকীজনীৰ লগত সঙ্গ কৰি সিঁও মহাপাপত নিমজ্জিলে। এই বুলি সি 'থুই থুহ' কৰি গোটেই গাটোতে থুৱাবলৈ ধৰিলে।

তাৰ অন্তৰত ঘৈণীয়েকৰ প্ৰতি সাঁচতীয়া মৰমখিনি নাইকিয়া হৈ গ'ল। তাক হাঁহি হাঁহি প্ৰতাৰণাৰে ভুলাই কথা কোৱা ঘৈণীয়েকক কালনাগিনী যেন লাগিল। যাক সি জীৱনত সকলোতকৈ ভাল পাইছিল, যাক লৈ সি জেলৰ পৰা ওলাই গৈ জীৱনৰ বাকীছোৱা সময় নতুনকৈ গঢ়ি জীৱনটো সাৰ্থক কৰিম বুলি ভাবিছিল, এই সকলো পানীৰ মেটেকাৰ দৰে হৈ পৰিল। সংসাৰৰ প্ৰতি যি মোহ আছিল সেই মোহ ক্ষন্তেকতে নাইকিয়া হৈ গ'ল।

সি 'হাঃ হাঃ' কৈ হাঁহিবলৈ ধৰিলে। নিজৰ জীৱনৰ ওপৰত ধিক্কাৰ দি চিঞৰিবলৈও ধৰিলে।

তাৰ চিঞৰ বাখৰত কাৰাগাৰৰ বিষয়া সকল আহি চেলৰ মুখ পালেহি। ইমানদিনে নিবোকা হৈ থকা গোলাঘটীয়াৰ এই আচৰণ দেখি সকলোৰে ভাবিলে ই বলিয়া হ'ল।

কাৰাগাৰৰ কাৰাধ্যক্ষ, অধীক্ষকো আহি উপস্থিত হ'লহি, অধীক্ষকে তাক ক'লে —

ঃ তোক কিছু সময়ৰ কাৰণে ঘৰলৈ যাবলৈ হাকিমে অনুমতি দিছে। চিপাহী চন্দ্ৰবীৰ লগত কাইলৈ পুৱাই তই ঘৰলৈ যাব পাৰিবি।

চকু খোৱা মানুহৰ দৰে গাটো জোকাৰি, চলচলীয়া চকুৰে আতুৰভাৱে সি ক'লে—

ঃ সেই কাম নকৰিব। মই আৰু ঘৰলৈ নাযাওঁ। সেইখন সংসাৰত মোৰ সকলো শেষ হৈ গৈছে। সেইখন পৃথিৱীত মোৰ আৰু মোহ নাই। কামো নাই। মই ইয়াতে থাকিম। যদি আপোনালোকে মোক জোৰকৈ ঘৰলৈ পঠিয়াই দিয়ে, তেন্তে মই আত্মঘাতী হৈ মৰিম.......!

সেই বুলি সি হুকহুকাই কান্দিবলৈ ধৰিলে। ❑❑

# কাৰাগাৰৰ ভিতৰত বিভৎস হত্যাকাণ্ড

(১)



মৰিশা।।ণৰ নিস্তব্ধতাই কাৰাগাৰখন গিলি থ'লে।

দোভাগ নিশাৰ এই নিঃশব্দ নিৰল পৰিবেশৰ বিপৰীতে কেইঘণ্টামানৰ আগলৈকে কিন্তু ভয়াল আৰু কোলাহল আছিল।

দিনটোত শ্ৰমদান কৰা কয়েদীসকলৰ প্ৰায়ভাগেই দীঘল দিয়াৰ লগে লগেই মৰটোপনিত লাল কাল দি ˙পৰি থাকে। পুৱা ছয় বজাৰ ঘণ্টাৰ লগে লগেহে সাৰ পায়। কিন্তু সেইদিনা প্ৰায় সকলো কয়েদীৰে চকুলৈ টোপনি অহা নাছিল।

চকু দুটা জোৰেৰে মুদি আছিল যদিও মনৰ মাজত ভাঁহি আছিল সন্ধিয়াৰ আগে আগে কাৰাগাৰৰ ভিতৰত সংঘটিত হোৱা হত্যাকাণ্ডটোৰ বাবে। বীভংস হত্যাকাণ্ডটোৰ কথা মনত পৰিলেই গা জিকাৰ খাই যায়। ইমান আসুৰিক কাঠচিতীয়া মনৰ মানুহ থাকেনে? নতুনকৈ আহা হাজোতী বিলাকে ভয়ত নিতাল মাৰিছিল।

কাৰাগাৰৰ ভিতৰতো দেখোন নিৰাপত্তা নাই।

কাৰাগাৰৰ ভিতৰত বাস কৰা কয়েদী আচামি সকলৰ জীৱন উচ্চ পৰ্যায়ৰ গবেষণা তথা অন্বেষণৰ প্ৰযোজন। চৰকাৰ আৰু জনসাধাৰণৰ ধাৰণা যে অপৰাধী সকলক কাৰাগাৰৰ দেৱালৰ ভিতৰত আবদ্ধ কৰি থলেই সমাজত অপৰাধ কমিব, সমাজলৈ নিৰপত্তা আহিব। বদ্ধ প্ৰাচীৰৰ বদ্ধ কুঠৰীত বাস কৰিলে বা পৰিয়ালৰ সাংসাৰিক মায়া মোহৰ পৰা আঁতৰাই ৰাখি শাসনমূলক ব্যৱস্থা আৰু শ্ৰমৰ দ্বাৰা মনৰ মাজত গঢ় লোৱা কু-প্ৰবৃত্তি ত্যাগ কৰি জীৱনলৈ সংশোধন আহিব। কিন্তু এই ধাৰণা প্ৰকৃততে ইমান সহজ নহয়। অপৰাধ বিজ্ঞানীসকলে নতুবা কাৰাগাৰৰ বিষয়া কৰ্মচাৰী সকলে ভালকৈয়ে জানে যে কাৰাগাৰৰ ভিতৰত প্ৰায় পঁচিছ শতাংশ বন্দীয়েহে অনুতপ্ত হৈ মূল সুতিৰ জীৱনধাৰালৈ প্ৰত্যাৱৰ্তন কৰিবলৈ মানসিক ভাবে প্ৰস্তুত হয়। আকৌ পঞ্চাশ শতাংশ স্বভাৱগত অপৰাধী হৈ পৰে। আন পচিছ শতাংশ মনত অপৰাধী প্ৰৱণতা নথকা লোকো সামান্য দোষত কাৰাগাৰালৈ আহি কাৰাগাৰৰ ঘাগু বাসিন্দাৰ শিষ্য হৈ সমাজত অপকৰ্ম কৰাৰ মানসিকতা আহৰণ কৰে।

কাৰাগাৰত আবদ্ধ সকলো অপৰাধীয়েই কম-বেছি পৰিমাণে অন্যায় অধৰ্ম বা অপকৰ্ম কৰি অহা অসৎ প্ৰকৃতিৰ লোক। অপৰাধ প্ৰৱণতা তেওঁলোকৰ মনৰ মাজত সুপ্ত হৈ থাকে। কাৰাগাৰাৰ ভিতৰত থাকোতে প্ৰশাসৰ শাস্তিৰ ভয়ত প্ৰত্যক্ষ ভাবে অপকৰ্ম কৰিব নোৱাৰে। কিন্তু সুযোগ পালেই বিকৃত প্ৰবৃত্তি জাগ্ৰত নোহোৱা নহয়।

জেলদাগী বা দুৰ্দান্ত কয়েদীসকলক কাৰাগাৰত পৃথককৈ ৰখা হয়। কিন্তু ব্যৱস্থা কেইজনৰ বাবেনো থাকে? ডাঙৰ কাৰাগাৰ হ'লে চাৰিৰ পৰা ছয়জনৰ কাৰণে আৰু সৰু কাৰাগাৰ হ'লে দুজনৰ কাৰণেহে সুকীয়াকৈ ৰখাৰ ব্যৱস্থা বা নিৰ্জন কক্ষ আছে। কিন্তু ইমানবোৰ দাগী আচামী কয়েদীৰ কাৰণে সেইকেইটা নিৰ্জন কক্ষই যথেষ্ট নহয়। গতিকে শান্ত, ধীৰ-স্থিৰ অপৰাধী সকলো গণ্ডগোল লগাই অহা সকলৰ লগত একেলগে থাকিব লগাত পৰে।

দীৰ্ঘম্যাদী কয়েদীসকলে কাৰাগাৰৰ ভিতৰতে এখন পৃথিবী সৃষ্টি কৰি লয়। কিছুমানে আন সকল কয়েদীৰ মাজত নিজৰ প্ৰভূত্ব বিস্তাৰ কৰি দাদাগিৰি কৰি

আৰামত থাকে। এনেকুৱা গুণ্ডাগিৰী কৰা কাৰাগাৰত বিষয়া কৰ্মচাৰীকো কোনো কোনো ক্ষেত্ৰত হুমকি দিয়া বা আইন অমান্য কৰা দেখা যায়। নিছিদ্ৰ প্ৰহৰা আৰু কঠোৰ শাসনৰ মাজত এনে কয়েদীৰ নিৰ্দেশত অবৈধ বস্তু সৰবৰাহকে আদি কৰি নানা ধৰণৰ অপকৰ্ম সংঘটিত হৈ থাকে।

কাৰাগাৰৰ ভিতৰত হোৱা হত্যাকাণ্ড গোচৰটোৰ মূল অভিযুক্ত অপৰাধী মানিক পাঠক কাৰাগাৰৰ ভিতৰত দাদাগিৰী কৰি সুখ সম্ভোগ ভোগ কৰি থকা পূৰ্বৰ হত্যাকাণ্ড গোচৰত অহা সশ্ৰম কাৰাবন্দী। মানিক পাঠক কাৰাগাৰৰ ভিতৰত বাসিন্দাৰ ওপৰত নপতা ৰজা । সি ইচ্ছা কৰিলে যি কোনো কয়েদীৰ হতুৱাই গা মালিচ কৰাব পাৰে, যাৰে তাৰে হতুৱাই কানি কাপোৰ ধুই পথালি ল'ব পাৰে, আৰু ভালৰো ভাল মাছ মাংস ,ভাজি তৰকাৰিৰে ভাত খাব পাৰে। অন্য কয়েদীৰ কাৰাগাৰৰ পোছাক দুয়োৰ, তাৰ কিন্তু কাপোৰ এজাপ। ধক্ ধকীয়া কাপোৰ পিন্ধি, গহীন গহীনকৈ খোজ কাঢ়ি, গলগলীয়া মাতেৰে অন্য কয়েদীক ইটো কৰ সিটো কৰ বুলি আদেশ দি ফুৰে। তাৰ বচন অমান্য কৰাজনেই ভোগ কৰিবলগীয়া হয় নানা তৰহৰ শাস্তি, চিপাহী চন্তৰীয়ে দেখিও নেদেখাৰ ভাও জোৰে, আনকি সহকাৰী কাৰাধ্যক্ষ, কাৰাধ্যক্ষইও মানিক পাঠকৰ উদ্ভণ্ডালি অতিচাৰ সহ্য কৰি থাকিব লগীয়া হয়। কিন্তু শাস্তি দিবলৈ গ'লে বেছিকৈহে কাৰাগাৰৰ আইন ভঙ্গ কৰে বা অন্য কয়েদীৰ লগত দল পকাই গণ্ডগোল লগায়।

কাৰাগাৰৰ ভিতৰত সমাসক্তিৰ (*Homosexual Love*) প্ৰচলন খুব বেছি। মানিক পাঠকৰ অনুগামী এনেধৰণৰ নাৰীসুলভ ৰবীন নামৰ ডেকা কয়েদী এটাক কেন্দ্ৰ কৰিয়েই হত্যাকাণ্ডটো ঘটিছিল, কয়েদীটোৱে অনবৰতে মানিক পাঠকৰ লগে লগে ছাঁৰ দৰে ঘূৰি ফুৰে। সি যি কয় তাকে শুনে।

কিন্তু ডেকা কয়েদীটোৰ হঠাৎ মনৰ পৰিবৰ্তন ঘটিল। তাৰ গুৰুক সি দেখিব নোৱাৰা হ'ল। মানিক পাঠকৰ পৰা আলেঙে আলেঙে ফুৰিবলৈ ধৰিলে। যিমান কয়েদীয়ে মানিক পাঠকক সেৱা শুশ্ৰূষা নকৰক, ৰবীন নামৰ এই কয়েদীটোক তাৰ ওচৰত লাচনি-পাচনি কৰাবলৈ লাগেই।

মানিক পাঠকৰ প্ৰতি ৰবীনৰ এই অনাহুত অনাসক্তি সি এদিন উদ্‌ঘাটন কৰিব পাৰিলে। মানিক পাঠকতকৈ কেইবাবছৰো পিছত অহা হটঙা, লম্বু, জাফৰ নামৰ দীৰ্ঘম্যাদী কয়েদী এটা আছিল। সিও বেপৰোৱা ধৰণৰ কয়েদী আছিল। ঘটনাৰ দিনা মানিক পাঠকে দেখিলে যে ডাইনিং শ্বেড্‌ৰ এটি কোণত বহি জাফৰ আৰু ৰবীনে ভাত খাই আছে। জাফৰে মাজে মাজে তাৰ ভাতৰ পাতৰ মাছৰ কাঁইট বাছি ৰবীনৰ মুখত গুজি দিছে।

মানিক পাঠকে জাফৰ অতপালি কেইবাদিনৰ পৰা সহ্য কৰি আছিল। ফেপেৰি পাতি লাগিবলৈহে চেলু পোৱা নাছিল। এইবাৰ কিন্তু তাৰ ধৈৰ্যচ্যুতি ঘটিল। দাঁত মুখ কৰচি, চকু অমৰা গুটিৰ সমান টেলেকা কৰি সিহঁত দুটালৈ ক্ষন্তেকপৰ নিৰীক্ষণ কৰিলে। মাকে আদৰৰ ভদীয়াপোক লুথুৰী কটিয়াৰ দৰে জাফৰে ৰবীনক নিজৰ পাতৰ ভাতৰ সনাপোতকা কটিয়াই থকা দেখি তাৰ গৰম তেজ মূৰলৈ উঠিল। হাতত থকা ভাতৰ থালখন কাষত বৈ থকা কয়েদী এটাৰ হাতত দি খং উত্তেজনাত যোপাৰলৈ ধৰিলে।

বুকুখন তাৰ ইটা ভাটাৰ জ্বলন্ত গহ্বৰ হ'ল, চকু দুটাইদি জুই বৰষিবলৈ ধৰিলে। ক্ষন্তেকো বিলম্ব নকৰি পোনচাতেই গৈ জাফৰ আৰু ৰবীনৰ খোৱা থাল দুখন ফুটবল লঠিওৱাদি ভৰিৰে লঠিয়াই দিলে। ওচৰে পাজৰে, বহি ভাত খাই থকা কয়েদীবোৰ আচৰিত হ'ল। প্ৰতিবাদ কৰিবলৈ কাৰো সাহ নহ'ল। লগে লগে মানিক পাঠক কাষতে থকা বান্ধনি শাললৈ দৌৰি গৈ এচুকত খৰিৰ দমৰ মাজত পৰি থকা কুঠাৰখন আনি কিংকৰ্তব্য বিমোৰ হৈ থকা জাফৰৰ মূৰত পূৰ্ণহতীয়া কোব দিলে। জাফৰ লগে লগে ভাতেৰে সিঁচৰতি হৈ থকা আৰু আন আন কয়েদীৰ থাল বিলাকত কাঠৰ ডাঙৰ কুণ্ডা বাগৰি পৰাৰ দৰে পৰি গ'ল। মূৰ ফাটি তেজৰ ফিচ্‌কাৰীয়ে মজিয়াত তেজৰ সোঁত ব'লে। ইমান কম সময়ৰ ভিতৰত অঘটনটো ঘটিল যে জাফৰে পলাবলৈকো তত্‌ নাপালে। বান্ধনিশালৰ কয়েদী কেইটা, কৰ্তব্যৰত প্ৰহৰীকেইজনেও চম্ভালিবই নোৱাৰিলে। ওচৰৰ কয়েদীবিলাক ফৰিংছিটিকা দিলে। মানিক পাঠকৰ এটা কোবতে জাফৰ বোধহয় সিফলীয়া হৈছিল। কিন্তু তাৰ পিছতো সি জগা কাঠৰ ওপৰত কুঠাৰে ঘাপ মৰাৰ দৰে কেইবা ঘাপ মাৰিলে।

কয়েদীসকলৰ চিঞৰ বাখৰ, প্ৰহৰীৰ হুচেইলৰ শব্দ, লৰা ঢপৰা আৰু তাক ধৰিবলৈ চেষ্টা কৰি থকাৰ মাজতে মানিক পাঠকে কুঠাৰখন জাফৰৰ অসাৰ দেহৰ ওচৰত পেলাই থৈ চকুফুৰাই ৰবীনক চালে। মেলেৰিয়া জ্বৰত শৰীৰ কঁপাৰ দৰে ৰবীন থক্‌ থক্‌ কৈ কপি চুক এটাত বহি আছিল। মানিক পাঠকে তৎক্ষণাত গৈ তাক হাত এখনত ধৰি চোঁচোৰাই বেৰেক এটাৰ ফাললৈ লৈ গ'ল। ৰবীনে চিঞৰ ধৰিলে।

বিচিত্ৰ পৃথিবীৰ বিচিত্ৰ মানুহক মানুহৰ কাণ্ড কাৰখানাও বিচিত্ৰ। মানিক পাঠকক কাৰয়ত্ত কৰিবলৈ যোৱা প্ৰহৰী আৰু বিৰয়া সকলে দেখিলে কান্দি থকা ৰবীনক বুকুত সাৱটি মানিক পাঠকে তাৰ তেজেৰে বাঙলী হোৱা হাত দুখনেৰে মাকে পুতেকক মৰম কৰাৰ দৰে মূৰে পিঠিয়ে মৰম কৰি চুমা খাইছে। আনকি প্ৰহৰীয়ে তাক টাণ্ডোনেৰে কোবাই, লঠিয়াই গতিয়াই নি নিৰ্জন কক্ষৰ ভিতৰত সুমুৱাই থোৱাৰ সময়ত সি পলাবলৈ বিচৰা নাই বা কেটকূট কৰা নাছিল।

কাৰাগাৰৰ পৰা বিভিন্ন ঠাইলৈ ফোনৰ উপৰি ফোন গ'ল। আৰক্ষীৰ উচ্চ পদস্থ বিষয়াসকল আহি উপস্থিত হ'ল। সমগ্ৰৰাতি কাৰাগাৰাৰ কাৰ্যলয় বন্ধ নহ'ল। কাৰাগাৰৰ মহা পৰিদৰ্শকলৈ জৰুৰী বাৰ্তা প্ৰেৰণ কৰা হ'ল। জাফৰৰ মৃতদেহ চিভিল হস্পিতাললৈ পোষ্টমৰ্টেমৰ বাবে নিয়া হ'ল। কাৰাগাৰৰ বিষয়া-কৰ্মচাৰী সকলৰ অৱস্থা শোচনীয় হৈ পৰিছিল। কাৰাগাৰৰ মহাপৰিদৰ্শকৰ কাৰ্যালয়ৰপৰা তন্ন তন্নকৈ অনুসন্ধান চলিল। কাৰাগাৰৰ কাৰ্যালয়ৰ পৰা কৈফিয়ৎ দি দি তত্ নোপোৱা হ'ল। প্ৰহৰী, কৰ্মচাৰী কোনোবা বৰ্খাস্ত হ'ল, কোনোবা বিষয়াই ৱাৰ্নিং পালে।

এই বীভৎস নাৰকীয় হত্যা কাণ্ডটো কৰাৰ পিছত মানিক পাঠকক অকণো বিচলিত হোৱা দেখা নগৈছিল। তাৰ বাহ্যিক চেহেৰা পাতি দেখিলে কোনেও ক'ব নোৱাৰে যে তাৰ অন্তৰালত এটা হিংসুক, পৈশাচিক মনোবৃত্তি সুপ্ত হৈ থাকে।

মানিক পাঠকে হত্যা কাণ্ড কৰিয়েই কাৰাগাৰলৈ আহিছিল। পূৰ্বৰ হত্যাকাণ্ডটোৰ বিষয়ে বিষদ ভাবে তথ্য আহৰণ কৰিব পৰা নগ'ল। তাক সাক্ষাৎ কৰিবলৈ মন থাকিলেও অনুমতি পোৱা নগৈছিল। তথাপি গম পোৱা গৈছিল যে যোৰহাট নগৰৰ পাব্লিক বাছ আস্থানৰ সন্মুখত মহামায়া ৰেষ্টোৰাৰ এটা কেবিনৰ ভিতৰত সি এটা মানুহক হত্যা কৰিছিল। এই হত্যাকাণ্ডটোও তাৰ দুৰ্দান্ত আৰু অসৎ স্বভাৱৰ কাৰণেই আৰু দাদাগিৰী কৰি জেদা জেদী লৈ অহাৰ কাৰণেই যে সংঘটিত হৈছিল সেইটো ধ্ৰুৱপ।

সৰুৰে পৰাই মানিক পাঠক লগৰ ল'ৰা বিলাকৰপৰা পৃথক আছিল। নিচেই সৰুৰে পৰাই তাৰ নিষ্ঠুৰতাৰ প্ৰমাণ ঘৰৰ বা ওচৰ চুবুৰীয়াই পাইছিল। ধেমালি ধুমুলা কৰি থাকোতে লগৰ ল'ৰাক অকণমান কথাতে চৰটো, ভুকুটো সোধাইছিল। অনবৰতে হাতত কেটেপা আৰু বাটলু-গুটি লৈ ফুৰিছিল। গছত উঠি খোৰোঙৰ পৰা চৰাইৰ পোৱালি আৰু কণী আনি পুৰি বা সিজাই খাইছিল। শালিকা, ঘনচিৰিকা ধৰি ঠেঙত ৰচিৰে বান্ধি শাস্তি দি ৰং চাইছিল। কুকুৰ, মেকুৰীৰ গাত পানী ঢালি দি দলিয়াই, মৰিয়াই তৃপ্তি পাইছিল। আনকি গাঁতৰ কেকোঁৰা, সাপ ধৰি মাৰি পেলাইছিল। তাৰ মাজতে মেট্ৰিকৰ দেওনালৈকে ফেল কৰি কৰি পঢ়িছিল যদিও তাতকৈ উধাব নোৱাৰিলে। তাৰ পিছৰ পৰাই গুণ্ডাগিৰী আৰম্ভ। ফলমূলৱালাৰ পৰা মন গ'লেই বিনা পইচাবে খোৱাই নহয়. চাহ,বিড়ি,চিগাৰেট, মদ-পানীও ধাৰলৈ খাই কোনোদিনেই টকা পৰিশোধ কৰা তাৰ মনত নপৰে।

শেষলৈ গাঁৱৰ সহজ সৰল মাক দেউতাকে তাক ত্যাজ্য-পুত্ৰৰ দৰেই ভাবি লৈছিল। উন্নতশীল দেশৰ বিত্তবান পিতৃ মাতৃৰ সন্তান হোৱা হ'লে সৰুতেই উত্তট্

স্বভাবৰ চিকিৎসা কৰোৱা হ'লে হয়তো ডাঙৰলৈ তাৰ মনৰ পৰিবৰ্তন ঘটি অসামাজিক কামত সোমাই নপৰিলেহেঁতেন।

মানিক পাঠকৰ ওপৰত আকৌ নতুন গোচৰত বিচাৰ চলিল । বিচাৰৰ অন্তত তাৰ সেই দিনাৰ পৰাই পুনৰ যাবজ্জীৱন কাৰাবাস সংযোগ হ'ল, যদিও বহুতেই এইবাৰ ফাঁচি কাঠত ওলামিব বুলিয়েই ভাবিছিল।

এইবাৰ তাৰ নিৰ্জন কক্ষৰ ভিতৰত স্থায়ী বাস হ'ল। তাৰ হেঁপাহৰ ৰবীন নামৰ নাৰীসুলভ, ডেকা কয়েদীটোৰ স্পৰ্শটো বাদেই, দেখাৰে সুবিধা নোহোৱা হ'ল।

যাৰ দেহৰ ৰন্ধ্ৰে-ৰন্ধ্ৰে কু-প্ৰবৃত্তিয়েই প্ৰবাহমান হৈ থাকে সেই মানিক পাঠকে বছৰ বছৰ ধৰি কাৰাবাস খটাৰ পিছত বুঢ়াকালত কাৰাগাৰ পৰা ওলাই যাঁওতে তাৰ কুৎচিত কদাকাৰ আৰু ৰক্তপিপাসু মনৰ পৰিবৰ্তন ঘটিবনে বাৰু? ❑❑

# কাৰাগাৰৰ চৌহদত মৰ্মান্তিক হত্যাকাণ্ড



পুৱতি নিশাৰ নিস্তব্ধতা ভাঙি চিঞৰি চিঞৰি কান্দিছিল এগৰাকী নাৰীয়ে।

কান্দিছিল নাৰী গৰাকীৰ সন্তান দুটিয়ে।

সন্মুখত অন্তিম শয়নত চট্‌ফটাইছিল নাৰী গৰাকীৰ স্বামীয়ে। স্বামীৰ বক্তাক্ত বুকুত তেতিয়াও সোমাই আছিল এখন ডেগাৰ্‌। তেজৰ এটি ধাৰা বৈ গৈছিল বহু দূৰলৈ—।

আৰু চেটু ফালি চিঞৰিছিল বন্ধনৰত অৱস্থাত থকা কাৰাগাৰৰ চৌহদৰ টহলদাৰী প্ৰহৰীজনে।

ঃ কোন ক'ত আছ্‌ বেগাই আহা— কাৰাগাৰ চৌহদত ভাণ্ডৱ ঘটনা ঘটিছে।

হঠাতে প্ৰহৰী মুকুন্দ সিঙৰ টোপনি ভাগিল শীতকালৰ [illegible]কমোকালিৰ এই সময়ছোৱাত বিছনাৰ পৰা উঠা টান। তেতিয়া বোধহয় চাবি[illegible] বাজো হৈছিল। এনেও ছয় বজাত উঠিবই লাগিব। কাৰাগাৰৰ ভিতৰৰ চা[illegible] চালিব ডিউটি আছিল। ক্ষন্তেক নিতাল মাৰি গম লওঁতেই মৃত্যু কাতৰ চিঞৰটো আকৌ কাণত পৰিল। মুকুন্দ সিঙে আৰু পলম নকৰিলে। লগৰ নিদ্ৰাৰত প্ৰহৰী কেইজনক জগাবলৈও তাৰ যেন সময় নহ'ল। গাত বগ্ খন মেৰাই লৈ চকু মোহাৰি মোহাৰি চিপাহী, বেৰেকৰপৰা ওলাই কাৰাগাৰৰ ফালে দৌৰি গ'ল।

কাৰাগাৰৰ ভিতৰত সামান্য চিঞৰ বাখৰ কাণত পৰিলেই সকলো সতৰ্ক হৈ পৰে। কোন মুহূৰ্তত কি কাণ্ড সংঘটিত হয় ঠিক নাই। প্ৰতিটো মুহূৰ্তই যেন বিপদৰ গোন্ধ কঢ়িয়াই লৈ ফুৰে।

মুকুন্দ সিঙে নিশ্চিন্তকৈ ভাবি ল'লে— কাৰাগাৰৰ ভিতৰতেই ভাণ্ডৱ ঘটনা ঘটিছে। হয়তো মাজৰাতি কোনোবা কয়েদীয়ে বল প্ৰয়োগ কৰি বা কিবা প্ৰকাৰে পলাই গৈছে। নহলে কোনোবা কক্ষৰ ভিতৰত কয়েদী সকলৰ মাজত মৰিয়ামৰি লাগি[illegible]তো কোনোবা কয়েদীৰ প্ৰহাৰত কোনোবা কয়েদী সিফলীয়া হৈছে।

অৱশ্যে কাৰাগাৰৰ ভিতৰত কয়েদীয়ে কয়েদীক হত্যাকৰা ঘটনা কম যদিও একেবাৰে নোহোৱাও নহয়। কিন্তু চিঞৰৰ বাখৰ শুনিও ইমান পৰে পগলা ঘণ্টা বজোৱা নাই কিয়? গেট ৱাৰ্ডাৰৰ কি হ'ল? অন্তৰ্ধান হ'ল নেকি? কাৰাধ্যক্ষ, সহকাৰী কাৰাধ্যক্ষকেইজনক খবৰ দিয়া হোৱা নাইনেকি?

মুকুন্দ সিং অবাক হ'ল। চৌহদৰ কৰ্তব্যৰত প্ৰহৰীজনক কোনোবাই লাইটৰ খুটা এটাত আটি আটি বান্ধি থৈছে। মুখতো কাপোৰ বান্ধিছিল। হাতৰ বাউসিৰে পিছলাই পিছলাই আতুৰত চিঞৰিছে। মকুন্দ সিঙে[illegible]ৰীজনৰ বান্ধোন[illegible]আকলাই থাকোতেই তেওঁ এইয়া আততায়ী বা ডকাইতৰ কাণ্ড বুলি ক'লে। দুয়ো এইবাৰ কান্দোনৰ শব্দ অহাৰ ফালে অৰ্থাৎ বাবু-ষ্টাফৰ কোৱাৰ্টাৰৰ ফালে দৌৰিলে।

নামনি অসমৰ দ্বিতীয় শ্ৰেণীৰ কাৰাগাৰখনৰ গেটত এটা ফোন আছিল যদিও কাৰাধ্যক্ষ, সহকাৰী কাৰাধ্য[illegible]সকলৰ ঘৰত ফোন নাছিল। অধীক্ষক গৰাকী অন্য কাৰাগাৰলৈ বদলি হৈ যোৱাত দণ্ডাধীশ এগৰাকীয়েই অধীক্ষকৰ চাৰ্জত আছিল। তেখেত আছিল কাৰাগাৰৰ চৌহদৰ বাহিৰত অৰ্থাৎ নিজ বাসভৱনত।

ইতিমধ্যে কিন্তু চিঞৰ বাখৰ, কান্দোন-কাটোন শুনা মানুহখিনিত বহুতো মানুহ গোট খাইছিল। কষ্টাক্ত হৈ পৰি থকা মানুহজন আন কোনো নহয়, স্বয়ং কাৰাধ্যক্ষ অৰ্থাৎ জেইলাৰ আছিল। ডাক্তৰ, কম্পাউণ্ডৰ আৰু দুই এজন সহকাৰী কাৰাধ্যক্ষই

ততাতৈয়াকৈ কাৰাধ্যক্ষক অসামৰিক চিকিৎসালয়লৈ লৈ গ'ল। কিন্তু কাৰাধ্যক্ষ গৈ চিকিৎসালয় পাপালেগৈ। মাজ পথতেই তেওঁৰ মৃত্যু হ'ল।

দুখৰ খবৰ ঘৰলৈ ফোনৰ উপৰি ফোন গ'ল, পগলা ঘণ্টা বাজিল। থানাৰ পৰা আৰক্ষীৰ দল আহিল। কাৰাগাৰৰ ভিতৰৰ কয়েদী হাজোতীৰ কক্ষবোৰত গণ্টিও চলিল। পগলা ঘণ্টাৰ লগে লগে কাৰাগাৰৰ প্ৰহৰী সকল যি যেনেকৈ আছিল হাতত লাঠি একোডাল লৈ তেনেকৈয়ে দৌৰি আহি কাৰাগাৰৰ গেটৰ সন্মুখত শাৰী পাতিলে। মুখ্য প্ৰহৰীজনে ভাগে ভাগে কাৰাগাৰৰ চাৰিওফালে প্ৰহৰীসকলক পঠিয়ালে দুৰ্বৃত্তকাৰীৰ কিবা সন্ধেদ পায় বুলি।

ইফালে গেটৰ প্ৰহৰীজন কাৰাগাৰলৈ সোমোৱা গেটৰ ভিতৰফালে টুল এখনত বহি থকা ভাগেই অচেতন হৈ পৰি আছে। তেওঁৰ চকুৰে মুখে পানী মৰা হ'ল। কিছু সময়ৰ পিছত জ্ঞান পাই ভেবা লাগি, সকলোৰে ফালে চাই থাকিল। তেওঁৰনো কিয় এনে হ'ল— কি কাণ্ড ঘটি গ'ল একোৰেই সন্ধেদ দিব নোৱাৰিলে।

কিন্তু কোনে কি আখেজত অম্লান গোস্বামী নামৰ জেইলাৰজনক হত্যা কৰিলে? কাৰাগাৰৰ ভিতৰ-বাহিৰৰ সকলো শোকাকুল হৈ পৰিল। বন্ধু-বান্ধৱ আত্মীয়-স্বজন আহি তেওঁৰ ঘৰ ভৰি পৰিলহি। সকলোৰে একেটাই প্ৰশ্ন মাখিত মানুহজনক নৃশংসভাবে হত্যা কৰিলে কোনে?

কাৰাগাৰ বিভাগৰ মহাপৰিদৰ্শক আহিল, আৰক্ষী বিভাগৰ ওপৰৱালাও আহিল। তদন্তৰ উপৰি তদন্ত চলিল, এই পৈশাচিক হত্যাকাণ্ডটো সংঘটিত হ'বলৈ পালে কেনেকৈ?

কাৰাগাৰৰ ভিতৰত কাম কৰা বিষয়া কৰ্মচাৰীসকলৰ জীৱন সঁচাকৈয়ে বিপদশঙ্কুল। বিপদৰ মাজতেই তেওঁলোকে জীৱন নিৰ্বাহ কৰিব লাগে। কু-প্ৰবৃত্তিৰ কয়েদী আচামী সকলৰ মাজত দিনৰ দিনটো কৰ্মৰত অৱস্থাত থকাটো সঁচাকৈয়ে ভাবিবলগীয়া কথা। আত্মৰক্ষাৰ কাৰণে হাতত কোনো বস্তু নাথাকে। প্ৰহৰীসকলৰ হাতত থাকে মাথোন হুচেইল এটা আৰু লাঠি এডাল। দুৰ্দান্ত নিৰ্মম কয়েদীক নিৰ্জন কক্ষৰ ভিতৰত থোৱাৰ বাহিৰে সকলো কয়েদী হাজোতীয়েই দিনত কক্ষৰ বাহিৰত অৰ্থাৎ কাৰাগাৰৰ ভিতৰৰ মুকলি ঠাইবোৰত চাৰিবেৰৰ মাজত ঘূৰি ফুৰে। কিছুমানে ভিতৰৰ মুকলি ঠাইবোৰত খেতিবাতি আৰু অন্য সুৰা শিল্পাদি কামত আত্মনিয়োগ কৰে। দুই তিনিটা কক্ষত বা এফালৰ মুকলি ঠাইৰ কাৰাবন্দী সকলৰ চোৱাচিতাৰ বাবে একোজনকৈ প্ৰহৰী নিযুক্তি দিয়া হয়। ডাঙৰ কাৰাগাৰেই হওক বা সৰু কাৰাগাৰেই হওক, এজনেই মুখ্য প্ৰহৰী থাকে, যাৰ হাতত গোটেই কাৰাগাৰখনৰ অৰ্থাৎ মহিলা ফাটেক, পুৰুষ থকা কক্ষ, ফাঁচি কাঠলৈ যাবলগীয়া বন্দী থকা নিৰ্জন

কক্ষৰ চাবি তেওঁক হাতত থাকে। কাৰাবন্দী কিছুমানে মুখ্য প্ৰহৰীজনক হেঁচা মাৰি ধৰি যি কোনো অকাণ্ড ঘটাব পাৰে। যদি ওচৰৰ আন প্ৰহৰী কেইজনকো তদ্ৰূপ অবস্থা কৰি মহিলা ফাটেকৰ দুৱাৰ খুলি দিয়ে? আকৌ কাৰাগাৰৰ ভিতৰত আবদ্ধ কৰি ৰখা 'নন্ ক্ৰিমিনেল লুনাটিক'সকলৰ পৰাও উভয়ে উভয়ৰ পৰা একেবাৰেই নিৰাপত্তাহীন!

এবাৰ যোৰহাট নে কোনোবা এখন ডাঙৰ কাৰাগাৰৰ ভিতৰত দোষৰ বাবে সামান্য শাস্তি দিয়াৰ কাৰণে কাৰাধ্যক্ষ এজনৰ গাত কয়েদী এজনে পায়খানাৰে পৰিপূৰ্ণ বাল্টিং ঢালি দিছিল। এইটো জানো ডাঙৰ ঘটনা নহয়? পিছত অৱশ্যে বন্দীজনক দাণ্ডাবেৰী পিন্ধাই নিৰ্জন কক্ষৰ ভিতৰত থোৱা হৈছিল, আদালততো বিচাৰ চলিছিল— হ'লেও কাৰাধ্যক্ষজনে দুৰ্দান্ত কয়েদীজনৰ দ্বাৰা আক্ৰান্ত হৈ বীভৎস ঘটনাটোৰ ফল ভুগিলে।

সেইদৰে জীৱনৰ সংশয় লৈ কৰ্তব্য পালন কৰিব লাগে 'মিড্ দে ডিউটি'ত থকা বিষয়াজনে। কাৰণ দুপৰীয়াৰ সময়ত কাৰাগাৰৰ কাৰ্যালয়ত এজনেই বিষয়া থাকে, বাকী সকলে পুৱা সাত বজাৰ পৰা ডিউটি কৰি সেই সময়ত ভাত খাবলৈ কোৱাৰ্টাৰলৈ যায়। এই সময়ছোৱাত ঘৰৰ মানুহৰ লগত কয়েদী সকলক কাৰ্যালয়ৰ খিৰিকীয়েদি দেখা-সাক্ষাৎ কৰোৱা হয়। মহিলা বিষয়া আৰু মহিলা প্ৰহৰীৰ 'ৰিস্ক্' ততোধিক হয়। সেইদৰে ডাক্তৰ কম্পাউণ্ডাৰ, পুৱা ছয় বজাতে বন্দীসকলে খোৱাৰ কাৰণে ৰেচন উলিয়াই দিবলৈ যোৱা বিষয়াজন, আদালতলৈ আচামী পঠিওৱাৰ সময়ত বা আদালতৰ পৰা অনাৰ পিছত ভাগে ভাগে ভিতৰত থোৱাৰ সময়তো ৰিস্ক্ আছে। কাৰাগাৰৰ বাহিৰলৈ পঠিওৱা কয়েদীৰ গোটবোৰৰ মাজত ৰখীয়া প্ৰহৰীজনৰো সমানেই বিপদ। অৱশ্যে কবো বুলিলে অনায়েসে কাৰাবন্দী সকলে যিকোনো বিপদ ঘটাব নোৱাৰে। কিন্তু নঘটিব যে তাৰ কোনো মানে নাই।

কয়েদী-আচামী সকলৰ কাৰণে বহুতো সংশোধনী আঁচনি ফলপ্ৰসূ হৈছে, কিন্তু ৰখীয়াসকলৰ কাৰণে বিজ্ঞানসন্মত ভাবে উক্ত প্ৰতিকাৰ একেবাৰেই হোৱা নাই। গেট ৱাৰ্ডাৰৰ হাতত সাক্ষী গোপাল হিচাপে এটা বন্দুক থাকে বা ডাঙৰ কাৰাগাৰ বিলাকত কেইটামান বন্দুকৰ 'ষ্ট্ৰং ৰুম নথকা নহয়, কিন্তু নামতহে।

সৰ্বসাধাৰণৰ দৰে সামাজিক আমোদ-প্ৰমোদৰ পৰা বিৰত থাকিব লগীয়া হোৱা কাৰাগাৰৰ বিষয়া কৰ্মচাৰীসকলৰ সু-নিৰাপত্তাৰ ব্যৱস্থাৰ কাৰণে চৰকাৰৰ ওচৰত আশা কৰিব নোৱাৰিনে...?

মুমূৰ্ষ অৱস্থাত চকু মুদাৰ আগতেই কাৰাধ্যক্ষই এটা শব্দ উচ্চাৰণ কৰিছিল— 'মুন্নাহ খান'। গাড়ীত থকা কাৰাগাৰৰ বিষয়া কেইজনৰ চকু কপালত

উঠিছিল— মুল্লাহ খান?

দুধৰ্ষ ডকাইত মুল্লাহ্ খান?

হয়, মুল্লাহ্ খান। পুলিচে লোৱা জবানবন্দীত মৃত কাৰাধ্যক্ষজনৰ পত্নীয়ে ফুঁপাই ফুঁপাই কৈছিল—

শেষ ৰাতি দুৱাৰত টক্ টক্ কৰা শব্দত কাৰাধ্যক্ষ আৰু পৰিবাৰে একেলগে বিছনাত উঠি বহিল। ঘনাই কৰা শব্দত কাৰাধ্যক্ষই গাত গৰম কাপোৰখন মেৰিয়াই ভিতৰৰ পৰা সুধিলে—

ঃ কোন? কি হৈছে?

ঃ জেইলাৰ বাবু— মই হেড্ ৱাৰ্ডাৰ মাধব বনিয়া।

ঃ এই ৰাতিখন কি হ'ল?

ঃ জেলৰ ভিতৰত ডাঙৰ কাণ্ড ঘটিছে— বেগতে দুৱাৰ খোলক—

কাৰাধ্যক্ষৰ গাত তৰ্ধনি হেৰাল। 'কি হৈছে কি হৈছে' বুলি দুৱাৰখনৰ চিট্‌কানি খুলি সামান্য ফাক কৰি চাওঁতেই তেওঁক ঠেলি চকুমুখত কাপোৰ বন্ধা কেইবাটাও ডকাইত সোমাই আহিল। ক্ষন্তেক সময়তেই চিঞৰিবলৈ নৌপাওঁতেই ডকাইত কেইটাই কাৰাধ্যক্ষ, পৰিবাৰ আৰু ল'ৰা-ছোৱালীহালক মুখে হাতে ভৰিয়ে বান্ধি পেলালে। হেড্-ৱাৰ্ডাৰৰ মাত অনুকৰণ কৰি ভিতৰ সোমোৱা ডকাইত কেইটাই চকুৰ আগতে নিব পৰা ঘৰৰ সৰু বৰ সকলো বস্তু বান্ধিল'লে।

ঠিক্ ডকাইত্ কেইটা ওলাই যাবৰ সময়ত মুখত ক'লা কাপোৰ বান্ধি অনা সত্বেও, এটা ডকাইতৰ চকু আৰু চেহেৰা লক্ষ্য কৰি কাৰাধ্যক্ষই বিস্ময়াভিত হৈ মাত লগালে—

ঃ মুল্লাহ খান তয়ো?

মুল্লাহ খান খৰখেদাকৈ বাহিৰ ওলাই গৈয়ো উভতি আহিল।

ঃ জেইলাৰ বাবু, আপুনি তেন্তে মোক চিনি পালে। আপুনি জীয়াই থাকিলে মোৰ বিপদ হ'ব। জেলৰ ভিতৰত মোক দিয়া শাস্তি আপুনিও ভোগ কৰক।

সেইবুলি কাৰাধ্যক্ষৰ বুকুত তীক্ষ্ণ ডেগাৰখন সুমুৱাই দিলে।

পিছতেই ডকাইতৰ দলটো কাৰাগাৰখনৰ কিছু নিলগৰ জলাশয়ত খাপ পাতি থকা নাবত উঠি চৰ অঞ্চললৈ গুচি গ'ল।

মুল্লাহ খান সেইখন কাৰাগাৰতে ডকাইতিৰ গোচৰত প্ৰায় সাত বছৰ কাৰাবাস খটাৰ পিছত ম্যাদ উকলি যোৱাত এমাহৰ পূৰ্বে খালাচ হৈ গৈছিল।

ইয়াৰ আগতেও দুই তিনিবাৰ বিভিন্ন কাৰাগাৰত, বিভিন্ন গোচৰত থাকিবলগীয়া হৈছিল। দুষ্কৰ্মকাৰী, কুখ্যাত ডকাইত মুল্লাহ খান দুধৰ্ষ ডকাইতেই নহয়, পূৰ্বেও ডকাইতি কৰোতে কেইবাজনো মানুহক হত্যা কৰিছিল। চাক্ষুস প্ৰমাণৰ অভাৱত সি ফাঁচিকাঠলৈ যাবলগীয়া হোৱা নাছিল।

কাৰাধ্যক্ষ অম্লান গোস্বামী নিষ্ঠাবান, সৎ আৰু কৰ্তব্যত কঠোৰ প্ৰকৃতিৰ বিষয়া আছিল। দুৰ্দান্ত কয়েদী আচামী থকা কাৰাগাৰখনত নিৰাপত্তা ৰক্ষী অৰ্থাৎ কাৰাগাৰখনত বিষয়া কৰ্মী কম থকা সত্বেও তেওঁৰ সু-পৰিচালনাত কাৰাগাৰখন সুচাৰুৰূপে চলিছিল। কৰ্তব্যক তেওঁ কেতিয়াও অৱহেলা নকৰিছিল। আনকি প্ৰায়েই তেওঁ দুপৰীয়া ঘৰলৈ গৈ ভাত খোৱাৰ সলনি কাৰ্যালয়লৈ চাহ অনাই খাইছিল। প্ৰায়বিলাকেই কাৰাবন্দী আৰু বিষয়া কৰ্মচাৰীসকলৰ তেওঁ প্ৰিয় আছিল। কিন্তু আইন উলঙ্ঘা কৰা বন্দীসকলক তেওঁ কঠোৰ শাস্তি দি বশ কৰি ৰাখিছিল।

অন্যহাতেদি কাৰাগাৰৰ মহাপৰিদৰ্শকলৈ যুক্তি সহকাৰে লেখালেখি কৰি বন্দীসকলৰ আমোদ-প্ৰমোদৰ কাৰণে লাইব্ৰেৰী, গান বাজনাৰ সামগ্ৰী, খেলাধূলাৰ বস্তু অনাইছিল। ভি.আই.পি লোকে কাৰাগাৰ পৰিদৰ্শন কৰিলে সজ চৰিত্ৰৰ কয়েদীসকলৰ ম্যাদ বা খাটনি হ্ৰাস কৰাইছিল।

কাৰাধ্যক্ষৰ অস্বভাৱিক মৃত্যুত বিষয়া কৰ্মচাৰী আৰু কাৰাগাৰৰ কয়েদীসকলৰ উপৰি বাহিৰৰ যি সকলে তেওঁক জানিছিল সকলোৱেই মৰ্মান্তিক আঘাত পালে।

মুল্লাহ্ খানৰ অতপালিত আৰু উদণ্ড স্বভাৱত অতিষ্ঠ হৈ কাৰাধ্যক্ষই প্ৰথম অৱস্থাত তাক নিৰ্জন কক্ষৰ ভিতৰত থৈ বা অন্যান্য শাস্তি প্ৰয়োগ নকৰা নহয়। অৱশ্যে পিছলৈ মুল্লাহ্খানৰ চৰিত্ৰ সংশোধনৰ ফাললৈ আহে। সকলোৱেই ভাবিছিল মুল্লাহ্ খানে কাৰাগাৰৰ পৰা ওলাই গৈ সৎ কৰ্ম কৰি জীৱন নিৰ্বাহ কৰিব। কিন্তু এই ধাৰণা ভ্ৰান্ত।

বন্দীৰ বন্দীত্বই পঁচিশ শতাংশলৈ অনুশোচনা আৰু সংশোধনৰ ভাব আহিলেও পয়সত্তৰ শতাংশৰ মনত পূৰ্বৰ প্ৰকৃত প্ৰকৃতি সুপ্ত হৈয়ে থাকে। শাস্তিৰ দ্বাৰায়ো বা পৰিয়ালবৰ্গৰ পৰা দীৰ্ঘদিন পৃথক কৰি থলেও তেওঁলোকৰ মনৰ সংশোধন নহয়। এই শ্ৰেণীয়ে নিয়মানুবৰ্ত্তিতাৰ মাজত থকাৰ কাৰণে আৰু উৎপীড়নৰ ভয়তহে সাময়িকভাৱে কু-প্ৰবৃত্তি পৰিত্যাগ কৰে।

মুল্লাহ খান তেনে ধৰণৰ ভাও জোৰা ডকাইত বন্দী আছিল। সি কাৰাগাৰৰ পৰা ওলাই গৈয়েই ডকাইতৰ দলটো টনকিয়াল কৰি তোলে। প্ৰথমেই সি কাৰাধ্যক্ষৰ ঘৰতেই ডকাইতি কৰিবলৈ পাং পাতে।

গেট ৱাৰ্ডাৰ সজাগ হ'লে সাধাৰণতে অঘটন ঘটাটো অসম্ভৱ। সেই কথা মুল্লাহ্ খানে নজনা নহয়, ভেশচন্ জুৰি কেইবাটাও ডকাইতে কাৰাগাৰৰ সন্মুখত চোৰাংচোৰাগিৰি কৰি আছিল। গেট ৱাৰ্ডাৰ গুনিন বৰা পাণ প্ৰিয় মানুহ। ডিউটি পৰিলে সদায়েই তেওঁ পান কেইখনমান কাৰাগাৰৰ সন্মুখত থকা পাণ দোকানখনৰ পৰা লৈ আহে। সিদিনা দোকানখনৰ এজন অচিনাকি মানুহ বৈ থকা বহুতে দেখিছিল। ধাৰণাকৰামতে সেইজনেই চকুৰ পলকতে কিবা প্ৰকাৰে পাণৰ লগত নিচাযুক্ত দ্ৰব্য মিহলি কৰি দিছিল।

মুল্লাহ্ খান আৰু ডকাইতৰ দলটোক আৰক্ষী বিভাগে কৰায়াত্ত কৰিব পাৰিলেনে নাই জনা নাযায়।

মুল্লাহ্ খানক সৎ পথলৈ আনিব খোজা কাৰাধ্যক্ষজনৰ শেষ পৰিণতি এয়াই হ'ল। এইজন সজ বিষয়াৰ মৰ্মান্তিক হত্যাকাণ্ডৰ কথা মনত পৰিলে কাৰাগাৰৰ বিষয়া কৰ্মচাৰী সকলৰ আজিও হৃদয়ত বেদনা অনুভৱ কৰাই নহয়, নিৰাপত্তাহীনতা উপলব্ধি কৰি ভীতিগ্ৰস্ত হৈ পৰে। ❑❑

# বন্ধুৰ সহযোগত মহিমাৰ স্বামী হত্যা



মানুহজনী দেখনিয়াৰ। ওখ-পাখ, চকুত লগা দেহা। চুলিখিনি চুটিকৈ কটা।

কিন্তু কিয় জানো প্ৰথম দৃষ্টিতেই মানুহজনী মোৰ ভাল নালাগিল। উগ্ৰ-স্বভাৱ আৰু অসন্তুষ্ট মনৰ মানুহজনীৰ ব্যৱহাৰ-পাতিও একেবাৰে বেয়া।

হাজোতী হৈ যি দিনাখন মানুহজনী প্ৰথম কাৰাগাৰলৈ আহে সেইদিনা তাই এনেকুৱা আচৰণ দেখুৱালে আমিহে যেন তাইক বিনা দোষত জোৰ-জবৰদস্তি কৰি কাৰাগাৰত ভৰাই থবলৈ লৈ আহিছোঁ।

বিচাৰাধীন আচামী (Under Trial Prisoner) ৰ শাখাত সেই সময়ত ময়েই আছিলো। আবেলি পৰত আদালতৰ দহ বাৰজনমান আচামী কাৰাগাৰত থবলৈ লৈ অহা মই অভিৰক্ষা অধিপত্ৰ (Custody Warrant) খন চাই চাই নামভৰ্ত্তি কৰি গৈ আছো। কাৰাগাৰৰ কাৰ্যালয়ৰ পিয়নজনে আৰু আচামী অনা-নিয়া কৰা কাছাৰীৰ চিপাহীজনে এজন এজনকৈ মোৰ ওচৰলৈ লৈ আহিছে— মই নাম ঠিকনা সুধিছোঁ আৰু চিনাক্তকৰণ কৰিছোঁ। শেহত দুজনী মহিলা আচামী আহিল।

এজনী চিনামৰা চাহ বাগানৰ বনুৱা। লাওপানী আৰু চুলাই মদৰ কাৰবাৰ কৰে। চুলাই মদৰ লগত বেয়া বস্তু মিহলাই বেচিছিল। সেই মদ খাই কেইজনমান বনুৱাৰ বিষক্ৰিয়া হোৱাত পুলিচে তাইক ধৰি লৈ আহিছে। টোকোলাই গবেষণা কেন্দ্ৰৰ সন্মুখতে তাইৰ পুতেকৰ তামোল-পাণৰ দোকান। তাই দিনত বাগানত হাজিৰা কৰে আৰু সন্ধিয়াৰ পিছত দোকানৰ কাষতে লুকাই চুৰকৈ লাওপানী বিক্ৰী কৰে।

ইগৰাকী উপৰিউক্ত বিবাহিতা অসমীয়া তিৰোতা। মই সুধিলো—

ঃ নাম?— মহিমা কলিতা।

ঃ পিতাৰ নাম?— যোগেন কাটনি।

ঃ বিবাহিত?— হয়।

ঃ স্বামীৰ নাম?— অজয় কলিতা।

ঃ ঠিকনা? — চোলাধৰা, যোৰহাট।

ঃ বয়স?— পয়ত্ৰিছ।

ঃ ল'ৰা-ছোৱালী?— নাই।

ঃ গোচৰ কি?...

ৱাৰেণ্টখনৰ কেছৰ ধাৰাটো অৰ্থাৎ u/s-৩০২/২৪/৩৪ আই. পি. চি.— মই দেখিছিলো। মই মহিমাৰ মুখৰ পৰা শুনিবৰ কাৰণে তাই মনে মনে থকা দেখি আকৌ সুধিলো—

ঃ নোকোৱা কিয়? কি গোচৰত আহিলা?

ঃ হত্যাকাণ্ড গোচৰত।

ঃ কাক হত্যা কৰিলা?

— তাই আকৌ মনে মনে থাকিল। মই কঠোৰ দৃষ্টিৰে তাইলৈ চোৱাত

তাই মুখখন ঘূৰাই ক'লে—

ঃ গিৰিহঁতক।

ঃ কি ??

ঃ মই হত্যা কৰা নাছিলো। মোক মিছাতে সন্দেহ কৰি লৈ আহিছে।

ঃ তেন্তে কোনে হত্যা কৰিলে?

তাই ইফালে সিফালে চাই কাৰ্যালয়ৰ খট্‌খটীৰ তলত দ্বিতীয় দুৱাৰখনৰ ওচৰত বৈ থকা আৰু আগতে মই একেটা গোচৰতে নামভৰ্তি কৰা হালধীয়া ৰঙৰ চোলা পিন্ধা ডেকা আচামী এজনৰ পিনে আঙুলি টোৱাই ক'লে—

ঃ সৌজনে।

ঃ ওঁ। তোমাৰ সৌজন কি হয়? প্ৰেমিক নেকি?

— মহিমা অপ্ৰস্তুত হ'ল। মুখেৰে একো নামাতিলে। পেটে পেটে মোৰ খং উঠাৰ লগতে মহিমাৰ ওপৰত ঘৃণাও উপজিল। পৰ-পুৰুষৰ লগ লাগি নিজৰ গিৰিয়েকক হত্যা কৰা এইজনী মানুহ কেনে প্ৰকৃতিৰ হ'ব অনুমান কৰিবলৈ যত্ন কৰিলো।

মহিলা প্ৰহৰী গৰাকীৰ হতুৱাই মহিমাৰ তিল-মাহ, কটা-কুটা কি দাগ আছে ৱাৰেণ্টখনৰ লগত মিলাই চালো।

প্ৰহৰী গৰাকীয়ে মহিমাক ক'লে—

ঃ ফাটেকলৈ আহিলে ফাটেকৰ নিয়মমতে চলিব লাগিব। এইখন তোমাৰ ঘৰ নহয়। ইয়াত তোমাৰ কথামতে নচলিব। ৰাতি কাণফুলি বেলেগ কয়েদীয়ে কাণ কাটি লৈ গ'লে গম পাবা।

প্ৰহৰী গৰাকীয়ে কাঢ়ি লোৱাৰদৰে লৈ আকৌ ক'লে—

ঃ অফিচত জমা থ'ম। যাবৰ সময়ত লৈ যাবা। টকা-পইচা আছেনেকি? চাওঁ—

তেওঁ মহিমাৰ গা, কঁকালৰ খোচনি আদি পিটিকি চালে। ব্লাউজৰ ভিতৰত কাগজৰ দৰে খৰমৰোৱা দেখি মোক ক'লে—

ঃ বাইদেউ, বুকুত বোধহয় টকা সুমুৱাই থৈছে। উলিয়াই দিওঁনেকি?

ঃ নালাগে। নিজেই উলিয়াই দিব।

মোৰ কথাত মহিমাই তাইৰ ব্লাউজৰ ভিতৰৰ পৰা ৰবৰ এডালেৰে নুবান্ধি থোৱা টকাখিনি উলিয়াই দিলে।

ঃ কিমান আছে লিখি দিয়া।— মই ক'লো।

মহিমাৰ হতুৱাই চহী কৰাই অফিচত টকা আৰু গহনাখিনি জমা থোৱালো। মহিলা প্ৰহৰী গৰাকীৰ লগত মহিমা আৰু ইজনী আচামীক মহিলা কক্ষৰ ভিতৰলৈ পঠিয়াই দিলো।

মোৰ মনলৈ বাৰে বাৰে আহিবলৈ ধৰিলে— বিবাহিতা মহিলাক সকলোৱে আমাৰ সমাজত সতী-সাধ্বী ৰূপেই ভাবি লয়, গৃহলক্ষ্মীৰূপে কল্পনা কৰে।

— দিনে দিনে এই কথাবোৰ মূল্যহীন হৈ শান্তিৰ একোখন ঘৰ কেনেকৈ অশান্তিৰ পৰিবেশে চানি ধৰে! মহিমাৰ এনে ৰূপ সঁচাকৈয়ে নিন্দনীয় আৰু ঘিণ লগা। নিজৰ স্বামীক হত্যা কৰিছে— মানুহজনী কিমান নিষ্ঠুৰ আৰু বিপদজনক।— মই ভাবিবলৈ ধৰিলো তাই নিশ্চয় চৰিত্ৰহীনা হ'ব আৰু পৰপুৰুষৰ লগত অবৈধ সম্বন্ধ থাকিবই লাগিব!

মই মহিলা ফাটেকলৈ গ'লেও মহিমাৰ ওজৰ আপত্তি নুগুচে। ইটোহে হ'ল, সিটোহে হ'ল— ইটো নাই— সিটো নাই। প্ৰহৰী গৰাকীৰো তাইৰ ওপৰত খং দেখা পালো।

জেলৰ ভিতৰত হাজোতী বিলাকৰ অফিচত টকা জমা থাকিলে সৰুসুৰা দুই এপদ বস্তু প্ৰহৰীৰ হতুৱাই বজাৰৰ পৰা অনাই দিয়াৰ নিয়ম আছে। তাকো কাৰাগাৰৰ নিয়মাৱলীৰ সাপেক্ষে। মহিমাই দুদিনৰ পিছৰে পৰা ইটো লাগে সিটো লাগে— এখন বজাৰৰ তালিকা থাকেই। মই চাইচিতি অনাই দিওঁ। বিচাৰৰ দিনাখন কাছাৰীলৈ যাওঁতে কিছু বস্তু লৈ আহে।

বিচাৰৰ শুনানি পৰাৰ দিনাখন তাইৰ গিৰিয়েকক হত্যা কৰা লোকজনৰ লগত দেখা হয়। একেলগে আচামীৰ ভানখনত কাছাৰীলৈ যাওঁতে কি কথা পাতে জনা নাযায়।

মহিমা বিচাৰাধীন আচামী হৈ হাজোতত ছমাহ থাকিল। জামিনত যাবলৈ নিদিয়া গোচৰ যেতিয়া তাইৰ গাত যে দোষ বুজিব পৰা গ'ল।

মই মহিমাৰ লগত কমেইহে কথা পাতিছিলো। এদিন কথাৰ মাজতে মই মাত্ৰ সুধিছিলো গোচৰৰ কাম আগবাঢ়িছেনে বুলি। তাইৰ কথাৰ পৰা বুজা গ'ল— তাই নিৰ্দোষী, গিৰিয়েকক তাই খুব ভাল পাইছিল, সম্পত্তিৰ আশাত গিৰিয়েকৰ বন্ধুজনে তাইক ফুচুলাই গিৰিয়েকক হত্যা কৰিলে। এতিয়া তাইৰ গাত দোষটো জাপি দিব খুজিছে।

দৰ্শক মণ্ডল (Board of visitor)এ কাৰাগাৰৰ ভিতৰত পৰিদৰ্শন,

আলোচনা আদি মাজে মাজে হৈয়ে থাকে। তেখেতসকলৰ মাজত লেখক-লেখিকা, সমাজসেৱী, ৰাজনীতিবিদ, বিশিষ্ট ব্যক্তিসকলক চৰকাৰৰ ফালৰ পৰা অনুমোদন কৰে। তেখেতসকলে লগে ভাগে কাৰাগাৰলৈ আহি পুৰুষ মহিলা উভয় কক্ষকে পৰিদৰ্শন কৰি কয়েদী আচামীসকলৰ লগত কথা-বতৰা পাতি বিভিন্ন সমস্যাৰ বুজ লয় আৰু যিকোনো প্ৰকাৰে এই সমস্যা বিলাক সমাধান কৰিব পাৰিনেকি তাক কাৰাগাৰৰ বিষয়াসকলৰ লগত আলোচনা কৰে আৰু চৰকাৰৰ দৃষ্টিগোচৰ বা সমাধানৰ কাৰণে লিপিবদ্ধ কৰি থৈ যায়।

যোৰহাটৰ এগৰাকী বিশিষ্টা মহিলাই সেইবাৰ মহিলা কয়েদীসকলৰ লগত বহুত সময় কথা-বতৰা পাতি তেওঁলোকৰ সমস্যা বিলাক সুধি পুচি খৰচি মাৰি আলোচনা কৰিছিল। চৰকাৰে অনতিপলমে বিহিত ব্যৱস্থা ল'বলৈকো অনুৰোধ জনাই কাৰাগাৰৰ অধ্যক্ষ, কাৰাধ্যক্ষকো লিখা-লিখি কৰিবলৈ দঢ়াই দঢ়াই কৈ গৈছিল। পিছত তেখেতে বাতৰি কাকততো যুক্তিযুক্ততাৰে এটি আলোচনা দাঙি ধৰিছিল।

মহিলা ফাটেক তেখেতসকলে পৰিদৰ্শন কৰোতে অন্যান্য কেইজনীমান কয়েদী আচামীৰ লগত মহিমাই কাৰাগাৰৰ খোৱাবোৱা আদিকৰি কিছুমান অসুবিধাৰ কথা জনাইছিল। তাই হাজোতীসকলৰ গোচৰবিলাক বহুত দিন বিচাৰ নোহোৱাকৈ পেলাই থোৱাৰ বাবে দোৰ্ঘোৰ আপত্তি কৰিছিল। তাইক অন্যায় কৰি সন্দেহবশতঃ ধৰি অনাৰ কথাও কৈছিল। তাই ইমান নিৰ্ভৰযোগ্যভাবে কৈছিল যে পৰিদৰ্শক কেইগৰাকীৰ দুখেই লাগি ইচ্ আস্‌খন কৰিছিল। অনাহকত পুলিচে জোৰ জুলুম কৰাৰ বাবে দোষাৰোপ কৰিছিল। সেই সময়ত মোৰো বিশ্বাস হৈছিল যে মহিমাই কেতিয়াও গিৰিয়েকক হত্যা কৰাৰ চক্ৰান্ত কৰিব নোৱাৰে।

পৰিদৰ্শকসকলে চৰকাৰক স্থগিত গোচৰবিলাক (Pending Cases) ৰ বিচাৰ সোনকালে হৈ যাব লাগে বুলি জনোৱাত অৱশ্যে চৰকাৰৰ ফালৰ পৰা জিলা দণ্ডাধিকাৰী সকলক যাৱতীয় ব্যৱস্থাৰ কাৰণে চোকা নিৰ্দেশ দিয়াত বহুতো গোচৰ অদ্যাৱধি (Up-to-date) কৰি বিচাৰ সোনকালে হৈ যায়। ইয়াৰ ফলত বহুতো বিনাদোষত হাজোতত আবদ্ধ হৈ থকা আচামী খালাচ হৈ যায় আৰু অন্যান্যসকলৰ কাৰাদণ্ড হয়।

সোনকালে গোচৰৰ সমাধানৰ আপেক্ষাত থকা মহিমাই এদিন আবেলি আদালতৰ পৰা চকুপানী টুকি টুকি কাৰাগাৰলৈ আহিল। আমি ভাবি আছিলো কাষ্টৰীৰ পৰাই তাই খালিহে খালিহে মুক্তি পাই যাবগৈ।

কি হ'ল মই তত্ ধৰিব নোৱাৰি কাষ্টৰীলৈ আচামী অনানিয়া কৰা

চিপাহীজনক সোধাত তেওঁ ক'লে যে মানুহগৰাকীৰ যাৱজ্জীৱন সশ্রম কাৰাদণ্ড হৈছে।

ঃ তাৰ মানে মহিমা দোষী?

ঃ হয় বাইদেউ। সৌ মানুহজনৰ লগ লাগি দুয়োজনেই গিৰিয়েকক হত্যা কৰিছে।

কয়েদী শাখাৰ বিষয়াজনে মহিমাহঁতৰ নাম ঠিকনা লৈ আছিল। মহিমাৰ নিজৰ পোছাকজোৰা খুলি থৈ জেলৰ পোছাকজোৰা পিন্ধাবলৈ মহিলা প্ৰহৰী গৰাকীয়ে লৈ গৈছিল।

আমি সকলো আচৰিত হৈছিলো। যিজনী মহিমাই আদালতলৈ যোৱাৰ আগমুহূৰ্তলৈকে নিজক নিৰ্দোষী বুলি দপ্‌দপাই কৈ গৈছিল সেই মহিমাৰ এই অৱস্থা সঁচাকৈয়ে পুতৌজনক!

মই চিপাহীজনক সুধিলো

ঃ বিচাৰৰ সময়ত তুমি আছিলানেকি?

ঃ হয় বাইদেউ! অন্য এদিন আপোনাক কম। এনেকুৱা মাইকী মানুহৰ মুখ চাব নাপায়।

... অজয় কলিতা ঠাণ্ডা প্ৰকৃতিৰ মানুহ। ব্যৱসায় কৰে। সৰু সুৰা ব্যৱসায়ৰ পৰা ডাঙৰ ব্যৱসায়ী হৈছিল। সা-সম্পত্তিও যথেষ্ট কৰিছিল। কিন্তু মানুহজনৰ আত্মীয় বুলিবলৈ তেনেকৈ বিশেষ নাছিল। অকলশৰীয়া হৈ ব্যৱসায়ত ব্যস্ত থকাৰ কাৰণেই বোধকৰো তেওঁৰ বিয়া কৰোৱাৰ সময় পাৰ হৈ গৈছিল আৰু এসময়ত বিয়া নকৰাও বুলিয়েই ঠিক কৰি পেলাইছিল। পিছত বন্ধু-বান্ধৱৰ বুজনিত কষ্টকৈ ঘটা ধন সম্পত্তিখিনি অথলে যাব বুলি ভাবি ঘৰখন ধৰিবলৈকে এজনী ছোৱালী বিয়া কৰাই ঘৰ সুমুৱাৰ কথা ভাবিলে।

বন্ধু-বান্ধৱেই এজনী ছোৱালী ঠিক কৰিলে— ছোৱালীজনী দেখিবলৈ ভালেই— নাম মহিমা। মহিমাক অজয়ৰো ভালেই লাগিল।

মহিমাৰো বয়সীয়া অজয়ক পাই বেয়া নালাগিল। কাৰণ বিলাসিতা প্ৰিয় তাইৰ মনৰ ইচ্ছা আকাংক্ষা পূৰাব পৰা ধন সম্পত্তিখিনি অজয়ৰ আছে।

মহিমাৰ মন আৰু দেহৰ চাহিদা সৰ্ব-সাধাৰণ ছোৱালীতকৈ বেছি। শান্ত স্বভাৱৰ অজয়ক পাই নাকত ধৰি চাকত ঘূৰাব পাৰিম বুলি ভাবি তাই আনন্দিত হ'ল। মহিমাৰো উপযুক্ত সময়ত বিয়া হোৱা নাছিল। আগতে তাইৰ কেইবাখনো বিয়া ভাগিছিল। তাইৰ স্বভাৱটো সুবিধাৰ নাছিল বুলি বহুতে জানিছিল। অস্থায়ী

প্ৰেমিকৰ সংখ্যাও মহিমাৰ কম নাছিল।— এইবোৰ কথা অৱশ্যে বিয়াৰ আগতে অজয়ে ভুকে নাপাইছিল।

কিছুদিন মহিমা অজয়ৰ লগত বেছ সুখতেই আছিল। লাহে লাহে ঘৰৰ চাকৰ বাকৰে লক্ষ্য কৰিবলৈ ধৰিলে— মালিক-মালিকনীৰ কাজিয়া পেচাল দিনৌ লাগিবলৈ ধৰিছে।

বেছি কথা নপতা অজয় আৰু মৌন হৈ পৰিল। কোনো দিনে মদ নোখোৱা অজয়ে মদ খাবলৈ ধৰিলে। ঘৰত যিখিনি সময় থাকে কিতাপ-কাগজ পঢ়ে আৰু মদ খায়।

অজয়ে ঘৰৰ ভিতৰত যিমানেই নিচ্চুপ হৈ থাকিবলৈ ল'লে বা ব্যৱসায়ৰ কামত বাহিৰলৈ গৈ কেইবাদিনো ঘৰলৈ নহাকে থাকে— সেইকেইদিন মহিমাৰ ঘূৰা পকা, ৰঙ ৰহইচ আগতকৈও চৰে। বন্ধু-বান্ধৱ বেছি হ'বলৈ ধৰিলে আৰু তাইৰ হাইফাই স্বভাৱটো বৃদ্ধি পালে। গিৰিয়েকক মানুহ বুলি গণ্যই নকৰা হ'ল— অপদাৰ্থ বুলি ভবা হ'ল। ডাঙৰ ডাঙৰ হোটেলত পৰপুৰুষৰ লগত দিন আৰু ৰাতিৰ আহাৰ গ্ৰহণ কৰা হ'ল। বজাৰ-সমাৰ কৰিবলৈ যাবে তাবে লগত অন্য ঠাইলৈকো যোৱা হ'ল। তাই ক'ত থাকে ক'লৈ যায়— অজয়ে একো উৱাদিহ নেপায়। লাজ আৰু অপমানত অজয় ক্ষুদ্ধ হ'ল।

অজয়ৰ যি দুই এজন আত্মীয় আছিল— মহিমাৰ উত্তগুলি দেখি বিবাহ বিচ্ছেদৰ পৰামৰ্শ দিলে। অজয়েও এই কথা চিন্তা কৰিলে।

... উকীলৰ জেৰাত ঘৰত কাম কৰা মানুহজনীয়ে সাক্ষ্য দিলে যে ল'ৰা-ছোৱালী জন্ম দিয়া লৈয়ে অজয় আৰু মহিমাৰ মাজত প্ৰায়ে কাজিয়া লাগিছিল। অজয়ে ভাবিছিল— মহিমা মাক হলেই ঘৰ-সংসাৰত হয়তো মন বহিব। কিন্তু মহিমাই বিচাৰিছিল ওলোটাটো। জীৱনটো উপভোগ কৰি ল'ৰা-ছোৱালী পিছলৈ হ'বলৈ থওঁতে থওঁতে আৰু মাজে মাজে গৰ্ভপাত কৰাওঁতে শেষলৈ সন্তান হোৱাৰ আশা নাই বুলি ডাক্তৰে ঘোষণা কৰিলে।

খং, হতাশাত অজয়ে সম্বন্ধীয় ল'ৰা এটাকে তুলি লওঁ বুলি ঘৰলৈ আনিলে। মহিমাৰ তাতো আপত্তিয়েই আপত্তি। কাৰণ ল'ৰাটো তুলি ল'লে তাই ঘৰখনতে আবদ্ধ হৈ থাকিব লাগিব, তাইৰ স্বাধীনতাত হেন্তাৰ হৈ পৰিব। অজয়ৰ উপায় নোহোৱা অৱস্থা হ'ল।

অজয়ৰ বন্ধুবোৰবো অজয়তকৈ এতিয়া মহিমাৰ লগতহে বন্ধুত্ব বেছি হ'ল। তাইৰ আকৰ্ষণীয় ৰূপ-যৌৱনে সিহঁতক কাবু কৰি পেলালে।

এদিন তেনে এজন বন্ধুৰ লগত নিজৰ ঘৰতে মহিমাই হলি-গলি কৰি

থাকোতে অজয় ঘৰ সোমালহি। এনে অৱস্থাত সিহঁতক দেখি অজয়ে খণ্ডত ধৈৰ্য হেৰুৱাই চিঞৰ বাখৰ কৰি বন্দুকটোৰে তাঁহাত দুয়োটাকে শেষ কৰি দিওঁ বুলি ভাবোতেই বন্ধুজনে অজয়ৰ গালে চকী এখন দলিয়াই দি পকাত বগৰাই মহিমাৰ সহযোগত অজয়ক ডিঙি চেপি হত্যা কৰিলে।

এনেতে কাম কৰা মানুহজনী সোমাই অহাত মহিমাই বন্ধুজনে গিৰিয়েকক মাৰি পেলালে বুলি কান্দি কাটি বন্ধুজনৰ গাতেই দোষটো জাপি দিলে। কিন্তু পুলিচৰ জেৰাত, ওচৰ-চুবুৰীয়া আৰু ঘৰৰ বন কৰা মানুহৰ সাক্ষীবাদীত মহিমাও দোষী ৰূপে সাব্যস্ত হয় আৰু বন্ধুজনৰ লগতে মহিমাৰো যাবজ্জীৱন সশ্ৰম কাৰাদণ্ড হ'ল।

মহিমাই যি অ-সামাজিক কাৰ্যৰ দ্বাৰা জীৱনটো উপভোগ কৰিবলৈ বিচাৰিছিল— সেইটো হৈ নুঠিল। তাৰ পৰিবৰ্তে কাৰাগাৰৰ বন্ধ কুঠৰীত দীৰ্ঘদিন কটাই জীৱনত তিলতিলকৈ শাস্তি ভোগ কৰিব লগীয়া হ'ল। ❑❑

# মাইচেনা পাগলী হ'ল



দৈনন্দিন জীৱনৰ সচৰাচৰ নিয়মৰ বিপৰীতে চলা মহিলা বিচাৰাধীন বন্দী তাই। নাম মাইচেনা।

প্ৰথমে কাৰাগাৰলৈ আহোতে তাইক দেখিলে ভয়লগা চেহেৰাৰ আছিল। মুখৰ বাহিৰেও গাটোত নখেৰে আঁচোৰাৰ চিন। কিছুমান ঠাইত গাৰ ছাল এৰাই বগা চিন বহিছে। কিছুমান ঠাইত ঘা লাগি গৈছে। চুলিত জঁট বান্ধিছে। গাটো লেতেৰা, কাপোৰ মলিয়ন। মুঠতে কিম্ভুত-কিমাকাৰ চেহেৰা।

: ঐ, এইজনী পাগলী আহিছে, ওচৰলৈ নাযাবি।

## মাইচেনা পাগলী হ'ল

মহিলা ফাটেকলৈ মাইচেনা সোমোৱাৰ লগে লগে অন্য কয়েদী বিলাকে ফিচিঙা-ফিচিঙ কৰি হাঁহিবলৈ ধৰিলে। আই ঔ বিঔ খন কৰিলে।

কিছুদিনৰ পিছতহে গম পালে আচলতে তাই পাগলী নহয়। জঘন্য অপৰাধ কৰি হাজোতলৈ আহিছে। এনেকুৱানো নির্দয়, কাঠচিতীয়া তিৰোতা সংসাৰত থাকেনে? নিজৰ পেটৰ সন্তান কেইটাক....।

মাইচেনাক সকলোৱে লেই-লেই চেই-চেই কৰিলে। কোনো কয়েদী আচামীয়ে তাইৰ লগ নললে। কাৰাগাৰৰ ভিতৰতো তাই সংগীবিহীন হৈ, ককর্থনা খাই থাকিল। দেখিবলৈ আপচু মাইচেনাৰ অন্তৰখনো আপচু বুলিয়েই সকলোৱে ভাবিলে।

তাই উদাসীন। এইবোৰ তাইৰ প্ৰাপ্য বুলি ভাবে। তাইক অত্যাচাৰ কৰক, পাষাণী, কুলক্ষণী বুলি কওঁক, প্ৰহাৰ কৰক— তালৈ তাই ভ্ৰুক্ষেপ নকৰে।

তাই ইমানেই পাপীনে যে তাইক মৃত্যুৱেও আঁকোৱালি ল'ব নিবিচাৰে?

মহিলা কক্ষটোৰ আওঁহতীয়া চুক এটাত তাই অকলশৰে বহি থাকে। কেতিয়াবা থাকে বাহিৰৰ গছ এজোপাৰ তলত। তাইৰ ওচৰলৈ আহি মানসিক ৰোগী দুই এজনীয়ে দাঁত নিকটাই হাঁহে, তাইৰ গাত গা লগাই বহি চৰাইয়ে বাঁহ সজাৰ দৰে জাবৰ জোঁথৰেৰে ঘৰ সাজে, মাটি-বালিৰে ভাত-দাইল ৰান্ধে। কেতিয়াবা ওৰণী একাঠী লৈ কইনা হৈ লাজ কৰি দেখুৱায়। মাইচেনাই তন্ময় হৈ সিহঁতৰ কাণ্ড-কাৰখানাবোৰ চাই থাকে। চাই ভাল পায়। সিহঁতৰ দৰে তাইৰো যদি মস্তিষ্কৰ বিকৃতি ঘটিলেহেঁতেন!

লাহে লাহে মাইচেনাৰ চেহেৰা-পাতিৰ সামান্য উন্নতি হৈছিল। নাখাওঁ বুলিও মুখলৈ ভাত নিছিল। সুস্থ হৈ অহাৰ পিছত তাইৰ মনত বেছিকৈ মানসিক দ্বন্দ্ব হ'বলৈ ধৰিলে। আপোনঘাতী মনোভাব এটা চৌবিছ ঘণ্টাই মনত পাকঘূৰণি খাই থাকে। কিন্তু মৃত্যুৱেও তাইক প্ৰত্যাখ্যান কৰে। তাই ভাবে তাই অধম, পাপী— যি কাৰণে তাই নৰকতো স্থান নাপাব।

সমাজত বিচিত্ৰ সৰু বৰ অলেখ ঘটনা সংঘটিত হৈ থাকে। দুই এটা এনে ঘটনা কাগজে পত্ৰই প্ৰকাশ পালে কিছুমান মানুহে গম পায়। কিছুমান বীভৎস ঘটনা মানুহৰ অগোচৰেও থাকি যায়।

কাৰাগাৰৰ ভিতৰত কম সংখ্যক হ'লেও বিকৃত মানসিকতাৰ বহুতো অপৰাধী থাকে। বৰপেটা কাৰাগাৰত থকা এগৰাকী কয়েদীক লগ পাইছিলো। বিয়াৰ পিছত তাই নিজৰ গিৰিয়েকৰ পৰাতো বাদেই ঘৰৰ সকলোৰে পৰা অনাদৰ অবহেলা পাইছিল। চাকৰিৰ সংক্ৰান্তত গিৰিয়েকে বদলি হৈ অন্য ঠাইলৈ যাওঁতে

ঘৈণীয়েকক লগত লৈ যোৱা নাছিল। ঘৰলৈ মাক-ভনীয়েকহঁতলৈ টকা-পইচা পঠিয়ায়, তাই নিঃকিন হৈ সামান্য আহাৰেৰে দিন কটায়। সেই সময়ত মহিলা গৰাকী গৰ্ভৱতী আছিল। এদিন তাই গম পালে— গিৰিয়েকে অন্য এজনী ছোৱালীক বিয়া কৰোৱাৰ যা-যোগাৰ কৰিছে। তাই উন্মাদ হৈ পৰিল। কেঁচুবাটো জন্ম হোৱাৰ পিছত তিনি দিনৰ দিনা তাই কেঁচুৱাটোক টেটু চেপি মাৰি বেতনিৰ মাজত পেলাই থৈ আহিল।

যোৰহাট কাৰাগাৰত লগপোৱা এজনী নাৰীয়ে হিংসা দ্বেষত জ্বলিপুৰি সতিনীয়েকক বিহ খুৱাই মাৰিছিল। চাহ বাগানৰ এজনী বুঢ়ীৰ গাত পিশাচ লম্ভা বুলি বোৱাৰীয়েকে ওজা লগাই বুঢ়ীক উধাই মুধাই প্ৰহাৰ কৰাত বুঢ়ী সিফলীয়া হৈছিল। পিছত গম পোৱা গ'ল যে ওজাৰ ভেশ ধৰা মানুহজনৰ লগত বোৱাৰীয়েকৰ বেয়া সম্পৰ্ক থকাৰ কথা শাহুয়েকে গম পাইছিল। এজনীয়ে প্ৰেমিকৰ লগ লাগি হোলগোঁজ স্বামীক কৌশলেৰে মাৰি দ' পিতনিত পেলাই থোৱাৰ পৰা উদ্ধাৰ কৰা হৈছিল।

এনেকুৱা নিষ্ঠুৰ পাষাণ অন্তৰৰ তিৰোতাক সকলোৰে ঘৃণা আৰু অৱজ্ঞাৰ চকুৰে চায়। কিন্তু এনে তিৰোতাও আছে, যাৰ কৰ্ক, কৰ্কশ হৃদয়ৰ অন্তৰালৰ বিপৰীতে অন্তৰৰ এটা কোণত দয়াও নথকা নহয়। সংঘাত আৰু পৰিস্থিতিত পৰি বা সাময়িক উত্তেজনা বা ক্ৰোধান্বিত হৈ সমাজ বিৰোধী যিকোনো কাম কৰি পেলায়।

মাইচেনা এনেকুৱা এজনী অপৰাধী, যাৰ কাৰ্য কলাপ কোনোদিনেই ক্ষমণীয় নহয়। তাই ঠিকেই ভাবিছে, মৃত্যুদণ্ডাজ্ঞাও তাইৰ বাবে যথোচিত শাস্তি নহয়।

মাইচেনাৰ অপৰাধৰ গোচৰৰ ধাৰা আছিল 299/302/318/309/ 319 I.P.C. অৰ্থাৎ নৰহত্যাৰ জগৰীয়া, আত্মহননৰ প্ৰচেষ্টা (offences affecting life– culpable homicide, Punishment for Murder, Attempt to Commit Suicide etc.) ইত্যাদি।

মাইচেনা নামৰ নিৰক্ষৰ, সহজ সৰল, গাঁৱলীয়া তিৰোতাজনীয়েনো এনে কি সাংঘাতিক নৰহত্যা ক'ৰিলে যে তাইক ভাৰতীয় দণ্ড বিধি আইনৰ ইমানবোৰ ধাৰাৰে সাঙুৰি কাৰাগাৰলৈ আনিব লগা হ'ল?

... যোল্ল বছৰ বয়সতে মাইচেনাই শাওন মহীয়া পথাৰত কাম কৰি থকা ককায়েকক জলপান দি ঘৰলৈ উভতি যাওঁতেই আগৰে পৰা ফুটুকানিৰ আঁৰত চোপ্ লৈ থকা ফণিধৰে তাইৰ হাতত ধৰি পলুৱাই লৈ গ'ল। মাইচেনাৰ হাক বচন একো নেমানি সি তাইৰ হাতখনত বজ্ৰলেপৰ দৰে ধৰি বোকাই পানীয়ে এক প্ৰকাৰ টোঁচৰাই নিয়াৰ দৰে লৈ গৈছিল। ফণিধৰৰ ঘৰ কাৰৰ গাঁৱতে।

মাইচেনাই অৱশ্যে তাক আগতে চিনি নোপোৱা নহয়। গাঁৱৰ বিয়া, সকাম, বৰ সবাহত মাজে মাজে লগ পাই থাকে। কিছুদিনৰ আগতে বিয়া এখনত পাছফালে তাই বন কৰি থাকোতে সি চেগ চাই কলঠকৰা আৰু তামোলৰ ঢকুৱাৰ বেৰ এখনৰ ফাকেৰে তাইক ভালপোৱাৰ কথা জনাইছিল। ফণিধৰৰ অপ্রত্যাশিত ভালপোৱাৰ মিহি মিহি বচনত সেইদিনা তাইৰ কাণ-মুখ ৰঙা-চিঙা পৰি গৈছিল। 'যা নিধকটো—বুলি তাই দৌৰি আহি ঢেঁকীশালত তামোল কাটি থকা মাইকী মানুহৰ জুমটোৰ মাজত সোমাই বুকুৰ ঢপ্‌ঢপনি মাৰিছিল। বিয়াঘৰত গাঁৱৰ ডেকা-গাভৰুখিনিয়ে হাঁহি-খিকিন্দালি কৰি লুচি বেলি পুৰি থাকোতে বা পাচলি কাটোতে লাজে ভয়ে তাই ফণিধৰলৈ মুৰ তুলি চাইছিল। ফণিধৰৰ অন্তঃভেদি যোৱা দৃষ্টিয়ে তাইৰ মনত উথল-মাথল লগাইছিল। এদিন নামঘৰৰ দৌলোংসৱত জাকৰুৱাৰ মাজতো তাইৰ গাত সি চিকুট এটা মাৰি ফুচফুচাই কৈছিল—'তোক মই পলুৱাই লৈ যাম'। তায়ো কোনেও নেদেখাকৈ তাক ঠেলা এটা মাৰি আঁতৰি যাবলৈ কৈছিল। তেতিয়া অৱশ্যে তাই কল্পনাও কৰিব পৰা নাছিল— ফণিধৰে তাইক এদিন সঁচাকৈয়ে পলুৱাই লৈ যাব!

বৌজাল বৌজাল হৈ থকা গাঁও দুখন শাম নকটালৈকে সিহঁতহাল ফণিধৰৰ দূৰৈত থকা দূৰ সম্পৰ্কীয় মানুহ এঘৰত থাকিলগৈ। মাইচেনাৰ ককায়েকহঁতে দুয়োটাকে 'মাৰিম, কাটিম আদি বাক্যবাণেৰে তালফাল লগাই আছিল যদিও শেহলৈ চুপেচাপেই থাকিল। চুৰা হোৱা ছোৱালীজনীক ওভোতাই আনিলে আহুকালহে হ'ব বুলি একো নকৰিলে যদিও সিহঁতৰ লগত সম্পৰ্ক একেবাৰে ছেদ কৰি দিলে। ফণিধৰ অকলশৰীয়া। তাৰ সামান্য খেতিৰ মাটি আছিল। মাকজনীয়ে পুতেক বোৱাৰীয়েকক চপাই কোঁচাই ল'লে।

দুটি সন্তান হোৱাৰ পিছত সিহঁতৰ জীৱনত কেণা লাগিল। গাঁৱৰ দুটা দুষ্ট মানুহৰ সংগী হৈ ফণিধৰ অধঃপতনে যাবলৈ ধৰিলে। ঘৰৰ ওচৰৰ দোকানখনৰ পিছফালে বহি 'জুৱা খেলিবলৈ ল'লে, মদ-ভাং খাবলৈ ধৰিলে। সংসাৰৰ কৰ্তব্যভাৰৰ প্রতি নেওচা দিলে। মস্ত এলেহুৱা হ'ল, কোনো কামলৈকে মন-কাণ নকৰা হ'ল। মদ-ভাং খাই খাই ডেকা মানুহটো নিশকতীয়া বুঢ়াৰ দৰে হ'বলৈ ধৰিলে। হতশ্ৰী হ'ল। জুৱাখেলত হাৰি হাৰি ঘৰৰ লামলাকটু সোপাকে বেচি শেষ কৰিলে। ৰাতি খালে-ডোঙে পৰি থাকে। পুতেকৰ শোকতে এদিন মাকো ঢুকাল। সেই সুযোগতে কাজকৰ্ম কৰাৰ নামত ফণিধৰে খেতিৰ মাটিখিনি অতি কম দামতে বিক্ৰী কৰি দিলে।

সেই টকাৰে ফণিধৰে লগৰীয়াৰ সৈতে ঘৰতে জুৱাখেলৰ আড্ডা বহুৱাই মদ ভাং খাই কেইমাহমান ফূৰ্তি জুৰি খালে। তাৰ এই অনাচাৰী আচৰণ আৰু ধোঁৱাখুলীয়া স্বভাৱৰ কাৰণে মাইচেনাই তাক এদিন খুব বকিলে। ফণিধৰৰ অতপালি

বাঢ়িহে গ'ল। মাইচেনাক মাৰধৰো কৰিবলৈ ধৰিলে। এদিন অনাহকতে উৎপাত আৰম্ভ কৰি ল'ৰা-তিৰোতা আটাইকেইটাকে মাৰকিল কৰি উচাৎ মাৰি ঘৰ এৰি গ'ল যি গ'লেই, দুনাই আৰু ঘূৰি নাহিল। সেই সময়ত মাইচেনাৰ গাত লেঠা আছিল। আকৌ এটি সন্তান জন্ম হ'ল। ঘৰত খাবলৈ খুদকণ এটিও নাই। কেঁচুৰাটোৰ সৈতে তিনিটা ল'ৰা-ছোৱালী। তাই বলিয়াৰ দৰে হ'ল। লোকৰ ঘৰত বন কৰি পেটৰ পোৱালি কেইটাক খুৱাবলৈকো পানী কেঁচুৱা লৈ ওলাব নোৱাৰে। ওচৰ চুবুৰীয়া দুই একে প্ৰথম অৱস্থাত সহায় কৰিছিল যদিও পিছলৈ নোচোৱা হ'ল। তাই ককায়েককেইতৰ ওচৰত সহায় বিচাৰিলে। সিহঁতে দিওঁ নিদিওঁ কৰি সামান্য সহায় কৰিছিল যদিও লাহে লাহে গালি-শপনিহে পাৰিবলৈ ধৰিলে। উপায়ন্তৰ হৈ তাই থকা মাটি ডোখৰকে বন্ধকত থ'লে।

মাইচেনাক দৰিদ্ৰতাৰ নগ্ন, বীভৎস ৰূপটোৱে চেপি খুন্দি আনিছিল। মাটি বন্ধকীৰ টকা কেইটাৰেনো কিমান দিন চলিব? মাটিনো কোনকালে মোকলাব? তদুপৰি তাইক দুটামান লম্পটে প্ৰায়ে দিগদাৰ দিবলৈ ধৰিলে।

মাইচেনাই সন্তান কেইটিক বুকুত সাবটি খালী পেটে, ভয়ে-ডৰে উজাগৰে দিন কটাবলৈ ধৰিলে। গিৰিয়েকৰ কদৰ্য ৰূপটোৰ কথা ভাবি ভাবি তাই শোকত ভাগি পৰিল। এনেকুৱানো পাষাণ হৃদয়ৰ মানুহ পৃথিৱীত থাকেনে? কোনোবাই সি সন্ন্যাসী হৈ ক'ৰবালৈ গুচি যোৱা বুলি ক'লে। কেঁচুৰাটোৱে খাবলৈ তাইৰ শুকান বুকুত এফোটামানো গাখীৰ নাই। সাধাৰণ খেৰ-বাঁহৰ ঘৰ উৰঁলি গৈ পানী পৰিবলৈ ধৰিলে।

মাইচেনাক দুৰ্দ্দশাই চাৰিওফালৰ পৰা আগুৰি ধৰিলে। ঘটনাৰ দিনা ডাঙৰ ল'ৰাটোৰ তীৰ কঁপে জ্বৰ উঠি আছিল। ঔষধৰ নামত একো নাছিল। ইপিনে উদং পেট। মাইচেনাই ভাবিলে তায়ো মুক্তি ল'ব, সন্তান কেইটাকো মুক্তি দিব। সিহঁতে এনেকুৱা ঠাইলৈ গুচি যাব, য'ত খোৱা পিন্ধা, থকাৰ বাবে ভাবিবলগীয়া নহয়।

মাইচেনাই ভাবিলে, তাই সঁচাকৈয়ে পাগলী হ'লনেকি? নাই, তাই সম্পূৰ্ণ সুস্থ হৈয়ে আছে। সন্মুখত ভোকাতুৰ তিনিটা প্ৰাণী। তাৰে এটা জ্বৰত বেহুচ হৈ পৰি আছে। ক্ষন্তেক পিছতে তাই দুৱাৰৰ ডাংদাল দি ওলাই গ'ল। কিছুপৰৰ পিছত কৰবাৰ পৰা কেইটামান কৰবী আৰু ধঁতুৰা ফুলৰ গুটি লৈ আহিলে। এই দুটা বস্তু বিহ বুলি তাই জানে। শিল এটাৰে গুটিবোৰ খুন্দিলে আৰু উধাই-মুধাই ল'ৰা-ছোৱালী কেইটিক মৰম সাদৰ কৰি, চুমা খাই ক'লে— 'বাচাহঁত, তহঁতক এতিয়া মই খাবলৈ দিম আৰু শান্তিৰে শুই থাকিবি'।— এইবুলি কেঁচুৰাটোৰে সৈতে তিনিওটাকে খুন্দি 'থোৱা গুটিবোৰ খুৱাই নিজেই বাকী থকাখিনি খাই পেলালে। বিহখিনি পেট পোৱাৰ লগে লগেই মাইচেনাই বমি কৰিবলৈ ধৰাত, তাইৰ পেটলৈ

যোৱা বিহখিনিও বমিৰ লগত ওলাই আহিল। তাইৰ সন্মুখতে চট্ ফটাই এটা এটাকৈ তিনিওটা সন্তান মৰি থাকিল। তাই নিজে মৰিব নোৱাৰি দৌৰি কুঁৱাটোত জাপ মাৰি দিলেগৈ।

ওচৰৰ মানুহে শব্দ শুনি কুঁৱাৰ পৰা অচেতন মাইচেনাক উদ্ধাৰ কৰিলে। দুবাৰকৈ আপোনঘাতী হ'বলৈ চেষ্টা কৰিও তাই বাচি থাকিল। গোটেই গাটোতে ঘাইল হৈ তাই চিকিৎসালয়ত ভালেমানদিন পৰি থাকিবলগীয়া হ'ল। যেতিয়া তাইৰ চেতনা আহে, তাই যে জীয়াই আছে ভাবিব পৰা নাছিল। নিজ হাতেৰে তিনিওটা সন্তানকে মাৰি তাই জীয়াই থাকিল? ওচৰত যি পালে তাৰেই তাই নিজক আঘাত হানিবলৈ ধৰিলে। মূৰৰ চুলি টানি, আজুৰি চিঙি গোটেই গাটো আচুৰিলে। মাইচেনা হাত ভৰি বান্ধি ৰখা হ'ল। নাৰ্ছে জোৰেৰে মুখত দৰব, পথ্য বাকি দিলে। তাই মৰি মৰিও জীয়াই থাকিল, মানসিক চিকিৎসালয়লৈকে তাইক পঠিওৱাৰ ব্যৱস্থা কৰা হৈছিল যদিও লাহে লাহে তাইৰ উত্তগালি কমি আহিল। সাৰসুৰ নকৰাকৈ চিকিৎসালয়ত পৰি থাকিল। অৱশেষত জেল হাজোত পালেহি।

বিচাৰপতিয়ে মাইচেনাক কি শাস্তি দিয়ে ক'ব নোৱাৰো। তাই ফাঁচিকাঠত ওলমিবলৈকে বাঞ্ছা কৰে। নিজৰ উকীল নাই। তাইৰ শাস্তি লাঘৱ হোৱাটো মুঠেই নিবিচাৰে। বিচাৰৰ বাবে আদালতলৈ নিওঁতে তাই গাড়ীৰ আগত জপিয়াই পৰিবলৈ উদ্‌বাউল হৈ পৰে। তাই পলাবলৈ সুৰুঙা নাপায়। সন্তান কেইটিক তাই অকলশৰে পঠিয়ালে, সেইয়া জানো উচিত হৈছে? তাই যেনেতেনে সিহঁতৰ লগলৈ যাবগৈ লাগিব!

মাইচেনাৰ মনোবেদনা কোনে বুজিব? কাৰাগাৰতো সকলোৰে ঘৃণাৰ চকুৰে চায়। ভাত গৰাহ মুখলৈ নিওঁতেই ল'ৰা-ছোৱালী কেইটিৰ ভোকাতুৰ যন্ত্ৰণাকাতৰ মুখকেইখন মনলৈ আহে। আজিকালি কাৰাগাৰত তাই ৰাতি উজাগৰে থাকে, দিনত শোৱে। সচৰাচৰ মানুহে কৰা নিয়মৰ বিপৰীতে তাই চলে। কোনোবা কয়েদীয়ে তাইৰ থালত ভাত ৰাখি থলে এগৰাহ মুখলৈ নিয়ে। পেটৰ ক্ষুধা অদি ভয়ানক। অন্য উপায়েৰে মৰিব পাৰে, নাখাই মৰাটো টান!

ফণিধৰ জীয়াই আছেনে? কাৰাগাৰত মাইচেনাৰ গিৰিয়েকলৈ মনত নপৰা নহয়। সি সন্ন্যাসী হৈ প্ৰান্তৰে প্ৰান্তৰে মোহ শূন্য হৈ ঘূৰি ফুৰক, তাই কেৱল জীয়াই থকালৈকে পাপৰ বোজা কঢ়িয়াব। কাকো তাই দোষাৰোপ কৰিবলৈ নিবিচাৰে। কাক দোষাৰোপ কৰিলে তাইৰ শোকৰ জুইকুৰা নুমাব?

তাই নিচিন্তকৈ ভাবি লৈছে, তাইৰ জীৱনো এই সংসাৰত কন্টকীয়া। তাই সন্তান কেইটাক অকলে এৰিব নোৱাৰে। সিহঁতৰ ওচৰলৈ যিকোনো প্ৰকাৰে যাবই লাগিব, য'ত এই পৃথিৱীৰ দৰে দুখ নাই— সুখেই সুখ। ☐☐

# কাৰাগাৰত বেজিনী কণমাই আৰু প্ৰভাৱতী



কণমাই আৰু প্ৰভাৱতী। দুয়োজনী মহিলা কয়েদী। এদিন দুয়োজনীৰ মাজত দিন দুপৰতে চুলিয়াচুলি লাগিল।

মহিলা ফাটেকলৈ যিবিলাক আচামী, কয়েদী আহে সাধাৰণতে নিম্নস্তৰৰ। ভাল মানুহৰ ঘৰৰ মহিলাসকলৰ অপৰাধ প্ৰৱণতা কম। অৱশ্যে পুৰুষৰ তুলনাত মহিলা অপৰাধী কমেই দেখা যায়।

এনে অপৰাধীসকল একেবাৰে তল খাপৰ পৰাই অপৰাধ কৰি অহাৰ কাৰণে তেওঁলোকৰ মাজত ভদ্ৰতাসূচক মাতকথা, ব্যৱহাৰ পোৱা নাযায়।

সেইকাৰণে দন-হাই-কাজিয়া কাৰাগাৰৰ ভিতৰতো চলি থাকে। কাৰাগাৰৰ অনুশাসনত দমি থাকিহে শান্ত শিষ্ট হৈ থাকে।

অতীজৰে পৰা গাঁওভূঁইৰ মাজত শিক্ষাৰ পোহৰ নোপোৱা দুই এজনী এনেকুৱা দন্দুৰী তিৰোতা থাকে বুলি ক'ব পাৰি, যাৰ অশ্লীল মাত কথা শুনিলে ভাল মানুহ ওচৰৰ পৰা আঁতৰিব লগীয়া হয়।

কণমাই আৰু প্ৰভাৱতীও সেই স্তৰৰে তিৰোতা। দুয়োজনী একেটা গোচৰতে আহিছে। আচৰিত কথা, দুয়োজনীৰ মাজত কাজিয়া লাগে যদিও মিলাপ্ৰীতিও নথকা নহয়। আজিও সেইদৰে সিহঁতে অৰিয়াঅৰি, দবিয়া-দবি কৰাৰ আগলৈকে দুয়োজনী নলে গ'লে লগাই আছিল। ইজনীয়ে সিজনীৰ ওকণী বাচিছিল, চুলিখিনিও আচুৰি মুঠি খোপা একোটা বান্ধি দিছিল। এনেতে কয়েদীবিলাকে দেখিলে প্ৰভাৱতীয়ে কণমাইক অকথ্য শব্দৰে গালি পাৰি পানীকলটোৰ ওচৰৰ গেৰেকণিলৈ গতিয়াই পেলাই দিছে। কণমায়েও কোনোবাই গা ধুই তিয়নি আওডালি থোৱা চাবোন পানী এচৰিয়া আনি প্ৰভাৱতীৰ গালৈ ছাটি মাৰি দিছে। লগে লগেই শাও-শপনি, গালি-গালাজ, চুলিয়াচুলি।

কয়েদীবিলাকে দুয়োজনীকে দুফালে টানি আজুৰি আনিলে। প্ৰহৰী গৰাকীয়ে দুই এচাত দিলেও কণমাইজনী বেছি খঙাল। তাই কাৰো কথা নামানি ফেপেৰি পাতি কাজিয়া কৰিবলৈ আগবাঢ়ি যোৱাৰ কাৰণে সকলোৱে তাইক চোঁচোৰাই নি চেলত ভৰাই থলে। প্ৰভাৱতীক শাস্তি হিচাপে পানীকলৰ পকা, নৰ্দ্দমা পৰিস্কাৰ কৰিবলৈ আৰু মহিলা ফাটেকৰ উধৰ পৰা মূধলৈ চোতাল সাৰিবলৈ লগালে।

মহিলা ফাটেকৰ ভিতৰত হোৱা এই খুট্ খাট বিলাকৰ খবৰ সাধাৰণতে মোক নিদিয়ে। প্ৰহৰী গৰাকী, কয়েদী মেটজনীয়েই অন্যান্য কয়েদী আচামীৰ লগত নিষ্পত্তি কৰে। দৰকাৰ হ'লে মুখ্য প্ৰহৰীজনৰ আশ্ৰয় লয়। অগত্যা মোৰ ওচৰলৈকো গোচৰটো আহে। মোৰ পেটে পেটে খং উঠিলেও, আওপকীয়াকৈ ঠাট্টাৰ সুৰত দুৱাষাৰ কৈ দিলে বা বুজনিৰ সুৰত ক'লেও নিতাল মাৰে। লাজকাজ নাইকিয়া তেনে তিৰোতাইও মোক ভয়তকৈ সমীহহে কৰে। গতিকে ডাবি হুমকি নিদিলেও চলি যায়।

পিছদিনা মই মহিলা ফাটেকলৈ যাওঁতে প্ৰভাৱতী মোৰ ওচৰলৈ দৌৰি আহি ক'লে—

ঃ বাইদেউ, কণমাইক চেলৰ পৰা উলিয়াবলৈ হুকুম দিয়কচোন। চেলত তাই বৰ কষ্ট পাইছে।

ঃ ইহ্, এতিয়া তাই কণমাইৰ হৈ ওকালতি কৰিবলৈ আহিছে। কালি দুয়োজনীৰে কি কাজিয়া। সেই কাৰণে মই চেলত ভৰাই থৈছো— প্ৰহৰী গৰাকীয়ে ক'লে।

শেষত দুয়োজনীকে কাজিয়া নকৰে বুলি কাণত ধৰাই উঠ্ বহ্ কৰোৱাই, সৈ কঢ়াই কণমাইক প্ৰহৰী গৰাকীয়ে চেলৰ পৰা মোকলাই দিলে।

কণমাই আৰু প্ৰভাৱতী বেজ-বেজালি কৰা তিৰোতা। সিহঁতৰ ঘৰ কাকজানৰ ওচৰৰ এখন ভিতৰুৱাল গাঁৱত। সম্বন্ধত ইজনী সিজনীৰ মোমায়েকৰ জীয়েক, পেহীয়েকৰ জীয়েক। বয়সো প্ৰায় সমনীয়া। দুয়োজনীৰ এনে দুজন মানুহৰ লগত বিয়া হৈছিল, যি দুজনৰ মাজত পোনতে বন্ধুত্ব আছিল আৰু বৃত্তিও একে আছিল অৰ্থাৎ জৰাফুঁকা, বেজ-বেজালি কৰিয়েই পেট প্ৰবৰ্তাইছিল।

এই বেজ-বেজালি কৰা মানুহ সাধাৰণতে দুবিধ থাকে। এবিধে মানুহৰ ভালৰ কাৰণে এনে ক্ৰিয়া কৰে। কিছুমানে মানুহৰ অনিষ্ট সাধন কৰিবলৈ কু-প্ৰথাৰে মন্ত্ৰ মাৰি বা জৰা ফুঁকা কৰি মানসিক তৃপ্তি সাধন কৰে আৰু টকা ঘটে। কু-কৰ্ম কৰা বিধৰ হেনো টকা-পইচা সৰহ। তথাপি চাবলৈ গ'লে কোনো বেজৰে আৰ্থিক অৱস্থা টনকিয়াল দেখা নাযায়। প্ৰায়বোৰ বেজৰে লাওলোৱা অৱস্থা। মানুহক অহিত কৰা এনে বেজ-বেজালিৰ বংশ পৰিয়াল নবয়গৈ বুলিও মানুহৰ ধাৰণা, কাৰণ মানুহক অনিষ্ট কৰি কৰি সিহঁতে মানসিক স্থিৰতা হেৰুৱাই পেলায়, আৰু সকলোৰে শাও-শপনি খাই খাই কু-প্ৰভাৱ নিজৰ গাতে পৰেগৈ।

অপৰাধীসকল আইনৰ চকুত সহজতে ধৰা পৰে। কিন্তু সমাজত হিতৈষী বুলি ছদ্মবেশত থাকি বেজ ওজা সকলৰ এচামে এনেকুৱা জঘন্য কামবোৰ কৰি থাকে, তথাপি সিহঁতে সততে শাস্তি নাপায়। কাৰণ অশিক্ষিত আৰু অন্ধ বিশ্বাসী মানুহেই এই ধূৰ্ত্ত লোক সকলক প্ৰশ্ৰয় দিয়ে। বিজ্ঞানৰ যুগত এনে চৰ্চা, ক্ৰিয়া কম, প্ৰায় বিলুপ্তিৰ পৰ্থলৈ গৈছে যদিও একেবাৰে নিৰ্মূল হৈ যোৱা নাই। গাঁও ভূঁই নালাগে চহৰীয়া অঞ্চলতো এনেকুৱা ফাঁকীবাজ লোক দেখা যায়।

কণমাইৰ শহুৰেক তেতিয়াৰ দিনত বিখ্যাত বেজ কবিৰাজেই আছিল। দুবিধ মন্ত্ৰৰ কুমন্ত্ৰ বিধ বাদ দি তেওঁ সু-মন্ত্ৰ বিধকেই গ্ৰহণ কৰি মানুহৰ হিত সাধন কৰিছিল। তেওঁ গুৰুৰ পৰা দীক্ষা লওঁতে এটা কথাই শিকিছিল যে তেওঁ হাতত লোৱা মন্ত্ৰপূত কামবোৰ জনহিতকৰ কাৰণেহে ব্যৱহাৰ কৰিব লাগিব। ইয়াত কঠোৰ অভ্যাস আৰু সাধনাৰ দৰকাৰ। সেইবোৰ সঠিক মতে কৰিলেহে ওপখিনি আয়ত্ত কৰিব পাৰিব। সকলো নিয়ম কানুন মানি চলি তেওঁ সেইমতেই এই ব্যৱসায়

কৰি আছিল। তেওঁৰ মন্ত্ৰৰ একোটা শব্দই আছিল ডাঙৰ শক্তি। এই শক্তিয়ে মানুহৰ উপকাৰ সাধিছিল। মন্ত্ৰবোৰৰ দ্বাৰা দেৱতাক উপাসনা কৰিছিল। সাংকেতিক অৰ্থ যুক্ত শব্দবোৰে গুণ বুজাইছিল, ৰোগ, ভূত প্ৰেত আদিৰ পৰা বেমাৰীলোকে পৰিত্ৰাণ পাইছিল।

সেই সময়ত ভালতকৈ বেয়া কাম কৰা বেজ বেছি আছিল। শত্ৰুৰ পোটক তুলিবলৈ বা হিংসা দ্বেষত জৰ্জৰিত হৈ অনিষ্ট সাধন কৰিবলৈ সাধাৰণ মানুহে সৰহীয়াকৈ টকাকড়ি যাচি এই কু-কৰ্ম বিলাক বেজৰ জৰিয়তে কৰাইছিল। হোমৰ গুৰিত বহি থকা দৰা-কইনাক মন্ত্ৰৰ দ্বাৰা বান্ধি থোৱা, তাঁতৰ পাটত বহি থকা শিপিনীজনীয়ে মাকো চলাব নোৱাৰা হোৱা, গৰম খোলাত কাৰৈ মাছে জপিওৱা ইত্যাদি ভয়ানক আসুৰিক কামবোৰ কৰিছিল। তদুপৰি এটা প্ৰধান মন্ত্ৰপূত কৰ্ম আছিল বশীকৰণ। খোৱা বস্তুৰ লগত আহুদি কৰা বস্তু মিহলাই নাইবা মাদলী তাবিজ, জৰী পিন্ধাই, মোহিনী বাণ মাৰি বশ কৰিব বা মনটো সলাই দিব পাৰিছিল। সন্তান প্ৰসৱ হ'বৰ সময়তো বান্ধ মাৰি নৰক যন্ত্ৰণা ভোগাবলৈ কুণ্ঠাবোধ নকৰিছিল। কেতিয়াবা ইজন ওজাই সিজন ওজাৰ ওপৰত জেদাজেদী ভাবৰ কাৰণেও নিৰীহ মানুহৰ ওপৰত পৰীক্ষামূলক এনে নাৰকী কৰ্ম কৰিছিল।

কণমাইৰ শহুৰেকে অৱশ্যে এনেকুৱা অমানুষিক গৰ্হিত কাম নকৰিছিল। তেওঁ প্ৰতিকাৰৰ বিধানহে দিছিল। নজৰ লাগি ফলফুল নলগা গছ গছনিক জাঁৰি ফুকি দিয়া, সাঁপে খুটিলে ভাল কৰা, কেঁচুৱাৰ নজৰৰ মুখ ভঙা, দৰা-কইনাক আহুদি নকৰিবলৈ আগতীয়াকৈ ব্যৱস্থা কৰি ৰখা, চুৰি চাপ্ৰাচি নহ'বলৈ বাৰীৰ চাৰিও ঢাপত মন্ত্ৰ মৰা, দেও-ভূত লম্ভিলে খেদা, কোনোবা লোকৰ মতিভ্ৰম হ'লে পানী একলহ কাটি গা ধুওৱা, বিদ্যাৰ্থীৰ বান্ধ মোকলোৱা, খেতৰ খেদা— এই কামবোৰহে কৰিছিল।

কণমাইৰ গিৰিয়েক বলোৱেও বাপেকৰ বিদ্যাকে লৈছিল। তেওঁ নিজেও বন দৰব আদিৰে চিকিৎসাও কৰিছিল।

ওচৰৰ গাঁৱৰে বলোৰ এটা লগৰীয়া আছিল টেঁপুৰাম। সিও বলোৰ পৰা এই বিদ্যাখিনি আয়ত্ত কৰি ল'লে। টেঁপুৰামেই কণমাইৰ সম্বন্ধীয়া প্ৰভাৱতীক বিয়া কৰাইছিল। সেই সূত্ৰেই সিহঁতৰ মৰম চেনেহ বেছি হয়।

বলোৰ দৰে টেঁপুৰামৰ অন্তৰখন মুকলি নাছিল। সি ঘোৰ তান্ত্ৰিক হৈ পৰিল। শ্মশানলৈ গৈ ভূত পিশাচৰ লগতো সম্বন্ধ ৰাখিছিল। চাওঁতে চাওঁতে টেঁপুৰামৰ টকা-পইচা সৰহ হ'বলৈ ধৰিলে। বলোৰ শপতৰ কথা নামানি কুপ্ৰবৃত্তি চৰিতাৰ্থ কৰিবলৈ ধৰিলে। বলোৰ লগত টেঁপুৰামৰ মতানৈক্য ঘটিল। বলোৱে

তাৰ লগত কোনো সম্পৰ্কই নাৰাখিলে। সি ভাগেই পালে। টকাৰ নামত নানা কদৰ্য আৰু ভয়াবহ কামবোৰ কৰিবলৈ ধৰিলে।

এবাৰ টেপুৰামে এটা মানুহক বান্ধ মাৰি দিলে। বাস্তাৰে গৈ থাকোতেই মানুহটোৱে চেকুলৌ ভেকুলৌ কৰি মাটিত বাগৰিবলৈ ধৰিলে। মানুহ গোট খালে। মানুহজনে চিঞৰি চিঞৰি ক'বলৈ ধৰিলে কোনো এবাহে তেওঁক বেঢ়ি ধৰি কামুৰিবলৈ ধৰিছে। ওচৰত বৈ থকা মানুহে কিন্তু কোনেও এটা কোনোও দেখা নাপালে, তেওঁহে দেখিছে। হয়ো, মানুহজনৰ গোটেই গাটো দমলা দমল হৈ উখহিবলৈ ধৰিলে। পিছত মানুহজনক নি জৰাফুঁকা কৰিলে, ডাক্তৰকো দেখুৱালে লাভ নহ'ল— এদিন মৰি থাকিল। আন এজন মানুহক বান্ধ মাৰি থৈছিল— মানুহজন পানীত নামি গা ধুব নোৱাৰে। অসংখ্য সাপে চাৰিওফালে কিলবিলাই ফুৰা দেখে। আনকি খাওঁতে শোওঁতে শয়নে সপোনেও সাপকেই দেখে। শেষলৈ মানুহজনৰ মনৰ ভ্ৰম হ'লগৈ। এনেকুৱা সৰু বৰ ঘটনা অলেখ আছে। বহুতৰ অচিন বেমাৰ হোৱা, যিবোৰ ডাক্তৰে ধৰিব নোৱাৰে— বেজে বেজালি কৰাৰ কাৰণে হোৱা বুলি বহুতে ভাবিছিল।

এদিন কণমাইৰ গিৰিয়েক বলো ক'লা তেজ বমি কৰি মৰি থাকিল। বলোকো টেপুৰামেই অকাল মৃত্যু ঘটালে বুলি খেনোৱে কৈছিল। এফেটা জনমতেই পাপী টেপুৰামে ফল নোপোৱা নহয়। চৰ্মৰোগ হৈ গোটেইটো মানুহ কোঙা হৈ ঘৰৰ এচুকত পৰি থাকিল। যমক কাকুতি কৰিও সি যেন উদ্ধাৰ নাপাব।

কণমাইয়ে গিৰিয়েক জীয়াই থকাৰ পৰাই টুক্‌টাক্‌কৈ জৰা-ফুঁকা, ঔষধ দিয়াৰ কামবোৰ কৰিছিল। প্ৰভাৱতীয়েও গিৰিয়েকক সহায় কৰি দিওঁতে দিওঁতে বহুত কথাই শিকি লৈছিল। পোনতে দুয়োজনীয়ে ডিঙিত কাঁইট লাগিলে ভীমকল জাৰি দিয়া, আভোক হ'লে বা বদ্ উগাৰ আহিলে মুখলগা ভাঙিবলৈ আদা জাৰি দিয়া, বিষৰ তেল জাৰি দিয়া কামবোৰ কৰিছিল। পিছলৈ মাইকী মানুহৰ বেমাৰবোৰ ভাল কৰিবলৈ নানান পন্থা অবলম্বন কৰিছিল। লোণ, তেল, সৰিয়হ জাৰি দিছিল, ঔষধ খুৱাইছিল আনকি গিৰিয়েকহঁতৰ পৰা শিকি লোৱা মন্ত্ৰেৰে পূজা পাতলো কৰিছিল। যি বলোৱে শেহৰ ফালে টেপুৰামৰ ছাঁটোকে দেখিব নোৱাৰা হৈছিল, সি মৰাৰ পিছত কিবা সংক্ৰান্তত কণমাই আৰু প্ৰভাৱতী নগে গলে লগা হৈ পৰিল। ইজনীয়ে সিজনীৰ পৰা ঔষধ নি মানুহক চিকিৎসা কৰিবলৈ ধৰিলে।

টকাৰ লালসাই কণমাই আৰু প্ৰভাৱতীকো বিবেকহীন কৰি পেলালে। মাহেকীয়া হওঁতে 'অসুখ কৰা গাভৰু ছোৱালীক জৰা ফুকা কৰি দৰৱ দিয়া, বন্ধ্যাক

সন্তানৱতী কৰিবৰ কাৰণে গোপনীয় চিকিৎসা কৰা, সন্তান প্ৰসৱৰ সময়ত হোৱা আহকাল দূৰ কৰা, পৰিত্যক্তা তিৰোতাক স্বামীয়ে পুনৰ চপাই ল'বৰ বাবে আহুদি কৰা, বিয়া পাতিবলৈ ল'ৰাই ছোৱালী চাবলৈ আহিলে চাহ জলপানৰ লগত চেনি জাৰি খুউওৱা, মোহিনী মন্ত্ৰ মৰা, বশীকৰণ মাদলী পিন্ধোৱা, গাৰুৰ কপাহৰ মাজত দৰবৰ টোপোলা সুমুওৱা, বাঁজী তিৰোতা বা বাৰে বাৰে মৃত সন্তান প্ৰসৱ কৰা তিৰোতাৰ সমস্যা আঁতৰোৱাৰ কামবোৰ কৰি টকা ঘটিবলৈ ধৰিলে। তাৰোপৰি চিকিৎসকৰ সহায় নোলোৱা গাঁৱৰ মাইকী মানুহৰ ঘনাই সন্তান সম্ভৱা হোৱাৰ পৰা দূৰত থাকিবলৈ বন্ধ্যাকৰণ ঔষধ দিয়া, ল'ৰা-ছোৱালী ডাঙৰ হৈ অহাৰ কাৰণে লাজত বা ঘৰুৱা জঞ্জালৰ কাৰণে মাহেকীয়া হোৱা বন্ধ কৰাবলৈ ঔষধ দিছিল।

কণমাই আৰু প্ৰভাৱতীয়ে গৰ্ভপাতৰ নিচিনা বিকৃতাচাৰ কামো শেহলৈ কৰিছিল— যাৰ ফলত মাইকী মানুহৰ স্বাস্থ্য হানি হৈ জৰায়ুৰ নানা বেমাৰে দেখা দিছিল। গৰ্ভনাশৰ কাৰণে ব্যৱহৃত ঔষধবোৰ বৰ বিপদজনক।

সময় সলনি হোৱাৰ লগে লগে মানুহৰ মনো সলনি হয়। মানুহে আগৰ দৰে বেজ বেজালি নমনা হয়। দৰিদ্ৰ আৰু অনগ্ৰসৰ অন্ধ বিশ্বাসী কম সংখ্যকে মানিলেও উঠি অহা চামে এই চিকিৎসা নামানি আধুনিক চিকিৎসাৰ ওপৰতে ভৰসা কৰিবলৈ ধৰে।

সেয়েহে কণমাই আৰু প্ৰভাৱতীয়ে আসুৰিক চিকিৎসা কৰাৰ কাৰণে শ'লঠেকত পৰি জেলত সোমাবলগীয়া হ'ল।

এবাৰ দাঁতিকাষৰীয়া এখন গাঁৱৰ এঘৰ অৱস্থাপন্ন মানুহৰ ঘৰলৈ প্ৰভাৱতীৰ ডাক পৰিল। গৃহস্থঘৰৰ বিবাহ নোহোৱা যুৱতী এগৰাকী গৰ্ভৱতী হ'ল। ব্যাভিচাৰৰ ফলত গৰ্ভধাৰণ কৰাৰ কাৰণে পৰিয়ালৰ মানুহে ধোঁৱা কোৱা দেখিলে। শেষত ছোৱালীজনীৰ গৰ্ভপাত কৰোৱাটোকে ঠিক হ'ল। সেই সময়ত ওচৰতে এখন প্ৰাথমিক চিকিৎসালয় স্থাপন হৈছিল। গোনতে তাৰ নাৰ্চ গৰাকীৰ হতুৱাই গৰ্ভনাশ কৰা কামটো কৰাবলৈ বিচাৰিছিল। নাৰ্চ গৰাকীয়ে পৰীক্ষা কৰি চাই দেখিলে এই কাম সম্ভৱপৰ নহয়, কাৰণ গৰ্ভধাৰণ পাৰ্চ মাহৰো অধিক হৈ গ'ল। নাৰ্ছে এই কাম নকৰিবলৈ বাৰেপতি সকীয়ালে, গৃহস্থই নুশুনিলে। বিপদৰ তিলমানো আশংকা নকৰি প্ৰভাৱতীৰ হাততে কামটো সঁপিলে। প্ৰভাৱতীয়ে মোটা টকাৰ বিনিময়ত কামটো কৰিবলৈ আগবাঢ়িল। তাই কণমাইকো মাতি আনি দুয়ো ছোৱালীজনীৰ চিকিৎসা কৰিবলৈ লাগিল। চোকা ঔষধ খুৱালে। কিন্তু কি হ'ব? নাৰ্চে আশংকা কৰাটোকে হ'ল। ঔষধ খোৱাৰ পৰা এদিন এৰাতি কঢ়কঢ়কাই থকাৰ পিছত পেটত

পাঁচ মহীয়া সন্তান লৈ ছোৱালীজনী মৰি থাকিল।

কণমাই আৰু প্ৰভাৱতী পলাইছিল। গাঁৱৰ মানুহে দুয়োজনীকে ধৰি আনি নানা লাঞ্চনা কৰি পুলিচক গতাই দিলে। সিহঁতে কৰা অপৰাধ প্ৰমাণিত হৈ দুয়োজনীৰে কেইবাবছৰো জেল হ'ল।

সিহঁতে মন্ত্ৰ মাতি জেলৰ ভিতৰতো আন কয়েদী, আচামী বিলাকক জৰাফুঁকা কামবোৰ কৰা দেখিছিলো, অৱশ্যে খুৱাব পৰা ঔষধপাতি হাতত নাপাইছিল। মন্ত্ৰটো পাহৰি যায় বুলি কোনেও নুশুনাকৈ বিৰ্ বিৰ্কৈ আওৰাই ধৰে। কোনোবা কয়েদীৰ গা-মূৰ, পেট ভৰি বিষালে মন্ত্ৰমাতি জাৰিছিল। কয়েদীবিলাকে ভাল পাইছিলনে নাই নাজানো। এদিন জেলৰ চিকিৎসকে দুয়োজনীৰ লগতে কয়েদী বিলাককো গালি পাৰিলে। সেইদিনাৰ পৰা কিবা কৰিলেও লুকাই চুৰকৈহে কৰে।

কথাখিনি জনাৰ পিছত এদিন মই সিহঁতক সুধিলো— ঃ জেলৰ পৰা ওলাই গৈ কি কৰিবা?

ঃ বাইদেউ, আমাৰ নিজা বৃত্তি এৰি নিদিওঁ, তাকে কৰিম।

ঃ আসুৰিক কামবোৰ নকৰিবা। আকৌ জেললৈ আহিব লাগিব।

ঃ আহিব লগা হ'লেও এইবোৰ কাম নেৰো।

ঃ মই বুজিলো— এই অশিক্ষিতা তিৰোতা দুজনীক বুজাই লাভ নাই। ❑❑